# অসমৰ জনজাতি

অসম, নগাভূমি আৰু উত্তৰ-পূৱ সীমান্ত অঞ্চলৰ
জনজাতিসমূহৰ বিৱৰণ



সম্পাদক

শ্ৰীপ্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য




১৯৬২

অসম সাহিত্য সভাৰ হৈ
লয়াৰ্ছ বুক ষ্টল
পানবজাৰ ঃ গুৱাহাটী

**ASAMAR JANAJATI** : a collection of essays written on different social and cultural aspects of the various tribes of Assam, the North-East Frontier of Assam and Nagaland, written by different scholars, edited by Shri Pramod Chandra Bhattacharya, M. A., Professor, B. Borooah College, Guwahati and published by Shri K. N. Dutta Baruah, Messrs Lawyer's Book Stall, Panbazar, Guwahati-781001, for Asom Sahitya Sabha. Second Edition : April, 1991.
Price : Rupees Sixty only.



প্ৰকাশক :
অসম সাহিত্য সভাৰ হৈ
খগেন্দ্ৰনাৰায়ণ দত্ত বৰুৱা
লয়াৰ্ছ বুক ষ্টল,
পানবজাৰ, গুৱাহাটী

প্ৰথম সংস্কৰণ : ১৯৬২
দ্বিতীয় সংস্কৰণ : এপ্ৰিল, ১৯৯১ ( ১ম লয়াৰ্ছ সংস্কৰণ )

**মূল্য : ৬০·০০ টকা মাত্ৰ**

মুদ্ৰক :
বিচিত্ৰনাৰায়ণ প্ৰিন্টিং প্ৰেছ
জি এন বৰদলৈ পথ
আমবাৰী, গুৱাহাটী-১



# সূচীপত্ৰ

# সম্পাদকৰ পাতনি

অসমৰ জনজাতীয় পৰিবেশ নিজ চকুৰে নেদেখিলে কাপ-মৈলামেৰে বৰ্ণনা কৰা টান। ১৯৩১ চনৰ লোক পিয়লত মুলান চাহাবে অসমক ভাষাবিদৰ স্বৰ্গ বুলি অভিহিত কৰিছিল ; ১৮৮৪ চনতে আকৌ বেভাবেও এওেলে অসমৰ বহুভাষী পৰিস্থিতি দেখি একে সুৰতে লিখিছিল—"......জাতিতত্ব ( এথ্‌ন'ল'জী ) আৰু তুলনামূলক ভাষাতত্বৰ ক্ষেত্ৰত ভাৰতৰ এই অংশই, বিশেষকৈ অসমে অতি আৱশ্যকীয় আলোক সম্পাত কৰিব পাৰে ; বিবিধ ভাষাবিশিষ্ট অসমথন ভাষাতত্বৰ ছাত্ৰৰ পক্ষে বাস্তৱতে বহল আৰু সাকৰা পথাৰ মাথোন।"

আজি কুৰি শতিকাৰ অপৰাৰ্দ্ধতো আমি নিঃসন্দেহে কব পাৰোঁ : অসম অকল ভাষাবিদৰে স্বৰ্গ নহয়, নৃতাত্বিকৰো অমৰাৱতী নহয় : অসম অনুসন্ধিৎসু আৰু তত্বজিজ্ঞাসু মাত্ৰৰে প্ৰাকৃতিক গবেষণাগাৰ। এইখন ৰাজ্যৰ বিবিধ সম্পদ, জীৱ-জন্তু, গছ-বিৰিখ, চৰাই-চিৰকতি, বুৰঞ্জী, ভূগোল, ভাষা-উপভাষা, জনজাতি, উপজনজাতিৰ বিস্তাৰিত কথা প্ৰকৃতপক্ষে বৰ্ণাবলৈকে আমাক এজন মাথো গেইট, এজনহে গ্ৰীয়াৰছন, জনৈক হাটন, গৰ্ডন, মিল বা এলউইন হলেই নচলিব ; নতুবা গুণাভিৰাম, বেজবৰুৱা, গোহাঞিবৰুৱা, সূৰ্য্যকুমাৰ, বাণীকান্ত, বেণুধৰ আদিয়ে লিখি থৈ যোৱা কথাখিনিয়ে অসমৰ বৰ্ণনীয় সৰ্বস্ব নহয় ; আমাৰ পাহাৰে-ভৈয়ামে, গাৱেঁ-ভূঞে, চহৰে-নগৰে চিন-অচিনভাৱে পৰি আছে—নানাবিধ তত্বৰ সম্পদ-সম্বল, ভিন্ ভিন্ কাৰুকাৰ্য্য, স্মৃতি-চিহ্ন, কলাকৃষ্টিৰ নিদৰ্শন, আৰু সবাতকৈ আকৰ্ষণীয় হৈছে পূৰ্ব-পুৰুষৰ লিখিত-অলিখিত ঐতিহ্যসম্ভাৰ লৈ মানুহ ৰূপে জীয়াই থকাৰ জাননী দিয়া জন-গণ শক্তি। এই জনগণৰে কিছুমানক আমি সংবিধানিক ভাষাৰে জনজাতি বা ট্ৰাইব্‌ বোলোঁহক ; এনে জনজাতিবোৰক অনুসূচিত জনজাতি ( ছিডিউল্ড ট্ৰাইব্‌ ) বুলিও চৰকাৰী নথিপত্ৰত আখ্যা দিয়া দেখা যায়।

অনুসূচিত সম্প্ৰদায় আৰু পিচপৰা শ্ৰেণী ৰূপেও কিছুমান মানুহক সংবিধানসম্মত-ভাৱে বেলেগাই ভাগ কৰা হৈছে।

এই লোকসকলৰ কিছুমানক জনজাতি ( ট্ৰাইব্ ) আৰু আন কিছুমানক অনুসূচিত শ্ৰেণী-সম্প্ৰদায় ৰূপে নিৰীক্ষণ কৰি তেওঁলোকৰ মঙ্গল সাধন আৰু শিক্ষা-সভ্যতাৰ বিকাশৰ বাবে ১৯৪৭ চনৰ পৰাই বিশেষকৈ স্বাধীন ভাৰতৰ চৰকাৰ তথা ৰাজনৈতিক অনুষ্ঠানবোৰে নানা আঁচনিৰে আগবাঢ়ি আহিছে। স্বৰাজৰ পূৰ্ববৰ্তী কালতো উপজাতি, অনুন্নত জাতি-সম্প্ৰদায় বুলি সাধাৰণতে অভিহিত এই লোকসকলৰ প্ৰতি মহাত্মা গান্ধী প্ৰমুখ্যে দেশনেতাই মঙ্গল সাধন, সামাজিক উন্নয়ন, অস্পৃশ্যতা বৰ্জন আদি উপায়েৰে সেৱামূলক সাহায্য আগ-বঢ়াইছিল। ভাৰতৰ পূৰ্ণ কলেবৰৰ সৰ্বাঙ্গীন উৎকৰ্ষ সাধনৰ বাবে কোনো এটি অঙ্গ-প্ৰত্যঙ্গ ৰুগীয়া হৈ থাকিব নোৱাৰে: অনুসূচিত জনজাতি, অনুসূচিত সম্প্ৰদায়, পিচপৰা শ্ৰেণী আদি বিভাগবোৰ এনে সত্ আদৰ্শেৰে প্ৰণোদিতহে। তথাপিও স্বাধীনতা লাভৰ আগৰ কথা নকওঁ, স্বৰাজোত্তৰ কালছোৱাত ভাৰত-ভূমিত জনজাতীয় সমস্যা বিভেদ, বিচ্ছেদ, বিৰক্তি আৰু আনকি সংঘৰ্ষৰ কাৰণ হৈ পৰিছে। বিশেষকৈ পূৰ্বোত্তৰ সীমান্তৰ জনজাতীয় অসমত অশান্তিৰ আগ্নেয়গিৰিয়ে সঘনে উদ্গীৰণৰ সৃষ্টি কৰা ঘটনা ভাৰতবাসী ৰাইজ তথা চৰকাৰৰ অবিদিত নহয়; অসমবাসী ৰাইজ আৰু অসমৰ চৰকাৰে জনজাতীয় সমস্যা আৰু অশান্তিবোৰক যি দৃষ্টিৰে চায়, যি ভাৱেৰে লয়, ভাৰতৰ দূৰ-দূৰণিত, অসমৰ বাহিৰত থকা, সৰ্বসাধাৰণ ৰাইজ আৰু দিল্লীত থকা চৰকাৰে সচৰাচৰ তেনে দৃষ্টি আৰু মনোভাৱেৰে গ্ৰহণ কৰা দেখা নাযায়। ইয়াৰ প্ৰতিক্ৰিয়া স্বৰূপে প্ৰাকৃতিক-ভৌগোলিক ঐক্য আওকাণ কৰি অসম ৰাজ্যক খণ্ড বিখণ্ড কৰা হৈছে: উত্তৰ পূব সীমান্ত অঞ্চলকে প্ৰমুখ্য কৰি ভিন ভিন শাসন ব্যৱস্থাৰ আঁচনি ভাৰত চৰকাৰে তৰিছে; নগাভূমি, মণিপুৰ, ত্ৰিপুৰাৰ সুকীয়া ৰাজ্যৰ স্থান দি পূব-উত্তৰ সীমান্তৰ মানচিত্ৰত ইতিপূৰ্বে যথেষ্ট পৰিমাণে বঙ-বেৰঙৰ আঁক মৰা হৈছে।

### জাতি, জনজাতি, খেল-ফৈদ

জনজাতিৰ ( ট্ৰাইব্ ) কথা লিখিবলৈকে যোৱাৰ আগতে বহুত ক্ষেত্ৰতে লেখক-লেখিকা, সংকলক, সম্পাদক কিছুমান শব্দ আৰু ইবোৰৰ বৈজ্ঞানিক পৰি-সূত্ৰ লৈ বিমোৰত পৰা দেখা যায়। নৃতাত্বিকসকলে যি অৰ্থ আৰু পৰিসূত্ৰেৰে



জাতি ( race ), জনজাতি ( tribe ), উপজনজাতি ( sub-tribe ), ফৈদ বা জ্ঞাতিগোষ্ঠী ( clan ) আদিৰ ব্যাখ্যা দি আহিছে; আমাৰ সাহিত্যসেৱী, সংস্কৃতি চৰ্চাকাৰীসকলে সিমান বৈজ্ঞানিক শুদ্ধতা ৰক্ষা কৰি চলা দেখা নাযায়। অসমীয়া ভাষাত বহুকালৰে পৰা চলি থকা ফৈদ, খেল আদি শব্দবোৰৰ সুকীয়া অৰ্থ-পৰিবেশ গঢ় দি উঠিছে। উদাহৰণ স্বৰূপে, কোনো কোনো নগা জনজাতিৰ পিতৃ-পুৰুষ অনুসৰি খেলৰ সৃষ্টি হয়—একে ধৰণৰ খেলৰ মাজত বিয়া-বাৰু নিষিদ্ধ: নগাৰ খেল হয়তো অন্য এটা জনজাতিৰ খেলৰ দৰে নহয়—এই অৱস্থাত খেলৰ লগত ফৈদ বা জ্ঞাতিগোষ্ঠী শব্দৰ চলিত অৰ্থ তুলনীয় বিষয় হৈ পৰে। সংস্কৃত ভাষাত আকৌ 'গোত্ৰ' বুলি অনুৰূপ অৰ্থ পৰিধিৰ এটি শব্দ সঘনে চলিত হৈ আহিছে; পৰাশৰ, গৌতম, ভৰদ্বাজ আদি ঋষিৰ নামেৰে গোত্ৰৰ প্ৰচলন হৈ আছে: গোত্ৰৰ অন্তৰ্গত প্ৰবৰ ( থাই ভাগ ) আছে; প্ৰায়ে স্বগোত্ৰত বিবাহ নিষিদ্ধ হৈ আহিছে। বৰ্তমানে নৃতাত্বিক আৰু কিছু পৰিমাণে ভাষাতাত্বিক চৰ্চাই নিৰূপিত বৈজ্ঞানিক পৰিভাষা গ্ৰহণ কৰা সময়ত আমাৰ সাহিত্য-সংস্কৃতিসেৱীয়ে বিজ্ঞানসম্মত শব্দমালাৰ ব্যৱহাৰ কৰিবলৈকে অনুশীলন কৰা উচিত। আমি পাৰ্য্যমানে জনজাতি শব্দটি নৃতত্ব সমৰ্থিত ইংৰাজী 'ট্ৰাইব' শব্দৰ লগত সঙ্গতি ৰাখি ব্যৱহাৰ কৰিছোঁ। পুৰণি কালত 'উপজাতি' শব্দটিয়ে আজিকালিৰ জনজাতিকে সাধাৰণ অৰ্থত বুজাইছিল। উপজনজাতি শব্দটি ছাব্-ট্ৰাইব অৰ্থত আমি এই পুথিত ব্যৱহাৰ কৰিছোঁইক।

### ভাৰতৰ জাতি-জনজাতি

পৃথিবীৰ পুৰণি গোলাৰ্দ্ধত প্ৰাচীনত্বৰ মহিমাৰে বাস কৰা ভাৰতবৰ্ষৰ জাতি-জনজাতিৰ বৈশিষ্ট্য, বিভাগ আৰু সংখ্যা লৈ পণ্ডিতসকলৰ মাজত ভিন ভিন অভিমত দেখা যায়। সংস্কৃত সাহিত্যত নিষাদ, শবৰ, পুলিন্দ, ভিল্ল ( ভীল ), কোল্ল ( কোল ) আদি নামেৰে অষ্ট্ৰিক গোষ্ঠীজ জনজাতিৰ উল্লেখ পোৱা যায়; দ্ৰাবিড়ী ভাষা-ভাষীসকলক বোধহয় দাস, দস্যু আদি অভিধাৰে আৰ্য্যসকলে অভিহিত কৰিছিল; কিৰাত শব্দটিৰে ব্যাপকভাৱে মঙ্গোলীয় লোককে বুজোৱা হৈছিল। মন কৰিবলগীয়া কথা যে আৰ্য্য বুলি নিজকে আখ্যা দিয়া এই নৰ্দিক জাতিৰ লোকসকল এসময়ত এটি জনজাতিৰূপে ভাৰতৰ বাহিৰত বাস কৰি চাৰে চাৰে ইয়াত প্ৰৱেশ কৰিছিল। ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়ে নৰ্দিক আৰ্য্যসকল একালত অসভ্য জনজাতি আছিল বুলিয়ে অভিমত দিছে।

প্ৰাচীন তামিল সাহিত্যত ভাৰতৰ মানুহবোৰক কুৰৱ বা কুন্তৱাৰ, আয়াৰ, মাৰুথমবাসী আৰু ভাৰথৱাৰ ৰূপে চাৰিভাগত ভগোৱা হৈছে। জাতিগত বিভাগ আৰু ভাষাগত বিভাগ একে নহয়; বহু সময়ত দুয়োটা বিভাগৰে পৰিভাষাৰ সংমিশ্ৰণ হৈ খেলিমেলিৰ সৃষ্টি কৰা দেখা যায়। আৰ্য্য, দ্ৰাবিড়, কোল-মুণ্ডা, তিব্বত-বৰ্মী আদি ভাষাগত নামহে; নেগ্ৰিটো, অষ্ট্ৰলয়দ (অষ্ট্ৰিকভাষী), মঙ্গলয়দ, নৰ্দিক আদি জাতিগত বিভাগ। ডেল্টন, স্কমিড্‌ট (Schmidt), বিজ্‌লী আদি বিদেশী পণ্ডিতৰ অভিমতবোৰলৈ এই প্ৰসঙ্গত মনত ৰাখি ভাৰতৰ তথা অসমৰ জনজাতিৰ আলোচনাৰ কাৰণে বি-এছ-গুহই আগবঢ়োৱা আৰু সুনীতিকুমাৰ চট্টোপাধ্যায়ে সমৰ্থন কৰা ভাৰতৰ জাতিগত ছয়টা বিভাগৰ কথা চমুকৈ দাঙি ধৰিছোঁ:—(১) নেগ্ৰিটো জাতি; (২) প্ৰট-অষ্ট্ৰলয়ড, (৩) মঙ্গলয়ড, (৪) মেডিটেৰানীয়ান, (৫) ব্ৰেষ্টাৰ্ণ ব্ৰেকীচেফাল আৰু (৬) নৰ্দিক। অসমৰ নগা জনজাতি আৰু দক্ষিণ ভাৰতৰ কেইটামান জঙ্ঘলী জনজাতিৰ মাজত নেগ্ৰিটো জাতিৰ সঁচ থকা বুলি এইসকল পণ্ডিতে কয়। প্ৰট-অষ্ট্ৰলয়ডৰ ভিতৰত অষ্ট্ৰিক ভাষী কোল-মুণ্ডা, চাওতাল আদি, অসমৰ খাইকৈ খাছি আৰু জয়ন্তীয়া লোকসকলক ধৰা হৈছে। মঙ্গলয়ড জাতিয়ে কিৰাত বুলি যজুৰ্বেদ, মহাভাৰত, ৰামায়ণ আদি প্ৰাচীন গ্ৰন্থত উল্লিখিত হৈছে; যোগিনীতন্ত্ৰ আৰু কালিকা পুৰাণতো প্ৰাচীন কামৰূপৰ ধৰ্ম কৈৰাতজ আৰু এই পূৰ্বোত্তৰ সীমান্ত অঞ্চল কিৰাতভূমি বুলি স্পষ্টকৈ বৰ্ণোৱা হৈছে; স্বৰ্গীয় বাণীকান্ত কাকতিৰ পুৰণি কামৰূপৰ ধৰ্ম সম্পৰ্কীয় গ্ৰন্থত এইবোৰ বিষয়ে বিতং আলোচনা আছে; অসমৰ জনজাতিৰ অধিক সংখ্যক লোক মঙ্গলয়ড জাতিৰ অন্তৰ্ভুক্ত; চীন-তিব্বতীয় আৰু তিব্বত-বৰ্মী ভাষাভাষী ৰূপে মঙ্গলয়ড (কিৰাত) জাতিৰ ভাৰতীয় জনগণৰ মাজত বৈশিষ্ট্য আছে; খাছি আৰু জয়ন্তীয়া ভাষা-ভাষী লোকসকলৰ গাতো মঙ্গলয়ড জাতিৰ সঁচ আৰু তেজৰ সংমিশ্ৰণ হৈছে বুলি জনা যায়। বড়ো, ডিমাছা, লালুং, সোণোৱাল কছাৰী, ৰাভা, গাৰো, মিৰি (মিছিং), মিকিৰ আদি জনজাতিক নিঃসন্দেহে মঙ্গলয়ড জাতিৰ ভিতৰত পণ্ডিতসকলে স্থান দিছে। মেডিটেৰানীয়ান জাতিৰ ভিতৰত দ্ৰাবিড়ী ভাষা-ভাষী লোকসকলক ধৰা হয়; ভাৰতীয় সমাজ-সংস্কৃতিলৈ দ্ৰাবিড়ীসকলৰ দান সৰ্বজনস্বীকৃত হৈছে। অসমৰ চাহবাগিচাৰ বনুৱাসকলৰ মাজত প্ৰট-অষ্ট্ৰলয়ড আৰু মেডিটেৰানীয়ান (দ্ৰাবিড়ী) জাতিৰ বিভিন্ন ভাষা-ভাষী আৰু আচাৰ পদ্ধতিৰ জনজাতি আছে। এই বিষয়ৰ তথ্যপাতি অসম সাহিত্য



সভাৰপৰা নকুলচন্দ্ৰ ভূঞাদেৱৰ ৰচিত সুকীয়া গ্ৰন্থ এখনিত ইতিপূৰ্বে প্ৰকাশিত হৈছে।[১] অসমৰ জনজাতি সমাজৰ মাজত চাহ বাগিচাৰ বনুৱাসকলে কিমান পৰিমাণে সুকীয়া জনজাতিত্ব ৰক্ষা কৰি চলিছে আৰু কিমান পৰিমাণে অসমীয়া জাতীয় বৈশিষ্ট্য সামৰি লৈছে—সেই বিষয়ে আমাৰ বনুৱা ভাই-ভনী তথা অসমীয়া বাইজে নিজেই উপলব্ধি কৰিব পাৰিছে। (আমাৰ সংকলিত-সম্পাদিত 'অসমৰ জনজাতি'ত চাহ বাগিচাৰ বনুৱা জনজাতিৰ বিষয়ে সুকীয়া স্থান বা আলোচনা সন্নিবেশ কৰা হোৱা নাই।) ব্ৰেষ্টাৰ্ণ ব্ৰেকীচেফালসকল চুটি বা বহল মূৰৰ মানুহ আছিল; মেডিটেৰানীয়ান আৰু নৰ্দিকসকলৰ দৰেই এওঁলোকো পছিমৰপৰা ভাৰতলৈ আহিছিল। গুজৰাট, মহাৰাষ্ট্ৰ আৰু বঙ্গদেশত এই জাতিৰ মানুহৰ সঁচ আছে যদিও এওঁলোক দ্ৰাবিড়ী আৰু আৰ্য্য ভাষী লোকসকলৰ লগত সংমিশ্ৰিত হৈ সুকীয়া বৈশিষ্ট্য প্ৰায় হেৰুৱাইছে। নৰ্দিক জাতি (প্ৰকৃত আৰ্য্যসকল) প্ৰাগৈতিহাসিক কালতে পছিমৰ গিৰিপথেদি ভাৰতত প্ৰবেশ কৰেহি। নৰ্দিক সকলৰ পুৰণি বাসস্থান উৰাল পৰ্বতৰ দক্ষিণে থকা ইউৰেছীয় অধিত্যকা বুলিয়ে সম্প্ৰতি নিৰূপিত হৈছে। ঘোঁৰা, ভেৰা, গাহৰি ঘৰচীয়াকৈ পোহাৰ নিয়ম নৰ্দিকসকলৰ আছিল। খ্ৰীষ্টপূৰ্ব তিনিহেজাৰ চনতে মেছপটেমিয়াৰ পৰা গৰু পোহাৰ আদৰ্শ তেওঁলোকে গ্ৰহণ কৰে; ভূমধ্যসাগৰ অঞ্চলৰ পৰা ছাগলী পুহিবলৈ শিকে। নৰ্দিক জাতিৰ অন্তৰ্গত জনজাতিবোৰে শ শ বছৰ ভ্ৰমি ফুৰি খ্ৰীষ্টপূৰ্ব ১৫০০ চন মানত ভাৰতত প্ৰবেশ কৰে।[২]

চমুকৈ কবলৈ হলে—এই ছটা জাতিৰ মানুহে ভাৰতত জাতি-জনজাতি-ৰূপে বাস কৰি আছে; অসমত খাইকৈ প্ৰথম চাৰিটা আৰু শেষৰটো জাতিৰ লোক আছে; অৱশ্যে 'ভাৰত-তীৰ্থ'ত কবিগুৰু ৰবীন্দ্ৰনাথে কোৱাৰ দৰে আৰ্য্য, অনাৰ্য্য, দ্ৰাবিড়, চীন, শক-হূন, পাঠান-মোগলৰ বসবাস আৰু সহ-অৱস্থান সম্ভৱ হৈ উঠিছিল; অসমতো কামৰূপ-কামাখ্যাৰ স্মৃতি বিজড়িত যাদুবিদ্যা আৰু তন্ত্ৰ-মন্ত্ৰৰ পীঠৰূপে নানা জনপ্ৰবাহৰ যাতায়াত হৈছিল। বিশেষকৈ ব্ৰহ্মদেশ, তিব্বত, চীন আৰু সুদূৰ প্ৰাচ্যৰ বাটচ'ৰা ৰূপে অসমৰ ভাৰতীয় সমাজ, সভ্যতা, সংস্কৃতিলৈ আগবঢ়োৱা দান ক্ৰমশঃ স্বীকৃত হব ধৰিছে। অসমীয়া ভাষা-সাহিত্য, সমাজ-সংস্কৃতি সদৌ অসমবাসীৰ সামূহিক জীৱন যাপন আৰু সহ-অৱস্থানৰ যুগমীয়া পৰিণতি। ইবোৰত জাতি, ধৰ্ম, ভাষা নিৰ্বিশেষে জনগণৰ বৰঙণি

(১) ভূঞা, নকুলচন্দ্ৰ: চাহ-বাগিচাৰ বনুৱা (অসম সাহিত্য সভা, যোৰহাট), ১৯৬০

(২) Chatterji. S. K. Kirata-jana-kriti, Calcutta, 1951.

স্বীকাৰ কৰিছে আমি বিচাৰ-বিশ্লেষণত আগবঢ়া উচিত আৰু কি পৰিমাণে জনজাতীয় প্ৰভাৱ পৰিছে, কি পৰিমাণে অজনজাতীয় বা বৈদিক আৰ্য্যসকলৰ আৰু অন্যান্য লোকসমষ্টিৰ সম্বল আছে—সিবোৰৰ বিজ্ঞান সম্মত আলোচনা-অধ্যয়ন কৰিবলৈ বাহিৰৰ আৰু অসমৰ সুধীসমাজে মুকলি মনেৰে আগবাঢ়ক; 'অসমৰ জনজাতি' পুথিখন অসম সাহিত্য সভাৰ পক্ষৰ পৰা এনে আগবঢ়াবলৈ সুযোগ-সুবিধা পাই আমি আমাৰ পুৰণি আগ্ৰহ, আঁচনি আৰু উদ্দেশ্যকে দোঁহাৰিছোঁ।[৩]

## জনজাতীয় বৈশিষ্ট্যৰ চমু আভাস

অসমৰ পাহাৰ, ভৈয়ামৰ আৰু সীমান্তৰ জনজাতিসকলৰ বৈশিষ্ট্যৰ বিষয়ে চমুকৈ আলোচনা কৰাও টান; এই পুথিৰ বিভিন্ন লেখক-লেখিকাৰ আলোচনা-বোৰত জনজাতীয় পৌৰাণিক আখ্যান-উপাখ্যান, জনশ্ৰুতি, বুৰঞ্জীমূলক উল্লেখ, আচাৰ-ব্যৱহাৰ, গাওঁ-ভূই, জন্ম-মৰণ-বিবাহ সম্পৰ্কীয় সামাজিক প্ৰথা আৰু ভাষা-উপভাষা, গীত-মাত, সংস্কৃতিৰ পৰিচয়মূলক নিদৰ্শন দাঙি ধৰা হৈছে। প্ৰতিটো প্ৰবন্ধত সকলোখিনি সম্বাদ আৰু তথ্য হয়তো সন্নিবিষ্ট হোৱা নাই। একে ধৰণৰ জনজাতিৰ ক্ষেত্ৰত দুই-চাৰিটা বিষয়ৰ পুনৰাবৃত্তি ঘটিছে।

ডবলিউ-চি-স্মিথ চাহাবে আওনগা সম্পৰ্কীয় পুথিত মঙ্গোলীয় সংস্কৃতিৰ তেৰটা বৈশিষ্ট্য উল্লেখ কৰিছে—মূৰ চিকাৰ, ডেকা-চাং, চাংঘৰ, মৃতকৰ শৱ-সংকাৰৰ পদ্ধতি, বিয়াৰ বিশেষ নিয়ম, তামোল খোৱা, গাখীৰ খাবলৈ অনিচ্ছা প্ৰকাশ, গাত টেটুইং (আঁক-বাক) কৰা, তাঁতশালৰ ব্যৱহাৰ আদি সম্পৰ্কীয় তেওঁৰ চকুত সাধাৰণভাৱে ধৰা পৰা বিষয়বোৰ। কিন্তু 'অসমৰ জনজাতি'ৰ বিষয়ে আমি এতিয়ালৈকে পোৱা তথ্য সম্বলৰ দ্বাৰা এনেবোৰ বৈশিষ্ট্যতকৈ অধিক প্ৰাণৱন্ত আৰু জীৱন্ত তাৎপৰ্য্য অনুভৱ কৰিবলৈ সমৰ্থ হব পাৰিছোঁ। অকল ডেকা চাঙে নহয়—গাঁৱৰ চাঙো টাংখুল নগা প্ৰমুখ্যে জনজাতিৰ মাজত আছে। অসমৰ জনজাতীয় ধৰ্ম আৰু তেওঁলোকৰ পৱিত্ৰ স্থান বুলিলে আদিম

(৩) সীমান্তৰ সন্ধেদ; The Outlook on NEEA : শ্ৰীপৰাগ চলিহা সম্পাদিত (অসম সাহিত্য সভা), ১৯৫৮

This Is Assam : B.N. Shastri & P. C. Bhattacharya, 1958 (A.S.S.)

সীমান্তৰ শিক্ষা আৰু সাংস্কৃতিক নীতি : মহেশ্বৰ নেওগ (আঃ সাঃ সঃ), ১৯৬২

(৪) নেওগ, মহেশ্বৰ (সম্পাদিত) পৱিত্ৰ অসম (অঃ সাঃ সঃ) ১৯৬০



ধৰ্মপন্থীৰ বাহিৰেও হিন্দু (বৈষ্ণৱ, শাক্ত), বৌদ্ধ আৰু খ্ৰীষ্টান ধৰ্মৰ বিভিন্ন প্ৰভাৱ আমাৰ চকুত পৰে। লোহিত সীমান্তত তিনিশ মান তিব্বতী লোক আছে; এওঁলোক লামা বৌদ্ধধৰ্মী। অলপতে বাতৰি কাকতত ওলোৱা মতে ভাৰত চৰকাৰে নেফাত প্ৰায় পাঁচহেজাৰ তিব্বতী লোকৰ পুনৰ সংস্থাপনৰ আঁচনি লৈছে।

জনজাতীয় লোকৰ জীৱন ধাৰা আৰু জীৱনবোধৰ প্ৰতি আমি চকু দিলে সাধাৰণতে মুগ্ধ হৈ পৰোঁ। আহাৰ, নিদ্ৰা, ভয়, মৈথুনৰ ক্ষেত্ৰত মানুহ আৰু পশুৰ পাৰ্থক্য নাই; মাত্ৰ ধৰ্মৰ (অৰ্থাৎ মানৱীয় ধৰ্ম) ক্ষেত্ৰতহে বৈশিষ্ট্য লক্ষ্য কৰিবলগীয়া। ঈশ্বৰ বিশ্বাসী ধৰ্মৰ উপৰিও সামাজিক সম্বন্ধৰ জেওৰ, সপোনবিশ্বাস, মঙ্গলামঙ্গল নিৰূপণ, শপতখোৱা পদ্ধতিৰ বৈচিত্ৰ্য মিকিৰ, গাৰো, ফাকিয়াল, দোৱনীয়া, বিভিন্ন নগা আৰু নেফাৰ জনজাতিৰ মাজত চমকপ্ৰদ।

খাদ্যৰূপে মাছ, মঙহ, ঘৰুৱা মদৰ ব্যৱহাৰ উল্লেখযোগ্য। খাদ্য আৰু সঁজুলি ৰূপে বাঁহৰ ব্যৱহাৰ অপৰিহাৰ্য্য। অসমীয়া জনজাতীয় লোকৰ বৰ্ণপ্ৰীতি (colour sense) আৰু সুৰপ্ৰীতি মন কৰিবলগীয়া বিষয়। ক'লা, ৰঙা, ডাঠ নীলা বা গাঢ় ৰঙৰ প্ৰতি জনজাতীয় লোকৰ অনুৰাগ অধিক। বিষ্ণুপ্ৰসাদ ৰাভাদেৱৰ মতে নগা সঙ্গীত দুটি মাত্ৰ সুৰবিশিষ্ট আৰু বড়ো সঙ্গীত পঞ্চসুৰ-বিশিষ্ট। জনজাতীয় পুৰুষৰ অস্ত্ৰশস্ত্ৰ, বাদ্য, বেশ আদিত, জনজাতীয় নাৰীৰ প্ৰসাধন, সাজ-পাৰ আৰু অলঙ্কাৰত বিশেষত্ব আছে। বেছিভাগ জনজাতিৰ জীৱনত গেনা বা আনুষ্ঠানিক বাধা-নিষেধৰ প্ৰভাৱ উল্লেখযোগ্য কথা। ইয়াৰ উপৰিও গুপুত তন্ত্ৰ, যাদুবিদ্যা, মন্ত্ৰৰ (বৌদ্ধ, হিন্দু আৰু আদিম পন্থীৰ ঘাইকৈ) প্ৰচলন আছে। গীত-মাত, নৃত্য-বাদ্যৰ বিশেষত্ব আৰু অভিনৱত্ব মন কৰিবলগীয়া। ৰাভা সকলৰ কাঢ়া বা নলবাদ্যৰ বিষয়ে অলপতে শ্ৰীৰাজেন পামে এখন পুথিৰে আমাৰ দৃষ্টি আকৰ্ষণ কৰিছে। এই পুথিত শিল্পীবৰ বিষ্ণুপ্ৰসাদ ৰাভাই ৰাভা কৃষ্টিৰ এটি মনোৰম ছবি আঁকিছে (কাঢ়া নলৰ মোঁসৰা সুৰ—ৰাজেন পাম, ছোট মাটিয়া, গোৱালপাৰা, অসম, ১৩৬৮)। নেফাৰ জনজাতীয় জীৱনৰ বহুত কথা পাহাৰ-ভৈয়ামৰ অন্যান্য জনজাতিৰ লগত মিলি যায়।

জনজাতীয় জীৱনত আটাইতকৈ ভাল লগা বিষয় প্ৰকৃতিৰ সন্তানৰূপে প্ৰকৃতিৰ নিচেই ওচৰ চাপি বাস কৰা।

জনজাতীয় বিবাহ বহুক্ষেত্রত অর্থনৈতিক তথা সামাজিক আৱশ্যকতাপূর্ণ; প্রেম-পৰিণয়ৰ স্থান জনজাতীয় জীৱনত অসামান্য।[৫] প্রেম-প্রণয়ৰ ফল হয় বিয়া নহয় অকালমৃত্যু।

আগ্রহশীল শিক্ষার্থী তথা পাঠক-পাঠিকাই জনজাতীয় জীৱনৰ আৰু ভালেমান বৈশিষ্ট্য এই পুথিত নিশ্চয়কৈ পাব।

## জনজাতীয় চর্চা : অতীত আৰু বৰ্তমান

অসমত পূৰণি কালৰে পৰা জনজাতীয় সম্বন্ধ আৰু সেই বিষয়ক বুৰঞ্জীমূলক তথা ৰাজনৈতিক-কূটনৈতিক চর্চা হৈ আহিছে।

আহোম ৰাজত্বত লিখা বিবিধ বুৰঞ্জীত অসমৰ জনজাতিবোৰৰ বিশেষকৈ কছাৰী, জয়ন্তীয়া, মণিপুৰী, ত্রিপুৰী সকলৰ লগত হোৱা বিভিন্ন সম্বন্ধৰ সুন্দৰ বর্ণনা পোৱা যায়।

ৰজনীকান্ত বৰদলৈৰ 'মিৰি-জীয়ৰী' উপন্যাসত থকা মিৰি ( মিছিং ) সমাজৰ বর্ণনা, বেজবৰুৱাৰ পদুম কুঁৱৰীত থকা ভুটীয়া কোৰ্মা-কুৰ্মীৰ সৰল-সহজ চিত্র, জয়মতী কুঁৱৰীৰ ডালিমী চৰিত্র, গোহাঞিবৰুৱাৰ জিন্ত, কমলানন্দ ভট্টাচাৰ্য্যৰ নগাকোঁৱৰ, সুৰেশ গোস্বামীৰ ৰণুমী, কৈলাশ শৰ্মাৰ 'বিদ্রোহী নগাৰ মাজত' আৰু বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যৰ 'ইয়াৰুইঙ্গম' আদিক সাহিত্যমূলক জনজাতীয় চিত্রাঙ্কণ বুলিব পাৰি।

পূৰণি অৰুণোদয়, আসাম বান্ধৱ, চেতনা, প্রভাতী, জয়ন্তী, বাঁহী, আৰু এতিয়াৰ আৱাহন, ৰামধেনু আদি আলোচনীত, নতুন অসমীয়া আৰু অসম-বাণী আদি বাতৰি কাকতত জনজাতীয় চর্চা ক্রমে বৃদ্ধি হৈছে।

দ্বাৰিকানাথ দাসৰ অঁকা আৰু ডফলাৰ সচিত্র বর্ণনা 'আৱাহন'ত পঢ়িছিলোঁ আৰু পঢ়ি মুগ্ধ হৈছিলোঁ। গঙ্গাধৰ ৰায়বৰুৱাৰ 'আবৰ শিক্ষক' পঢ়িও শ্রদ্ধাত মূৰ দোঁ খাইছিল। বিদেশী পণ্ডিতৰ বাহিৰেও বৰ্তমানে গুৱাহাটী বিশ্ববিদ্যালয়ৰ নৃতত্ত্ব বিভাগে, নেফাৰ কর্তৃপক্ষই জনজাতীয় চর্চা চলাই আছে।

জনজাতীয় ভাষা সাহিত্য, লোকগীত, সাধু আদিৰ বিষয়েও অসম সাহিত্য সভা, গুৱাহাটী বিশ্ববিদ্যালয় আৰু অন্যান্য সুধী তথা অনুষ্ঠান যত্নপৰ হৈছে।

(৫) Bhattacharya, P. C. : Boro Folksongs on Love : Indian Folklore, 1958.




## আমাৰ কৃতজ্ঞতা

'অসমৰ জনজাতি' পুথিখন সম্পাদনৰ গুৰুভাৰ ১৯৬০ চনতে অসম সাহিত্য সভাৰ কাৰ্য্য নির্বাহক সমিতিয়ে মোক দিছিল : তেতিয়াৰ সভাপতি শ্রীঅতুলচন্দ্র হাজৰিকা আৰু প্রধান সম্পাদক শ্রীযতীন্দ্রনাথ গোস্বামীক পদেন সদস্যৰূপে ৰাখি শ্রী ( সকল ) ফণীধৰ শৰ্মা, মাধৱচন্দ্র গোস্বামী, লীলা গগৈ আৰু মোক ( সম্পাদক ) লৈ ( সদস্য সংখ্যা বৃদ্ধিৰ ক্ষমতা দি ) এখন সম্পাদনা সমিতিয়ো পাতি দিয়ে। প্রধান সম্পাদক শ্রীগোস্বামী আৰু পত্রিকা সম্পাদক ডক্টৰ শ্রীসত্যেন্দ্রনাথ শৰ্মাই দিয়া প্রাথমিক আঁচনি-আভাস, জনজাতিৰ নাম আৰু লেখকৰ তালিকা অনুযায়ী মোৰ ব্যক্তিগত ব্যস্ততাভৰা কর্মসূচীৰ ফাঁকে ফাঁকে এই প্রচেষ্টাত তাকৰীয়াকৈ হলেও আংশিক সেৱা কৰিবলৈ লৈছিলোঁ। ইতিমধ্যে সভাপতি শ্রীত্রৈলোক্যনাথ গোস্বামী আৰু প্রধান সম্পাদক ডক্টৰ শ্রীমহেশ্বৰ নেওগৰ প্রযত্নত এই পুথিখন পৰিবৰ্দ্ধিত ৰূপত প্রকাশ কৰিবলৈকে সম্ভৱ হৈ উঠিছে। এই প্রচেষ্টাত প্রধান সম্পাদক নেওগৰ পৰিশ্রম আৰু পূর্ণাঙ্গ সহযোগ মোৰ কাৰণে স্মৰণীয় আনন্দ হৈ ৰব। সম্পাদন সমিতিৰ সদস্যসকলৰ সহযোগত পাঁচোটা বৈঠক পাতি 'অসমৰ জনজাতি' আৰু 'অসমৰ জনজাতীয় সাধু' পুথি দুখনৰ মূল বিষয় আৰু উদ্দেশ্যত সৰ্বসম্মত সিদ্ধান্ত লোৱা হৈছে। সম্পাদনা সমিতিত অন্তর্ভূক্ত সদস্যৰূপে আন কেবাজনো সুধীয়ে আমাক দিহা-পৰামর্শ আৰু সাহায্য অকুণ্ঠচিত্তে দিছে : ডক্টৰ শ্রীভুবনমোহন দাস, ডক্টৰ শ্রীপ্রফুল্লদত্ত গোস্বামী, শ্রীনৰেন্দ্রনাথ শৰ্মা, শ্রীবিশ্বনাৰায়ণ শাস্ত্রী, শ্রীঅতুলচন্দ্র হাজাৰিকাই প্রবন্ধবোৰৰ বিষয়বস্তু আৰু ক্রম-নিৰূপণত আমাক সহায় কৰিছে। 'অসমৰ জনজাতি' পুথিৰ সম্পাদকৰূপে মই আটাইকেইগৰাকীৰ ওচৰত কৃতজ্ঞতা প্রকাশ কৰিছোঁ।

পুথিখনৰ কাৰণে প্রবন্ধ লিখি দিয়া বন্ধু-বান্ধৱীসকলক নতুনকৈ মই শলাগ নজনাওঁ : এই প্রবন্ধবোৰ যিদৰে তেওঁলোকৰ নিজস্ব মনীষা-সৃষ্টি, এই সংকলিত, সম্পাদিত পুথিখনো তেওঁলোকৰ সমূহীয়া সহযোগৰ নিদর্শন। পুথিত সন্নিবিষ্ট প্রবন্ধবোৰৰ ভিতৰত কণ্যাক নগা, ডফলা আৰু আবৰৰ গ্রীষ্ম উৎসৱ : চলোং 'নতুন অসমীয়া'ৰ প্রকাশিত ৰূপৰ পৰাই সংকলন-সম্পাদন আৰু আৱশ্যকীয় সালসলনি কৰি গ্রহণ কৰা হৈছে। টাংখুল নগা প্রবন্ধটি লেখকৰ জৰিয়তে আকাশবাণী : গুৱাহাটী কর্তৃপক্ষৰ পৰা পাইছোঁ। নগাভূমি আৰু নেফাৰ জনজাতিবোৰৰ বিষয়ে বহু চেষ্টা কৰিও প্রবন্ধ নোপোৱাত ডক্টৰ নেওগে

অনুগ্ৰহ কৰি মোৰ বিশেষ অনুৰোধত প্ৰবন্ধ কেইটা লিখি উলিয়াইছে। মই নিজে মাথোন খালি ঠাই পূৰণ কৰাৰ ভূমিকাহে লব পাৰিছোঁ। ছবিবোৰ লেখক-লেখিকাৰ উপৰিও অসম চৰকাৰৰ প্ৰচাৰ বিভাগ আৰু নেফা কৰ্তৃপক্ষৰ পৰা প্ৰধান সম্পাদক নেওগদেৱৰ জৰিয়তে পাইছোঁ। এইবোৰ অনুষ্ঠান, কৰ্তৃপক্ষলৈ অসম সাহিত্য সভাৰ হৈ ধন্যবাদ জনালোঁ।

মোৰ এই সংকলন, সম্পাদন আদি কামত কেবাজনো বন্ধু-বান্ধৱ আৰু ছাত্ৰৰপৰা সহায় লব-লগীয়া হৈছোঁ: বিশেষকৈ শ্ৰী ( সকল ) তৰুণচন্দ্ৰ ভঁৰালী, সৰ্বেশ্বৰ টেৰণ আৰু শ্ৰীভগৱানচন্দ্ৰ গোস্বামী এম. এ. মোক সম্পাদনৰ ভিন ভিন কামত সহায় কৰিছে। প্ৰবন্ধবোৰৰ অনুলিপিকৰণ, জনজাতীয় বিষয় সংকেত আদি কামত শ্ৰী( সকল ) নলিনী চক্ৰবৰ্তী, তৰুণ থাথ্‌লাৰী প্ৰমুখ্যে কেবাজনো ছাত্ৰ-বন্ধুৰ সাহায্য লাভ কৰিছোঁ।

আমাৰ একান্ত যত্ন সত্বেও ঠায়ে ঠায়ে কিছু ভুল ৰৈ গৈছে। বিশেষকৈ, ৩৭ পৃষ্ঠাত প্ৰবন্ধ-লেখকৰ নাম হ'ব লাগিছিল শ্ৰীধীৰেন্দ্ৰনাৰায়ণ মজুমদাৰ, ১৮৫ পৃষ্ঠাৰ ২২ শাৰীত 'মঙ্গল' শব্দটো হ'ব লাগে 'অমঙ্গল'। এনেবোৰ ত্ৰুটীৰ বাবে ক্ষমা বিচাৰিলোঁ।

নৰগিৰি, চানমাৰী
গুৱাহাটী ২৮।৮।৬২

শ্ৰীপ্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য

# প্ৰধান সম্পাদকৰ এষাৰ

## ( দ্বিতীয় প্ৰকাশৰ সন্দৰ্ভত )

অসম সাহিত্য সভাই প্ৰকাশ কৰা আৰু বিশিষ্ট লোক-সংস্কৃতিৰ গৱেষক ডঃ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যই সম্পাদনা কৰা 'অসমৰ জনজাতি' গ্ৰন্থখনে ইতিমধ্যে অসম, উত্তৰ-পুব সীমান্ত অঞ্চল তথা নগাভূমিৰ জনজাতিসমূহৰ জীৱনধাৰা সম্পৰ্কে জ্ঞানান্বেষী সকলৰ গৱেষণাৰ থল প্ৰশস্ত কৰিছে বুলি স্বীকাৰ কৰিব লাগিব। ইতিমধ্যে গ্ৰন্থখন বজাৰত পাবলৈ নাইকীয়া হোৱা হেতুকে বিভিন্ন অঞ্চলৰ বিভিন্ন জনে সভালৈ প্ৰকাশৰ তাগিদা দিয়াৰ উপৰিও বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীসকলে বিদ্যায়তনিক সমস্যাৰ সন্মুখীন হোৱা হেতুকে গ্ৰন্থখনৰ পুনৰ প্ৰকাশৰ অতি প্ৰয়োজন বুলি অনুভৱ কৰি সভাৰ ১৯৯০-৯১ বৰ্ষৰ 'প্ৰকাশন উপ-সমিতি'য়ে বাৰে বাৰে বিষয়টি উত্থাপন কৰিছিল যদিও সভাৰ আৰ্থিক অনাটনে এই কাম কৰাত অন্তৰায় ৰূপে দেখা দিয়ে।

১৯৯১ বৰ্ষৰ ৪ জানুৱাৰী তাৰিখে সভাৰ গুৱাহাটী কাৰ্যালয়, ভগৱতীপ্ৰসাদ বৰুৱা ভৱনত অনুষ্ঠিত হৈ যোৱা 'প্ৰকাশন উপ-সমিতিৰ' পৰামৰ্শ ক্ৰমে আৰু ২৭ জানুৱাৰী তাৰিখে অনুষ্ঠিত হৈ যোৱা কাৰ্যনিৰ্বাহক সমিতিৰ চতুৰ্থ পূৰ্ণাংগ অধিবেশনত গৃহীত সিদ্ধান্ত মৰ্মে বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীসকলৰ লগতে গৱেষক-সকলৰ বিদ্যায়তনিক সমস্যাৰ উপশমাৰ্থে উক্ত গ্ৰন্থখন সভাৰ চৰ্ত সাপেক্ষে গুৱাহাটীৰ 'লয়াৰ্ছ বুক ষ্টল'ৰ দ্বাৰা ছপোৱাৰ বাবে সিদ্ধান্ত লোৱা হয়। এই ক্ষেত্ৰত সহযোগ আগবঢ়োৱা গুৱাহাটীৰ এল. বি. এছ. পাব্লিকেচনৰ স্বত্বাধিকাৰী শ্ৰীযুত খগেন্দ্ৰ নাৰায়ণ দত্ত বৰুৱাৰ শলাগ নললে নহ'ব।

গ্ৰন্থখন পূৰ্বৰ ৰূপত প্ৰকাশ আৰু সভাৰ সিদ্ধান্তৰ পৰিপ্ৰেক্ষিতত ইয়াৰ লগত গ্ৰন্থৰ সম্পাদক ডঃ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য দেৱৰ 'নিবেদন' এখন সংলগ্ন কৰা হ'ল। সভাই আশা কৰে তেওঁৰ নিবেদনে গ্ৰন্থখনৰ তথ্যাদিৰ ক্ষেত্ৰত হব পৰা প্ৰশ্ন আদিৰ সমিধান দিব।

সভাৰ একনিষ্ঠ সেৱক শ্ৰীপ্ৰকাশ গোস্বামীয়ে গ্ৰন্থখনৰ বৰ্ণাশুদ্ধি আদি চাই দিয়াৰ বাবে তেওঁৰ প্ৰতি শলাগ জ্ঞাপন কৰিলোঁ।

আশাকৰোঁ গ্ৰন্থখনে অসমৰ পঢ়ুৱৈ ৰাইজৰ আদৰ পোৱাৰ উপৰিও এটি বহুদিনীয়া অভাৱ পূৰণ কৰিব।

॥ চিৰ চেনেহী মোৰ ভাষা জননী ॥

২ মাৰ্চ, ১৯৯১
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-১

শ্ৰীসতীশচন্দ্ৰ চৌধুৰী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# সম্পাদকৰ ক'বলগীয়া

"অসমৰ জনজাতি" নামৰ পুথিখনৰ প্ৰথম সংস্কৰণ ১৯৬২ ইং চনতে অসম সাহিত্য সভাৰ হৈ মোৰ সম্পাদনাত তৎকালীন প্ৰধান সম্পাদক ডক্টৰ শ্ৰীমহেশ্বৰ নেওগৰ দ্বাৰা যথেষ্ট পৰিশ্ৰম আৰু সীমাবদ্ধতাৰ পটভূমিত প্ৰকাশ কৰা হৈছিল। সৰ্বসাধাৰণ ৰাইজ আৰু ছাত্ৰ-ছাত্ৰীসকলৰ বৰ্ধিত আগ্ৰহ তথা প্ৰয়োজনৰ ফলস্বৰূপে পুথিখন কম সময়তে বিক্ৰী হৈ যায়। যোৱা দুই দশকৰো অধিক কাল পুথিখন অপ্ৰকাশিত হৈ থকাত অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ নিৰ্দেশ অনুসৰি অধ্যাপক ( ডক্টৰ ) শ্ৰীলীলা গগৈ প্ৰধান সম্পাদক থাকোঁতে ১৯৭৮ খৃষ্টাব্দত মই পুথিখনৰ দ্বিতীয় সংস্কৰণ সংশোধিত ৰূপত অধ্যাপক শ্ৰীযোগেশ দাসৰ জৰিয়তে দাখিল কৰিছিলোঁ। ইতিমধ্যে অসমৰ ভৌগোলিক মানচিত্ৰত বহুতো ৰাজনৈতিক পৰিবৰ্তন ঘটিবলৈ ধৰে। অবিভক্ত অসম ৰাজ্যৰ পৰা খণ্ডিত হৈ অসম, নগাভূমি, মণিপুৰ, অৰুণাচল, মেঘালয়, মিজোৰাম ৰাজ্যৰ সৃষ্টি হ'ল। এনে পটভূমিত ভৌগোলিক ৰাজনৈতিক পৰিবৰ্তনৰ উপৰিও স্বকীয়া জাতিসত্তা তথা জনজাতি ( জনগোষ্ঠী ) সংক্ৰান্ত ধ্যান-ধাৰণা, চিন্তা-চৰ্চা আদিৰ ক্ষেত্ৰতো বিবিধ পৰিবৰ্তন ঘটিব ধৰিছে। মণিপুৰীসকলৰ প্ৰতিনিধিয়ে এই পুথিত সন্নিবিষ্ট 'মণিপুৰী' ( শ্ৰীমানবেন্দ্ৰনাথ ফুকন ৰচিত ) প্ৰবন্ধটি প্ৰত্যাহাৰৰ দাবী উত্থাপন কৰিছিল। অন্যান্য জনজাতিৰ সংজ্ঞা তথা বৰ্ণনাবো কিছুমান সংশোধনৰ আৱশ্যকতা অনুভৱ কৰিছিলোঁ। সম্পাদক ৰূপে মই নতুন প্ৰবন্ধ আহৰণ আৰু সংশোধনৰ কাৰণে সংশ্লিষ্ট লেখক-লেখিকাসকললৈ চিঠি-পত্ৰ লিখিছিলোঁ। ( সৰ্বশ্ৰী ) ৰাজেন ৰাভা, জগৎমোহন সিংহ, যজ্ঞোৰাম গগৈ, য়েছে দৰজে থংছি, অৰুণকুমাৰ খেৰীয়া, প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যৰ পৰা ক্ৰমে ৰাভা, বিষ্ণুপ্ৰিয়া, কাৰ্বি, ছেৰদুকপেন, চাহ বাগিচাৰ জনজাতি, বড়ো সম্পৰ্কীয় নতুন প্ৰবন্ধ তথা ওপৰঞ্চি তথ্য-সম্বল আহৰণ কৰি দ্বিতীয় সংশোধিত সংস্কৰণত ঠাই দিয়া হৈছিল। ইতিমধ্যে অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক ডঃ শ্ৰীনগেন শাইকীয়াৰ যত্নত সংশোধিত দ্বিতীয় সংস্কৰণ প্ৰকাশৰ বিচাৰ-বিবেচনা চলি আছিল। যিহেতুকে অসম তথা

উত্তৰ-পূব ভাৰতত জনজাতি-জনগোষ্ঠী সম্বন্ধীয় নতুন তথ্য-সম্পদ ওলাই আছে আৰু কেবাটাও অনুষ্ঠান-প্ৰতিষ্ঠান, বিশ্ববিদ্যালয় আদিৰ জৰিয়তে ক্ষেত্ৰ-অধ্যয়ন, গবেষণা-চৰ্চা আদি হৈ আছে, সেয়েহে অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে বিশেষ বিচাৰ-বিবেচনাৰে সংশোধিত দ্বিতীয় সংস্কৰণ প্ৰকাশৰ সিদ্ধান্ত নকৰি—প্ৰথম সংস্কৰণৰে ( ১৯৬২ ইং ) পুনৰ মুদ্ৰণৰ বাবে সিদ্ধান্ত গ্ৰহণ কৰে। এই সিদ্ধান্তৰ গ্ৰহণ কৰে। এই সিদ্ধান্তৰ বিষয়ে বৰ্তমান প্ৰধান সম্পাদক শ্ৰীসতীশচন্দ্ৰ চৌধুৰীয়ে মোক জনোৱাত—মই সম্পাদকৰূপে পাঠক সমাজ আৰু সকলো জনজাতিৰ লোকক বিশেষভাবে অনুৰোধ জনাইছোঁ যাতে এই পুথিখনৰ প্ৰথম সংস্কৰণৰ পটভূমি আৰু বিদ্যায়তনিক মূল্যায়নৰ প্ৰতি সকলোৱে দৃষ্টি ৰাখে। যোৱা প্ৰায় ডেৰ কুৰি বছৰত ঘটা বিবিধ পৰিবৰ্তন তথা নতুন তথ্য-সম্ভল আদিৰ সন্নিবেশ কৰাটো পৰৱৰ্তী আঁচনি সাপেক্ষ, কষ্টসাধ্য আৰু ব্যয় সংকুল প্ৰচেষ্টা হব বুলিয়ে আমাৰ বিশ্বাস। প্ৰয়াত প্ৰবন্ধ লেখক সকললৈ অসম সাহিত্য সভাৰ হৈ মই সম্পাদকৰূপে আন্তৰিক শ্ৰদ্ধাঞ্জলি জনাইছোঁ। এইবাৰৰ পুনৰ মুদ্ৰণত বৈ যোৱা আঁসোৱাহ তথা ভুল-ভ্ৰান্তিৰ বাবে ক্ষমা বিচাৰিছোঁ।

ইং ২৮।৩।৯১

—প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য
নবগিৰি পথ, চানমাৰী, গুৱাহাটী-৩

# প্ৰধান সম্পাদকৰ নিবেদন

## ( প্ৰথম প্ৰকাশৰ সন্দৰ্ভত )

বৰ্তমান প্ৰকাশখনি আৰু ইয়াৰ লগৰ 'অসমৰ জনজাতীয় সাধু' নামৰ গ্ৰন্থখনিৰ প্ৰকাশ সম্ভৱ হৈছে ভাৰত চৰকাৰৰ বৈজ্ঞানিক গৱেষণা আৰু সাংস্কৃতিক পৰিক্ৰমা মন্ত্ৰণালয়ৰপৰা পোৱা এটি অনুদানৰপৰা। অসমৰ বিভিন্ন অঞ্চলৰ মাজত সাংস্কৃতিক আৰু ভাষাগত সম্পৰ্ক উন্নয়নৰ মহৎ উদ্দেশ্য চকুৰ আগত ৰাখি মন্ত্ৰণালয়ে অসমৰ জনজাতি আৰু অসমৰ জনজাতীয় সাধুৰ দুখনি পুথিৰ সঙ্কলন, সম্পাদন আৰু প্ৰকাশনৰ উদ্দেশ্যে ২৪,০০০.০০ টকাৰ এখনি আঁচনি মঞ্জুৰ কৰে। এই আঁচনিৰ প্ৰয়োজনীয় অৰ্থৰ ভিতৰত ৯,০০০.০০ টকা ভাৰত চৰকাৰে দিবলৈ গাত লয়, আৰু সভাক তাৰ সমপৰিমাণৰ অৰ্থ ব্যৱহাৰ কৰিবলৈ আৰু পৰিপূৰক অনুদানৰ বাবে অসম চৰকাৰক ধৰিবলৈ পৰামৰ্শ দিয়ে। কিন্তু নানা যত্ন কৰিও অসম চৰকাৰৰপৰা এই আঁচনিৰ বাবে কোনো দান-অনুদান পোৱা নগল। ইয়াৰ ফলত সভাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে পূৰ্বৰ আঁচনিখনি সঙ্কুচিত কৰিবলৈ বাধ্য হ'ল। আমি ভাৰত চৰকাৰৰ বৈজ্ঞানিক গৱেষণা আৰু সাংস্কৃতিক পৰিক্ৰমা মন্ত্ৰণালয়ৰ ওচৰত আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিলো।

এই গ্ৰন্থখনিত অসম, উত্তৰ-পূব-সীমান্ত অঞ্চল আৰু নগাভূমিৰ জনজাতি সমূহৰ বৰ্ণ সৌৰভময় জীৱনৰ এটি থূলমূল আভাস দিবৰ কাৰণে যত্ন কৰা হৈছে। নতুন শাসনতান্ত্ৰিক ব্যৱস্থাত সিদিনা নগাভূমি এখন স্বকীয়া ৰাজ্যত পৰিণত হ'ল, আনফালে উত্তৰ-পূব-সীমান্ত অঞ্চলক অসমৰ অঙ্গ বুলি স্বীকৃতি দি সংবিধানত অসম আৰু সীমান্তৰ একীকৰণৰ ব্যৱস্থা ৰখা হৈছে যদিও, সেই ব্যৱস্থামতে এতিয়ালৈকে কাম হোৱা নাই। এইবিলাক ৰাজনৈতিক জগতৰ আহুকলীয়া কথা। কিন্তু সাংস্কৃতিক দৃষ্টিকোণৰপৰা চালে আমি—অসম, সীমান্ত আৰু নগাভূমি সদায় ভৌগোলিক একগোট যুগ-যুগান্তৰ চলি আহিছো। এই সাংস্কৃতিক মিলৰ ফালে লক্ষ্য কৰিয়ে আমাৰ এই পুথিত তিনিওটা অঞ্চলৰ জনজাতিসকলৰ পৰিচয় সামৰা হৈছে। এই সমস্ত বিষয়টো অতি গুৰুত্বপূৰ্ণ। সেই গুৰুত্ব অনুসাৰে যেনে সুপৰিকল্পিত পদ্ধতিত কামটো হ'ব লাগে, তাৰ বাবে

সম্ভৱতঃ আমাৰ উপযুক্ত শক্তিৰ অভাৱ। তদুপৰি যিসকলৰপৰা সহযোগিতা আশা কৰি আমি এই আঁচনি হাতত লৈছিলো, তেওঁলোকৰপৰাও মুৰকত বিমুখ হ'ব লগা হোৱাত পুথিখনিত দুটা অসুবিধাই দেখা দিয়ে—সম্পাদকে বর্ণানুক্রমিক-ভাৱে জনজাতিৰ নামবোৰ সজাই পুথিখনি ছপোৱাৰ যি দিহা কৰিছিল, সেইমতে কাম নহ'ল; দ্বিতীয়তে বিভিন্ন জনজাতিৰ বিষয়ে আলোচনাৰ নিৰ্দিষ্ট ছেদ আৰু পৰিমাণ ৰক্ষাতো শেষ পর্যন্ত স্থিৰতা ৰাখিব পৰা নগ'ল। এইখিনি আহুকাল সত্বেও পুথিখনি ৰাইজৰ আৰু পণ্ডিতসকলৰো আদৰণীয় হ'ব বুলি আমি আশা কৰিছো। এই সুকৃতিৰ বাবে সম্পাদক অধ্যাপক শ্ৰীভট্টাচাৰ্য্য আৰু বিভিন্ন লেখকসকলক ওলগ জনাইছো।

এই পুথিত সন্নিৱিষ্ট চিত্ৰসমূহ বিভিন্ন লেখকৰ উপৰিও অসম চৰকাৰৰ প্ৰচাৰ বিভাগ আদিৰপৰা পোৱা গৈছে। টাংছা, মিঞং, ইদু আৰু মন্‌পা গাভৰুৰ আলোকচিত্ৰ কেইখনি উত্তৰ-পূব-সীমান্ত অঞ্চলৰ উপদেষ্টা কাৰ্য্যালয়ৰ সাংস্কৃতিক গৱেষণা বিভাগৰ সৌজন্যত পোৱা হৈছে। এই সকলোকে ধন্যবাদ জনালো।

প্ৰধান সম্পাদকৰ কাৰ্য্যালয়
উত্তৰ শৰণীয়া, গুৱাহাটী

**মহেশ্বৰ নেওগ**
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# অসমৰ জনজাতি

# অকা

## ডক্টৰ শ্ৰীমতী উষা ডেকা মহাপাত্ৰ

দৰং জিলাৰ বালিপাৰা অঞ্চলৰ উত্তৰে হিমালয় পৰ্বতশ্ৰেণীৰ কিছু ঠালঠেঙুলি বিস্তৃত হৈ আছে। এই পৰ্বতমালাৰ দক্ষিণফালৰ পাহাৰৰ মাজতেই অকাসকলৰ বাস। এই জনজাতিসকলৰ অকা নামটো কিন্তু তেওঁলোকে নিজে দিয়া নহয়; অকা বা আঁকা নামটো ভৈয়ামৰ মানুহেই ব্যৱহাৰ কৰে। অকা বা অঙ্কা নাম দিয়াৰ কাৰণ হ'ল যে তেওঁলোকে মুখত নানাৰকমৰ চিহ্ন অঙ্কিত কৰে। তিব্বতৰ মানুহে অকাসকলক কা-নগ ( Ka-nog ) বুলি কয়। কা-নগ নাম দিয়াৰ কাৰণ হ'ল যে অকাবিলাকে সৰল গছৰ তেল আৰু কাঠকয়লা মিহলাই এবিধ কলাবৰণৰ দ্ৰব্যেৰে মুখত ৰং লগায়। অকাবিলাকে নিজক হ ছো বুলি কয়। অকাভাষাত হ ছো শব্দৰ অৰ্থ হ'ল মানুহ।

### বৰ্তমান বসতি আৰু পুৰণি আখ্যান

ভাৰতবৰ্ষৰ উত্তৰ-পূৰ্ব সীমান্ত অঞ্চলৰ জিলাবিলাকৰ ভিতৰত সকলোতকৈ পশ্চিমে অৱস্থিত হ'ল কামেং সীমান্ত অঞ্চল। এই জিলাৰ নামটো হৈছে ইয়াৰ মাজেদি বৈ যোৱা ভৰলী নৈখনৰ নামৰপৰা। ভৰলী নৈক এই জিলাৰ অধিবাসীসকলে কামেং বুলি কয়। এই কামেং জিলাৰ দক্ষিণ অঞ্চলত বুঢ়াগাওঁ জামিৰী অঞ্চলত অকাসকলৰ বাস। এই ঠাইবিলাক হ'ল পাৰ্বত্যভুমি। পৰ্বতবিলাকৰ উচ্চতা ৫০০০ ফুটৰপৰা ৬০০০ ফুট পৰ্য্যন্ত। এওঁলোকৰ উত্তৰে মিজি, পূবে ডফলা, পশ্চিমে ছেৰতুকপেন আৰু মনপা জনজাতিসকলৰ বাস; দক্ষিণে হিমালয়ৰ নামনি অঞ্চল।

পৌৰাণিক উপাখ্যান মতে, এওঁলোকে বৰ্তমান বাসস্থানৰ পূবফালে অৱস্থিত

উপত্যকাৰপৰা আহি এইখিনি পাইছে। অকা ৰজাসকলৰ লগত আহোম ৰাজবংশৰ তেজৰ সম্বন্ধ থকা বুলি অকাসকলে কয়।

অকাসকলৰ ভাষা তিব্বত-বৰ্মী বংশৰ অন্তৰ্গত। অকাসকলৰ ভাষাৰ লগত আবৰ বা ডফলা ভাষাৰ মিল দেখা নাযায়। মিজি ভাষাৰ লগত অকাসকলৰ ভাষাৰ সাদৃশ্য মন কৰিব লগীয়া। তদুপৰি পাটকাই অঞ্চলৰ অধিবাসী আৰু ব্ৰহ্মদেশৰ ছান (খান) উপত্যকা অঞ্চলৰ অধিবাসীসকলৰ ভাষাৰ লগত এই ভাষাৰ সাদৃশ্য আছে।

## সাজপাৰ

এওঁলোকৰ ভিতৰত মতা আৰু মাইকীৰ সাজপাৰৰ পাৰ্থক্য বেছি নাই। ভৈয়ামৰ অসমীয়া সমাজৰ মাইকী মানুহৰ মেখেলাৰ নিচিনা সাজ এওঁলোকৰ তিৰোতাই নিপিন্ধে। শৰীৰৰ নিম্নাৰ্দ্ধত মাইকী আৰু মতামানুহে দীঘল পায়জামা বা ঠেঙা পিন্ধে। এই ঠেঙাবোৰ সাধাৰণতে এড়ি কাপোৰৰপৰা কৰি লোৱা হয়। এড়িশিল্প অকাসকলৰ মাজত নাই। এওঁলোকে উপত্যকা অঞ্চলৰ মানুহৰ পৰা এড়ি কাপোৰ কিনি লয়। শৰীৰৰ উৰ্দ্ধাৰ্দ্ধত মতাসকলে দুই ধৰণৰ কাপোৰ পিন্ধে। কেতিয়াবা কেতিয়াবা তেওঁলোকে ৰোমানসকলৰ টোগাৰ নিচিনা কাপোৰ এখন গাত মেৰিয়াই লয়। এখন ডাঙৰ এড়ি কাপোৰ চাৰি ভাঁজ কৰি দুই কান্ধৰ ওপৰত দুটা গাঁথি মাৰি থৈ দিয়ে। কেতিয়াবা কেতিয়াবা আকৌ এটা সৰু চোলা (ইংৰাজসকলে জেকেট বুলিলে যি ধৰণৰ চোলা বুজায়) পিন্ধে। এই চোলাবোৰৰ হাত কেতিয়াবা থাকে, কেতিয়াবা নাথাকে—সন্মুখৰ ফালটো খোলা। তিৰোতাসকলৰ ক্ষেত্ৰত এই জেকেটৰ দৈৰ্ঘ্য বেছি। মতা মানুহৰ ক্ষেত্ৰত এই চোলাটো প্ৰায়েই কঁকালৰ তললৈ আহে, কিন্তু মাইকী মানুহৰ ক্ষেত্ৰত এই চোলাটোৱেই প্ৰায় ভৰিৰ ওচৰ পায়, আৰু সন্মুখৰ ফালটো খোলা নাথাকে। ফৰাচীবিলাকৰ 'চেমিজ' বুলিলে যি ধৰণৰ সাজ বুজায়, তেনেকুৱাই এই চোলাটো। মাইকীমানুহৰ মাজত গহনা আৰু অলঙ্কাৰৰ প্ৰাচুৰ্য্য চকুত পৰে। মুখত এওঁলোকে কিছুমান ছবি অঁকাই লয়, ইংৰাজীত ইয়াকে টেটুইং বোলে। এই ছবিবোৰৰ প্ৰায় ভাগেই নানাধৰণৰ ৰেখাৰ সমন্বয়। সভ্যসমাজত এনেকুৱা ছবি মানুহে বেজীৰ সহায়েৰে খুচি খুচি কৰে। অকাসকলে গছৰ কাঁইটেৰে খুচি খুচি তাত আন এবিধ গছৰ পাতৰ ৰঙেৰে ৰং দি এই ছবিবোৰ আঁকি লয়। এবাৰ অঁকা ছবি চিৰজীৱনৰ কৰেণে



থাকি যায়। ডিঙিত মতা-মাইকী উভয়ে নানাবিধ শিলৰ মণিৰ মালা পিন্ধে। পুৰণিকালত এওঁলোকে অকল শিলৰ মণিহে পিন্ধিছিল। শিলৰ মণি তিব্বতৰপৰা ভুটীয়াসকলে আনি অকা-মিজি জাতীয় মানুহৰ ওচৰত বেচিছিল। আজি-কালি শিলৰ মণি দুষ্প্ৰাপ্য বুলিয়েই বা কাঁচৰ মণি সস্তা আৰু সহজলভ্য কাৰণেই এওঁলোকৰ মাজত কাচৰ মণিৰ মালাৰ প্ৰচলন যথেষ্ট পৰিমাণে বাঢ়ি আহিছে। হাতত মতাসকলে খাৰু নিপিন্ধে; কিন্তু মাইকীসকলে ভৈয়ামৰ পৰা কিনি লৈ যোৱা গামখাৰু বৰ আদৰ কৰে। মতা-মাইকী দুয়োবো কাণ ফুটোৱা হয়। সৰু কালৰপৰা কাণত কেৰু জাতীয় ৰূপৰ গহনা পিন্ধে। এই কাণৰ বিন্ধাটো সৰুৰেপৰা লাহে লাহে ডাঙৰ কৰি আনে। মতা-মানুহে আজি-কালি কাণৰ গহনা এৰি দিব ধৰিছে। কেতিয়াবা কেতিয়াবা কাণত একাধিক বিন্ধা থাকে আৰু এইবিলাকত আঙঠিৰ নিচিনা গহনা পিন্ধে। গাওঁবুঢ়াৰ ঘৈণীয়েক হলে তেওঁ ডিঙিত টেমিৰ দৰে ৰূপৰ সৰু বাকচ এটি আঁৰি লয়। এই বাকচবোৰ সাধাৰণতে উত্তৰফালৰ তিব্বতীসকলৰ পৰা আনে। ছোৱালী-বোৰে বিয়া নোহোৱালৈকে সৰল গছৰ তেল আৰু কাঠকয়লাৰে মুখত নানাবিধ ছবি অকাই লয়।

## ঘৰ-দুৱাৰ

এই ঠাইৰ পাৰ্বত্য অঞ্চলত বাস কৰা আন আন জনজাতিৰ নিচিনাই অকাবিলাকে পাহাৰৰ গাত ঘৰ সাজে। ডফলাসকলৰ নিচিনা পাহাৰৰ টিঙত ঘৰ নাসাজে। ঘৰবিলাক সাধাৰণতে দীঘল আৰু চাঙৰ ওপৰত সজা। এশৰ পৰা ১৪০ ফুট পৰ্য্যন্ত সাধাৰণতে ঘৰবিলাকৰ দৈৰ্ঘ্য। পাহাৰৰ গাত খুটা পুতি তাত বাঁহৰ চাং সাজি তাৰে ওপৰত ঘৰ সাজে। ঘৰৰ ভেটি তোলাৰ প্ৰয়োজন নহয়। এনেকুৱা ঘৰবিলাকৰ ভিতৰখন কেইবাটাও সৰু সৰু কোঠাত বিভক্ত কৰা হয়। ঘৰখনৰ প্ৰথম ভাগতে খটখটীৰে উঠিয়েই এখন আহল-বহল খোলা বাৰান্দাৰ নিচিনা ঠাই থাকে—ইয়াত বাহিৰৰ অতিথি-অভ্যাগতক সমাদৰ কৰে। সাধাৰণতে অকা বা মিজিৰ বাহিৰে বেলেগ মানুহক এইখিনিতে সোমাবলৈ দিয়ে, ঘৰৰ ভিতৰলৈয়ে যাবকে নিদিয়ে। ভিতৰৰ কোঠাবোৰত কেইবাটাও পৰিয়ালে একেলগে বাস কৰিলেও, একোটা কোঠা একোটা পৰিয়ালে ব্যৱহাৰ কৰে। এজন মানুহৰ একাধিক ঘৈণীয়েক থকা অৱস্থাত একোজনী ঘৈণীয়েকে একোটা কোঠা ব্যৱহাৰ কৰে। ঘৰবিলাকত

বাঁহৰ খুটা আৰু বেৰ দিয়ে। চালৰ কাৰণে টকৌ গছৰ নিচিনা গছ এবিধৰ পাত ব্যৱহাৰ কৰে। এই গছৰ পাত এটাৰ ওপৰত এটাকৈ জাপি দি চাল তৈয়াৰ কৰে। এইবিলাক অঞ্চলত ভাৰত চৰকাৰৰ শাসন-ব্যৱস্থা প্ৰচলিত হোৱাৰ পূৰ্বাৱস্থাত চাৰি পাঁচ ঘৰ মানুহৰ বসতি মিলি একোখন গাঁও হিচাপে জনাজাত হৈছিল। গাঁৱৰ মাজত সুচিহ্নিত ৰাস্তা বা পদূলি নাই। বৰ্তমান অৱস্থাত গাঁও এখনত মানুহৰ বসতি আগতকৈ যথেষ্ট পৰিমাণে বাঢ়ি আহিছে। আগতে খেতিৰ সময়ত তেওঁলোকে খেতিপথাৰত অস্থায়ী ঘৰ সাজি খেতি ৰখাৰ ব্যৱস্থা কৰিবলগীয়া হৈছিল। নহলে বেলেগ গাঁৱৰ মানুহ আহি খেতি-পথাৰৰ ক্ষতি কৰাৰ সম্ভৱনা আছিল। আজি-কালি ভাৰত চৰকাৰৰ শাসন-ব্যৱস্থা থকাৰ ফলত এনেকুৱা ঘৰ সজাৰ প্ৰয়োজন নহয়।

## খাদ্যসামগ্ৰী ঃ খেতি-বাতি

অকাসকলৰ প্ৰধান খাদ্য হ'ল ভাত, মাকৈ আৰু নানাজাতীয় আলু। ভুটীয়াসকলৰ নিচিনা ধান, চাউল তেওঁলোকে ভৈয়ামৰ পৰা আমদানি নকৰে। অকাসকলে ধান, মাকৈ, উৰহী-জাতীয় গছ এবিধ নিজে খেতি কৰে। খেতিৰ সঁজুলি বৰ বেছি নহয়। হালৰ ব্যৱহাৰ নাই। অসমৰ আন আন পাৰ্বত্য জনজাতিৰ দৰে এওঁলোকে ঝুম প্ৰথাৰে খেতি কৰে। ঝুম প্ৰথাৰে খেতি কৰোঁতে প্ৰথম অৱস্থাত হাবিৰ ডাঙৰ ডাঙৰ গছ কাটি সেই ঠাইত জুই লগাই দিয়া হয়। পিচত কোৰেৰে মাটি চহ কৰি শস্য লগাই দিয়ে। এনেকুৱা মাটিত খেতি ভাল নহলেও পাহাৰৰ গাত হাল বোৱাৰ অসুবিধাৰ কাৰণে এইটো উপায়েৰে খেতি চলি আহিছে। অকাসকলে হাবি পৰিষ্কাৰ কৰাৰ পিছত কোৰেৰে মাটি অলপ চহ কৰি, এডাল জোঙেৰে গাঁত কৰি কৰি তাত এটা এটাকৈ শস্যৰ গুটি ছটিয়াই দিয়ে। ধান, মাকৈ, ধঁপাত আৰু নানা ধৰণৰ মাহ উৎপন্ন কৰে। এওঁলোকে নিজে জলকীয়া নাখায়, আজিকালি পাহাৰৰপৰা নামি আহি ভৈয়ামত বেচি দিয়ে। ধানৰপৰা চাউল উলিয়াই ভাত ৰান্ধি খায়, আৰু মাকৈ তিব্বতীসকলৰ নিচিনা গুৰি কৰি সিজাই খায়। পাহাৰৰ নামনি অঞ্চলৰ নেপালী, লেপ্‌চাসকলৰ দৰেই অকাসকলে মাজে মাজে টকৌজাতীয় গছৰ (ছাগু) ভিতৰৰ শাহ উলিয়াই গুৰি কৰি খায়। ধান আৰু এই ছাগুৰ গুৰিয়ে এওঁলোকৰ প্ৰধান শৰ্কৰা-জাতীয় খাদ্য-



দ্ৰব্য। শাক-পাচলিৰ বেছি প্ৰচলন নাই। লাই শাক কিন্তু বেছিকৈয়ে চলে। নানা তহৰৰ আলু হাবিৰপৰা গোটাই আনে আৰু দুই এবিধৰ খেতিও কৰে। কচুৰ খেতিও কৰে। আহাৰৰ কাৰণে জীৱজন্তু হাবিৰ পৰা চিকাৰ কৰি আনে। খেতিৰ সময়ত তেওঁলোকে চিকাৰ কৰাৰ সময় নাপায়। বাকী সময়ত বনৰীয়া গাহৰি, পহু, বনৰৌ (কেমৃটাই পহু) আৰু নানাবিধ চৰাই চিকাৰ কৰে। কাপোৰৰ কাৰণে কপাহৰ খেতি নাই, কাপোৰ-কানি ভৈয়ামৰ মানুহৰপৰা কিনি লয়। ওদাল গছৰ বাকলিৰে ৰচি কৰে।

## পোহনীয়া জন্তু

ঘৰচীয়া জন্তুৰ ভিতৰত মেথোন, গৰু, গাহৰি, ছাগলী, কুকুৰা আৰু পাৰ-চৰাই উল্লেখযোগ্য। গৰুৰ গাখীৰ তেওঁলোকে নাখাইছিল; আগতে গৰু খীৰোৱা প্ৰথাও নাছিল। বৰ্তমান যিবিলাক গাঁও শাসনকেন্দ্ৰৰ ওচৰত, সেই-বিলাক গাঁৱৰ মানুহে গাখীৰ খীৰাই ভৈয়ামৰ মানুহৰ তাত বেচে; নিজে কিন্তু নাখায়। ছাগলী, গাহৰি আদি জন্তুৰ ব্যৱহাৰ প্ৰধানতঃ দেৱ-দেৱীৰ ওচৰত বলি দিয়াৰ বাবেহে; বিয়াত গা-ধন হিচাপে এই দুবিধৰ কিছু পৰিমাণে ব্যৱহাৰ হয়। অতিথি-অভ্যাগত আহিলেহে কেতিয়াবা এইবিলাক জন্তু মাৰি ভোজ দিয়াৰ ব্যৱস্থা আছে। কুকুৰা আৰু পাৰ চৰাই মাৰি মঙহ খায়। কুকুৰাৰ কণী নাখায়। মেথোন পোহনীয়া জন্তু হলেও ঠিক ঘৰচীয়া বুলিব নোৱাৰি। যি মানুহৰ বেছি মেথোন থাকে, তেওঁলোকৰ ধনী বুলি খ্যাতি হয়। মেথোনবিলাক সাধাৰণতে গাঁৱৰ ওচৰত হাবিত মেলি দিয়া থাকে, গৰাকীয়ে মাজে সময়ে গৈ লোণ চেলেকাই আহে। বিয়াৰ সময়ত ছোৱালীৰ পৰিয়ালক ল'ৰাই গা-ধন হিচাবে মেথোন আৰু নানাবিধ মণি দিয়ে। উচ্চ বংশৰ ছোৱালীৰ বাবে ল'ৰাই আৱশ্যক অনুসাৰে মেথোন দিব লাগে। দেৱ-দেৱীৰ আগত মানুহৰ মঙ্গলৰ কাৰণে পূজা-পাতলত মেথোন বলি দিয়াৰ প্ৰথা আছে। তদুপৰি দোষৰ শাস্তি স্বৰূপে মেথোন জৰিমনা দিয়াৰ ব্যৱস্থা দেখা যায়। আমাৰ সভ্য-সমাজত চলি অহা টকা-পইচাৰ লেনদেন তেওঁ-লোকৰ মাজত কম। মেথোনৰ ব্যৱহাৰ বহুত সময়ত আমাৰ সমাজৰ টকা-পইচাৰ নিচিনা। মেথোন গোটেই নেফা অঞ্চলৰ পৰ্বতীয়া জনজাতিৰ মাজত এবিধ প্ৰয়োজনীয় জন্তু। মেথোন চুৰ কৰাৰ কাৰণে আগতে এই অঞ্চলত নানাবিধ কাজিয়াৰ সৃষ্টি হৈছিল।

অকাসকলে হাতী আৰু কুকুৰৰ মঙহ অপবিত্র বুলি ধৰে। ধপাত প্রায় প্রত্যেক বয়সিয়াল অকাই খায়—মতা-মাইকী নির্বিশেষে। কানি খোৱাৰ প্রচলনো আছে; অৱশ্যে ধপাততকৈ কম। তদুপৰি জঙ্ঘলী ভাং খোৱাও দেখা যায়। পৰিশোধিত মদৰ ব্যৱহাৰ নাই, কিন্তু মাকৈৰ পৰা অপৰিশোধিত মদ মতা-মাইকী নির্বিশেষে খায়। এওঁলোকৰ বাবে ই এবিধ খাদ্য বিশেষ। অকাসকলক দুর্দ্ধর্ষ জাতি বুলিব নোৱাৰি যদিও প্রায় দুশবছৰ আগেয়ে এওঁলোক পাহাৰৰপৰা নামি আহি ভৈয়ামৰ মানুহৰ ওপৰত ঠায়ে ঠায়ে অত্যাচাৰ কৰিছিল। আনকি কৰ-কাটল আদায় কৰাৰ দৃষ্টান্তও পোৱা যায়। বর্তমানে এওঁলোকৰ অস্ত্র-শস্ত্রৰ প্রাচুর্য্য দেখা নাযায়। এখন দীঘল তৰোৱাল সদায় প্রত্যেক মতামানুহে লগতে ৰাখে। তৰোৱালৰ খাপটো এডাল বেতৰ সহায়ত কান্ধত আঁৰি থোৱা হয়। এই তৰোৱাল এওঁলোকে নিজেই সাজে, কিন্তু লোহা ভৈয়ামৰ পৰা কিনি লয়। সাঁচত ঢালি লোৰ বস্তু কৰাৰ পদ্ধতি নচলে, কোবাই কোবাইহে তৰোৱাল গঢ়ে। হাবিত ভাওৰ ভাওৰ জন্তু মাৰিবৰ সময়ত কার্ফাই ধেনু আৰু বিহা লগা তীৰ ব্যৱহাৰ কৰে। যুদ্ধ বিদ্রোহৰ সময়ত তেওঁলোকে আক্রমণৰ প্রতিশোধৰ কাৰণে মাটিত জোঙা বাঁহৰ খুটি পুতি গছৰ পাতেৰে ঢাকি থৈছিল। এনেকুৱা অৱস্থাত বিপক্ষৰ অগ্রগতি ৰহিত হয়।

## বিয়া-বাৰু

সাধাৰণতে অকাসকলে অকল তেওঁলোকৰ জনজাতিৰ মাজতহে বিয়া কৰায়। কিন্তু বিশেষ ক্ষেত্রত তেওঁলোকে ওচৰৰ মিজিসকলৰ লগত বিয়া কৰোৱা দেখা গৈছে। মিজিসকলৰ লগত বিয়া কৰালে কোনো নীতিবিগর্হিত কাম বুলি ধৰা নহয়। ডাওৰ ল'ৰা-ছোৱালীয়ে নিজে পছন্দমতে নিজৰ গোত্রৰ বাহিৰৰপৰা বিয়া কৰায়। অৱশ্যে বিয়াৰ কথা-বতৰা সাধাৰণতে পৰিয়ালৰ মুখ্য মানুহৰ মাজতে হয়। সমজুৱাৰ উপস্থিতিও বাঞ্ছনীয়। বিয়াৰ সময়ত ল'ৰাই ছোৱালীৰ পৰিয়ালক মেথোন, গাহৰি, গৰু, এড়ি কাপোৰ আৰু শিলৰ মণি দিব লাগে। বিয়াৰ সময়ত ছোৱালীৰ পৰিয়ালে ভোজ দিয়ে আৰু ছোৱালী তাৰ পাচত ল'ৰাৰ গাৱঁত থাকে। নতুন পৰিয়ালৰ কাৰণে গাৱঁৰ মানুহৰ সহায়ত আজিকালি নতুন ঘৰ সাজে; কিন্তু আগতে দীঘল ঘৰৰ কোঠা এটাহে থাকিবলৈ পাইছিল।



মৰাশ পুতি থোৱা হয়। গতানুগতিক প্রথা অনুসাৰে তেওঁলোকে বেমাৰ-পাতিৰ চিকিৎসা ডাক্তৰৰ সহায়ত নকৰে। সাধাৰণতে মঙলতিক মাতি নিয়ে; কুকুৰা-চৰাইৰ পোৱালি কাটি তাৰ নাড়ী-ভুৰু উলিয়াই মঙল চায়। বেমাৰৰ কাৰণে কোন দেৱ বা দেৱীৰ দায় লাগিছে সেইটো মঙলতিয়ে মঙল চাই উলিয়ায়। তাৰ পাছত সেই বিশেষ দেৱতা বা দেৱীক সন্তুষ্ট কৰিবৰ বাবে গাহৰি, ছাগলী, গৰু অথবা মেথোন বলি দি পূজা দিয়ে।

পুতি থোৱা মৰা মানুহজনৰ লগত যাবতীয় ব্যক্তিগত সম্পত্তিও পুতিবলৈ দিয়ে; উদাহৰণ স্বৰূপে তেওঁৰ জীৱিত কালত ব্যৱহৃত তৰোৱাল, ধেনু, কাঁড়, যাঠি আৰু সাজপাৰ আদি বস্তু, কেতিয়াবা পিতলৰ বাচনো পুতিবলৈ দিয়ে—বিশেষকৈ ঘৰৰ মুখ্য মানুহজনৰ মৃত্যুৰ সময়ত। অশৌচৰ কোনো নির্দিষ্ট সময় নির্দ্ধাৰিত নাই। মৃতকৰ পৰিয়ালে গাৱঁৰ সমজুৱা মাতি ভোজ দিলে অশৌচ যায়। ব্যক্তিগত সম্পত্তি একো নথকা বাবে উত্তৰাধিকাৰৰ জটিল প্রশ্নবোৰ নুঠে। ব্যক্তিগত অস্থাৱৰ সম্পত্তিৰ অধিকাংশই মৃতকৰ লগত পুতি থয় আৰু বাকীখিনি ল'ৰাই ৰাখে। মাইকী মানুহৰ মৃত্যুৰ পাছত তেওঁৰ শিলৰ মণিকেইধাৰ ছোৱালীয়ে উত্তৰাধিকাৰ সূত্রে পায়।

## ধর্ম-বিশ্বাস ঃ দেৱ-দেৱী

অকাসকলৰ নানা ধৰণৰ ভূত-প্রেতত বিশ্বাস আছে। অকাবিলাকৰ মনত ভাল অথবা বেয়া দুই ধৰণৰে অশৰীৰী হব পাৰে। এওঁলোক উত্তৰফালৰ তিব্বতী বৌদ্ধধর্মাৱলম্বীসকলৰ দ্বাৰা প্রভাৱান্বিত হৈছে আৰু দক্ষিণৰ ভৈয়ামৰ মানুহৰপৰাও হিন্দুধর্মৰ প্রভাৱ পাইছে। এই দুই ধর্ম আৰু তেওঁলোকৰ নিজৰ ধর্মৰ সংমিশ্রণৰ ফলত দেখা যায় যে তেওঁলোকে বৌদ্ধ আৰু হিন্দু ধর্মৰ বহুত প্রকাৰ অনুষ্ঠান নিজৰ বুলি গ্রহণ কৰিছে। ছেৰডুক-পেন জনজাতিৰ বাসস্থানৰ ওচৰত থকা গাওঁবিলাকত তিব্বতীসকলৰ নিচিনাকৈ প্রার্থনাৰ পতাকা আৰু চক্র দেখা পোৱা যায়। এইবিলাক গাৱঁত পূজা-পাতলৰ সময়ত বুদ্ধদেৱৰ প্রণতি গোৱাও শুনা যায়। কামেং উপত্যকাৰ ভালুকপুঙৰ উত্তৰফালে গোসাঁইথান নামৰ ঠাই এখন আছে। তাত এসময়ত ভৈয়ামৰ পুৰোহিত এজনে দেৱী প্রতিষ্ঠা কৰা বুলি মানুহে কয়। অকাসকলৰ প্রধান দেৱতাৰ নাম পুমুচাগো ( Pu-mu sago )। এই দেৱতাজন আকাশ, পাতাল আৰু পৃথিবীৰ স্রজনকর্তা বুলি জনাজাত। মৃত্যুৰ পাছত পাতাল বা

স্বৰ্গলৈ যোৱা ভাৱধাৰাটো তেওঁলোকৰ মাজত বৰ নতুন। সম্ভৱতঃ সেইটো হিন্দু আৰু বৌদ্ধসকলৰ মাজৰপৰা আহিছে। বৰ্তমান আধুনিক অকাসকলে তেওঁলোকৰ প্ৰধান দেৱতাৰ নাম হৰিদেও বুলি কয়; হৰি শব্দৰ ব্যৱহাৰৰপৰা বুজা যায় যে এয়া হিন্দুসকলৰ প্ৰভাৱৰ ফল। তেওঁলোকে বৰ্তমান প্ৰায়বিলাক গাৱঁতে এই দেৱতাৰ কাৰণে পীঠস্থান বা মন্দিৰ সাজি দিছে। মন্দিৰ নিৰ্মাণৰ ঠাই কিন্তু পুৰণি অকা পদ্ধতিত কুকুৰা-পোৱালি মাৰি মঙল চাইহে ঠিক কৰা হয়। অকাসকলৰ মতে এক সময়ত টাগি নামৰ ৰজাই হিন্দু দেৱ-দেৱীৰ পূজাৰ প্ৰচলন কৰে।

**গীত-মাত ঃ সমাজ**

অকাসকলৰ গীত-বাদ্যৰ সাজ-সৰঞ্জাম সৰল ধৰণৰ আৰু সেই বিলাকৰ সংখ্যাও কম। ভৈয়ামৰপৰা কৰতাল তেওঁলোকে গ্ৰহণ কৰিছে। তেওঁলোকৰ নিজৰ বাদ্যযন্ত্ৰ হ'ল বাঁহী, এবিধ সৰু ঢোল আৰু বেণুজাতীয় যন্ত্ৰ এবিধ। মতা-মাইকী নিৰ্বিশেষে একেলগে শাৰী পাতি থিয় হৈ নচা দেখা যায়। এই ধৰণৰ নাচ সাধাৰণতে ৰাতিহে জুইৰ চাৰিওফালে অনুষ্ঠিত হয়।

তেওঁলোকৰ সমাজত চোৰ-ডকাইত আৰু হত্যাকাৰীৰ সংখ্যা নগণ্য। এবাৰ কিবা কাৰণত কাজিয়া লাগিলে সেই কাজিয়া বংশৰ উত্তৰাধিকাৰী সকলে গ্ৰহণ কৰে। হত্যাৰ অপৰাধ সাধাৰণতে গাৱঁৰ সমজুৱাই গোট খাই বিচাৰ কৰে। শাস্তি বিশেষ ক্ষেত্ৰত মৃত্যুদণ্ড হলেও সাধাৰণতে জৰিমনা হোৱাহে দেখা যায়।

অকাসকলৰ মাজত দাস প্ৰথা আছিল। বৰ্তমান শাসন ব্যৱস্থাই দাস প্ৰথাৰ সমৰ্থন নকৰে আৰু এই বিলাক অঞ্চলত নতুন দাসৰ ক্ৰয়-বিক্ৰয়ৰ ব্যৱস্থা ভাৰত চৰকাৰে বন্ধ কৰি দিছে। সাধাৰণতে অকাসকলক দুই ভাগত ভাগ কৰিব পাৰি, স্বতন্ত্ৰ অকা আৰু দাস অকা। এই দুই দলৰ মাজত বিয়া-বাৰু নহয়। যিসকল অকা বৰ্তমান স্বতন্ত্ৰ কিন্তু পূৰ্বপুৰুষ দাস আছিল—তেওঁলোকৰ সাধাৰণ স্বতন্ত্ৰ অকা পৰিয়ালৰ লগত বিয়া আদি সামাজিক লেন-দেন নাই। গোটেই অকাজাতি ছয়টা ভাগত বিভক্ত বুলিব পাৰি। ইয়াৰ ওপৰ শাৰীৰ দুটাৰ মাজত অকল বিয়া-বাৰু নহয় আৰু তলৰ শাৰীৰ চাৰিটাই তেওঁলোকৰ মাজত বিয়া-বাৰু কৰায়। খোৱা-বোৱা বা দৈনন্দিন জীৱন-যাত্ৰাত অস্পৃশ্যতাৰ পৰিচয় পোৱা নাযায়।



সমাজ জীৱনৰ একক বা গোট হিচাবে গোত্ৰই প্ৰধান ঠাই অধিকাৰ নকৰে; একো একোটা দীঘল ঘৰৰ অধিবাসীসকলে গোট খাই একোটা একক সৃষ্টি কৰে। ক্ৰীতদাসো এই ঘৰতে থাকে। আগেয়ে নানা ধৰণৰ যুদ্ধ-বিগ্ৰহত ধৰি অনা মানুহক ক্ৰীতদাস কৰি ৰখা হৈছিল।

অকাসকলৰ মাজত টকা-পইচা হিচাবে মুদ্ৰাৰ প্ৰচলন অতি নতুন। সাধাৰণতে তেওঁলোকে বস্তু সাল-সলনি কৰে। তেওঁলোকে ভৈয়ামৰপৰা গৰু, কপাহী কাপোৰ, কাঁচৰ মালা, এলুমিনিয়ম বা পিতলৰ বাচন কিনে। এইবিলাকৰ সলনি জলকীয়া আনি ভৈয়ামৰ মানুহৰ ওচৰত বিকে। গৰু আৰু কাঁচৰ মণি নি অকাসকলে তিব্বতীসকলৰ তাত বিকে।

# আদি বা আবৰ

## এক

**শ্ৰীশৰৎ ৰায়বৰুৱা**

সুউচ্চ হিমালয় গিৰিয়ে সাৱটি থকা ভাৰতৰ পূব সীমান্ত। এই সীমান্তই অতীজৰপৰা আজিলৈকে ওচৰ-চুবুৰীয়া পাহাৰী জনজাতিবিলাকক বুকুতে সাৱটি লৈ বিজয় গৌৰৱেৰে থিয় দি আছে। বৰ্তমান শদিয়া, আগৰ দিনৰ ভীষ্মক ৰজাৰ ৰাজধানী কৌণ্ডিল্য নগৰীৰে বুলি অভিহিত। এই চহৰৰ মাজেদিয়েই এতিয়াও কুণ্ডিল নামৰ নৈখনিয়ে প্ৰাচীন ইতিহাসৰ কথা বিজয় গৌৰৱেৰে ঘোষণা কৰি কুলু কুলু শব্দেৰে গৈছে—বিশাল লুইতৰ বুকুত লীন হবলৈ। ইয়াৰ পাৰত থিয় দিলেই প্ৰত্যেকৰে অন্তৰৰ স্মৃতিপটত জিলিকি উঠে তাহানিৰ সেই ভীষ্মক ৰজাৰ কথা, ভগৱান শ্ৰীকৃষ্ণই সুদূৰ দ্বাৰকাৰ পৰা আহি কুণ্ডিল-জীয়াৰী ৰুক্মিণীক হৰণ কৰি নিয়াৰ কথা আৰু সতী-সাধ্বী সাধনীয়ে কুণ্ডিলত জাপ দি আত্মহত্যা কৰাৰ কথা। শদিয়া চহৰখনি আৰু তাৰ ওচৰে-পাজৰে সিঁচৰতি হৈ থকা সকলো পাহাৰীয়া গাওঁবোৰকে লৈ শদিয়া সীমান্ত জিলা গঠিত। এই সীমান্তক চাৰিওফালে কেবাটাও পাহাৰী জাতিয়ে আবৰি আছে। বিশেষকৈ আদি বা আবৰ, মিৰি ( মিচিং ), মিছিমি, খামতি আৰু ভূটীয়াই প্ৰধান।

এই প্ৰবন্ধত আদি অৰ্থাৎ আবৰ বুলি আমাৰ মাজত জনাজাত জনজাতিৰ চমু পৰিচয়হে দিয়া হৈছে।

### পৌৰাণিক আৰু বৰ্তমান বাসস্থান

আদিসকল চীনদেশৰ মঙ্গোলীয় জাতিৰ এটা ঠেঙুলি। বহু দিন আগতে ইয়াৰ এটা ঠেঙুলি দুভাগ হৈ এভাগ কাৰ্ক, বিগা আদি ঠাইত বাসস্থান লয়হি। আনটো ঠালে অন্য ৰাস্তাইদি আহি সেই কাৰ্ক, বিগাত উপস্থিত হয়হি। দুয়োটা ঠালৰ ভেটাভেটি হোৱাত এক যুদ্ধৰ অৱতাৰণা ঘটে। এই সূত্ৰতেই তেওঁলোকৰ



মাজত কেবাটাও ভাগৰ সৃষ্টি হয় আৰু তেতিয়াৰপৰা বেলেগ বেলেগ অংশত থাকিবলৈ আৰম্ভ কৰি গোটেই আবৰ আৰু মিছিমি পাহাৰ বিয়পি পৰে।

আন কিছুমানৰ অভিমত এই যে, এওঁলোক প্ৰকৃতিতে তিব্বত-বৰ্মী জাতি। আহোম ৰাজত্বৰ আগ ভাগতেই আহি এওঁলোকে অসমৰ দাঁতি-কাষৰত থাকিবলৈ লয়হি।

মিছিমি পাহাৰ আৰু আবৰ পাহাৰত এই আবৰ জাতিটোৱে সিঁচৰিতি হৈ বাস কৰি আছে। বৰ্তমান ভৈয়ামতো এওঁলোকে বাস কৰিবলৈ আৰম্ভ কৰিছে।

### বিভিন্ন ঠাল বা ফৈদ

ওপৰত উল্লেখ কৰা কাজিয়াৰ পৰাই সমূহীয়া দলত বেলেগ বেলেগ ভাগৰ সৃষ্টি হয়, যেনে:—পাদাম, গালং, মিঞং, পাচি আৰু পাঙ্গি। এইবিলাকৰ উপৰিও বহুত সৰু সৰু ভাগ আছে। সেইবিলাক বিশেষকৈ জাম, দাই, ইৰিং, টামুক, পেৰমে, লেগ, পোটিন ইত্যাদি।

পাদাম, পাচি আৰু পাঙ্গি জাতিয়ে দিহং নদীৰ বাওঁপাৰে বাস কৰে। মিঞং আৰু গালংবিলাকে দিহং নদীৰ সোঁপাৰে বাস কৰে।

পাদামসকলৰ মিছিমি জনজাতিৰ লগত কিছু সম্বন্ধ আছে। গালং জাতিৰ অকা, ডফলাৰ লগত সম্বন্ধ থকা বুলি প্ৰমাণ পোৱা যায়।

### ধৰ্মবিশ্বাস

সকলোৰে ধৰ্ম একে। বিশেষকৈ পূজা-পাতলত, বিয়া বাৰু, খোৱা-বোৱা আদি সকলো একেলগেই চলে। সাপপূজা, বেলিপূজা, দেওপূজা বিশেষ আকৰ্ষণীয়। কিয়নো প্ৰত্যেকজন দেৱতাৰ পৰাই উপকাৰ পায় কাৰণে এওঁলোকে বিভিন্ন দেৱতাৰ নামত সিজোৱা কণী আৰু আদাগুৰি মিহলি কৰি এবাটি মদৰ সৈতে ঘৰৰ চাঙৰ ওপৰত থৈ দিয়ে। পাছদিনা তাৰপৰা মদৰ বাটিটো আনি সৰু সৰু ল'ৰা-ছোৱালীবিলাকৰ মাজত বিলাই দিয়ে। পূজাৰ কাৰণে কুকুৰাও মাৰে। সমাজ হিচাবে পতা পূজা-সবাহত গাহৰি, মেথোন আদি মাৰি তাৰ মাংস ব্যৱহাৰ কৰে।

দেৱতা আৰু ঈশ্বৰৰ প্ৰতি তেওঁলোকৰ অগাধ বিশ্বাস আছে। সেয়েহে আমাৰ দৰে তেওঁলোকে পূজাৰ দিনা বা সময়ত ঘৰৰপৰা কোনেও বাহিৰ নোলায়, কিয়নো ঘৰতো ঈশ্বৰ আছে বুলি ঘৰৰ পৰা ওলাই নাযায়।

## খোৱা-বোৱা

ভৈয়ামৰ দৰে তেল, দাইল আদি নাখায়। এইবিলাক বস্তু পাহাৰত পাবলৈ সচৰাচৰ কঠিন ; সেয়েহে নাখায়। ই আইন বা ধৰ্মবিৰুদ্ধ নহয়। হাবিৰ পৰা শাক-পাচলি আনি তাকে ৰান্ধি খায়। ভাত প্ৰায়েই নাখায়। জাৰকালি ছমাহ ভাত খায়। বাকী কেইমাহ হাবিৰপৰা শাক-পাচলি, আলু, কচু আদি আনি তাকে ৰান্ধি খায়। আলহী আহিলে ভাত ৰান্ধি খুৱায়। সেই কাৰণে চাউল বেছি খৰচ নকৰি আলহীৰ কাৰণে সাঁচি থয়। মাছ আৰু মাংস শুকুৱাই আলহীৰ কাৰণে থৈ দিয়ে। মদ (আপং) সকলোৱে খায়। ই তেওঁলোকৰ মাজত নিয়মীয়া খাদ্য বুলি পৰিগণিত। যদিও মদ খোৱাটো এটা প্ৰথা, তথাপি ডেকাবিলাকে—যিসকলৰ মাক-বাপেক বা পূজনীয়সকল আছে, তেওঁলোকে মদ কেতিয়াও নাখায়।

## খেতি-বাতি

বছৰেকত তিনিবাৰ খেতি কৰে। শালি খেতি (আমদাং), আহুখেতি (আম); ইয়াৰ মাজতে আৰু এটা খেতি কৰে; ইয়াৰ নাম ধানখেতি (দপং)। বাৰিষা কালত আমদাং খেতি, খৰালি আম খেতি আৰু দুয়ো খেতিৰ মাজ সময়ত দপং খেতি কৰে। আহুখেতি কৰা শেষ হলেই গোমধানৰ খেতি আৰম্ভ কৰে। ইয়াৰ বাহিৰেও শাক-পাচলি, আদা, কচু, আলু আদি খেতি গোটেই বছৰ ধৰি হৈ থাকে। মুঠতে এওঁলোকৰ মাজত মুনিহ তিৰোতা কোনোৱেই অকৰ্মণ্য হৈ বহি নাথাকে। খেতি পুৰুষ তিৰোতা দুয়ো একেলগে কৰে। খেতিৰপৰা যি উদ্ভিদ উৎপন্ন হয় তাৰে তেওঁলোকৰ জীৱন নিৰ্বাহৰ কাৰণে কিছু অংশ ব্যৱহাৰ কৰে আৰু বাকীখিনি ভৈয়ামলৈ আনি বিক্ৰী কৰে। এইদৰেই পাহাৰীয়াবিলাকে ভৈয়ামত বেহা-বেপাৰ কৰি ভৈয়ামৰ মানুহৰ লগত মিলিবলৈ উপায় উলিয়াই লৈছে।

## বিবাহ-প্ৰথা

ডেকা-ডেকেৰীৰ মাজত প্ৰণয় উপজিলে বিয়া হয়। কেতিয়াবা এনে প্ৰণয় হলেও মাক-বাপেকে ল'ৰা বা ছোৱালীৰ কোনোবা এটাক ভাল নাপালে সেই বিয়া হবলৈ নিদিয়ে। কোনো এহাল ল'ৰা-ছোৱালীৰ মাজত ভালপোৱা জন্মিলে যদি তাত উভয়ৰ বাপেক-মাকৰ মত থাকে তেন্তে ল'ৰাটো সদায় ছোৱালীৰ



ঘৰলৈ অহা-যোৱা কৰি থাকিব লাগে। এই সময়ৰ ভিতৰত ছোৱালীৰ ঘৰত ল'ৰাটোক বেচ আদৰ-সাদৰ কৰে। ল'ৰাক শুবৰ কাৰণে বেলেগ বিছানা আৰু ব্যৱহাৰৰ কাৰণে বেলেগ কাপোৰ-কানি দিয়ে। ছমাহমানলৈকে বিয়া নোহোৱাৰ আগতে ল'ৰা আৰু ছোৱালীয়ে একেলগে নোশোৱে। ইয়াৰ পাছৰ পৰা একেলগে শোৱাৰ কোনো বাধা নাথাকে। ছয়, সাত মাহমানলৈকে এইদৰে অহা-যোৱা চলি থাকে। ইয়াৰ ভিতৰত কোনো সন্তান জন্ম হলেই সিহঁতৰ মাজত বিয়া হৈ যোৱা বুলি ধৰি লয়। তেতিয়াই ল'ৰা ছোৱালীৰ ঘৰলৈ বা ছোৱালী ল'ৰাৰ ঘৰলৈ গুচি যায়। গুচি যোৱাৰ আগতে এটা খেতি কৰি লব লাগে। কিয়নো এই খেতিৰ উৎপাদনৰ ওপৰতেই ল'ৰা-ছোৱালী হালৰ ভৰণ-পোষণ নিৰ্ভৰ কৰে। বিয়া উপলক্ষ্যে কোনো উৎসৱ নাই। যেতিয়াই তেতিয়াই বিয়া হব পাৰে। সাধাৰণতে খৰালি কালটোৱেই বিয়াৰ উপযুক্ত সময় বুলি তেওঁলোকে ভাবি লয়। এওঁলোকৰ মাজত বিধবা-বিৱাহ সম্পূৰ্ণৰূপে প্ৰচলিত। নিজৰ একে ঠালৰ ভিতৰত বিয়া হব নোৱাৰে ; যেনে :—দাইৰ লগত দাইৰ, ইৰিঙৰ লগত ইৰিং আদিৰ বিয়া নহয় ; কোনো ওচৰ-সম্বন্ধীয় আত্মীয়ৰ ভিতৰত বিয়া হব নোৱাৰে। বিৱাহ ল'ৰা বা ছোৱালী গুণ চাইহে হয়, চেহেৰা দেখি নহয়।

## পূজা-পাৱাল

গোটেই বছৰত প্ৰায় বাৰথনমান পূজা হয়। প্ৰত্যেক পূজাৰ বেলেগ বেলেগ নাম। যেনে :—

(১) 'পূইমে' বা সাপপূজা। ই বছৰৰ আৰম্ভণিতে হয়। এই পূজাৰ সময়ত ঘৰৰ বা গাঁৱৰ কোনো মানুহ বাহিৰ নহয়। সাপে কামোৰাৰ ভয় থাকে। এই পূজাত কোনো কাম কৰিব নাপায়। সকলোৱেই বহি থাকে।

(২) এতৰ পূজা : ই জেঠ আহাৰত হয়। এই পূজাত পোহনীয়া জন্তুবিলাকৰ ভালৰ কাৰণে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰে। গাঁৱৰ ডেকাল'ৰা-বিলাকে পূজা উপলক্ষে নাচে।

(৩) টাপু পূজা : এই পূজা আগষ্ট মাহত হয়। এই পূজা কৰিলে মানুহৰ সংখ্যা বাঢ়ে। মানুহ পেটুৱা বা অকামিলা নহয় বুলি বিশ্বাস।

(৪) দৰুং পূজা : সাধাৰণতে দুৰ্গা পূজাৰ সময়ত হয়। এই পূজা দুইৰকমে কৰে ; এবিধ আম দৰুং আৰু আনবিধ আমদাং দৰুং। দুয়ো পূজা একে

ধৰণে কৰে, আমদৰুং আমধান পকিবৰ সময়ত আৰু আমদাং দৰুং আমদাং ধান পকিবৰ সময়ত। এই পূজাৰ দিনা গাঁৱৰ সকলো মানুহ (তিৰোতা আৰু ল'ৰা-ছোৱালীৰ বাহিৰে) গৈ চিকাৰ কৰি যি কোনো বস্তু পায় সেইটো গাঁৱৰ বয়সিয়াল লোকক দিয়ে। বয়সিয়াল লোককেইজনে চিকাৰ কৰিবলৈ যোৱা মানুহকেইটাক নিজহাতে বান্ধি-বাঢ়ি খুৱায়।

(৫) চলোং পূজাঃ জুলাই মাহত হয়। এই পূজাত ধনী মানুহে 'মেথোন' মাৰি দুখীয়াসকলক খাবলৈ দিয়ে। ছোৱালীবোৰে পাছ বাতি নাচে।

মাঘ মাহত আৰাণ পূজা হয়। ইয়াক খেতি শেষ হোৱাৰ পাছত পাতে। আমাৰ ভোগালি বিহুৰ দৰেই হয়। প্ৰত্যেকৰ ঘৰতে দেৱতাৰ নামত পূজা দিয়ে। কেতিয়াবা কাৰোবাৰ মানস থাকিলে এই সময়তে কৰে। এই পূজা এখন গাঁৱত সমূহীয়াকৈ পাতে। এই পূজা উপলক্ষে এটা বিশ্বাস আছে যে আগতে মৃতসকলৰ আত্মাই তেওঁলোকৰ গাঁৱত বা ঘৰত পূজা হোৱাৰ গম পাই পূজাৰ আগদিনা সন্ধ্যা সময়ত (দগিন) আহি ঘৰৰ চুকত থাকেহি। তেওঁলোকৰ কাৰণে অলপ অলপ মদ মাংস ঘৰৰ চুকেদি পেলাই দিয়ে। বিশ্বাস যে সেই বস্তুবোৰ মৃতসকলে খাই গুচি যায়। এই পূজা বিবাহ উপলক্ষে হয়। এই পূজাত ল'ৰাই বা মাক-বাপেকে বা ল'ৰাৰ বংশই ছোৱালীৰ ঘৰলৈ বা গোটেই বংশলৈ মাছ, মাংস, মদ আদি দিব লাগে। ডেকাল'ৰা-বিলাকে হাবিৰ পৰা, নতুন নতুন চৰাই মাৰি আনি সৰু সৰু ল'ৰা-ছোৱালী-বোৰক দিয়েহি। কেৰ্কেটুৰাও মাৰে। ইয়াৰ বাবে ডেকাল'ৰাবিলাকৰ ভিতৰত প্ৰতিযোগিতা চলে।

ইয়াৰ বাহিৰেও সৰু সৰু বহুতো পূজা আছে।

## সাজ-পাৰ

সাধাৰণতে মতাবোৰে লেংটি বা উগন্ পিন্ধে। মাইকীবোৰে আঠুৰ ওপৰত পৰাকৈ এখন কাপোৰ পিন্ধে। বুকুত আন এখন কাপোৰ মাৰি লয়। সৰু সৰু ল'ৰা-ছোৱালীবোৰ উলঙ্গ অৱস্থাতেই থাকে। ধনীসকলে নানা ৰকমৰ বহুমূলীয়া মণি পিন্ধে। মাইকীমানুহবোৰে পিঠিত এটা বায়ে বা ফিৰ (হোৱা) লৈ ফুৰে। গালং আবৰৰ বাহিৰে বাকী সকলোবিলাক আবৰেই (মতা-মাইকী উভয়ে) ঘূৰণীয়াকৈ চুলি কাটে। গালং আবৰৰ



মতাবোৰে চুলি ঘূৰণীয়াকৈ কাটে আৰু মাইকীবোৰে চুলি দীঘলকৈ ৰাখে। কাণত থাকৰ দৰে এবিধ গধূৰ বস্তু ব্যৱহাৰ কৰে।

## ভাষা-উপভাষা

নিজৰ লিখিত কোনো ভাষা নাই। সাধাৰণতে যি কথা-বতৰাৰ দ্বাৰাই মনৰ ভাব প্ৰকাশ কৰে তাকে উপভাষা বা দোৱান বুলি কোৱা হয়। পাচি আৰু মিঞংবোৰে যি দোৱানত কথা কয় তাক 'মঙ্গু আগম' বুলি কয়। এই দোৱান গোটেই পাহাৰতেই ব্যৱহাৰ কৰে। মাত্ৰ ব্যক্তিগতভাৱে প্ৰত্যেক গাঁৱতে বেলেগ বেলেগ ধৰণত উচ্চাৰণ কৰে।

## যুদ্ধৰ সৰঞ্জাম

প্ৰায়বোৰ আবৰেই একে। শত্ৰুৰ হাতৰপৰা অহা যাঠি, কাঁড় আদিৰ পৰা ৰক্ষা পাবৰ কাৰণে হাতত ঢাল বা 'তামৃতে' ব্যৱহাৰ কৰে।. কেতিয়াবা আৱশ্যক হলে ইয়াক পাৰি শুবও পাৰে। যুদ্ধৰ সঁজুলিৰ ভিতৰত যাঠি, দা, থঁজা-বন্দুক, বিহকাঁড়, টুপী, ধেনু আদি ব্যৱহাৰ কৰে। যুদ্ধত ব্যৱহাৰ কৰা কাঁড়বোৰক 'য়কম্' বুলি কয়। যুদ্ধৰ সময় হলে গাঁৱৰ ওচৰত গড় মাৰে। এই গড়ত মদাৰ গছকে আদি কৰি কাঁইটীয়া গছ ৰুই দিয়ে। 'নামৃবি' নামৰ এবিধ ডিঙ্গিৰপৰা ভৰিলৈকে পৰা চোলা পিন্ধি লয়। কঁকালত টঙ্গালি, মূৰত জাক-জমক কৰি পাখি লগোৱা টুপী, হাতত দা বা যাঠি আৰু ঢাল সদায় লগত থাকে। পিঠিৰ ফালে এখন ভাঠ আৱৰণ থাকে আৰু ইয়ে শত্ৰুৰ আক্ৰমণৰ পৰা পাছফালখিনি ৰক্ষা কৰে। হাতত এবিধ লোহাৰ নিচিনা টান খাৰু পিন্ধি লয়। যুদ্ধৰ সময়ত নিজৰ দলটোৰ ভিতৰত চিনাকি দিবৰ কাৰণে তেওঁলোকে নিজৰ গাত একোটা চিঁন দি লয়।

## সমাজ

গাঁৱৰ পাঁচ-ছজন মুখিয়াল লোক গোট খাই পঞ্চায়ত গঠন কৰি একোখন সমাজ চলায়। তেওঁলোকেই সমাজৰ সকলো দায়িত্ব বহন কৰিব লাগে। উক্ত মুখিয়াল লোককেইজনৰ তলত গাঁৱৰ সকলো ডেকাই সম্মিলিত হৈ তেওঁলোকৰ সকলো আদেশ মানি লয়। ডেকাবিলাকে ৰাতি মচুপত থাকে। ইখন গাঁৱৰপৰা সিখনি গাঁৱলৈ কোনো খবৰ পঠাব লগা হলে এই মচুপত

খবৰ কৰিলেই হয়। মচুপ্ মানে সভা-সমিতি পতা ডেকা চাং বা ৰাজহুৱা ঘৰ। ডেকা ল'ৰাবোৰ সদায় এই ঘৰতেই থাকে। বিয়া নকৰা সকলো ডেকা ল'ৰাই এই মচুপত থাকিব লাগে। বিয়া কৰোৱাৰ পাছত কোনো ডেকা ল'ৰাই ডেকা বুলি কব নোৱাৰে। ডেকা হোৱাৰ লগে লগে লেঙটি বা উগন্ ব্যৱহাৰ কৰিব পৰা হলেই গাঁৱৰ মুখিয়ালক এটা কেৰ্কেটুৱা নিজেই মাৰি দিবহি লাগে। তেহে লেঙটি ব্যৱহাৰ কৰিব পাৰিব।

বৰ্তমান ভৈয়ামৰ ওচৰত থকা গাঁওবোৰত এই প্ৰথা প্ৰায় উঠি গৈছে। মাত্ৰ পাহাৰৰ অভ্যন্তৰ অঞ্চলতহে এই প্ৰথা এতিয়াও প্ৰচলিত। সকলোৰেই গাঁও পাতি থাকে। গৰু ম'হ আদি পোহে। গাঁৱত কোনো বিচাৰ কৰিব লগীয়া হলে উপৰোক্ত পাঁচজন মুখিয়াল লোকেই বিচাৰ কৰে। কেবাখনো গাঁৱৰ মুখিয়াল মুখিয়াল মানুহ গোট খাই একোখন সভা পাতে। এই সভাক কেবাং বোলে।

সমাজত গৰু খাদ্য হিছাপে ব্যৱহাৰ হয়। কিন্তু ইয়াৰ গাখীৰ বা ঘিঁউ আদি একো নাখায়। কুকুৰো পোহে। মানস কৰা পূজাত কুকুৰ কাটি দেৱতাৰ ওচৰত অৰ্পণ কৰে আৰু শাৰীৰিক সুস্থতা কামনা কৰে।

ঘৰ-দুৱাৰ সাজিব লগা হলে গাঁৱৰ সকলোৱে গোটখাই সেই কাম সমাধা কৰি দিয়ে। ইয়াৰ বাবদ কোনো টকা-পইচা নলয়। যি লোকৰ ঘৰ সজা শেষ হয়, তেওঁ গাঁৱৰ মানুহক মাতি আনি গাহৰি কাটি তাৰ মাংস আৰু মদ খুৱায়। কোন গাঁৱত জুই লাগি কোনো লোকৰ ঘৰ-দুৱাৰ নষ্ট হলে ওচৰৰ গাঁৱৰ প্ৰত্যেক ঘৰৰ একোজনকৈ মতা মানুহ গৈ সকলো গোট খাই নষ্ট হোৱা ঘৰ বিনাপইচাত সাজি দিয়ে।

সদিয়াৰ পৰা ৩৪ মাইল পশ্চিমে অৱস্থিত ডামবুক গাঁওখনেই পাদাম আবৰবোৰৰ ভিতৰত এখন ডাঙৰ গাঁও। পছিঘাটৰ ওচৰত থকা ৰিগা নামৰ গাঁওখনেই মিঞংবিলাকৰ এখন ডাঙৰ গাঁও। আলং নামৰ গাঁওখন গালংবোৰৰ ডাঙৰ গাঁও বুলিব পাৰি।

আমাৰ ভৈয়ামৰ দৰে পাহাৰৰ ডেকা-ডেকেৰী, ল'ৰা-ছোৱালী, মুনিহ-তিৰোতাৰ মাজত পৰ্দা প্ৰচলন বা সঙ্কোচ ভাৱ অলপো নাই। অবাধে ফুৰা-চকা, মিলা-মিচা আৰু কথা-বতৰা চলে। অচিনাকি হলেও মনত কোনো সঙ্কোচ ভাৱ নাৰাখে। সকলোৱে অন্তৰ সৰলতাৰে পূৰ্ণ। কাৰো অন্তৰত সঙ্কীৰ্ণতা বোলা ভাৱ নাই। সেয়েই পাহাৰী এজনৰ অন্তৰ জয় কৰাত অলপো কষ্ট নহয়।



## বিচাৰ-প্ৰণালী

কোনো দোষীৰ বিচাৰ কৰিবলগীয়া হলে গাঁৱৰ মুখিয়ালসকলে গোট খাই কৰে। বিচাৰ হৈ থাকোঁতে দোষীৰ কোনো আত্মীয়ই মাত-বোল কৰিব নোৱাৰে। বিচাৰত দোষ পালে মুখিয়ালসকলে ডেকা ল'ৰাক বেত দিবলৈ দিয়ে; জৰিমনাও কৰে। দোষীয়ে জৰিমনা দিব নোৱাৰিলে তেওঁৰ আত্মীয়ই সেই জৰিমনা ভৰিব লাগে।

## শৱ-সৎকাৰ

কোনো মানুহ মৰিলে তাৰ শটো সুপুৰি পুতি থয়গৈ। যি ঠাইত শৱ পোতে তাৰ ওপৰত এটা সৰু ঘৰ সাজি থৈ আহে। মৃত্যুৰ দিনাৰপৰা আৰম্ভ কৰি ১৫ দিন পৰ্য্যন্ত মৃতকৰ আত্মীয়সকলে সদায় মৰিশালিলৈ গৈ তাত পূজা-পাতল দি আহেগৈ। কোনোৱে মদ-মাংস পালে মৰিশালিত মৃতকলৈ বুলি দি আহেগৈ। যেই কোনো আকস্মিক ঘটনা হৈ মৰা আৰু গৰ্ভৱতী তিৰোতাৰ শ পুতি থৈ অহাৰ পাছত মৰিশালিলৈ চাবলৈ নাযায়। তেওঁলোকৰ বিশ্বাস যে এনে ধৰণৰ মৃতকৰ আত্মাই স্বৰ্গ লৈ যাব নোৱাৰে আৰু তেওঁলোকৰ আত্মাই য'তে পাই ত'তে ঘূৰি ফুৰে।

## বেহা-বেপাৰ

মণি মুকুতা আদি বেচাকিনা গাঁৱৰ ভিতৰতে চলে। ইয়াৰ মূল্য হিচাবে টকা-পইচা নলয়, তাৰ পৰিবৰ্তে আৰেম্ (এবিধ কাঁহীৰ দৰে) ব্যৱহাৰ কৰে। আৰেম্ কেবাবিধবো আছে। ১০্ টকা মূল্যৰ পৰা ৬০্ টকালৈকে আছে। ইয়াৰ দ্বাৰা ছোৱালীৰ বেচা-কিনা চলে। অৱশ্যে আজিকালি গাঁৱৰ মাজত টকা-পইচাৰো প্ৰচলন হবলৈ ধৰিছে।

মতা আৰু মাইকী উভয়ে ভিঙিত একোধাৰ মালা পিন্ধে। ইয়াক তাদক্ বোলে। এই তাদকৰ দ্বাৰাই ধনী দুখীয়া বাচি লব পাৰি। এই তদাকৰ মূল্য তিনি টকাৰপৰা ওপৰলৈ আছে।

গৰু, ম'হ, ছাগলী আদিৰো বেচা-কিনা চলে। আজিকালি পাহাৰীবিলাকে পাহাৰৰ সকলো বস্তুকেই ভৈয়ামৰ বজাৰত বেচা-কিনা কৰেহি। ইয়াৰ দ্বাৰাই চহৰৰ মূল্যবান বস্তু পাহাৰৰ ভিতৰুৱা অঞ্চলত প্ৰচলন হবলৈ ধৰিছে।

পাহাৰী জাতিৰ ভিতৰত মানুহ বেচা-কিনা প্ৰথাটো বৰ বেছি। সাধাৰণতে

ইয়াক 'পাগৰ' বা বন্দী বুলি কয়। কোনো দোষত দোষী হলে অপৰাধীক আন কোনো ধনী মানুহত বিক্ৰী কৰি দিয়ে। আগতে মাক-বাপেক নোহোৱা সৰু ল'ৰা বা ছোৱালীক বিক্ৰী কৰা প্ৰথাও আছিল। আজিকালি জানিবা সেই প্ৰথা কিছু কম হৈছে।

**শিক্ষা**

লিখা-পঢ়া প্ৰথা আগতে নাছিল। আজিকালি চৰকাৰৰ সাহায্যত পঢ়া-শুনা কৰিবলৈ আৰম্ভ কৰিছে। ল'ৰা-ছোৱালী নিৰ্বিশেষে সকলোৱেই শিক্ষা লব পাৰে। বৰ্তমান পাহাৰীয়া বহুত ছাত্ৰই উচ্চ শিক্ষা পৰ্য্যন্ত লাভ কৰিবলৈ সুবিধা কৰিব পাৰিছে।

লিখা-পঢ়া নাথাকিলেও হাতৰ কাম জানে। বিশেষকৈ বাঁহৰ কাম আৰু কাঠৰ কাম কৰে। চকি, মেজ, তুলা-চালনী, মূঢ়া, টুপী আদি সকলো বস্তু সাজি বজাৰত নি বেচা-কিনা কৰে। বজাৰৰ পৰা সূতা কিনি নি তাৰে তাঁত বৈ মেলি নিজৰ পিন্ধা কাপোৰ আৰু মোনা তৈয়াৰ কৰে। এই মোনা আজিকালি বজাৰত বেছি ৰকমেই প্ৰচলিত হৈ পৰিছে। কপাহৰ দ্বাৰা সূতা তৈয়াৰ কৰি জিন কাপোৰ বয়। এই জিনে জাৰৰপৰা ৰক্ষা কৰে। ইয়াৰ দাম প্ৰত্যেক থনত দহ টকাৰপৰা পঁচিশ টকা পৰ্য্যন্ত পৰে।

আধুনিক শিক্ষাৰ পোহৰ পাই আজি পাহাৰী ভাইসকলে ভৈয়ামৰ বাসিন্দা সকলৰ লগত সমানভাৱে নিজৰ মাতৃভূমিৰ গৌৰৱ অক্ষুণ্ণ ৰাখিবলৈ সমক্ষম হবলৈ ধৰিছে।

## দুই
# আবৰৰ গ্ৰীষ্ম উৎসৱ ঃ চলোং
### শ্ৰীটাগাং টাকি

আবৰৰ জাতীয় উৎসৱবিলাকৰ ভিতৰত চলোং উৎসৱ এটা। এই চলোং উৎসৱটো কেতিয়াৰ পৰা, কি উদ্দেশ্যত পালন কৰা হল, ইয়াৰ এটা আখ্যান বা কাহিনী আছে। সেই আখ্যান বা কাহিনীটোৰ প্ৰধানকৈ বৰুণ দেৱতাৰ লগতে নিবিড় সম্বন্ধ।

চলোং উৎসৱটো আদিতে প্ৰায় একে মাহৰ ভিতৰতেই পালন কৰিছিল। কিন্তু বৰ্তমান ইয়াৰ বহুত ব্যতিক্ৰম হোৱা দেখা যায়। সেই অনুপাতে পাহাৰৰ ওপৰফালে জুলাই মাহত আৰু নামনিৰ ফালে (পাছিঘাট এলেকাত) আগষ্ট মাহতে পাতে। চলোং উৎসৱ পাঁচ দিনৰ পৰা প্ৰায় দহ দিনলৈকে চলে। আবৰ সমাজত চলা বাকী জাতীয় উৎসৱবিলাকৰ দৰে এই উৎসৱতো খোৱাপিয়া, স্ফূৰ্তি কৰা, নাচ-গান আদিয়েই প্ৰধান। এই চলোং উৎসৱতো উক্লিং বা আৱান্ আৰু এতৰ উৎসৱৰ দৰে উৎসৱৰ দেৱতাক টোপোলা আদি বান্ধি পূজা দিয়ে। কিন্তু মেথোনবোৰ হাবিৰ পৰা বিচাৰি আনি ঘৰত বান্ধি পূজা নিদিয়ে। অৱশ্যে মেথোন, গাহৰি হলে উৎসৱত বলি দিয়ে।

অতীততে এই চলোং উৎসৱটোত এতৰ উৎসৱৰ দৰে গাঁৱৰ সকলো মতা-মানুহবোৰে পূৰা পাঁচ ৰাতি নাচ-গান কৰিছিল। অৱশ্যে বৰ্তমানো ওপৰ ফালে কোনো কোনো ঠাইত বা গাঁৱত কৰা দেখা যায়। কিন্তু বৰ্তমান পুৰুষৰ সলনি গাভৰু ছোৱালীবোৰেইহে চলোং পনুং (নাচ-গান) কৰে। সেই দেখি চলোং উৎসৱৰ আনন্দৰ আগ ভাগ গাঁৱৰ সকলোৱে ভোগ কৰিলেও গাভৰুবোৰৰ মনৰ আনন্দ আৰু নাচ-গান আদি বাকীবিলাকতকৈ দুগুণ বেছি।

চলোং উৎসৱ পতাৰ প্ৰায় দুই-এক মাহৰ আগে গাভৰু ছোৱালীবোৰে তেওঁলোকৰ প্ৰাণাধিক প্ৰিয় বস্তু চলোং পনুঙৰ কাৰণে নানান আয়োজন আৰম্ভ

কৰে। যেনে, কাপোৰ বোৱা (মিৰিৰ অৰ্থাৎ পুৰোহিতৰ কাৰণে), উক্ (পেটিৰ নিচিনা ফুল তোলা ককালত পিন্ধা এবিধ বস্ত্ৰ। ইয়াৰ বহলে প্ৰায় ডেৰ ইঞ্চি, আৰু দীঘলে প্ৰায় তিনি চাৰি হাতমান হয়) বোৱা, ৰিদিন্ (হাবিত গজা এবিধ লতাজাতীয় বন। ইয়াক কটাৰীৰে চাঁচিলে ভিতৰৰ আঁহবোৰ বগা আৰু সূতাৰ নিচিনা মিহি আৰু ধুনীয়া) চচা ইত্যাদি। গাভৰুবোৰে তেওঁলোকৰ পনুঙৰ কাৰণে সকলো আৱশ্যকীয় বস্তু শেষ কৰি গাঁৱৰ গাওঁবুঢ়া আৰু মচুপৰ (মৰং ঘৰ) ল'ৰাবোৰক জনাই দিয়ে। তেতিয়া গাওঁবুঢ়াই মচুপৰ ল'ৰাবোৰৰ লগত আলোচনা কৰি প্ৰায় দুই সপ্তাহৰ আগে গোটেই গাওঁখনক উৎসৱৰ কাৰণে আপং কৰিবলৈ জনাই দিয়ে। উৎসৱ আৰম্ভ হোৱাৰ প্ৰায় তিনি চাৰি দিনৰ আগে আৰু এবাৰ ল'ৰাবোৰ গাঁৱৰ মানুহবোৰক নকয়িন্ (ভাতেৰে কিবা দি বন্ধা এবিধ সুখাদ্য) বনাবলৈ জনাই দিয়ে। উৎসৱ আৰম্ভ হোৱাৰ আগদিনা গধূলি ল'ৰাবোৰে পুনৰ গোটেই গাঁওখনক জনাই দিয়ে যে পিছ দিনাৰ পৰা উছৱ আৰম্ভ হব বুলি।

## চলোঙৰ যো-জা

চলোং উৎসৱত গান গাবৰ কাৰণে গাভৰুবোৰে উৎসৱৰ প্ৰায় এমাহৰ আগেয়ে নিজৰ গাঁৱৰ নাইবা অন্য গাঁৱৰ পৰা চলোঙৰ বিষয়ে জ্ঞান থকা আৰু জনা মানুহ এজনক ঠিক কৰি থয়। সেইজনক মিৰি (গায়ক) কয়। মিৰি ঠিক কৰে গাভৰুবোৰে নিজে। গাভৰুবোৰে তেওঁলোকৰ ভিতৰত আটাইতকৈ বয়সিয়াল নাইবা সেই বিষয়ে জনা এজনীক দলনেত্ৰী হিচাপে লয়। সেইজনীক 'বগিং' বোলে। দলৰ সকলোৱে বগিঙৰ কথামতে সকলো কাম কৰে আৰু তেওঁৰ কথা সকলোৱে মানি চলে। দলৰ ভিতৰত আটাইতকৈ সৰুজনীক মিৰিৰ ধাইমা পাতে। সেই জনীক 'যায়' বা 'মিৰি নিৰ্' কয়। তদুপৰি গাভৰুবোৰে গাঁৱৰ ভাল অভিজ্ঞতা থকা এজন ডেকাক বাছি লয়; তেওঁক 'ইবগিং' বোলে। ইবগিঙেই গাভৰুবোৰৰ সকলো কাম পৰিচালনা কৰে। অন্য গাঁৱৰ পৰা মিৰি মাতি আনিবলগীয়া হলে উছৱ আৰম্ভ হোৱাৰ আগে ইবগিঙে তিনি-চাৰি জনী গাভৰুৰে সৈতে মিৰিৰ গাঁৱলৈ মিৰিক মাতিবলৈ যায়। মিৰিয়েও তেওঁৰ গাঁৱৰ পৰা এজন ডেকাক লগত লৈ আহে। সেইজনক 'মিৰি ইংগিং' কয়। তেৱেঁই মিৰিক সকলো কাম আদি কৰি দিয়ে।



## আৰম্ভণি

উছৱ আৰম্ভৰ দিনাই মিৰি সেই গাঁৱলৈ আহে। মিৰিক আগবঢ়াই আনিবলৈ গাঁৱত থকা বাকী গাভৰুবোৰে আপং, মাছ, মাংস আৰু ভাত লৈ আদ্‌বাটতেই আগবঢ়াই আনে। অৱশ্যে সেইদিনা গধূলি গান অৰ্থাৎ চলোং পনুং গোৱা আৰম্ভ নহব পাৰে যদি, সেইদিনা মেথোন, গাহৰি আদি নাকাটে। সাধাৰণতে উছৱত কাটিবলগীয়া সকলো মেথোন গাহৰি কটাৰ পিছতহে চলোং পনুং গোৱা আৰম্ভ হয়। কাৰণ চলোং আবাংবোৰ শ্লোকৰ নিচিনা—শুনিবলৈ মধুৰ আৰু অৰ্থপূৰ্ণ এবিধ গান। ইয়াৰ অৰ্থ সাধাৰণ মানুহে সহজে বুজিব নোৱাৰে। মেথোন-গাহৰি আদি কটাৰ বিশেষকৈ তেজৰ লগত সম্বন্ধ থাকে। সেই অনুপাতে মিৰিয়ে আবাং আৰম্ভ কৰে মেথোন আদি কটা আৰু তাৰে তেজ লৈ।

চলোং উছৱত তেওঁলোকৰ সমাজৰ ৰীতিমতো উছৱ আৰম্ভৰ দিনা গধূলি (বিয়লি বেলাৰ পৰা) নিজৰ ওচৰ-চুবুৰীয়া আৰু সম্বন্ধীয় মানুহবিলাকক নকয়িন আৰু ভাতৰ টোপোলা (মাচাক্), লগতে আপং লৈ দিয়ে। ইটো ঘৰে দিয়া সেইবোৰ বস্তুৰ সলনি, সিটো ঘৰেও ইটো ঘৰক তাৰ সলনি সেইবোৰ দিয়ে। অৱশ্যে সলনি নিদিলেও হয়। তাত কোনো ধৰা-বন্ধা নীতি নাই। উছৱ শেষ নোহোৱালৈকে খোৱা-পিয়া আৰু স্ফূৰ্তি কৰি উছৱৰ দিনবোৰ কটালেও উছৱৰ প্ৰথম দিনাইহে মানুহৰ কোঢ়াল আৰু সমাগম বেছি। উছৱ আৰম্ভৰ দিনাৰপৰা গাঁৱৰ সকলো বুঢ়া-বুঢ়ী, ডেকা-গাভৰু, ল'ৰা-ছোৱালীবোৰে ন ন সাজ-পাৰ লয়, আৰু নানান আ-অলঙ্কাৰ পৰিধান কৰি উছৱৰ দিনবোৰ স্ফূৰ্তিৰে কটাই দিয়ে।

উছৱত কাটিবলগীয়া সকলো মেথোন-গাহৰি উছৱৰ দিনাহে কাটে। সেইবোৰ বিশেষকৈ আবৰ সমাজৰ ধনী লোকবিলাকেহে কাটে। উছৱৰ সেই মাংসবোৰ অকলে নাখায়। মেথোন কাটোঁতাজনৰ বংশ বা জাতৰ মানুহৰ ঘৰৰ সংখ্যা গাঁৱত যিমান থাকে, সেই সকলোকে প্ৰায় এক বা আধা সেৰ পৰিমাণৰ মাংস লৈ বিলাই দিয়ে। তদুপৰি নিজৰ ওচৰ-চুবুৰীয়া আৰু মোমায়েকহঁতকো মাংসৰ ভাগ দিয়ে।

সেই দিনাৰ গধূলি চলোং পনুং আৰম্ভ হয়। মিৰি পনুং আৰম্ভ হয় গধূলি প্ৰায় আঠ-ন বজাৰ পৰা আৰু সামৰে পুৱা প্ৰায় ছয় বজাত। সেইদিনা আবেলি মিৰিক পনুং বগিঙে তেওঁৰ মূৰত টুপীৰ নিচিনা এডাল ফুলৰ মালা পিন্ধায়।

কিন্তু সেই ডাল মালা প্ৰকৃত ফুলৰ নহয়। বিদিনেবে ৰনোৱা এবিধ মালা। সেই মালাৰ ভিতৰত প্ৰায় বিশ-ত্ৰিশটা মান দামী মণি ( তাদক ) গাঠি দিয়ে। তদুপৰি মিবিৰ কাৰণে'বোৱা এখন মেখেলা, এটা চোলা আৰু এডাল উক মিবিক পিন্ধায়। সেইবোৰ সাজ-পাৰ পিন্ধিহে মিবিয়ে পনুং কৰে। সেই মূৰৰ মালা আৰু ককালত পিন্ধা উকডাল পনুং শেষ কৰি নিজ ঘৰ নাপায়মানে নোখোলে। অসময়ত খুলিলে মিবিৰ নাইবা গাভৰুবিলাকৰ কিবা অমঙ্গল হয়। অৱশ্যে মেখেলা আৰু চোলা খুলিব পাৰে।

সাধাৰণতে চলোং পনুং কৰে মচুপৰ চোতালত বা ভিতৰত। সেই কাৰণে চলোঙৰ কিছু দিনৰ আগে মচুপৰ ল'ৰাবোৰে মচুপৰ চোতাল আৰু ভিতৰ চাফা কৰি মেৰামতি কৰি ৰাখে—যাতে ৰাতি পনুং কৰোতে পনুং দল আৰু শ্ৰোতাসকলৰ কোনো অসুবিধা নহয়। সেইদিনা গধুলি মিবিয়ে উপৰোক্ত সাজ-পাৰ পৰিধান কৰি ফাকেৰে সৈতে এখন তৰোৱাল লৈ মচুপলৈ আহে। মিবিয়ে প্ৰথমে পদবোৰ লগাই গাই যায়। তাৰ লগে লগে গাভৰুবোৰে ঘোষা টনাৰ দৰে টানে। মাজে মাজে মিবিয়ে সোঁহাতত তৰোৱাল আৰু বাওঁ হাতত তৰোৱালৰ খালী ফাক লৈ তৰোৱাল বজায় তাৰ শব্দৰ ছেৱে ছেৱে নাচে। মিবিৰ চাৰিওফালে ছোৱালীবোৰে স্কুলত লৰাবোৰে ব্যায়াম কৰাৰ নিচিনাকৈ ভাঙৰবোৰে আগে আগে আৰু সৰুবোৰে পিছত শাৰী পাতি ধীৰে ধীৰে গম্ভীৰভাৱে ঘূৰি ঘূৰি নাচে। চলোং পনুং পুৰা পাঁচ ৰাতি কৰে। সেই পাঁচ ৰাতি গাঁৱৰ সকলো মানুহে ( আন আন গাঁৱৰ মানুহেও পনুং চাবলৈ আহে ) মচুপলৈ আহি পনুং গোৱা আৰু নচা দেখি আৰু শুনি থাকে। মিবি, ছোৱালী আৰু দৰ্শকবোৰে ৰাতি যাতে কোনো আমনি নালাগে —তাৰ কাৰণে গাভৰুবোৰৰ ফালৰ পৰা চাহ যোগান, তামোল-পাণ, আপং-ভাত আদি খোৱাৰ ব্যৱস্থা কৰে।

প্ৰথম ৰাতিৰ গানৰ আৰম্ভৰ বিষয়-বস্তু হ'ল,—য়িলোম্-য়িবাৰ্ ( মেথোন কটাৰ তেজ ) আৰু মিমিৰ্ লিবম্। মিমিৰ্ লিবমৰ চমু অৰ্থ হল—চকুৰে মণিৰ নোৱাৰা পোক-পৰুৱাৰ পৰা আৰম্ভ কৰি সকলো জীৱ জন্তু, পৰ্বত-পাহাৰ, নদ-নদী, তৰু-তৃণ, বতাহ-বৰষুণ আদিৰ বিষয়ে ইয়াত গোৱা হয়। সেই বিষয়-বস্তুটো প্ৰথম ৰাতি শেষ কৰিব নোৱাৰিলে দ্বিতীয় ৰাতি শেষ কৰি অৰ্থাৎ গোমিন্-চম্নিনৰ ( মচুপৰ দেৱতা ) বিষয়ে গোৱা হয়। গোমিন্-চম্নিনৰ পৰা মিবিয়ে অনুমান কৰা এটি ল'ৰা লয়। ল'ৰাটো লৈ ইৰগিং আৰু



গাভৰুবিলাকৰ আত্মাৰে সৈতে মিবিৰ আত্মাই পৃথিবীৰ কোনো এটা নিৰ্দিষ্ট পথত ভ্ৰমিবলৈ সেই গাঁৱৰপৰা ওলাই যায়। ৰাতি সেই নিৰ্দিষ্ট পথত তেওঁলোকৰ আত্মাই ভ্ৰমি ফুৰোতে বাটত কি কি বস্তু, ৰাস্তা ঘাট, নদী পৰ্বত আদি দেখে, সেইবোৰ মিবিয়ে ( প্ৰকৃত মানুহটো ) বৰ্ণনা কৰি যায়। তাৰ পৰাই শ্ৰোতাসকলে সহজে বুজে যে অমুক ঠাই, অমুক নদী বা পৰ্বতত পাইছেগৈ বুলি। এই দৰে ভ্ৰমি ফুৰোঁতে মাজ বাটত কোনো এখন সাগৰ বা নদীৰ সঙ্গমত সেই অনুমান কৰি লোৱা গোমিন্-চম্নিনৰ ল'ৰাটো তাতে পেলাই দিয়ে। তাৰ পিছত বৰুণ দেৱতাৰ পৰা অন্য এটা ল'ৰা লয়, আৰু পুনঃ আগৰ সেই পথত ভ্ৰমণ কৰে। সেই বৰুণ দেৱতাৰ পৰা লোৱা ল'ৰাটো লৈ গৈ পেমি পিৰং দেশতে ( কল্পনা কৰা স্বৰ্গৰ নিচিনা এখন ধুনীয়া দেশ ) বেচি দিয়ে। সেইদৰে দ্বিতীয় ৰাতি গাঁৱৰ পৰা ওলাই গোটেই পৃথিবীখন ভ্ৰমি আকৌ চতুৰ্থ ৰাতি সেই গাঁৱলৈ ঘূৰি আহে।

পঞ্চম ৰাতি অন্য এটা বিষয়ে গায়। সেইটো হল—তাকতৰ আবাং। তাকতৰ আবাঙৰ বিষয়-বস্তু হল প্ৰধানকৈ নিৰ ( মানুহ ) আৰু ৰবৰ ( চয়তান ; প্ৰতিযোগিতাৰ বিষয়ে। সৃষ্টিৰ পিছত নিৰ আৰু ৰবই—'এই পৃথিবীখন কাৰ, তোৰ নে মোৰ ? পৃথিবীখন তোৰ নহয় মোৰহে। ইয়াত তোৰ কোনো অধিকাৰ নাই।' ইত্যাদি কথালৈ দুইজনৰ মাজত ভীষণ উথনা-উথনি হবলৈ ধৰিলে। শেষত গৈ নানান প্ৰতিযোগিতাত প্ৰবৃত্ত হ'ল। যিয়ে প্ৰতিযোগিতাত জিকিব—সেয়ে পৃথিবীৰ গৰাকী হব। পিছত বুদ্ধিৰ বলেৰে নিৰই ৰবক প্ৰতিযোগিতাত জিকি পৃথিবীৰ গৰাকী হ'ল। ৰবই প্ৰতিযোগিতাত হাৰি আৰু থাকিবলৈ ভাল ঠাই নাপাই পৰ্বত-পাহাৰ, নদী-নলা, খাল-বাম আদি ঠাইত থাকিব লগীয়া হ'ল। পিছে ৰবই নিৰৰ ওপৰত প্ৰতিহিংসা কৰিবলৈ ধৰিলে। সেইবোৰেই তাকতৰ আবাঙৰ প্ৰধান বিষয়বস্তু আৰু চমু কাহিনী।

মিবিয়ে সেই গাঁৱত পাঁচ ৰাতি পনুং কৰাৰ পিছত অৰ্থাৎ উছৱৰ সপ্তম দিনা গাঁৱৰ মানুহবিলাকৰ পৰা বিদায় লৈ নিজৰ ঘৰলৈ ঘূৰি যায়গৈ। যাওঁতে মিবিৰ লগত গাভৰুবোৰৰ ইৰগিং আৰু তিনি-চাৰিজনীমান ছোৱালী যায়।

## সামৰণি

মিৰি যোৱাৰ লগে লগে গোটেই গাঁৱত এটা নিৰ্জনতা অনুভৱ হয়। লগতে সকলোৰে মনৰ আনন্দ আৰু স্ফূৰ্তি নাইকিয়া হৈ যায়। সেই দিনা অৰ্থাৎ মিৰি যোৱাৰ দিনা নাইবা পিছদিনা গোটেই গাঁৱত তাকতৰ কৰা হয়। এই তাকতৰত বাঁহেৰে সৰু সৰুকৈ ধেনু-কাড় বনায়, আৰু কাড়ৰ আগত এডোখৰ আদা লগাই ঘৰৰ দুৱাৰত, খুটাত (বাহিৰৰ) বা চালত বান্ধি থৈ দিয়ে। সেইটো প্ৰত্যেক ঘৰত কৰে। তেওঁলোকৰ সম্পূৰ্ণ বিশ্বাস যে সেই তাকতৰটো কৰিলে কোনো হিংস্ৰক, ভূত-পিশাচ আদি গাওঁ বা ঘৰলৈ নাহে। সেই তাকতৰৰ দিনা গাঁৱৰ কোনোৱেই গাঁৱৰ বাহিৰলৈ যোৱা সম্পূৰ্ণ নিষেধ। ইয়াৰ পিছত গোটেই গাঁৱত 'কজিং গেপাক্' নামক এটা গেনা কৰে। সেইটো উছৱৰ একেবাৰে শেষত কৰে। এই কজিং গেপাক কৰা মানে উছৱৰ সকলো দোষ আদি মোচন কৰা। ইয়াৰ এদিন বা দুদিনৰ পিছত আগৰ দৰে খেতি পথাৰলৈ যায়।

## চলোঙৰ তাৎপৰ্য্য

গীত গোৱাৰ বিনিময়ত গাভৰু ছোৱালীবোৰে মিৰিক পচিশ-ত্ৰিশটা মূল্যবান মণি দিয়ে। মিৰিক দিয়া সেই মণিবোৰ ছোৱালীবোৰে সিহতৰ ভিতৰত চান্দা কৰি লয়। তদুপৰি খেতিৰ সময়ত ছোৱালীবোৰে মিৰি আৰু মিৰি ইৰগিঙৰ খেতিত এদিন এদিনকৈ পথাৰৰ কাম কৰি দিয়ে। ছোৱালী-বোৰৰ ইবগিঙৰ পথাৰতো এদিন পথাৰৰ কাম কৰি দিয়ে। গতিকে সেই ফালৰ পৰা দেখিলে এই চলোং পম্নুঙত ছোৱালীবোৰৰ একো লাভ নহয়। লাভৰ পৰিবৰ্তে লোকচানহে হয়। হলেও আমাৰ নিৰীহ পাহাৰী ভনীটিহঁতে সেইবোৰৰ সম্পৰ্কে পাটীগণিতৰ অঙ্কৰ নিচিনাকৈ যোগ-বিয়োগ, পূৰণ-হৰণ কৰি লাভ লোকচান উলিওৱালৈ ভ্ৰুক্ষেপ নকৰি গাঁৱৰ আৰু দেশৰ মঙ্গলাৰ্থে বছৰে বছৰে নিয়মমতে চলোং পম্নুং কৰি আহিছে আৰু ভবিষ্যতলৈয়ো কৰি থাকিব। সেই চলোং পম্নুঙতেই তেওঁলোকে মনৰ আনন্দ পায় আৰু সেইটো তেওঁলোকৰ গাঁৱৰ সমাজলৈ এটা ডাঙৰ অৱদান। পম্নুঙৰ বিনিময়ত তেওঁলোকে সমাজৰ পৰা একো ধন-সম্পত্তি নিবিচাৰে। বিচাৰে মাথোন দেশৰ আৰু সমাজৰ মঙ্গল।



আবৰ সমাজৰ পম্নুং আবাংবোৰৰ এটা বৈশিষ্ট্য আছে। আবাং গাওঁতে মিৰিয়ে দুই এটা বাক্য বা শব্দও ভুল কৰিব নাপায়। বিশেষকৈ উপৰোক্ত তাকতৰ আবাংবোৰ বৰ ভয়ঙ্কৰ। ইয়াক অলপ ভুলকৈ গালে দেশৰ, গাঁৱৰ আৰু নিজৰো অমঙ্গল হয়। আনকি পম্নুং কৰা ছোৱালীবিলাকৰ জীৱনৰো অমঙ্গল হয়। ই তেওঁলোকৰ দৃঢ় বিশ্বাস। আবাংবোৰ মিৰিয়ে ঔৰ নলগাকৈ ধুনীয়াকৈ গালে-দেশৰ, গাঁৱৰ, সমাজৰ আটাইৰে মঙ্গল হয় আৰু দেশত বেমাৰ-আজাৰো সিমান নহয়। খেতি-পথাৰৰ শস্যবোৰো নদন-বদন হয়।

# খাছি আৰু ছিন্‌টেং

শ্ৰীফণীধৰ শৰ্মা

## পৌৰাণিক ইতিবৃত্ত

খাছি জনজাতিৰ আঁতিগুৰি সম্পৰ্কে সঠিককৈ কোৱা টান। তেওঁলোক বৰ্তমান বাসস্থানত বহুকালৰে পৰা বসবাস কৰি আহিছে যদিও, তেওঁলোকে বিশ্বাস কৰে যে পূৰ্বতে তেওঁলোক আন ঠাইৰপৰাহে আহিছিল। কোনো কোনোৱে কয় যে তেওঁলোক ব্ৰহ্মদেশৰপৰাই পাটকাই পৰ্বত পাৰ হৈ অসম দেশলৈ আহিছিল। ভাষাতত্ত্ববিদ্ পণ্ডিত গ্ৰীয়াৰছন, লগান আদিৰ মতে ব্ৰহ্মদেশ আৰু মালয় উপদ্বীপৰ মন্-খ্মেৰ, পালউং, ওৱা আদি অষ্ট্ৰিক সম্প্ৰদায়ৰ লোক সকলৰ ভাষাৰ লগত খাছি আৰু মুণ্ডা ভাষাৰ যথেষ্ট মিল আছে। মন্-খ্মেৰ লোকসকলে নাগৰপৰা উৎপত্তি হোৱা বুলি দাবী কৰে আৰু পুৰণি কালত তেওঁলোকে নাগ অৰ্থাৎ সাপক পূজা কৰিছিল। খাছিসকলৰ মাজত সাপ পূজা প্ৰচলিত আছিল। খাছিয়া পাহাৰ আৰু মালয় দ্বীপপুঞ্জৰ ভালেমান সম্প্ৰদায়ে মাতৃৰ পৰাহে বংশ বা ফৈদৰ উৎপত্তি হোৱা বুলি ধৰে অৰ্থাৎ তেওঁলোক মাতৃ-প্ৰধান সম্প্ৰদায়। মুঠতে ভাষা, নিয়ম-প্ৰণালী, শাৰীৰিক গঠন আদি বিশ্লেষণ কৰি পণ্ডিতসকলে খাছি লোকসকলক বিৰাট অষ্ট্ৰিক গোষ্ঠীৰ অন্তৰ্ভুক্ত বুলি অনুমান কৰে।

## বিভিন্ন লোকসমষ্টি আৰু বাসস্থান

খাছিয়া পাহাৰ অঞ্চল আৰু জয়ন্তীয়া পাহাৰ অঞ্চল লগ লগাই সংযুক্ত খাছিয়া আৰু জয়ন্তীয়া জিলা গঠন কৰা হৈছে। জয়ন্তীয়া অঞ্চল ঘাইকৈ প্নাৰ বা জয়ন্তীয়া সকলৰ বাসস্থান। খাছিসকলে জয়ন্তীয়া মানুহক ছিন্‌টেং বুলি কয়। জয়ন্তীয়া পাহাৰৰ পূৱ অঞ্চলত উত্তৰ কাছাৰ পাহাৰৰ পৰা উঠি অহা হাডেম্ নামৰ লোক-সমষ্টিয়ে বাস কৰে। হাডেম্ শব্দ 'হিড়িম্ব' বা 'হিডিম্ব' শব্দৰ অপভ্ৰংশ



বুলি অনুমান হয়। খাছি পাহাৰ অঞ্চলৰ মাজভাগত খাছি, পশ্চিম অংশত 'লিংগাম্', দক্ষিণৰ নামনিত 'ওৱাৰ্' আৰু উত্তৰ-পূৱ অঞ্চলত 'ভই' জনসমষ্টিয়ে বাস কৰে। এই জনসমষ্টি বিলাকৰ নিজৰ স্বকীয়া স্বকীয়া উপভাষা আছে; তথাপিও খাছি ভাষাহে শিক্ষাৰ উচ্চৈহতীয়া মাধ্যম হিছাপে ব্যৱহৃত হৈ আছে। খাছি জনজাতিৰ মানুহবিলাক সাধাৰণতে পিঙ্গল বৰণীয়া; কিন্তু ওখ পাহাৰ অঞ্চলৰ খাছি মানুহৰ বৰণ মুকলি। জয়ন্তীয়া আৰু ওৱাৰ সকলৰ গাৰ বৰণ গোমোঠা। লিংগামসকল ক'লা। খাছি বিলাকৰ সাধাৰণতে নাক চেপেটা, কপাল আৰু মুখ বহল, ওঠ ডাঠ আৰু চুলি থিয়। তেওঁলোকৰ মাজত ডাড়ি গোঁফ থকা মানুহৰ সংখ্যা তাকৰ। লিংগাম্ সকল চুটি-চাপৰ। কি পুৰুষ, কি তিৰোতা, সকলোৱেই বৰ পৰিশ্ৰমী।

## ওচৰ-চুবুৰীয়া ৰাজ্যৰ লগত সম্পৰ্ক

বুৰঞ্জীয়ে চুকি নোপোৱা কালত খাছিসকলৰ লগত ওচৰ-চুবুৰীয়া ৰাজ্যৰ কেনেকুৱা সম্পৰ্ক আছিল কোৱা টান। কামৰূপ, নগাওঁ আৰু শ্ৰীহট্ট জিলাৰ লগত যে বেহা-বেপাৰৰ সম্পৰ্ক আছিল সি ধ্ৰুৱ। আহোম আৰু কছাৰীৰ লগত জয়ন্তীয়া ৰজাৰ যুঁজ-বাগৰ লাগি আছিল। জয়ন্তীয়া ৰজাই আহোম ৰজাৰ বশ্যতা স্বীকাৰ কৰি বৈবাহিক সম্বন্ধ পতাৰ কথাও বুৰঞ্জীত পোৱা যায়। থাইৰিম ৰাজ্যৰ ছিয়েমে মুছলমানৰ আক্ৰমণ প্ৰতিৰোধ কৰিবৰ কাৰণে আহোম ৰজাক প্ৰতিশ্ৰুতিও দিছিল।* ইয়েই প্ৰমাণ কৰে যে সেই কালত যুঁজবাগৰ লাগিলেও পৰ্বত আৰু ভৈয়ামৰ মাজত সম্প্ৰীতি স্থাপন হৈছিল।

## ইংৰাজৰ আগমন

ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ইং ১৭৬৫ চনত শ্ৰীহট্ট জিলা অধিকাৰ কৰাৰ পিছত ইংৰাজবিলাক খাছিসকলৰ সংস্পৰ্শত আহে। মিঃ ডেভিদ স্কটে চেৰা-পুঞ্জীত থাকিবলৈ এটা ঘৰ সাজে আৰু পিছত চেৰাপুঞ্জী অধিত্যকা নিজৰ দখললৈ আনে। মানবিলাকক অসমৰপৰা খেদাই কোম্পানীয়ে অসম দখল কৰাৰ পিছত

---

* 'দৰং ৰাজ বংশাৱলী'ত আছে যে কোচবিহাৰৰ সেনাপতি চিলাৰায় পূৱফালৰ ৰাজ্য আক্ৰমণ কৰিবলৈ আহোঁতে 'থৈৰামী' ৰজাক কৰতলীয়া হিচাপে মোহৰ মাৰিবলৈ আজ্ঞা দিয়ে।—সম্পাদক

ইং ১৮২৬ চনত মিঃ ডেভিদ স্কটে নংখ্লাওৰ ছিয়েমৰ ৰাজ্যৰ মাজেদি গুৱাহাটীলৈ এটা আলি বন্ধাবলৈ যো-জা কৰে। ইং ১৮২৯ চনৰ এপ্রিল মাহত নংখ্লাওৰ অধিবাসীসকলে আলিবন্ধা কামত নিযুক্ত থকা দুজন ইংৰাজ কর্মচাৰী আৰু ৫০।৬০ জনমান ভাৰতীয় লোকক হত্যা কৰে। তাৰ পিছত ওচৰৰ সকলো ছিয়েমে লগ লাগি ব্রিটিছৰ বিপক্ষে ৰণ চলাই থাকিবলৈ ধৰে। ইং ১৮৩৩ চনতহে এই ৰণৰ ওৰ পৰে। এই ৰণত নংখ্লাওৰ ছিয়েম তিৰৎ সিঙে যি বীৰত্ব দেখুৱাইছিল আজিও খাছিসকলে সেই কাৰণে গৌৰৱ অনুভৱ কৰে। ইয়াৰ পিছত কোম্পানীয়ে চেৰাপুঞ্জীত শ্রীহট্ট পদাতিক সৈন্যদলৰ সদৰ পাতে আৰু সৈন্য-দলৰ অধিনায়কক জিলাৰ ৰাজনৈতিক কর্তৃত্বৰ ভাৰ দিয়ে। ইং ১৮৩৬ চনত জয়ন্তীয়া ৰাজ্যও বৃটিছৰ অধীনলৈ আহে। ইং ১৮৬৪ চনত জিলাৰ সদৰ চেৰা-পুঞ্জীৰপৰা ছিলঙলৈ তুলি অনা হয় আৰু ইং ১৮৭৪ চনত অসম প্রদেশ বঙ্গদেশৰ পৰা পৃথক হোৱাত ই প্রদেশৰো ৰাজধানী হৈ পৰে।

## গাওঁ, ঘৰ-দুৱাৰ

খাছিসকল সাধাৰণতে বতাহৰ পৰা ৰক্ষা পাবলৈ পাহাৰৰ আঁতৰতহে গাওঁ পাতে। পূর্বপুৰুষৰ স্মৃতিচিন থকাৰ কাৰণে তেওঁলোকে নিজৰ গাওঁ এৰি যাবলৈ ভাল নেপায়। কোনো কোনো গাঁৱৰ ওচৰত 'ওক্' আৰু অন্যান্য গছ-গছনিৰে পৰিপূর্ণ একোখন হাবি আছে। সেই হাবিক তেওঁলোকে পৱিত্র বুলি মানে আৰু তাতেই গাঁৱৰ দেৱতাৰ উদ্দেশ্যে পূজা-পাতল দিয়ে। জয়ন্তীয়া গাওঁ খাছি-গাঁৱৰ দৰেই। ওৱাৰবিলাকে পাহাৰৰ নামনিৰ এঢলীয়া ঠাইত ঘৰ সাজে আৰু ঘৰৰ কেউফালে তামোল, পাণ, কলগছ আদি ৰোৱে। ওৱাৰ অঞ্চলত সুমথিৰা খেতিও প্রচুৰ পৰিমাণে হয়। ভই আৰু লিংগাম লোকে হাবিৰ মাজত একোডোখৰ ঠাই মুকলি কৰি গাওঁ পাতে। সেই গাঁৱৰ মাজত একোটা ঘাই বাট থাকে আৰু বাটৰ দুয়ো কাষে শাৰী শাৰীকৈ ঘৰবোৰ সাজে।

খাছিসকলৰ ঘৰবোৰ সাধাৰণতে খেৰৰ। নতুন ঘৰ সাজিবৰ সময়ত তেওঁলোকে কিছুমান নিয়ম পালন কৰে। মধুৰ মাৰলি লগাবৰ সময়ত মূধৰ মাৰলিত কেইডোখৰমান শুকান মাছ বা গাহৰিৰ মঙহ বান্ধি দিয়ে। পিছত ঘৰ সজা মানুহে সেই মাছ বা মঙহ কেইডোখৰ জপিয়াই জপিয়াই চিঙি আনিবলৈ যত্ন কৰে। আজি-কালি ধনী মানুহে টিনপাত লগাই আধুনিক ধৰণেৰে ঘৰ সাজি লৈছে। জয়ন্তীয়াসকলে ঘৰ সজা কাম শেষ হলে একোটা



কুকুৰা বলি দি উ বিছ্ কুৰুম্ (বিশ্বকর্মা) আৰু কা ছিয়েম ছংছাৱৰ (সংসাৰৰ অধিষ্ঠাত্রীদেৱী) পূজা কৰে। খাছি ঘৰৰ মাজৰ খুটাটো ওক্ গছৰ হবই লাগিব। নংষ্টাইন অঞ্চলত ঘৰ সজা কাম শেষ হলে উ লেই লাপ্ নামেৰে এজন দেৱতাৰ পূজা কৰে। ভই আৰু লিংগামসকলে চাংঘৰ সাজে আৰু নতুন ঘৰ সজাৰ সময়ত গৃহদেৱতাৰ উদ্দেশ্যে ছাগলী বা কুকুৰা বলি দি পূজা কৰে।

## সাজপাৰ আৰু অলঙ্কাৰ

পুৰণি কালত খাছিসকলে এবিধ হাত নথকা বুকুখোলা চোলা পিন্ধিছিল। এই চোলাবিলাকৰ তলত জাল-দহি লগোৱা থাকে। পুৰুষবিলাকে লেংটি মাৰিছিল। আজি-কালিও ভিতৰুৱা গাঁৱৰ জয়ন্তীয়া, ভই আৰু লিংগামসকলে তেনেকুৱা সাজকে পিন্ধে। আচ্যৱন্ত সকলে চুৰিয়া পিন্ধে আৰু মূৰত পাগুৰি মাৰে। আজি-কালি চুটি বা দীঘল পেণ্ট, কোট, কামিজ আদি পিন্ধিবলৈ ধৰিছে। খাছি তিৰোতাই পিন্ধা পোছাকৰ এটা স্বকীয়া বৈশিষ্ট্য আছে। গাঁৱৰ তিৰোতাই পুৰণি ধৰণৰ পোছাককেই পিন্ধে। আঠুত পৰাকৈ কঁকালত মেৰিয়াই পিন্ধা কাপোৰখনৰ নাম কা জামিয়েন। আজিকালি এই কাপোৰখনৰ সলনি দীঘল চেমিজ পিন্ধে। তাৰ ওপৰত মুগাৰ বা কপাহী কাপোৰ এখন হাতৰ কাষলতিৰ তলেদি নি আনটো বাহুৰ ওপৰত দুয়োটা মূৰৰ ওপৰৰ দুটা চুককে এটা গাঁঠি দি, ওলোমাই পিন্ধে। এইখন কাপোৰৰ নাম 'কা জেইনজেম'। তাৰ ওপৰত আন এখন কাপোৰ গাত মেৰিয়াই সন্মুখৰ ফালে গাঁঠি দি পিন্ধে। এইখন কাপোৰৰ নাম 'কা জেইনকুপ'। এই কাপোৰ কেইখন দীঘলে তিনি হাত মান হব। মূৰত মেৰিয়াই লোৱা কাপোৰখনৰ নাম 'কা টাপ্‌মখি্'। খাছি তিৰোতাই সাধাৰণতে এইবোৰ কাপোৰ কিনি লয়। জয়ন্তীয়া আৰু ভই তিৰোতাই কাপোৰ বৱ জানে। উৎসৱ আদিত পুৰুষ আৰু তিৰোতা সকলে পোৱাল আৰু সোণৰ মলামণি পিন্ধে। নংক্রেম নৃত্যত খাছি ছোৱালীবিলাকে এবিধ সোণৰ নাইবা ৰূপৰ মুকুট পিন্ধে। পুৰুষেও কাণত সোণৰ আঙঠি পিন্ধা দেখা যায়। তিৰোতাই হাতত ৰূপৰ নাইবা সোণৰ বালা, কাণত কাণফুল আৰু ডিঙিত হাৰ নাইবা গলপতা পিন্ধে। ডাঙৰ ভোজ দিয়া লিংগাম পুৰুষে বাহুত ৰূপৰ খাৰু পিন্ধে।

### অস্ত্ৰ-শস্ত্ৰ

খাছিসকলৰ প্ৰধান অস্ত্ৰ হৈছে দা, তৰোৱাল, যাঠি, ধনু, কাঁড় ইত্যাদি। আগৰ দিনত শৰীৰ ৰক্ষা কৰিবলৈ তেওঁলোকে ঘূৰণীয়া ঢালো ব্যৱহাৰ কৰিছিল। শুনা যায় যে ইংৰাজৰ আগমনৰ আগতে চেৰাপুঞ্জীৰ ওচৰৰ কোনো কোনো ঠাইত তেওঁলোকে যথাৰ, গন্ধক আৰু এঙাৰেৰে বন্দুকৰ খাৰবাৰুদ তৈয়াৰ কৰিছিল। জয়ন্তীয়া ৰজাৰ কামানো আছিল; কিন্তু এইবোৰ কামান কোনে তৈয়াৰ কৰিছিল তাৰ সঠিক বিৱৰণ পোৱা নেযায়। তেওঁবিলাকে ধেনু, কাঁড়, যাঠি, বন্দুক আদিৰে চিকাৰ কৰে। আগৰ দিনত গাঁৱৰ দেৱতাৰ উদ্দেশ্যে পূজা-পাতল কৰি দিন-বাৰ চাইহে চিকাৰী কুকুৰ লগত লৈ চিকাৰলৈ যোৱাৰ নিয়ম আছিল। চিকাৰী কুকুৰকো চিকাৰৰ ভাগ দিয়াৰ প্ৰথা তেওঁলোকৰ মাজত প্ৰচলিত আছে।

### খেতি-বাতি

খেতিয়েই খাছি লোকৰ জীৱিকাৰ প্ৰধান উপায়। খাছিয়া পাহাৰত আলু, সুমথিৰা টেঙা, তামোল আৰু পাণৰ খেতি অধিক পৰিমাণে হয় আৰু এইবিলাক নানা ঠাইলৈ ৰপ্তানি হয়। কোনো কোনো অঞ্চলত মাকৈজোৱা, ধানৰ খেতিও যথেষ্ট পৰিমাণে হয়। ইয়াৰ উপৰিও নানা ৰকমৰ ফল-মূল, তেজপাত, দালচিনি, আদা, লাও, হালধি আৰু শাক-পাচলিৰ খেতি কৰা হয়।

ভাতেই খাছিসকলৰ প্ৰধান আহাৰ। অধিকাংশ লোকেই লাওপানী খায়। তেওঁলোকে গৰু-গাহৰি পোহে আৰু মঙহো খায়। কিছুমান জয়ন্তীয়া লোকে গৰুৰ মঙহ নাখায়। আন আন বহুতো মঙ্গোলীয় জাতিৰ দৰে গাঁৱৰ খাছিসকলে আজিকালিও গাখীৰ, ঘিউ আৰু মাখন নেখায়। চহৰত বাস কৰা মানুহেহে আজিকালি গাখীৰ, ঘিউ আৰু মাখন খাবলৈ ধৰিছে।

### শিল্পদ্ৰব্য

খাছি পাহাৰত লো-মাটি, চূণশিল আৰু কয়লা পোৱা যায়। আগৰ দিনত খাছি লোকসকলে লো-মাটি পুৰি লো উলিয়াইছিল। ১৮৫৩ চনত কৰ্ণেল লিষ্টাৰে লিখি থৈ গৈছে যে সেই সময়ত খাছিয়া পাহাৰৰ পৰা প্ৰায় কুৰি হাজাৰ মোন ওজনৰ কোৰ অসমলৈ চালান হৈছিল। বিদেশী সস্তীয়া লোৰ আমদানি হোৱাৰে পৰা স্থানীয় লো উৎপাদন লোপ পালে। খাছিয়া পাহাৰত দা, কুঠাৰ, কোৰ আদি তৈয়াৰ হয়। ইয়াৰ বাহিৰেও বাঁহ আৰু বেতৰ নানাবিধ নিত্য প্ৰয়োজনীয় সামগ্ৰী তৈয়াৰ হয়। জয়ন্তীয়া অঞ্চলত কিছুমান মানুহে এড়ি পোহে আৰু নিজে গছ-গছনিৰ পৰা তৈয়াৰ কৰা ৰঙেৰে সূতা বোলাই লয়। আগৰ দিনত এওঁলোকে মাটিৰ বাচনো তৈয়াৰ কৰি লৈছিল; কিন্তু আজিকালি এই শিল্প প্ৰায় লোপ পাই আহিছে।



### শিক্ষা-ভাষা

খাছি ভাষাৰ স্বকীয় বৰ্ণমালা নাই; সেই কাৰণে তেওঁলোকৰ পুৰণি লিখিত বুৰঞ্জীও নাই। ১৮৪২ চনত শ্ৰীহট্টত থকা ওৱেল্‌চ কেল্‌ভিনিষ্টিক্ মেথডিষ্ট মিছনে চেৰাপুঞ্জীত এটি শাখা প্ৰতিষ্ঠা কৰি খাছি ভাষা আয়ত্ত কৰিবলৈ ধৰে। প্ৰথমতে তেওঁলোকে বাঙালী বৰ্ণমালাৰে খাছী ভাষাৰ পুথি লিখিবলৈ যত্ন কৰিছিল; কিন্তু পিছত ৰোমান বৰ্ণমালা ব্যৱহাৰ কৰে। আজিও খাছি ভাষাৰ পুথি আদি ৰোমান বৰ্ণমালাৰেহে লিখা হয়। তেতিয়াৰে পৰা চেৰা অঞ্চলৰ ভাষাই শুদ্ধ ভাষাৰূপে গোটেই জিলাতে, শিক্ষাৰ মাধ্যম হিচাপে ব্যৱহৃত হৈ আহিছে। খাছি ভাষাত ভালেমান পুথি আৰু সংবাদপত্ৰ ওলাইছে আৰু এই ভাষাও বিশ্ববিদ্যালয়ৰ পাঠ্যৰ অন্তৰ্ভুক্ত হৈছে।

### সাধুকথা, ফকৰা-যোজনা

খাছিসকলৰ ভালেমান সাধুকথা আছে। নৈ, পাহাৰ আদিৰ উৎপত্তি, থে্‌ন বা সাপ পূজা কেনেকৈ আৰম্ভ হল, খিলঙৰ ছিয়েমৰ আঁতিগুৰি ইত্যাদিয়েই সাধুবিলাকৰ বিষয়-বস্তু। খাছি আৰু জয়ন্তীয়াবিলাকৰ মাজত ফকৰা-যোজনাও আছে। কা থাম্ ভা বান্ ইয়াপ্‌, প্লেম্ জিংবাম্ বান্ ইয়া কাবা ইম্ দা কাবা দাপ্ৰাম্—এইটো এটা খাছি ফকৰা। ইয়াৰ অৰ্থ হৈছে—ঋণী হোৱাতকৈ অনাহাৰে মৃত্যু বৰণ কৰাই বাঞ্ছনীয়। উ থ' হা থিন্‌দ' ই ছা বিনেইন—এইটো এটা জয়ন্তীয়া ফকৰা। ইয়াৰ অৰ্থ হৈছে মাটিৰ ওপৰত চাউল আছে; কিন্তু মানুহে আকাশলৈহে চায়। এনেকুৱা ভালেমান নীতি-কথা তেওঁলোকৰ মাজত প্ৰচলিত আছে।

### শাসন-ব্যৱস্থা

খাছিয়া পাহাৰ কিছুমান সৰু সৰু ৰাজ্যৰ সমষ্টি। ৰাজ্যৰ ৰজাজনক ছিয়েম্ বোলে। ছিয়েমে দৰবাৰৰ মন্ত্ৰীসকলৰ পৰামৰ্শ নোলোৱাকৈ কোনো

উল্লেখযোগ্য কাম কৰিব নেৱোৰে। কিছুমান গাঁৱৰ গাওঁবুঢ়াক চৰ্দাৰ বোলে। চৰ্দাৰে স্থানীয় বিবাদ মীমাংসা কৰে; বস্তুৱা সংগ্ৰহ কৰে, আৰু ছিয়েমৰ হৈ 'পিন্‌ছক্' (ৰাজ্যৰ ভঁৰাললৈ দিয়া বছৰেকীয়া বৰঙণি) তোলে। খাছি প্ৰজাই মাটিৰ খাজনা দিব নালাগে। কিয়নো বেছি ভাগ মাটিয়েই ফৈদৰ উমৈহতীয়া সম্পত্তি। হাট-বজাৰৰ পৰা তোলা কৰ ছিয়েমে পায়। গোচৰৰ জৰিমনাৰ ধন ছিয়েম্ আৰু দৰবাৰৰ সভ্যসকলে ভাগ বাতি লয়। ছিয়েম্ পৰিয়ালৰ লোকেহে ছিয়েম্ হব পাৰে। পোৰুৰথন ৰাজ্যত তেনেকুৱা একোটা ছিয়েম্ পৰিয়াল আছে। তাৰ ভিতৰত থাইৰিম্, মিল্লিম্, চেৰা, নংষ্টাইন, আৰু নংখ্লাও, এই কেইখনেই প্ৰধান ৰাজ্য। ইয়াৰ বাহিৰেও লিংদ', চৰ্দাৰ আৰু ওৱাহাদাৰৰ অধীনত কেইবাখনো ৰাজ্য আছে। স্ত্ৰীপক্ষৰণৰাই জ্যেষ্ঠানুক্ৰমে ছিয়েম্ নিৰ্বাচিত হয়। পুৰুষ উত্তৰাধিকাৰী নাথাকিলে তিৰোতাও ছিয়েম্ হব পাৰে। কোনো কোনো ক্ষেত্ৰত প্ৰাপ্তবয়স্ক ভোটাধিকাৰ প্ৰথাৰে ছিয়েম্ নিৰ্বাচন কৰা হয়। খাছিসকলৰ মাজতে এনেকুৱা গণতান্ত্ৰিক প্ৰথা আগৰেপৰা চলি আছে। ইংৰাজৰ দিনত জয়ন্তীয়া ৰাজ্য কুৰিখন 'দলৈ' অঞ্চলত ভাগ কৰা হয়। প্ৰজাই 'দলৈ' নিৰ্বাচন কৰে। দলৈক পাতৰ, বাচান্, ছাংগটু আদি বিষয়াসকলে ৰাজকাৰ্য্য পৰিচালনা কৰাত সহায় কৰে। ইং ১৯৪৭ চনত দেশে স্বাধীনতা লাভ কৰাৰ পিছত ছিয়েম্, দলৈ আদি ৰাজ্যৰ নিৰ্বাচিত প্ৰতিনিধিসকলৰ দ্বাৰা জিলা পৰিষদ গঠন কৰা হৈছে আৰু এই পৰিষদে শাসনৰ ভালেখিনি ক্ষমতা পাইছে।

**পৰিয়াল, বিবাহ আৰু উত্তৰাধিকাৰ**

মাতৃ-প্ৰধান ব্যৱস্থা প্ৰচলিত খাছি সমাজৰ অধিকাংশ ফৈদে নিজ নিজ ফৈদ একোগৰাকী আদি মাতৃৰপৰা উৎপত্তি হৈছে বুলি দাবী কৰে আৰু সেই আদি মাতৃ গৰাকীক কা ইয়াওবে টিন্‌ৰাই বুলি কয়। মাক, জীয়েক আৰু জীয়েকৰ সন্তান-সন্ততি গোটখাই একোটা পৰিয়াল হয়। বুঢ়ী মাকেই সেই পৰিয়ালৰ মূল।

খাছি প্ৰথামতে বিয়াৰ পিছত দৰা শাহুয়েকৰ ঘৰতে থাকে। বিয়া দিয়া ছোৱালীয়ে মাকৰ ঘৰত যিমান দিন থাকিব, সিমান দিনলৈকে তাইৰ উপাৰ্জনৰ সমুদায় ধন মাকৰ হাতত দিব লাগে। মাকে পৰিয়ালৰ সকলোৰে ভৰণ-পোষণৰ ভাৰ লয়। দুই এটা সন্তান জন্ম হোৱাৰ পিছতহে স্বামীয়ে স্ত্ৰীক নিজৰ এটা



সুকীয়া ঘৰলৈ নিয়ে। নিজ ফৈদৰ ভিতৰত বিয়া কৰোৱা মহাপাপ বুলি তেওঁলোকে গণ্য কৰে। তেওঁলোকৰ মাজত বহু-বিবাহ প্ৰথা নাই। জয়ন্তীয়া দৰাই শাহুৱেকৰ ঘৰত থোৱা-বোৱা কৰি বাস নকৰে; মাত্ৰ ৰাতিটো কটাবলৈহে যায়। বিধৱাৰ স্বামীৰ বছৰেকীয়া নোযোৱালৈকে পুনৰ বিবাহ কৰা নিষেধ। খাছি, জয়ন্তীয়া, ওৱাৰে, ভই আৰু লিংগামবিলাকৰ মাজত বিয়া-বাৰু হোৱাৰ কোনো বাধা নিষেধ নাই। লিংগামবিলাকৰ লগত গাৰোসকলৰো বিয়া-বাৰুৰ সম্বন্ধ ঘটিছে।

চৰিত্ৰহীনতা, সন্তানহীনতা, মনোমালিন্য আদি কাৰণতেই তেওঁলোকৰ মাজত সাধাৰণতে বিবাহ-বিচ্ছেদ হয়। এক পক্ষই সন্মতি নিদিলে সেই পক্ষক ক্ষতিপূৰণ দিহে বিচ্ছেদ হ'ব পাৰে। এবাৰ বিচ্ছেদ হোৱাৰ পিছত সিহঁতৰ দুয়োৰে পুনৰ্বিবাহ হ'ব নোৱাৰে।

খাছি প্ৰথামতে কনিষ্ঠা জীয়াৰীৰ ওপৰতহে পৰিয়ালৰ ধৰ্ম-কৰ্মৰ ভাৰ থাকে আৰু সেই কনিষ্ঠা জীয়াৰীৰ ঘৰতেই ধৰ্মকাৰ্য্য উপলক্ষে পৰিয়ালৰ সকলোৱে গোট খায়। সেই কাৰণে কনিষ্ঠা জীয়াৰীয়েই মাতৃৰ অধিকাংশ সম্পত্তিৰ উত্তৰাধিকাৰিণী হয়। কনিষ্ঠা জীয়াৰীয়ে আন ধৰ্ম গ্ৰহণ কৰিলে বা কোনো নিষিদ্ধ কাম কৰিলে বা তেওঁৰ মৃত্যু হলে, তেওঁৰ ওপৰৰ বায়েকে মাতৃৰ সম্পত্তি পায়। নিজৰ জীয়াৰী নাথাকিলে ভনীয়েকৰ কনিষ্ঠা জীয়াৰীলৈ সকলো সম্পত্তি যায়। জীয়াৰী নাথাকিলে পিতৃৰ আৰ্জনৰ সম্পত্তি পুত্ৰবিলাকৰ মাজত সমানে ভগাই দিয়া হয়।

খাছি আৰু জয়ন্তীয়াসকলৰ মাজত পোষ্য গ্ৰহণৰ প্ৰথা আছে। কোনো পৰিয়ালৰ তিৰোতা মৰি নাইকিয়া হলে, পৰিয়ালৰ পুৰুষবিলাকে ঘৰুৱা সকাম-নিকাম কৰিবলৈ আন এটা পৰিয়ালৰপৰা এজনী ছোৱালী মাতি আনে আৰু সেই ছোৱালীজনীয়ে পৰিয়ালৰ কনিষ্ঠা জীয়াৰীৰ স্থান অধিকাৰ কৰি সম্পত্তিৰ উত্তৰাধিকাৰিণী হয়। এনেকৈ পোষ্য গ্ৰহণ কৰাৰ সময়ত জয়ন্তীয়াসকলে বংশৰ মানুহক নিমন্ত্ৰণ কৰি ভোজ খুৱাই এটা সকাম কৰে।

**ধৰ্মবিশ্বাস**

খাছি সকলৰ সৃষ্টিকৰ্তা ভগৱানৰ (উ ব্লেই নংথাও) ওপৰত বিশ্বাস কৰে। সম্ভৱতঃ মাতৃপ্ৰধান প্ৰথাৰ প্ৰভাৱত ভগৱানৰ ওপৰতো 'কা লেই ছংছাৰ্' বুলি মাতৃত্বৰ গুণ আৰোপ কৰা হয়। তেওঁলোকৰ ধৰ্ম দেৱতা-পূজাতেই আবদ্ধ

বুলিলেও বঢ়াই কোৱা নহয়। পূজাৰী (লিংদ') আৰু পূজা-পদ্ধতি জনা বুঢ়াসকলেই পূজা-পাতল কৰে। পূৰ্বপুৰুষৰ প্ৰেতাত্মা পূজা কৰিলে সাংসাৰিক মঙ্গল হয় বুলি তেওঁলোকে বিবেচনা কৰে। তেওঁলোক বিশ্বাস কৰে যে প্ৰথানুসাৰে মৃতকৰ অন্ত্যেষ্টি ক্ৰিয়া সম্পাদন কৰিলে মৃতকৰ সদগতি হয় আৰু তাৰ অন্যথা হলে মৃতকৰ আত্মাই পোক-পতঙ্গ আদি ৰূপে আকৌ পৃথিবীত জন্ম-গ্ৰহণ কৰে। জয়ন্তীয়াসকলে বসন্তৰ দাগক আইৰ চুমা বুলি ভাবে আৰু আইপূজা কৰে। খাছি আৰু জয়ন্তীয়া সকলে মৃতকৰ প্ৰেতাত্মাৰ উদ্দেশ্যে আৰু 'কা ইয়াওবে'ৰ উদ্দেশ্যে নৈবেদ্য উছৰ্গা কৰে। পূৰ্বপুৰুষৰ সোঁৱৰণীৰ উদ্দেশ্যে যি-বিলাক থিয় শিল পুতি থোৱা দেখা যায়, তাৰ সন্মুখত পাৰি থোৱা পথালি শিলবিলাক 'কা ইয়াওবে'ৰ স্মৃতি-চিনৰূপে প্ৰতিষ্ঠিত হৈছিল বুলি কোনো কোনোৱে কয়। তেওঁলোকৰ মাজত এটা বিশ্বাস আছে যে, 'উ থ্লেন্' অৰ্থাৎ এটা অতিকায় সাপক মানুহৰ তেজ দিলেহে সন্তুষ্ট হয়। থেলন্ পূজাৰ কাৰণে আগৰ দিনত নৰহত্যা কৰা হৈছিল। থেলন্ পূজা কৰিলে ধন-সম্পত্তি বৃদ্ধি হয় বুলি ভাবে, আৰু সেই কাৰণে আজিকালিও কোনো কোনোৱে থেলন্ পূজা কৰে বুলি এটা ধাৰণা আছে। মানুহৰ তেজ সংগ্ৰহ কৰিব নোৱাৰিলে কোনো মানুহৰ চুলি বা সি ব্যৱহাৰ কৰা কাপোৰ এডোখৰকে আনি থেলনৰ আগত আগবঢ়োৱা হয়। মানুহে কয়, যে যি মানুহৰ চুলি বা কাপোৰ আনি থেলনৰ আগত উছৰ্গা কৰা হয়, সেই মানুহটো লাহে লাহে খীণাই শুকাই মৃত্যুৰ মুখত পৰে।

খ্ৰীষ্টিয়ান মিশ্যনেৰীসকল অহাৰ পিছত ভালেমান লোকে খ্ৰীষ্টিয়ান ধৰ্ম গ্ৰহণ কৰিছে।

### জন্ম আৰু মৃত্যু

সন্তান জন্ম হলে নামকৰণৰ পূজা-পাতল জনা এজন বয়সীয়া মানুহে দেৱতাক সাক্ষী হবলৈ আহ্বান কৰে। সমবেত লোকসকলে কিছুমান নাম মাতি থাকে আৰু পূজাৰীয়ে এটা লাওৰ পৰা লাওপানী ঢালি থাকে। শেষৰ টোপা লাওপানী থাকোঁতে যিটো নামকে উচ্চাৰণ কৰা হয়, সেই নামেৰেই সন্তানৰ নামকৰণ কৰা হয়।

কোনো লোকৰ মৃত্যু হলে মৃতকৰ ওচৰত খোৱাবস্তু আৰু তামোল-পাণৰ এখন থাল থোৱা হয়। মৃতদেহ দাহ কৰিলে বা পুতি থলেও মৃতকৰ উদ্দেশ্যে



গৰু, গাহৰি বা কুকুৰা বলি দিয়া হয়। বলি দিবলৈ অসমৰ্থ হলে চিতাৰ ওপৰত অলপ লাউপানীকে ঢালি দিয়ে। শৱদাহ কাৰ্য্য অন্ত হলে পানী ঢালি চিতাৰ জুই নুমাই মৃতকৰ সম্পৰ্কীয় লোকে তিনিভাগ অস্থি সংগ্ৰহ কৰে আৰু অস্থিৰথা সমাধি স্তম্ভত অস্থিখিনি থৈ আহে। শৱদাহ কৰাৰ পিছত তিনিৰাতিলৈকে প্ৰেতাত্মাৰ উদ্দেশ্যে নৈবেদ্য দিয়া হয়। তিনিদিনৰ পিছত পৰিয়ালৰ সকলোৱেই গা-পা ধুই কাপোৰ-কানি তিয়াই শুচি হয়। এমাহৰ অন্তত মৃতকৰ উদ্দেশ্যে গাহৰি বা কুকুৰা বলি দিয়া হয়।

### সোঁৱৰণী শিল

খাছিয়া পাহাৰৰ ভালেমান ঠাইত থিয় শিল পুতি থোৱা দেখা যায়। তেওঁ-লোকে কয় যে পূৰ্বপুৰুষৰ নাইবা কোনো বিশেষ ঘটনাৰ স্মৃতিচিন স্বৰূপে এই থিয় শিলবোৰ পুতি, সন্মুখত পথালি শিল পাৰি থোৱা হৈছিল।

### উৎসৱ, নৃত্য-গীত

খাইৰিম ৰাজ্যৰ ছিয়েমে লিংদ' আৰু প্ৰধান পুৰোহিতৰ সহায়ত ৰাজ্যৰ মঙ্গলৰ অৰ্থে 'কাব্লেই ছংছাৰ' অৰ্থাৎ সংসাৰৰ অধিষ্ঠাত্ৰী দেৱীৰ উদ্দেশ্যে বছৰি বছৰি নংক্ৰেমত পংৱাং অৰ্থাৎ ছাগলী বলি দিয়া পূজা কৰে। এই উপলক্ষে তাত কেই-বাদিনো পূজা আৰু পুৰুষৰ নাচ হয়। এদিন ছোৱালীবোৰৰ নাচ হয়। এই নাচত কেৱল কুমাৰীবিলাকেহে যোগ দিব পাৰে। ছোৱালীসকলে নিজৰ ধুনীয়া ধুনীয়া কাপোৰ, মূৰত মুকুট আৰু অলঙ্কাৰ পিন্ধি হাত দুখন ওলোমাই মাটিলৈ দৃষ্টি কৰি লাহে লাহে ভৰি তুলি নাচে। কেইজনমান পুৰুষেও উৎসৱৰ পোছাক পিন্ধি হাতত চোঁৱৰ লৈ ঢোল, পেঁপা আদি বাদ্যযন্ত্ৰৰ ছেৱে ছেৱে ঘূৰি ঘূৰি নাচে। তাৰ পিছত কেৱল পুৰুষৰ নাচ হয়। পুৰুষেও উৎসৱৰ পোছাক আৰু অলঙ্কাৰ আদি পিন্ধি পাগুৰিত কুকুৰাৰ পাখি লগাই হাতত ঢাল-তৰোৱাল আদি লৈ নাচে। দুজনে দুফালৰপৰা হাতত তৰোৱাল লৈ আগবাঢ়ি আহি তৰোৱালে তৰোৱালে আঘাত কৰি এজনে আনজনক আক্ৰমণ কৰাৰ ভাও দেখুৱাই আকৌ নিজৰ শাৰীলৈ গুচি যায়। নাচ শেষ হোৱালৈকে এইদৰে নাচি থাকে।

ফৈদৰ সমাধিস্তম্ভত মৃতকৰ অস্থি থবৰ সময়ত আৰু বেহা-বেপাৰৰ উন্নতিৰ অৰ্থে হাট-বজাৰত হোৱা উৎসৱতো এইদৰে নাচ হয়।

সাধাৰণতে এপ্ৰিল মাহত ছিলং চহৰৰ মউলাইত এনেকুৱা নাচ হয়। তাৰ পিছত সুবিধানুসাৰে জুলাই বা আগষ্ট মাহত নংক্ৰেম নাচ হয়।

জয়ন্তীয়াসকলৰ মাজতো ধৰ্মসম্বন্ধীয় বছৰেকীয়া নৃত্য হয়। এই নৃত্যক লাহো নৃত্য বোলে। আগৰ দিনত এই নৃত্য সাত দিন সাত ৰাতিলৈকে অনুষ্ঠিত হৈছিল। এই নাচৰ উদ্দেশ্যে ডেকা আৰু গাভৰুসকলে নিজৰ উৎকৃষ্ট পোছাক পিন্ধি আহে আৰু ঢোল, পেঁপা, বাঁহী আদিৰ ছেৱে ছেৱে নৃত্য কৰে।

খাছি আৰু জয়ন্তীয়া মানুহে কাম কৰি থকা সময়তো সুহুৰি বজাই থাকে আৰু গানো গায়। আজিকালি শিক্ষিত ডেকা আৰু গাভৰুসকলে পছিমীয়া সুৰৰ গান আৰু বাদ্যযন্ত্ৰও আয়ত্ত কৰিছে আৰু এই বিষয়ত ভালেখিনি উন্নতি সাধন কৰিছে। মাজে সময়ে চহৰত থিয়েটাৰো কৰে।

নৃত্যগীতৰ বাহিৰেও, তেওঁলোকৰ মাজত কাঁড়-খেলাৰ প্ৰতিযোগিতা হয়। মালযুঁজ, মূৰে মূৰে খুন্দিয়াই যুঁজ কৰা, ওখ আৰু দীঘল জাপ মৰা, চিলা উৰুৱা আদি নানা ধৰণৰ জাতীয় খেলা আছে। আজিকালি ফুটবল, হকী, বেটবল আদি খেলতো খাছি ল'ৰাবিলাকে উৎকৰ্ষতা লাভ কৰিছে।

# গাৰো

## শ্ৰীধীৰেন্দ্ৰনাৰায়ণ মজুমদাৰ

গাৰোসকলে মানুহক মান্দে আৰু নিজকে আ-চিক্ বোলে। মান্দে মানে মানুহ সৰু সৰু জনজাতি সকলৰ মাজত নিজকে মানুহ বোলা নিয়মটো প্ৰায় সকলো ঠাইতেই আছে। ছোটনাগপুৰ অঞ্চলৰ হো, কোৰকু আদি জনজাতিৰ নামৰ অৰ্থও মানুহ। আ-চিক শব্দৰ অৰ্থ পাহাৰ—গাৰোসকল পাহাৰত বসবাস কৰা মানুহ কাৰণেই এই নাম ব্যৱহাৰ কৰা হয়। গাৰোসকলৰ শাৰীৰিক আকাৰ অসমৰ আন আন তিব্বত-বৰ্মী জনজাতিৰ লগত প্ৰায়ে মিলে, আৰু সেই কাৰণে এওঁবিলাকক মঙ্গোলীয় গোষ্ঠীৰ মানুহ বুলি ক'ব পাৰি।

### বাসস্থান আৰু পৌৰাণিক ইতিবৃত্ত

বৰ্তমানে গাৰোসকলৰ প্ৰধান বাসস্থান হৈছে—অসমৰ দক্ষিণ পশ্চিম কোণৰ গাৰোপাহাৰ জিলা। ইয়াৰ বাহিৰেও অসমৰ কামৰূপ, গোৱালপাৰা, খাছিয়া পাহাৰ আৰু অসমৰ বাহিৰৰ ত্ৰিপুৰা আৰু মৈমনসিংহতো বহুতো গাৰোলোকে বসবাস কৰে। গাৰোসকলে কোন ঠাইৰ পৰা আহি গাৰো পাহাৰত আছেহি তাৰ কোনো বুৰঞ্জীমূলক প্ৰমাণ নাই। গাৰোসকলে নিজকে তিব্বত দেশৰ মানুহ বুলি বিশ্বাস কৰে। গাৰোসকলৰ পুৰণি আখ্যান আদিত তিব্বত দেশৰপৰা অহাৰ কথা বৰ্ণনা কৰা আছে ; অৱশ্যে এই বিষয়ে সঠিক কোনো বুৰঞ্জীমূলক প্ৰমাণ নাই। নৃতত্ত্ববিদ্ সকলৰ মতে মঙ্গোলীয় জাতিৰ তিব্বত-বৰ্মীয় গোষ্ঠীৰ জনজাতিসকল উত্তৰ-পূব আৰু পূব কোণেদি অসমত সোমাই ব্ৰহ্মপুত্ৰ উপত্যকাৰে ভটীয়াই যায়। গাৰোসকলে গাৰোপাহাৰত বসবাস কৰাৰ আগেয়ে কিছুদিন ব্ৰহ্মপুত্ৰ উপত্যকাত বসবাস কৰিছিল বুলি জনপ্ৰবাদ আছে।

### বিভিন্ন ঠাল আৰু গোত্ৰ

গাৰোসকলৰ ভিতৰত কেইবাটাও ঠাল আছে। এই ঠালবোৰ হ'ল :—

(১) ভৈয়ামৰ ওচৰচুবুৰীয়া অঞ্চলত বাস কৰা সকলক আৱে বা আথাৱে বোলে। আৱে বা আথাৱে শব্দৰ অৰ্থ ভৈয়াম।

(২) গাৰো পাহাৰৰ মধ্য পূব অঞ্চলত বসবাস কৰা লোকসকলক চিচাক্ বোলে। চিচাক্ শব্দৰ অৰ্থ হৈছে নদীৰ উৎপত্তি অঞ্চল। গাৰো পাহাৰৰ ডাঙৰ ডাঙৰ নদী কেইথনমান এই অঞ্চলত উৎপত্তি হৈছে।

(৩) গাৰো পাহাৰৰ মধ্য-পশ্চিম অঞ্চলত বসবাস কৰা লোকসকলক মাৎচি অৰ্থাৎ মধ্যাঞ্চলৰ অধিবাসী বোলে।

(৪) গাৰো পাহাৰৰ পশ্চিম আৰু দক্ষিণ অঞ্চলত বসবাস কৰা লোকসকলক 'আমৱেং' বা 'আবেং' বোলে।

(৫) গাৰো পাহাৰৰ দক্ষিণ অঞ্চলৰ পাৰ্বত্য অঞ্চলত বসবাস কৰা লোকসকলক গাৰা-গান্‌চিং বোলে।

(৬) সোমেশ্বৰী বা চিমচাং নদীৰ উপত্যকা অঞ্চলত বসবাস কৰা লোক-সকলক আটং বোলে। আটং সকলৰ মুখৰ আকৃতিৰ বৈশিষ্ট্য আছে আৰু তেওঁ-লোকৰ ভাষাও আনবিলাক ঠালৰ ভাষাৰ লগত নিমিলে।

(৭) ভোগাই বা বুগী নদীৰ উৎপত্তি স্থলত বসবাস কৰা লোকসকলক ৰুগা বোলে। ৰুগাসকলৰ ভাষা কিছু পৰিমাণে আটংসকলৰ ভাষাৰ লগত মিলে।

(৮) গাৰো পাহাৰ আৰু খাছিয়া পাহাৰৰ সীমান্ত অঞ্চলত বসবাস কৰা লোকসকল মেগাম্ বোলে। এই ঠালৰ লোকসকলৰ বেছি ভাগেই খাছিয়া পাহাৰত থাকে। এইবিলোকক গাৰো আৰু খাছিসকলৰ সংমিশ্ৰণ হোৱা জনজাতি বুলি ক'ব পাৰি। মেগাম্‌সকলৰ নীতি-নিয়ম গাৰোসকলৰ লগত প্ৰায়ে মিলে; কিন্তু এওঁবিলাকৰ ভাষা খাছিয়া ভাষাৰ এটা কথিত ৰূপ বা উপভাষাহে।

গাৰোসকলৰ সামাজিক বিশিষ্টতা হৈছে, তেওঁলোক অসমৰ দুটা মাতৃপ্ৰধান বা মাতৃগোত্ৰ অনুগামী জনজাতিৰ ভিতৰত এটা। আনটো হৈছে খাছিসকল। মাতৃপ্ৰাধান্যই গাৰোসমাজক এটা বিশিষ্ট ৰূপ দিছে। তেওঁলোকে মাকৰ ফালৰ পৰা বংশ গণনা কৰে। মাক যি গোত্ৰৰ ( clan ) হয় ল'ৰাছোৱালীয়ো সেই গোত্ৰৰ হয়। সম্পত্তিও মাকৰপৰা জীয়েকে পায়। এইখিনিতে গাৰোসকলৰ সামাজিক গঢ়টো অলপ বহলাই কোৱা যাওক। গাৰোসকলৰ কিছুমান গোত্ৰ বা ফৈদ আছে। এই গোত্ৰবিলাকক মাচং বুলি কয়। সকলোবিলাক গোত্ৰ



প্ৰধানকৈ দুটা ঠালত বিভক্ত। এই ঠাল দুটা হৈছে চাংমা আৰু মাৰাক্—এই ঠাল দুটাকে চাৎচি বোলে। গোটেই সমাজখন দুটা ঠালত ভাগ হোৱা কাৰণে সমাজখনে 'দ্বৈত বিভাজন'ৰ ৰূপ লৈছে। গাৰোসকলৰ মাজত সগোত্ৰ বিবাহ নিষিদ্ধ। আজিকালি অৱশ্যে 'চাৎচি'ৰ ভিতৰত বিয়াবাৰু হবলৈ আৰম্ভ কৰিছে। মাতৃপ্ৰধান জাতিৰ আন এটা বৈশিষ্ট্য, ছোৱালীৰ মাক-বাপেকৰ ঘৰলৈ জোঁৱাই আহি থকাৰ নিয়মটো গাৰোসকলৰ মাজত প্ৰচলিত আছে। মাক-বাপেকে যিজনী ছোৱালীক সকলোতকৈ ভাল পায় সেইজনী ছোৱালীৰ কাৰণে থাকিবলৈ ল'ৰা বিচাৰে। সাধাৰণতে ছোৱালীজনীৰ বাপেকৰ ভাগিনীয়েকক ঘৰ-জোঁৱাইৰ কাৰণে উপযুক্ত পাত্ৰ বুলি গণ্য কৰা হয়—( নৃতত্ত্ববিদ সকলৰ ভাষাত এইবিধৰ বিয়াক MBD type of cross-cousin marriage বোলে )। ঘৰত থকা জী-জোঁৱাইহালক নোক্‌ৰম্ বোলে। এওঁবিলাকেই ছোৱালীৰ বাপেক মাক মৰাৰ পিছত সম্পত্তিৰ অধিকাৰী হয় আৰু বুঢ়া-বুঢ়ী জীয়াই থকা অৱস্থাত জী-জোঁৱায়ে উপাৰ্জন কৰি খুৱায়। নোক্‌ৰমৰ বাহিৰে আনবোৰ জীয়েকে অৱশ্যে বিয়াৰ পিছত গিৰিয়েকৰ লগত বেলেগে ঘৰ কৰি থাকে।

## সমাজ আৰু জীৱন

গাৰোসকলক যদিও মাতৃপ্ৰধান জাতি বোলা হৈছে, তথাপিও তেওঁলোকৰ সমাজত তিৰোতাৰ স্থান বৰ উচ্চ নহয়। তিৰোতা সম্পত্তিৰ অধিকাৰিণী হলেও মতা মানুহেহে সম্পত্তি চলায়। তিৰোতাসকলে সমানে পুৰুষৰ লগত খেতি-বাতিৰ কাম কৰে; ইয়াৰ বাহিৰেও তেওঁলোকে গোটেই দিনটো ঘৰৰ কাম-বন কৰি গিৰিয়েক আৰু ল'ৰাছোৱালীৰ সেৱা-শুশ্ৰূষা কৰে। তিৰোতাসকলে সদায় মাচঙৰ মতা মানুহবিলাকৰ ( এওঁবিলাকক 'চ্ৰা' বোলে ) উপদেশ আৰু আদেশ মানি চলিব লাগে। গিৰিয়েকৰ মনত অসন্তোষ দিলে তিৰোতাক শাস্তি দিবৰ অধিকাৰো চ্ৰাসকলৰ আছে।

গাৰোসকলৰ জীৱন যাত্ৰাৰ প্ৰধান সম্বল হৈছে খেতিবাতি। তেওঁলোকে পাহাৰৰ হাবি-বন কাটি ঝুম খেতি কৰে। মাঘ-ফাগুন মাহত পাহাৰৰ মাজত এডোখৰ ঠাইৰ গছ-বনবোৰ কাটি পেলোৱা হয়। এইবোৰ যেতিয়া ভালদৰে শুকায়, তেতিয়া চ'ত-ব'হাগ মাহত প্ৰথম বৰষুণৰ লগে লগে পুৰি পেলোৱা হয়। ইয়াৰ পিছত পোৰা ছাইৰ ওপৰত পাহাৰৰ ধান ( মি-মা ), কণিধান ( মিচি ), শিমলু আলু ( থা-বোলচু ), কপাহ ( খিল্ ), কচু ( থা-আ ), বেঙেনা ( বাৰিং ),

জলকীয়া ( ঝালিক্ ), কোমোৰা ( আথাক ), লাউ ( ৰাউ ) আৰু আন আন শাক-পাচলি আৰু শস্যৰ গুটি একেলগে পেলাই দিয়া হয়। মাজে মাজে ঝুম খেতিৰ ঘাঁহ-বনবোৰ নিৰাই দিয়া হয়। আহিন-কাতি মাহত পাহাৰৰ ধান পকে। তেতিয়া ধানৰ আগবোৰ হাতেৰে ছিঙি নিয়ে। এইবিধ খেতিৰ প্ৰণালী বৰ কষ্ট-কৰ আৰু এনেকৈ খেতি কৰিলে জনসংখ্যা বৃদ্ধিৰ লগে লগে এডোখৰ মাটিতে বাৰে বাৰে খেতি কৰিব লগা হয় আৰু ফলত শস্যৰ উৎপাদন কমি যায়। আজিকালি গাৰোপাহাৰৰ ভিতৰুৱা অঞ্চলবিলাকতো য'ত সমতল ঠাই আছে তাত ভৈয়ামৰ নিচিনাকৈ খেতি কৰিবলৈ আৰম্ভ কৰিছে। এনেকুৱা ঠাইবোৰত আহু আৰু শালি ধান, মৰাপাট, সৰিয়হ আদিৰ খেতি কৰা হয়।

## গাওঁ-ভুই ঃ নোক্‌ফান্‌থে

গাৰো গাওঁবোৰ দেখিবলৈ বৰ ধুনীয়া আৰু পৰিষ্কাৰ-পৰিচ্ছন্ন। তেওঁলোকে পাহাৰৰ ওপৰত ঘৰবাৰী কৰি থাকিবলৈ ভাল পায়। একোখন গাঁৱত প্ৰায় কুৰি-পঁচিশ ঘৰকৈ মানুহ থাকে। ঘৰবোৰ একেখন চোতালৰ চাৰিওফালে ঘূৰণীয়াকৈ সজোৱা হয়। গাৰোসকলে চাংঘৰ সাজি থাকে। একোটা ঘৰ প্ৰায় চল্লিশৰ পৰা ষাঠি হাতলৈকে দীঘল। ঘৰৰ প্ৰথম অংশটোত তেওঁলোকে উৰাল থয় আৰু সেইডোখৰত ধান বানে। মাজৰ অংশটো চ'ৰাঘৰৰ নিচিনা। ইয়াত বাহিৰৰ মানুহ আহিলে বহে বা উৎসৱাদিৰ দিনত লাওপানী আদি খাই গল্প কৰি আমোদ-প্ৰমোদ কৰে। পিছফালৰ সৰু অংশ এটাত ঘৰৰ বুঢ়া-বুঢ়ী থাকে। জীয়াৰী ছোৱালীবিলাক সাধাৰণতে চ'ৰা-ঘৰতে থাকে। বুঢ়া-বুঢ়ী থকা ঘৰতহে ভাত-পানীও ৰন্ধা হয় আৰু পৰিয়ালৰ মূল্যবান বস্তুবিলাকো তাতেই ৰখা হয়। ঘৰৰ পিছফালে বাৰান্দাৰ নিচিনা এখন খোলা চাং থাকে। ইয়াত পৰিয়ালৰ মানুহ-বিলাকে খোৱা লোৱা কৰে আৰু জহকালি গধুলি বহি বিশ্ৰাম কৰে। গাৰো গাওঁবিলাকত ডেকা ল'ৰাৰ কাৰণে ডেকাচাং থাকে। ডেকাচাঙক গাৰোসকলে নোক্‌ফান্‌থে বোলে। নোক্‌ফান্‌থোবোৰ বৰ ডাঙৰ ডাঙৰ ঘৰ—ইয়াত গাঁৱৰ ডেকাসকল ৰাতি শোৱে আৰু গধুলি নাচ-গান কৰি আমোদ-প্ৰমোদ কৰে। গাঁৱৰ সমূহীয়া উৎসৱাদিতো নোক্‌ফান্‌থেত লাওপানী পান কৰি নাচ-গান কৰি আমোদ-প্ৰমোদ কৰা হয়। আগৰ দিনত নোক্‌ফান্‌থেৰ নিয়ম বৰ কঠোৰ আছিল। তাত কোনো তিৰোতা মানুহ সোমাবৰ অধিকাৰ নাছিল আজিকালি কিন্তু লাহে লাহে সেই নিয়মবোৰ শিথিল হৈ আহিছে। আজিকালি নোক্‌ফান্‌থেৰ সমূহীয়া উৎসৱাদিৰ



সময়ত ছোৱালীবোৰেও তালৈ গৈ নাচ-গানত যোগ দিয়ে। গাঁৱলৈ কোনো অচিনাকি মানুহ গলে তেওঁলোককো ডেকাচাঙতে ঠাই দিয়া হয়।

গাৰোসকলে গাঁৱৰ ওচৰৰ পৰ্বতীয়া জুৰিৰ পানী ব্যৱহাৰ কৰে। ৰাতিপুৱা আৰু গধুলি গাঁৱৰ ছোৱালীবোৰে লাওৰ পাত্ৰবোৰ লুখাত ভৰাই লৈ পানী নিবলৈ আহে। এই ঠাইতে গাঁৱৰ মানুহবিলাকে গধুলি কামবন শেষ কৰি গা ধোৱে। এই ঠাইক চিগা বোলে। গাৰোসকলে খোৱা-পানীৰ বিষয়ে বৰ সাৱধানতা অৱলম্বন কৰে আৰু কোনেও পানীৰ ওচৰত কোনে লেতেৰা বস্তু নেপেলায়। এইটো এওঁলোকৰ বৰ ভাল গুণ।

## ধৰ্ম-বিশ্বাস আৰু উৎসৱ

গাৰোসকলে ভুত-প্ৰেত বিশ্বাস কৰে। সকলোতকৈ ডাঙৰ দেৱতাজনৰ বেলেগ বেলেগ অঞ্চলত বেলেগ বেলেগ নাম—যেনে, চাল্‌জং, তাতাৰা-ৰাবুগা, মিত্তে দ্বাল্‌গিপা ইত্যাদি। প্ৰত্যেক বিধ বেমাৰ্-আজাৰৰ বেলেগ বেলেগ দেৱতা আছে। পোন প্ৰথমে কোন দেৱতাৰ প্ৰতিক্ৰিয়াত বেমাৰ হৈছে তাক জানিবৰ বাবে কুকুৰা এটা মাৰি মঙল চোৱা হয়। তাৰ পিছত সেই দেৱতাক সন্তুষ্ট কৰি-বলৈ বলি আদি দি পূজা কৰা হয়। বেলেগ বেলেগ দেৱতাৰ বেলেগ বেলেগ বলি দিয়াৰ প্ৰথা আছে। গাৰো দেৱতাসকলৰ কাৰণে কুকুৰা, হাঁহ, গাহৰি, ছাগলী, কুকুৰ, ইত্যাদি বলি দিয়াৰ প্ৰথা আছে। আজিকালি গাৰোসকলৰ মাজত বেপটিষ্ট, ৰোমান কেথলিক আদি মিছনেৰীসকলে খ্ৰীষ্টধৰ্মৰ প্ৰচাৰ কাৰ্য্য চলাইছে আৰু ভৈয়ামৰ ওচৰ চুবুৰীয়া অঞ্চলবোৰৰ প্ৰায় শতকৰা সত্তৰ-আশী ভাগ মানুহেই খ্ৰীষ্টধৰ্ম লৈছে। গাৰো খ্ৰীষ্টানসকলে তেওঁলোকৰ পুৰণি নীতি-নিয়মবোৰৰ প্ৰায়ভাগকে এৰি পেলাইছে। গাৰোপাহাৰৰ ভিতৰুৱা অঞ্চলবোৰত অৱশ্যে এতিয়াও শতকৰা আশী-নব্বৈ ভাগ মানুহ খ্ৰীষ্টধৰ্ম নোলোৱাকৈ আছে। খ্ৰীষ্টধৰ্ম নোলোৱা গাৰো-সকলক ছংছাৰিক বোলা হয়।

গাৰোসকলৰ প্ৰধান উৎসৱবিলাক সাধাৰণতে খেতি-বাতি চপোৱাৰ পিছত হয়। পূৱ অঞ্চলত মাংগোনা বা দেলনাং চোৱা আৰু পশ্চিম অঞ্চলত ৱানা বা ৱান্‌গালাই প্ৰধান উৎসৱ। মাংগোনা উৎসৱটো হৈছে গাঁৱৰ সমূহীয়া শ্ৰাদ্ধৰ নিচিনা। গোটেই বছৰটোৰ ভিতৰত যিবিলাক মানুহ মৰে, সেইবিলাকৰ প্ৰেতাত্মাৰ শুদ্ধিৰ কাৰণে এই উৎসৱ গাঁৱত সমূহীয়াভাৱে পতা হয়। বছৰৰ যি কোনো সময়তেই মানুহ মৰিলে অস্থি-ভস্মখিনি পৰিয়ালৰ মানুহে মাংগোনাৰ সময়-

লৈকে সযত্নে থৈ দিয়ে। মাংগোনাৰ সময়ত সেইবোৰ বাহিৰলৈ আনি উৎসৱাদিৰ শেষত পুৰি পেলোৱা হয়। ৱান্‌গালা হৈছে খেতি চপোৱাৰ পিছত আমোদ-প্ৰমোদ কৰা উৎসৱ। দুয়োটা উৎসৱতে গাঁৱৰ ঘৰে ঘৰে লাওপানী (চু) খাই, ডেকা-গাভৰু সকলে ওৰে ৰাতি নাচি-বাগি আমোদ-প্ৰমোদ কৰে। ডাঙৰ ডাঙৰ গাঁৱত এই উৎসৱ চাৰি-পাঁচ দিনলৈকে থাকে।

## বিচাৰ-পদ্ধতি

সম্পত্তি লৈ বা আন আন কাৰণত হোৱা কাজিয়া-পেচাল গাঁৱতে বয়োবৃদ্ধ মানুহবিলাকে বিচাৰ কৰি দণ্ড লোৱা নিয়ম গাৰোসকলৰ মাজত প্ৰচলিত আছে। ওপৰত কৈ অহা হৈছে যে মাতৃপ্ৰধান গোত্ৰবোৰে গাৰো সমাজক এটা বিশিষ্ট ৰূপ দিছে। সমাজৰ বিচাৰত এই গোত্ৰবিলাকৰ বিশেষ প্ৰাধান্য আছে। কোনো এজন লোকৰ দোষৰ বাবে গোটেই গোত্ৰটোকে দায়ী কৰা হয়। দোষী সাব্যস্ত হোৱা মানুহজনৰ গোটেই গোত্ৰটোৱেই টকা-পইচা গোটাই দণ্ড ভৰিব লগীয়া হয়। আৰু যি গোত্ৰই এই দণ্ড পায়, সেই গোত্ৰৰ সকলোবোৰ মানুহে এই দণ্ডৰ টকা ভাগ কৰি লয়। এনেকুৱা সমূহীয়া দায়িত্ব গাৰো সামাজিক নিয়মৰ প্ৰধান বৈশিষ্ট্য। প্ৰত্যেক অপৰাধৰ কাৰণে দণ্ডৰ পৰিমাণো নিৰ্দিষ্ট আছে। এই পৰিমাণবোৰ দোষ অনুযায়ী সাধাৰণতে পাঁচ, পোন্ধৰ, ত্ৰিশ, ষাঠি আৰু তিনি শ টকালৈকে হয়।

## ভাষা-উপভাষা

গাৰো ভাষা তিব্বত-বৰ্মী গোষ্ঠীৰ বড়ো ঠালৰ ভাষা ; এই ভাষাৰ লগত সমতল অঞ্চলৰ জনজাতীয় ভাষা কছাৰী, ৰাভা, আদিৰ বিশেষ ভাৱে মিল আছে। গাৰোসকলৰ যি কেইটা ঠালৰ কথা ওপৰত কৈ অহা হৈছে সেই প্ৰতিটো ঠালেই একোটা বেলেগ বেলেগ কথিত উপভাষা ব্যৱহাৰ কৰে ; অৱশ্যে মেগামসকলৰ ভাষাটো খাছিয়াভাষাৰ হে এটা উপভাষা বা কথিত ৰূপ। বৰ্তমান গাৰো ভাষাৰ লিখিত ৰূপটো গাৰো পাহাৰৰ উত্তৰ-পুব অঞ্চলত ব্যৱহৃত আৱেংপৰাই বিশেষকৈ লোৱা হৈছে। আটংসকলৰ কথিত ভাষাটো আনবোৰ কথিত ভাষাৰ লগত নিমিলে ; এই কথিত ভাষাটোৰ ৰাভাৰ এটি উপভাষাৰ লৈতে মিল দেখা যায়।

বৰ্তমান গাৰো লিখিত সাহিত্য আমেৰিকান মিছনেৰী সকলৰ অৱদান। যি দুই চাৰিখন স্কুলীয়া পুথি আৰু খ্ৰীষ্টধৰ্মৰ পুথি আছে সেইবোৰৰ প্ৰায় ভাগেই মিছনেৰীসকলে লিখা। গাৰোসকলৰ মাজত মৌখিক ভাবে গীতিসাহিত্য প্ৰচলন



কিছু পৰিমাণে আছে। উৎসৱাদিত গাৰো ডেকা-গাভৰুৱে চেৰিজিন্ গীত গাই ৰং-ধেমালি কৰে। এই চেৰিজিন্ গীত আমাৰ বিহুগীতৰ নিচিনাই। ইয়াৰ প্ৰথম অংশত কোনো প্ৰাকৃতিক মনোৰম দৃশ্যৰ বৰ্ণনা কৰা হয় আৰু শেষৰ অংশত ডেকা-গাভৰুৰ প্ৰণয়ৰ আদান-প্ৰদান কৰা হয়। ইয়াৰ বাহিৰেও তেওঁলোকৰ মাজত নানান ধৰণৰ গীত-মাতৰ প্ৰচলন আগতে আছিল, কিন্তু আজিকালি সেইবিলাক প্ৰায় লোপ পাবলগীয়া হৈছে। ৱান্‌গালা উৎসৱত গাৰো ডেকা-গাভৰুৱে শাৰী শাৰী হৈ নচা নাচ বৰ মনোৰম। দুখৰ বিষয়, যিমানেই তেওঁলোকৰ মাজত শিক্ষা-দীক্ষাৰ প্ৰচলন হ'ব ধৰিছে, সিমানেই তেওঁলোকৰ আমোদ-প্ৰমোদৰ এই আহিলা-বোৰৰ অনুশীলন আৰু ব্যৱহাৰ কমি আহিছে।

# ডিমাছা কছাৰী

**শ্ৰীসোণাৰাম থাওছেন**

অসমৰ ডিমাছাসকল বুৰঞ্জীত বৰ্ণনা কৰা বড়ো জাতিৰ ( বডো ) শাখা-ভুক্ত। বৰ্তমানে তেওঁলোক প্ৰধানকৈ উত্তৰ কাছাৰ পাহাৰ, কাছাৰ জিলাৰ শিলচৰ মহকুমা, মিকিৰ পাহাৰৰ সমতল অঞ্চল, নগাওঁ জিলা, নগাপাহাৰ আৰু টুৱেনচাং ( বৰ্তমানৰ নগাভূমি বা নগালেণ্ড ), ডিমাপুৰ আৰু ধনশিৰী অঞ্চলত বাস কৰে। সকলো মিলি এই ডিমাছা-কছাৰীৰ লোকসংখ্যাও পঞ্চাশ হেজাৰৰ অলপহে বেছি হ'ব।

ইয়াৰ বাহিৰেও অসমৰ বিভিন্ন জিলাত বাস কৰা বড়ো, মেছ, ৰাভা, লালুং, গাৰো, উত্তৰ বঙ্গৰ মেছ আৰু বড়ো উপজাতি ( জনজাতি ) আৰু ত্ৰিপুৰা ৰাজ্যৰ ত্ৰিপুৰী আৰু ৰিয়াংসকলৰ ভাষা আৰু কৃষ্টিৰ ফালৰ পৰা ডিমাছাসকলৰ লগত সাদৃশ্য আছে।

## ডিমাছা নামৰ উৎপত্তি

ডিমাপুৰলৈকে অহাৰ আগেয়ে ডিমাছাসকলে নিজকে বডোছা বুলিয়ে পৰিচয় দিছিল। ডিমাপুৰলৈ অহাৰ পিছত তেওঁলোক ডিমাছা নামেৰে অভিহিত হয়। ডিমাছা ভাষাত ধনশিৰী ( ধনশ্ৰী ) নদীৰ নাম ডিমা। ডিমাছা শব্দৰ অৰ্থ ডিমানদীৰ পাৰত থকা লোক। ডিমাৰ অৰ্থ ডাঙৰ নদী, ছাৰ অৰ্থ সন্তান, অৰ্থাৎ ব্ৰহ্মপুত্ৰ বা গঙ্গা যমুনাৰ পাৰত থকা লোক বুলিও বহুতে ব্যাখ্যা দিবলৈ বিচাৰে; কিন্তু সেয়া অবান্তৰ। এনে ব্যাখ্যা সম্ভৱ যেন নালাগে—কিয়নো ডিমাছাসকল ব্ৰহ্মপুত্ৰৰ পাৰত বাস কৰিছিল সঁচা; কিন্তু ডিমাছা নামৰ কাৰণ সেয়ে হ'ব নোৱাৰে।

ডিমাছাসকলে নদী, উপত্যকা আদি ভৌগোলিক পৰিস্থিতিৰ লগত অতি সহজে জাতীয় নাম জড়িত কৰাৰ উদাহৰণ আছে: যেনে—হাওৱাৰ বা



সমতলত বাস কৰে এই অৰ্থত হাওৱাৰছা; লাংটিং নদীৰ পাৰত বাস কৰে এই অৰ্থত লাংটিংছা, ইত্যাদি।

## প্ৰাগৈতিহাসিক যুগত: দেৱ-দেৱীৰ আবিৰ্ভাৱ

ডিমাছা-কছাৰীসকলৰ দেৱ-দেৱীৰ আবিৰ্ভাৱ সম্পৰ্কীয় প্ৰাচীনতম কিংবদন্তি বা আদিকথা এনে ধৰণৰ:—

অতি পূৰণি কালত এই পৃথিবীত যেতিয়া মানুহৰ বসতি অতি সেৰেঙা আছিল, তেতিয়া পৃথিবীৰ আকাৰো আন ধৰণৰ আছিল। তাৰ মানে বৰ্তমানৰ নদী আৰু পাহাৰবোৰ এনে আকাৰৰ নাছিল। এক মহানিস্তব্ধতাই পৃথিবীত বিৰাজ কৰিছিল। গছ-লতাবোৰ তেতিয়া আছিল একেবাৰে অপৈণত।

কালক্ৰমে এই মহা নিস্তব্ধতা ভঙ্গ কৰি দুটি মানৱৰ ( এজন পুৰুষ আৰু আনজনী তিৰোতা ) আবিৰ্ভাৱ হ'ল; পুৰুষজনৰ নাম হ'ল বাংলা ৰাজা অৰ্থাৎ ভূমিকম্পৰ দেৱতা আৰু তিৰোতাজনীৰ নাম হ'ল আৰিখীডীমা। এই জনহীন অপৈণত পৃথিবীত পুৰুষ-তিৰোতাহাল পৰস্পৰে প্ৰণয়ত আসক্ত হৈ পৰিল; বাংলা ৰাজাৰ ঔৰসত আৰিখীডীমাৰ গৰ্ভ সঞ্চাৰ হ'ল।

আৰিখীডীমাৰ পূৰ্ণগৰ্ভ অৱস্থা হ'ল; কিন্তু অপৈণত পৃথিবীত তেওঁৰ সন্তান প্ৰসৱৰ কাৰণে উপযুক্ত ঠাই পোৱা নাছিল। অৱশেষত নিৰুপায় হৈ চিলনী পখীৰ জৰিয়তে গোটেই পৃথিবীত ঠাই বিচৰা হ'ল আৰু বটিয়া মাছৰ দ্বাৰাই পাতালপুৰী অনুসন্ধান কৰা হ'ল; খবৰ পোৱা গ'ল যে ডিলাওব্ৰা চাংগীব্ৰা ( ডিলাও আৰু চাংগী নদী দুটিৰ সঙ্গমস্থল ) পৃথিবীৰ ভিতৰত আৰিখীডীমাৰ সন্তান প্ৰসৱৰ উপযুক্ত ঠাই হ'ব।

এই ডিলাওব্ৰা চাংগীব্ৰা অতি মনোৰম ঠাই। তাত অনন্ত বালিসমূহ সূৰ্য্যৰ কিৰণত দিগন্তলৈকে উজলি উঠিছে। ডিলাও আৰু চাংগী নদীৰ দুয়ো পাৰত ৰঙা আৰু বগা বৰণৰ ফুলেৰে এটি নৈসৰ্গিক সৌন্দৰ্য্য বিৰাজ কৰিছে। তাত এজোপা অক্ষয় বট গছ আছিল। গছজোপাৰ শাখা-প্ৰশাখাবোৰ অবিৰাম ধুমুহা-বতাহত গা-গছৰপৰা স্খলিত নপৰে আৰু গছৰ পাতবোৰ ধাৰাসাৰ বৰষুণত সৰি নপৰে। এই গছৰ ওপৰত হেজাৰ হেজাৰ চৰাই বাস কৰিছিল আৰু গছৰ ছাঁত হেজাৰ হেজাৰ জীৱজন্তুৱে আশ্ৰয় লৈছিল।

আৰিখীডীমাই এই স্বৰ্গতুল্য ডিলাওব্ৰা চাংগীব্ৰাত সাতোটি কণী প্ৰসৱ কৰিলে। প্ৰথম কণীটোৰপৰা শিব্ৰায়ৰ জন্ম হ'ল, দ্বিতীয়টোৰপৰা ডু ৰজা,

তৃতীয়টোৰপৰা নাঈখুৰজা, চতুৰ্থটোৰপৰা ওৱাৰজা, পঞ্চমটোৰপৰা গণয়ুং-ব্ৰাইয়ুং আৰু ষষ্ঠ কণীটোৰপৰা হামিয়াদাওৰ জন্ম হোৱাৰ লগে লগে ছয়জন মানৱৰূপী দেৱতাৰ জন্ম হ'ল। এই ছয়জন ভাই-ককায়ে অতি আনন্দেৰে ডিলাওব্ৰা আৰু চাংগীব্ৰাৰ বালিসমূহত খেল-ধেমালি কৰিবলৈ ধৰিলে। কিন্তু সপ্তম কণীটো তেতিয়াও ফুটি ওলোৱা নাছিল; আৰু সেয়েহে আৰিখীডীমা অতিশয় চিন্তান্বিত হৈছিল। অৱশেষত তেওঁ পুতেকঁহঁতক সপ্তম কণীটো ভাঙিবলৈ আদেশ দিছিল। কিন্তু কোনো এজনেও কণীটো ভাঙিবলৈ সাহস নকৰিলে। তেওঁৰ পুতেকবোৰৰ ভিতৰত হামিয়াদাও অলপ দুষ্ট প্ৰকৃতিৰ, তেওঁ সেই সপ্তম কণীটো ভাঙি পেলালে। সেই কণীটোৰ ভিতৰৰপৰা মানৱীয় আকৃতিৰ পৰিৱৰ্তে কেতবোৰ কিম্ভূতকিমাকাৰ বিকলাঙ্গ ভূত-প্ৰেতৰ আবিৰ্ভাৱ হ'ল। সেইবোৰে অতি সোনকালে পৃথিৱী গ্ৰাস কৰিবলৈ ইচ্ছা কৰিলে।

অৱশেষত ডাঙৰ ভায়েক শিব্ৰায়ৰ উপদেশত সিহঁত শান্ত হ'ল আৰু সিহঁতৰ কাৰণে বেলেগে থকা ঠাই আৰু জীৱিকাৰ উপায় থিৰ কৰা হ'ল।

এই কিংবদন্তিৰ সাৰমৰ্ম এই যে, প্ৰথমটোৰ পৰা আৰম্ভ কৰি ষষ্ঠ কণীৰ পৰা জাত হোৱা মানুহবোৰেই ডিমাছা কছাৰীৰ পূৰ্বপুৰুষ। তেওঁলোক আৰু তেওঁলোকৰ তিৰোতা, ল'ৰা-ছোৱালী, নাতি-নাতিনী আটাইবোৰেই ডিমাছা জাতিৰ উপাস্য দেৱ-দেৱী। সপ্তম কণীটোৰপৰা হোৱা আটাইবোৰেই অপদেৱতা আৰু মানুহৰ অসুখ বিসুখৰ কাৰণ। ডাঙৰ ভায়েক শিব্ৰায়ৰ কথামতে পাৰিবাৰিক জীৱনত বেমাৰ-আজাৰ হলে নাইবা পাহাৰ-পৰ্বতৰ ঝুম খেতি কৰিবলৈ হলে এই অপদেৱতা সকলক পূজা দিব লাগে।

এই কিংবদন্তিৰ পৰা এইটো জানিব পাৰি, ডিলাওব্ৰা চাংগীব্ৰাই ডিমাছা-বোৰৰ আদি বাসস্থান। ইয়াৰ আগৰ ঘটনা তেওঁলোকৰ সম্পূৰ্ণ অজ্ঞাত। এই ডিলাও অৰ্থাৎ দীঘল নৈ থনেই নিশ্চয় ব্ৰহ্মপুত্ৰ আৰু চাংগী ইয়াৰ শাখা। এই ডিলাও শব্দৰ অপভ্ৰংশৰ পৰা 'তিলাও' শব্দৰ উৎপত্তি হৈছে বুলি বহুতে অনুমান কৰে।

## ঐতিহাসিক যুগৰ পটভূমিত

ঐতিহাতিক যুগৰ সূচনাৰেপৰা অসমৰ্ত ডিমাছাবোৰৰ ৰাজত্বৰ কথা মানুহৰ মুখে মুখে চলি থাকিলেও একাদশ শতাব্দীৰ শেষ ভাগলৈকে তেওঁলোকৰ ঐতিহাসিক উপকৰণৰ অভাৱ বেছিকৈ পৰিলক্ষিত হয়। বাস্তৱিকতে



তেওঁলোকে ডিমাপুৰত ৰাজত্ব কৰাৰ আদি ছোৱাৰ কথা বুৰঞ্জীয়ে ক'ব নোৱাৰে আৰু সেইবাবে ডিমাছাসকলে ডিমাপুৰত ৰাজত্ব কৰাৰ পূৰ্ববৃত্তান্ত ইয়াত আলোচনা নকৰোঁ।

ডিমাছাসকলে ডিমাপুৰত প্ৰায় ৪৫০ বছৰ ৰাজত্ব কৰিছিল। লোকগীতিত পোৱা যায়, তেওঁলোক তাত 'ওৱাঠি বিৰ্গাচুগু' অৰ্থাৎ ডিমাছাসকলে ডিমাপুৰত ৰাজত্ব কৰাৰ কালত ক্ৰমে নবাৰ মুলী জাতীয় বাঁহ ফুলিছিল। প্ৰায় পঞ্চাশ বছৰ পিছত মুলীজাতীয় বাঁহ ফুলে। সেই হিছাপে ১৫৩৬ খ্ৰীষ্টাব্দত ডিমাছাসকলে ডিমাপুৰ এৰিলে আৰু প্ৰায় ১০৮৬ খ্ৰীষ্টাব্দত ডিমাপুৰত তেওঁলোকে ৰাজধানী পাতিছিল।

ডিমাপুৰত ৰাজত্ব কৰাৰ কালছোৱাত ডিমাছাসকলৰ গৌৰৱ উচ্চ শিখৰ পাইছিল গৈ। এই সময়ত বাংগাদাও, ডেগাদাও, ডেমালিক, হালোদাও আদি বীৰপুৰুষসকল আৰু ওৱাইবাংমা, ওৱাইবীংমা আদি বীৰাঙ্গনাসকলৰ জন্ম হৈছিল। কথিত আছে, বীৰ ডেমালিকে সুদূৰ ব্ৰহ্মদেশলৈকে তেওঁৰ বীৰত্বৰ অভিযান চলাইছিল; ওৱাইবাংমা আৰু ওৱাইবীংমা বীৰ-ৰমণীসকলে জথলাবন্ধা নামেৰে ঠাইত হোৱা যুদ্ধত আহোম সৈন্যক সম্পূৰ্ণৰূপে পৰাজিত কৰিছিল।

ডিমাপুৰত ৰাজত্ব কৰি থকা কালছোৱাত ডিমাছাসকলৰ শিল্পকলাও বেছ উন্নত আছিল। সেই ঠাইৰ ৰাজ-প্ৰাসাদৰ ভগ্নাৱশেষে এই কথাৰ সত্যতা প্ৰমাণ কৰে।

ডিমাপুৰত ৰাজত্ব কৰাৰ পিছত ১৭৪৫ খ্ৰীষ্টাব্দলৈকে ডিমাছাসকলে মাইবাঙত ৰাজত্ব কৰে। এই কালছোৱাৰ ভিতৰত তেওঁলোকৰ ধৰ্ম আৰু সমাজত বহুতো পৰিৱৰ্তন হয়। এই বিষয়ে পিছত আলোচনা কৰা হ'ব। মাইবাঙত ৰাজত্ব কৰা ৰজাসকলৰ ভিতৰত ইন্দ্ৰপ্ৰতাপ নাৰায়ণৰ নাম প্ৰসিদ্ধ। তেওঁ প্ৰথমতে শ্ৰীহট্টৰ কোনো এখন ঠাইত বঙ্গদেশৰ চুবেদাৰে পঠোৱা মোগল সৈন্যক পৰাজিত কৰি শত্ৰুদমন উপাধি লাভ কৰিলে। ইয়াৰ পিছত তেওঁ জয়ন্তীয়াৰ ৰজা যশমাণিকক পৰাজিত কৰি যশনাৰায়ণ আৰু শেষত আহোম ৰজা প্ৰতাপসিংহক পৰাজিত কৰি প্ৰতাপনাৰায়ণ উপাধিৰে বিভূষিত হ'ল; আৰু ৰাজধানী মাইবাঙৰ নাম সলনি কৰি কীৰ্তিপুৰ ৰাখিলে। তেওঁৰ ৰাজত্বৰ সময়ত মোগল সাম্ৰাজ্যৰ সৈতে বাণিজ্যিক সম্পৰ্ক স্থাপিত হৈছিল।

বৰ্তমান মাইবাঙৰ ওচৰৰ এখন ডিমাছা গাঁৱত তিনি প্ৰকাৰৰ সোণৰ মুদ্ৰা মাটিত পুতিৰথা অৱস্থাত পোৱা হৈছে। এই মুদ্ৰাবোৰৰ প্ৰতিটিৰ ওজন

একতোলাকৈ হ'ব। প্ৰথম মুদ্ৰাটিৰ দুয়ো পিঠিত দেৱনাগৰী আখৰেৰে লিখা আছে—"হৰিচৰণ কমল মধুকৰঃ শ্ৰীশ্ৰীন্দ্ৰ প্ৰতাপ নাৰায়ণ হাচেংছা বংশজৈস্য শ্ৰীহট্ট বিজয়িন শাখে ১৬০২ ॥" দ্বিতীয় আৰু তৃতীয় মুদ্ৰাটি আৰবী আখৰেৰে লিখা ; কিন্তু ওজনত আটাইকেইটিয়ে সমান। এই দুটা সম্ভৱতঃ মোগলসকলৰ।

মাইবাঙত ৰাজত্ব কৰা কালছোৱাত ডিমাছাসকলে শিল্পকলাবো যথেষ্ট উন্নতি কৰিছিল। ইয়াত থকা শিলৰ ঘৰ, শিলত খোদিত কৰা দেৱ-দেৱী, পশু পক্ষী আৰু ফুলৰ ছবিবোৰে তেওঁলোকৰ শিল্প-উৎকৰ্ষতাৰ সুন্দৰ পৰিচয় দিয়ে।

### খাছপুৰত ৰাজত্ব

ৰজা লক্ষ্মীচন্দ্ৰৰ ৰাজত্বকালত ১৭৪৫ খৃষ্টাব্দত ডিমাছা ৰাজ্যৰ ৰাজধানী খাছপুৰলৈ স্থানান্তৰিত হৈছিল। এই সময়ৰপৰাই ডিমাছা ৰাজ্য 'ডিমাৰং' নামৰ সলনি হৈড়িম্ব ৰাজ্য নামেৰে অধিক জনাজাত হৈ পৰে। ডিমাছাসকলৰ শেষ ৰাজধানীৰ চিনস্বৰূপে এতিয়াও খাছপুৰত বহুত কাৰুকাৰ্য্য আছে। ১৮৩০ খৃষ্টাব্দত শেষ ৰজা গোবিন্দচন্দ্ৰৰ আততায়ীৰ হাতত মৃত্যু ঘটে ; ১৯৩২ খৃষ্টাব্দৰ ১৪ আগষ্ট তাৰিখে কাছাৰ বা হৈড়িম্ব ৰাজ্য বৃটিছ সাম্ৰাজ্যভুক্ত হয়।

### সামাজিক ব্যৱস্থা

ডিমাছাসকলৰ মাজত প্ৰথমতে ছেংফং বা গোত্ৰ নাছিল। সকলোৱে নিজকে বডোছা বুলিয়ে পৰিচয় দিছিল। পিছলৈ সম্ভৱতঃ হিন্দুসকলৰ অনুকৰণত তেওঁলোকৰ মাজত গোত্ৰৰ সৃষ্টি হয়। ডিমাপুৰত ৰাজত্ব কৰোঁতে তেওঁলোকৰ মাত্ৰ সাতোটা গোত্ৰ আছিল। মাইবাঙত ৰাজত্বৰ সময়ত বাৰটা গোত্ৰ হৈছিল। বৰ্তমান সময়লৈকে পুৰুষসকলৰ ৪০টা ছেংফং বা গোত্ৰ হৈছে। লগে লগে তিৰোতাসকলবো বেলেগ বেলেগ গোত্ৰ হবলৈ ধৰে। বৰ্তমান সময়ত ডিমাছা তিৰোতাসকলৰ ৪২টা 'জুলু' বা গোত্ৰ আছে। এনেধৰণৰ স্ত্ৰী-পুৰুষভেদে গোত্ৰবিচাৰ পৃথিবীৰ বেছিভাগ জাতিবে মাজত সচৰাচৰ দেখা নাযায়।

ডিমাছাসকলৰ সামাজিক প্ৰথা অনুসৰি যিমানেই দূৰ সম্পৰ্কীয় নহওক, একে গোত্ৰৰ ভিতৰত বিয়া হ'ব নোৱাৰে। মাতৃগোষ্ঠীৰ ক্ষেত্ৰতো একে নিয়ম খাটে। উদাহৰণস্বৰূপে থাওছেন বংশ বা গোত্ৰৰ ল'ৰাই দূৰ সম্পৰ্কীয় হলেও থাওছেন গোত্ৰৰ বা বংশৰ ছোৱালীক বিয়া কৰাব নোৱাৰে। সেইদৰে 'ডিয়ুংমা' স্ত্ৰী গোষ্ঠীৰ ল'ৰাই ডিয়ুংমাৰ ছোৱালীক বিয়া কৰাব নোৱাৰে।



### সম্পত্তিৰ উত্তৰাধিকাৰী

ডিমাছাসকলে উত্তৰাধিকাৰ সূত্ৰেৰে সম্পত্তি ভগাই লয় যদিও ডিমাছা সমাজত পিতৃ-সম্পত্তি আৰু মাতৃ-সম্পত্তি সুকীয়া হৈ থাকে। ল'ৰা সন্তানে পিতৃ-সম্পত্তি পায় আৰু ছোৱালী সন্তানে মাতৃ-সম্পত্তি পায়। পুৰুষে ব্যৱহাৰ কৰা অস্ত্ৰ-শস্ত্ৰ, নগদ টকা-পইচা, মাটি-বস্তি, গৰু-ম'হ পিতৃসম্পত্তি বুলি আৰু তিৰোতাই ব্যৱহাৰ কৰা তাঁতশালৰ আহিলা, তিৰোতাৰ কাপোৰ-কানি, আ-অলঙ্কাৰ আদি মাতৃসম্পত্তিৰূপে পৰিগণিত হয়। দৈনন্দিন ব্যৱহাৰ কৰা বাচন-বৰ্তন, কাঁহী-বাটি আদি উভয়ৰে সম্পত্তি বুলি গণ্য হয়।

যি পৰিয়ালত কেৱল ল'ৰা সন্তানহে আছে, সেই পৰিয়ালৰ মাতৃৰ মৃত্যুৰ পিছত মাতৃ-সম্পত্তি ল'ৰা সন্তানে নেপায় ' মৃতাৰ আপোন সম্বন্ধীয় তিৰোতাইহে সেই মাতৃ-সম্পত্তি পাব।' অনুৰূপে কোনো পৰিয়ালত কেৱল ছোৱালী সন্তান থাকিলে সিহঁতে পিতৃ-সম্পত্তি পাব নোৱাৰে।

ডিমাছা সমাজত পুৰুষৰ সমানে তিৰোতাৰ অধিকাৰ নাই। তিৰোতাক সদায় অবলাৰূপে গণ্য কৰা হয়। অপৰাধ কৰিলে সমাজে পুৰুষ আৰু তিৰোতা উভয়কে দণ্ড দিয়ে ; সামাজিক বিচাৰত তিৰোতাক পুৰুষৰ আধা পৰিমাণেহে দণ্ড দিয়া হয়।

### বিয়া

ডিমাছাসকলৰ মাজত বাল্যবিবাহৰ প্ৰথা নাই। ল'ৰাৰ ২৫।২৬ বছৰ আৰু ছোৱালীৰ ১৫।১৬ বছৰ বয়স পাৰ হলেহে সাধাৰণতে বিয়া হয়। বিয়াৰ সময়ত কইনাঘৰীয়াক গা-ধন দিব লাগে। সাধাৰণতে এশৰ পৰা দুশ টকালৈকে গা-ধন নিৰূপিত হয়। দৰাঘৰীয়াই আগবাঢ়ি কইনা বিচাৰি যায়। বিয়াৰ উছৱত পুৰোহিতৰ প্ৰয়োজন নহয়।

### ধৰ্মবিশ্বাস

আগতে বৰ্ণনা কৰা বাংলা ৰজা আৰু আৰিখীডীমাৰ বংশসম্ভূত পৰ্বপুৰুষসকলেই ডিমাছাৰ উপাস্য। এই ব্যৱস্থাক বেদত বৰ্ণনা কৰা পুৰণি হিন্দুবোৰৰ নিৰাকাৰ পৰব্ৰহ্মত্ব লাভৰ পূৰ্ববৰ্ত্তী ধৰ্মমূলক ক্ৰমবিকাশৰ অনুৰূপ বিশ্বাস বুলিব পাৰি। উক্ত দেৱ-দেৱীসকলৰ অধিষ্ঠানৰূপে সমগ্ৰ ডিমাছাৰাজ্য বাৰটা ভাগত

ভাগ কৰা হৈছিল ; প্ৰতিটো ভাগকে ডাঈখো বা ঈশ্বৰাধিষ্ঠান বোলে। প্ৰত্যেক ডাঈখোতে একোজনকৈ জৰ্ঠাই বা পুৰোহিত থাকে। এই জৰ্ঠাইজনেই নিজ নিজ ডাঈখোত ধৰ্মকৰ্ত ৰূপে সম্মানিত হয়।

এই বাৰটি ডাঈখোৰ ওপৰত 'গিছিয়া' বুলি আৰু এজন মূল পুৰোহিত আছে। দেশৰ সকলো ধৰণৰ মঙ্গলৰ বাবে সাৰ্বজনীন পূজা এইজনা মূল পুৰোহিতে ডাঈখোৰ পুৰোহিতৰ সহায়ত সম্পাদন কৰে। কোনো ডাঈখোত জৰ্ঠাই বা পুৰোহিতৰ পদ খালি হলে মূল পুৰোহিতজনে জনসাধাৰণৰ পৰামৰ্শ অনুসৰি শুদ্ধজল বা 'ডিঠাৰ' প্ৰদান কৰি নতুন জৰ্ঠাই নিৰ্বাচন কৰে। এই মূল পুৰোহিতজন জনসাধাৰণৰ দ্বাৰা নিৰ্বাচিত হয়।

## পাথ্ৰি

ডিমাছাসকলৰ ধৰ্ম আলোচনাত পাথ্ৰিৰ কথা বিশেষভাৱে উল্লেখযোগ্য। এই পাথ্ৰিসকল হৈছে স্বপ্নাদিষ্ট, ঈশ্বৰৰ বাৰ্তাবাহক, ভূত-বৰ্তমান আৰু ভবিষ্যতৰ গণনাকাৰী (দেওধাই আৰু 'অবেকল' তুলনীয়)। দেশত যেতিয়া দুৰ্ভিক্ষ, মহামাৰী, অনাবৃষ্টি, অতিবৃষ্টি, যুদ্ধ-বিগ্ৰহ ইত্যাদি অঘটন ঘটে, তেতিয়াই এই পাথ্ৰিক মাতি অনা হয়। পাথ্ৰিয়ে নিজে পৰিষ্কাৰ-পৰিচ্ছন্ন হৈ পবিত্ৰ স্থানত বহিলে ডিমাছা বাদ্যযন্ত্ৰবোৰ ঈশ্বৰ আৰাধনাৰ সুৰেৰে বজোৱা হয়। এনেদৰে ক্ৰমশঃ দহ-পোন্ধৰ মিনিট বাদ্যযন্ত্ৰবোৰ বজাই থাকিলে পাথ্ৰিৰ মনত এক অভাৱনীয় অনুভূতিৰ সৃষ্টি হয়। তেওঁৰ সৰ্বশৰীৰ কঁপিবলৈ ধৰে, চকুযুৰি মুদ খাই যায়। তেতিয়া প্ৰশ্ন অনুসৰি তেওঁ ঈশ্বৰৰ বাৰ্তা কব পাৰে আৰু তেওঁৰ নিৰ্দেশ অনুসৰিয়ে পূজা-পাৰ্বণ আদি সম্পন্ন হয়।

## হিন্দুধৰ্মৰ প্ৰভাৱ

আগতে কোৱা হৈছে যে মাইবাঙত ৰাজত্ব কৰা সময়ত ডিমাছাসকলৰ ধৰ্ম সংক্ৰান্ত বিষয়ত অনেক পৰিবৰ্তন হৈছিল। বিশেষকৈ ৰজা সুৰদৰ্পনাৰায়ণৰ সময়ত ৰাজমাও চন্দ্ৰপ্ৰভা হিন্দুধৰ্মৰ প্ৰতি আকৃষ্ট হয়। তেওঁ আহোম ৰাজবংশৰ জীয়াৰী আছিল।

ৰাণী চন্দ্ৰপ্ৰভাই গৌড় ৰাজ্যৰ ইটা নামে ঠাইৰ পৰা ভুবনেশ্বৰ বাচস্পতি নামে



এজন ব্ৰাহ্মণ পণ্ডিত অনাই হিন্দুধৰ্মৰ চৰ্চা কৰাইছিল। নাৰদীয় পুৰাণ, বিষ্ণু পুৰাণ প্ৰভৃতি ধৰ্মগ্ৰন্থ অনুবাদ কৰা হৈছিল ; কিন্তু সেই সময়তো ডিমাছা জনসাধাৰণৰ মাজত এই নতুন হিন্দুধৰ্মই প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাছিল।

অৱশেষত খাছপুৰত ৰাজত্বৰ সময়ত ১৮১৩ খৃষ্টাব্দত ৰজা কৃষ্ণচন্দ্ৰই হিন্দুধৰ্মত সম্পূৰ্ণভাৱে দীক্ষিত হয় আৰু গৌড় ৰাজ্যৰ পৰা ১২ জন কুলীন ব্ৰাহ্মণ আনি নিজ ৰাজ্যত স্থাপন কৰে। এই সময়ৰেপৰা ডিমাছাসকলৰ সমাজ প্ৰকৃতপক্ষে দুভাগত বিভক্ত হৈ পৰে।

## ভাষা আৰু সাহিত্য

ডিমাছাসকলৰ নিজস্ব ভাষা আছে ; কিন্তু বৰ্তমানলৈকে লিখিত সাহিত্য বিশেষ ওলোৱা নাই, তথাপিও প্ৰকাশ-ভঙ্গী আৰু শব্দকোষৰ ফালৰপৰা চালে ভাষাটো তেনেই অনুন্নত নহয় ; উন্নতিশীল ভাষাৰ যি কোনো ভাৱধাৰা ডিমাছা ভাষাত অনায়াসে প্ৰকাশ কৰিব পাৰি। অন্যান্য ওচৰ-চুবুৰীয়া উপজাতীয় ভাষাবোৰত ডিমাছা শব্দৰ বহুল ব্যৱহাৰ দেখা যায়। আনকি অসমীয়া ভাষাৰ দৰে প্ৰগতিশীল ভাষাতো অনেক ডিমাছা শব্দৰ সংমিশ্ৰণ আছে।

এইখিনিতে উল্লেখযোগ্য, ইংৰাজী Weather (ৱেডাৰ) শব্দৰ প্ৰতিৰূপ অসমীয় 'বতৰ' শব্দটি ডিমাছা ভাষাত "বঠৰ" ৰূপত যুগ যুগ ধৰি চলি আছে।

অসংখ্য সাধুকথা, মালিতা, ফকৰা-যোজনা আৰু লোকগীত যুগ যুগ ধৰি ডিমাছা ভাষাত চলি আছে ; এইবোৰৰ ভাৱধাৰা সৰ্বতোভাৱে গভীৰ আৰু মহিমান্বিত। উদাহৰণ স্বৰূপে—"বাৰ্ চিবী চ্ৰাছে বাৰ্ ফাঈড্" [বাৰ্ = বতাহ, চিবী = দয়া পৰবশ হৈ মৌনভাৱে ; চ্ৰাছে = অনন্ত শান্তি লৈ ; ফাঈড্ = বৈ গৈছে (বলিছে)] অনুবাদ ঠিকমতে কৰা টান ; কিন্তু কি যে অমৃতময় ভাৱপ্ৰকাশ ! এই শাৰীটি শৰৎ-সঙ্গীতৰ অংশবিশেষ। যিসকলৰ ডিমাছা ভাষাত সম্পূৰ্ণ অধিকাৰ আছে, তেওঁলোকেহে এই সঙ্গীতৰ মৰ্ম বুজিব পাৰিব।

## আৰ্থিক অৱস্থা

"ডিমাছাসকলৰ মাজত ভিক্ষাৰী নাই"—এনে এটি প্ৰচলিত প্ৰবাদ শুনা যায়। "ডিমাছাসকলৰ স্থাৱৰ সম্পত্তি নাই।"—এনে প্ৰচলিত প্ৰবাদ এটিও শুনা যায়। এই প্ৰবাদ দুটিৰ মৰ্ম হৃদয়ঙ্গম কৰিব পৰিলেই ডিমাছাসকলৰ আৰ্থিক অৱস্থা উপলব্ধি কৰিব পৰা যাব।

ইয়াৰ অৰ্থ এয়ে যে তেওঁলোকে আদিম জীৱন লৈ থকা সময়ত তেওঁলোকৰ সকলো সামগ্ৰীয়ে আছিল। অভাব-অনাটনৰ তাড়নাত ছটফটাবৰ প্ৰয়োজন নাছিল। ভঁৰালত বছৰৰ জোখাই ধান থাকিলে অভাব-অনাটন অনুভৱ কৰিবই নেলাগে। গাঁৱৰ চাৰিওপিনে থাকে নদী-নলা, হাবি-বননি; তাত কাঠ বাঁহ, ফল-মূল, শাক-পাচলি, আনকি মাছ-মাংসও পোৱা যায়; গতিকে অভাৱ কিহৰ ?

কিন্তু বৰ্তমান যন্ত্ৰযুগৰ দৃষ্টিৰে চালে ডিমাছাসকলৰ আৰ্থিক গাঁথনি নিতান্ত শোচনীয় বুলিয়ে কব লাগিব। প্ৰকৃতপক্ষে তথাকথিত নতুন সভ্যতাৰ পোহৰ পৰাৰ লগে লগে তেওঁলোকে অভাৱ অনুভৱ কৰিবলৈ ধৰিছে। কিয়নো দৈনন্দিন ব্যৱহাৰত লগা সামগ্ৰীবোৰৰ বেছিভাগে আজিকালি পইচা দি কিনিবলগা হৈছে। নিজে তৈয়াৰ কৰা ব্যৱসায় সামগ্ৰীৰ তুলনাত আমদানি কৰা সামগ্ৰীৰ পৰিমাণ বাঢ়ি গৈছে।

ডিমাছাসকলৰ প্ৰধান জীৱিকা কৃষি-কৰ্ম আৰু দ্বিতীয়তে ম'হ পালন। কিন্তু স্থায়ীকৈ খেতি-বাতিৰ উপযোগী স্থান অতি কম হোৱা কাৰণে তেওঁলোকে ঝুম খেতিৰ পদ্ধতি অনুসৰণ কৰি আহিছে; এয়া ক্ষতিকৰ আৰু ব্যয়সাপেক্ষ পদ্ধতি। ম'হ পোহাটো কেৱল বিক্ৰীৰ নিমিত্তে; গাখীৰ খীৰাই বিক্ৰী কৰাৰ অভ্যাস তেওঁলোকৰ এতিয়াও হোৱা নাই। কপাহ, তিল আৰু সৰিয়হ প্ৰভৃতি ৰপ্তানিজাত খেতিৰ ফলতেই ডিমাছাসকলে অলপ কিছু ধান পায়।

ঘৰুৱা শিল্পৰ ভিতৰত পুৰুষসকলৰ বাঁহ-বেতৰ চাৰি-পাটি আৰু তিৰোতাসকলৰ এড়ি পালন, সূতা কটা, কাপোৰ বোৱা আদিয়ে উল্লেখযোগ্য। কিন্তু এইবোৰ নিজৰ প্ৰয়োজনৰ পৰিমাণ অনুসৰি হে তৈয়াৰ কৰা হয়—বজাৰত কেতিয়াও ৰপ্তানিৰ কাৰণে বেচা নহয়।

নিবনুৱা সমস্যা ডিমাছাসকলৰ মাজত নাই। সকলো সময়তে নানা কাম-কাজত ব্যস্ত হৈ থকাৰ সুযোগ তেওঁলোকৰ জীৱনত আছে।

ডিমাছাসকলৰ মাজত ডেকা-গাভৰুৰে একেলগে মিলি কাম কৰিবলৈকে এটা সমবায় সংগঠন আছে; তাকে 'হাংছাও' বোলে। তেওঁলোকে প্ৰতি গৃহস্থীৰ ঘৰত খেতি-বাতিৰ অসমাপ্ত কামবোৰ ঠিকা বন্দবস্ত কৰি দিয়ে আৰু খেতি চপোৱাৰ পিছত প্ৰত্যেক গৃহস্থীৰপৰাই প্ৰাপ্য ধন আদায় কৰি বিহুৰ সময়ত আমোদ-প্ৰমোদত ব্যয় কৰে। ইয়াৰ ফলত খেতি-বাতিত অনেক মানুহৰ খুব সুবিধা হয়।



## ৰোগ আৰু মৃত্যু

আগেয়ে ডিমাছাসকলৰ স্বাস্থ্য অপেক্ষাকৃতভাৱে ভাল আছিল। মৃত্যুৰ সংখ্যাও আছিল কম। আজিকালি উপযুক্ত খাদ্যৰ অভাৱৰ কাৰণেই হওক, কিম্বা আন কাৰণতেই হওক, তেওঁলোকৰ অসুখ-বিসুখ বাঢ়িবলৈ ধৰিছে; মৃত্যুৰ হাৰো যথেষ্ট পৰিমাণে বৃদ্ধি হৈছে। বিশেষকৈ ডিমাছা গাঁৱৰ কোনো কোনো ঠাইত ছুৱাবোগ্য যক্ষ্মা আৰু কুষ্ঠ ৰোগৰ প্ৰকোপ বাঢ়িছে।

কোৱা বাহুল্য যে বৰ্তমানে লোকপ্ৰিয় চৰকাৰে সকলো প্ৰকাৰে সহায়সহানুভূতি নেদেখুৱালে এই অধঃপতিত ডিমাছা জনজাতিৰ সৰ্বাঙ্গীন উন্নতিৰ কামনা সুদূৰ-পৰাহত হৈয়ে থাকিব।

# বড়ো কছাৰী

## শ্ৰীভবেন্দ্ৰ নাৰ্জী

অসম তথা পূৰ্ব ভাৰতত থকা বড়ো বা বড়ো কছাৰীসকলক চীনো-তিব্বেতীয় মঙ্গোলীয় গোষ্ঠীৰ মানুহ বুলি পণ্ডিতসকলে ঠাৱৰ কৰিছে। পণ্ডিতসকলৰ মতে খৃষ্টপূৰ্ব দুহেজাৰ বছৰৰ পূৰ্বে চীনদেশৰ উত্তৰ-পশ্চিম অঞ্চলত এওঁলোকৰ বাসস্থান আছিল। কালক্ৰমত তেওঁলোকেই তাৰেপৰা দক্ষিণ-পূব এছিয়াত সিঁচৰতি হৈ পাৰে। তেওঁলোকবে এঠাল দক্ষিণ-পূব এছিয়াৰ মাজেদি পোনে পোনে আহি তিব্বতত প্ৰায় এহেজাৰ বছৰ কাল কটায়। তাত থকা কালতেই তেওঁলোক তিবোদ্ বা তিব্বত বা ভোট বা বোদ্ নাম পায়। সেই তিব্বত বা ভোট দেশৰ পৰাই তেওঁলোকৰ কিছুমানে ব্ৰহ্মপুত্ৰ নদীয়েদি পূৰ্ব ভাৰতত সোমাই পাট-কাপোৰৰ বেহা-বেপাৰ কৰিছিল। তেওঁলোকে নিজকে বড়ো বা বড়ো নামে পৰিচয় দিছিল। বড়ো বা বড়ো শব্দৰ অৰ্থ পুৰণি বড়ো ভাষাত মানুহ আছিল ; আজিও ত্ৰিপুৰাবাসী কছাৰীসকলে তিপ্ৰা ( ত্ৰিপুৰী ) ভাষাত নিজকে মানুহ বুজাবলৈ গৈ 'বড়ো' ( বৰোক্ ) বুলিহে চিনাকি দিয়ে।

### বড়োসকলৰ ইতিবৃত্ত

কিছুমান পণ্ডিতৰ মতে খৃষ্টপূৰ্ব দুহেজাৰ মান বছৰৰ আগতে ইণ্ডো-ইউৰোপীয় গোষ্ঠীৰ মানুহে উত্তৰ-পশ্চিমেদি ভাৰতত প্ৰৱেশ কৰাৰ সময়তে মঙ্গোলীয় গোষ্ঠীৰ মানুহেও বেহা-বেপাৰ কৰিবলৈ উত্তৰ-পূব ফালেদি ভাৰতত সোমাইছিল। পিছত তেওঁলোকে পূৰ্ব-ভাৰতত থিতাপি লৈ বাস কৰিবলৈ লয়। ডঃ সুনীতিকুমাৰ চেটাৰ্জীৰ মতে পূৰ্ব ভাৰতত প্ৰথমে বাস কৰা সময়ত মঙ্গোলীয় গোষ্ঠীৰ মানুহ পৰ্বতৰ দাঁতি কাষৰীয়া ঠাইত বাস কৰিছিল। সেইকাৰণে তেওঁলোকক কিৰাত ( সীমান্তবাসী ) বুলিছিল। সংস্কৃত ভাষাত 'কক্ষৱাট বা কক্ষাত' ( কচ্ছত ) শব্দৰ অৰ্থ নিম্নভূমি ; কচ্ছত শব্দৰ পৰা কাছাৰ হোৱা বুলি ডঃ সুনীতিকুমাৰ



চেটাৰ্জীয়ে কয়। কাছাৰত বাস কাৰণে কাছাৰী নাইবা কছাৰী নাম পাব পাৰে বুলিও কিছুমানৰ ধাৰণা। কালিকা পুৰাণ, যোগিণীতন্ত্ৰ, মহাভাৰত আদি সংস্কৃত সাহিত্যবোৰত এই মঙ্গোলীয় গোষ্ঠীৰ মানুহক কিৰাত বুলিহে কোৱা হৈছে। কাছাৰী বা কছাৰী শব্দটো পৰৱৰ্তী কালত ওচৰ চুবুৰীয়া অৰ্থাৎ হিন্দুসকলে দিয়া নাম।

উপেন্দ্ৰচন্দ্ৰ গুহ ডাঙৰীয়াই কছাৰীসকলৰ মাজত এসময়ত বৌদ্ধ ধৰ্মৰ প্ৰভাৱ পৰি বুদ্ধছাৰ পৰা বডোছা বা বড়ো নাম হৈছে বুলি তেখেতৰ 'কাছাড়েৰ ইতিবৃত্ত' নামৰ কিতাপখনত কৈছে। কিন্তু প্ৰত্নতত্ত্ব আৰু নৃতত্ত্ববিদ সকলৰ মতে উত্তৰ-পূৰ্ব ভাৰতত থকা কিৰাত বংশীয় কছাৰী সকলক মঙ্গোলীয় চীনো-তিব্বেতীয় ভোট বা বোদ্ ফৈদৰ মানুহ বুলি কোৱা হয় আৰু সেই কাৰণে ভোট বা বোদ শব্দৰ পৰাহে বড়ো নাম হোৱাৰ সম্ভাৱনা আছে, আৰু সেয়েহে বৰ্তমানেও চীনো-তিব্বতীয় মানুহৰ ভাষা আৰু গাৰ গঠনৰ লগত বড়োসকলৰ সাদৃশ্য আছে। অতীজৰ কোনো সময়ত কিছুমান কছাৰী মানুহে বৌদ্ধ ধৰ্ম গ্ৰহণ কৰিলেও বৌদ্ধ ধৰ্মৰ প্ৰভাৱত পৰি বুদ্ধছাৰ পৰা বডোছা বা বড়ো নাম হোৱা বুলি কোৱা যুক্তি, ঐতিহাসিক আৰু পণ্ডিতসকলে মানি লব নোখোজে।

ডঃ চেটাৰ্জীৰ মতে খৃষ্টীয় তৃতীয় শতাব্দীত ভাৰতত কিৰাতসকল বিয়পি পৰে, আৰু সেই একে সময়তে মঙ্গোলীয় গোষ্ঠীৰ মানুহে বৰ্তমান উত্তৰ বঙ্গ, নেপাল, উত্তৰ বিহাৰ, পূৰ্ব পঞ্জাৱলৈকে বিস্তৃত হৈছিল। গোমতী, তাপ্তী, বিতস্তা, ইৰাৱতী, ডিহিং, ডিব্ৰু, ডিখ্ৰুং মঙ্গলদৈ আদি— তী,— তি,— ডি,— দৈ-কলৈ পানী বুজোৱা শব্দৰ দ্বাৰা অৰ্থ প্ৰকাশ কৰা নদীৰ নামবোৰ মঙ্গোলীয় গোষ্ঠীৰ মানুহৰ সংস্কৃতিৰ চানেকী বুলি ডঃ চেটাৰ্জীয়ে তেখেতৰ 'কিৰাত-জন-কৃতি' নামৰ গ্ৰন্থত উল্লেখ কৰিছে। বৰ্তমান পঞ্জাৱৰ সংস্কৃতিত গঢ়ি উঠা, পঞ্জাৱী গাৰ্বা লোক-নৃত্যতো কিৰাত সংস্কৃতিৰ প্ৰভাৱ পৰিছে বুলি ডঃ চেটাৰ্জীয়ে গুৱাহাটীত বহা নিখিল ভাৰত বুৰঞ্জী কংগ্ৰেছৰ সৌজন্যত প্ৰকাশ পোৱা স্মৃতি গ্ৰন্থৰ, তেওঁৰ প্ৰবন্ধটিত উল্লেখ কৰিছে। দ্বাৰকাৰ ভগৱান শ্ৰীকৃষ্ণৰ নাতিয়েক অনিৰুদ্ধৰ বিয়াত উষাক আগবঢ়াই থবলৈ দ্বাৰকালৈ যাবৰ সময়ত শোণিতপুৰৰ কিৰাত আয়তীসকলে নাচি নাচি আগবঢ়াই থৈছিলগৈ। সেই নৃত্যকে দ্বাৰকাৰ মানুহে শিকি ৰাখিছিল। সেয়ে আজি আধুনিক পঞ্জাৱৰ গাৰ্বা লোক-নৃত্য নামে পৰিচিত। বড়ো বা বড়ো কছাৰী ভাষাত

'গাৰ্বা' শব্দৰ অৰ্থ এৰি অহা। গতিকে ডঃ চেটাৰ্জীয়ে পঞ্জাবৰ গাৰ্বা লোকনৃত্যত কিৰাত সকলৰ প্ৰভাৱ পৰিছে বুলি কোৱা অভিমতৰ ওপৰত ভাবিবৰ যথেষ্ট থল আছে।

ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাৰ মতে মঙ্গোলীয়ান গোষ্ঠীৰ মানুহে চীন, তিব্বত পাৰ হৈ ব্ৰহ্মপুত্ৰ নদীৰ শাখাবোৰেদি অসমত প্ৰৱেশ কৰি সেই শাখানদীবোৰৰ কাষতে সৰু সৰু ৰাজ্য স্থাপন কৰিছিল। সেই কাৰণে অসমত ব্ৰহ্মপুত্ৰৰ বহুত শাখানদীৰ নাম বড়ো বা বডো ভাষাত পানা বুজোৱা শব্দৰ অৰ্থৰ পৰা হোৱা বুলি কয়। আনকি বড়ো-কছাৰী সকলৰ ভাষাত ব্ৰহ্মপুত্ৰ বুজোৱা 'বুলুং-বুথুৰ' শব্দৰপৰা সংস্কৃতত 'ব্ৰহ্মপুত্ৰ' নাম হোৱা বুলি শিল্পী বিষ্ণুপ্ৰসাদ ৰাভাদেৱে কয়।

## পৌৰাণিক বিশ্বাস-আখ্যান

বড়োকাছাৰীৰ জনশ্ৰুতিত, বড়ো-কছাৰী সকলে অইন দেশৰ পৰা আহি ভাৰতত প্ৰৱেশ কৰাৰ কোনো আখ্যান পোৱা নাযায়। ইণ্ডো-ইউৰোপীয় জাতীৰ আৰ্য্যবোৰো অইন দেশৰ পৰা আহি ভাৰতত প্ৰৱেশ কৰাৰ সাধু সংস্কৃত সাহিত্যবোৰত, শাস্ত্ৰ আৰু বেদ-বেদান্ত আদিত পোৱা নেযায় বুলি স্বামী বিবেকানন্দই কয়। তেখেতৰ মতে আৰ্য্যসকল বাহিৰা দেশৰ পৰা আহি ভাৰতত প্ৰৱেশ কৰা নাই ( প্ৰজ্ঞানন্দৰ 'সংগীত ও সংস্কৃতি' )। বডো বা বড়ো-কছাৰীৰ জনশ্ৰুতি মতেও ভগৱান আহাম্ গুৰুৰ সৃজনী সৃষ্টিৰ সদিচ্ছাত দুটা পক্ষী পক্ষিণীৰ জন্ম হ'ল। পিছত পক্ষিণীৰ গৰ্ভত তিনিটা ডিমাৰ ( কণী ) সঞ্চাৰ হৈ অগাপিছাকৈ তিনিটা ডিমা প্ৰসৱিত হ'ল। এই তিনিটা ডিমাৰপৰা বহু হাজাৰ বছৰৰ পিছত নিজ নিজ আকৃতিত জন্ম পাব বুলি আহাম্ গুৰুৰ পক্ষিণীলৈ দৈৱবাণী হ'ল। পক্ষিণীয়ে এই তিনিটা ডিমাত উমনি দিবলৈ ধৰিলে।

পক্ষিণীয়ে এইদৰে উমনি দিওঁতে কেইবা হাজাৰ বছৰ পাৰ হ'ল। তথাপিতো ডিমাবোৰৰ পৰা একো জন্ম নোহোৱা দেখি পক্ষিণীয়ে তাৰে ডিমা এটা ভাঙি চায়। তেতিয়াও ডিমাত একোৰেই জন্ম পোৱাৰ লক্ষণ হোৱা নাছিল। পক্ষিণীৰ মনত দুখ লাগিল। তেতিয়া আকৌ আহাম্ গুৰুৰ পৰা দৈৱবাণী হ'ল, 'বাকী দুটা ডিমা ভাঙিব নালাগে, সৃষ্টি ধ্বংস হব।' যি ডিমা ভঙা হৈছে তাক ঠোঁটেৰে ধৰি চাৰিওফালে ছটিয়াই দিবলৈ হুকুম কৰিলে। আহাম্ গুৰুৰ হুকুম মতে পক্ষিণীয়ে তাকেই কৰিলে। পিছত সেই ভঙা ডিমাৰ পৰা ডাইনী-যখিনী, ভূত-



প্ৰেত, কীট-পতঙ্গ, তৃণ-লতা, গছ-গছনি আদিৰ জন্ম হ'ল। সিহঁতৰ সৃষ্টি হোৱাৰ পিছত স্থল আৰু আহাৰৰ অভাৱত চাৰিওফালে হাহাকাৰ কৰিবলৈ ধৰিলে। তেতিয়াও মাটিৰে মৰ্ত্যলোক সৃষ্টি হোৱা নাছিল। পিছত ভগৱানে মৰ্ত্যলোক সৃষ্টি কৰিবৰ আৱশ্যক হ'ল। পাতাল লোকৰ পৰা মাগুৰ-মাগুৰীৰ হতুৱাই মাটি আনি ভগৱানে মৰ্ত্যলোক সৃষ্টি কৰিলে।

তাৰে বহুত হাজাৰ বছৰ পিছতহে ডিমা দুটাৰ পৰা নিজ নিজ আকৃতিত মানুহ জন্ম পায়। প্ৰথম ডিমাৰ পৰা জন্ম পোৱা মৌন্‌ছিংছিং বুঢ়া-বুঢ়ী আৰু দ্বিতীয় ডিমাৰ পৰা দিবা আৰু দিবি নামৰ বুঢ়া-বুঢ়ী জন্ম পায়। জন্ম পায়েই তেওঁলোক চাৰিওজনৰে স্বৰ্গলৈ গমন কৰিবৰ ইচ্ছা হ'ল; কিন্তু স্বৰ্গ নিষ্পাপী মানুহৰ কাৰণহে; পাপী মানুহৰ কাৰণতো নহয়। পাপী নে নিষ্পাপী তেওঁলোকক পৰীক্ষা কৰা হোৱা নাই। ভগৱান আহাম্ গুৰু বিমোৰত পৰিল। পিছত ভগৱানে এটা উপায় কৰিলে। স্বৰ্গলৈ আহিব পাৰিব সঁচা, কিন্তু বাটত আহিব ধৰোঁতে যি লোকে পিছলৈ চাব, সেয়ে মৰ্ত্যলোকলৈ ঘূৰি যাব লাগিব। সেই চৰ্তত মৌন্‌ছিংছিং বুঢ়া, মৌন্‌ছিংছিং বুঢ়ী আৰু দিবা বুঢ়া, দিবি বুঢ়ী স্বৰ্গলৈ যাত্ৰা কৰিলে। স্বৰ্গ অভিমুখে আধা পথ আহি পোৱাত মৰ্তলোকৰ জীৱসমূহৰ কোলাহল হ'ল। সিহঁতৰ আৰ্তনাদত থাকিব নোৱাৰি দিবা বুঢ়া আৰু দিবি বুঢ়ীয়ে মৰ্ত্যলৈ উভতি চালে, লগে লগে দুয়ো আকৌ মৰ্ত্যলৈ খহি পৰিল। দিবা-দিবি বুঢ়া-বুঢ়ীয়ে দুয়ো আহাৰৰ উপায়ৰ কাৰণে আহাম্ গুৰুৰ ওচৰত প্ৰাৰ্থনা কৰিলে। পিছত আহাম্ গুৰুৱে দিবা-দিবিহঁতক কলে, 'আদিমানৱ মৌন্‌ছিংছিংৱ সতি-সন্ততিসকলে মৰ্ত্যালোকলৈকে কালযাপন কৰিবলৈ আহিব। সিহঁতৰপৰাই তোমালোকে পূজা পাবা আৰু সিহঁতৰ তোমালোক ত্ৰাণকৰ্তা হ'বা।" বডো বা বড়ো-কছাৰীসকলৰ মতে আদিম মানৱ-মানৱী মৌন্‌ছিংছিং বুঢ়া-বুঢ়ীৰে আমি মানুহবোৰ সতি-সন্ততি। আকৌ দিবা-দিবি বুঢ়া-বুঢ়ীয়ে হ'ল দেৱতাৰ আদি দেৱাদিদেৱ মহাদেৱ খৌৰিয়া বুঢ়া আৰু খৌৰিয়া বুঢ়ী, ( বুঢ়া বাথৌ-আই কামাখ্যা ) ৰূপে মৰ্ত্যলোকৰ ত্ৰাণকৰ্তা। বড়ো-কছাৰীৰ খৌৰিয়া বুঢ়া খৌৰিয়া বুঢ়ী, বুঢ়ী তথা বুঢ়া বাথৌ মহাৰাজক এছিয়াত বিভিন্ন নাম আৰু মানেৰে দেশ তথা জাতিভেদে পূজা কৰে। আৰ্য্যসকলৰ সংস্কৃত সাহিত্যত এওঁলোকক মহাদেৱ, ভূতনাথ, শিৱ, ভোলানাথ, হৰ-পাৰ্বতী, হৰ-গৌৰী নামেৰে পৰিচয় পোৱা যায়। বড়ো-কছাৰীৰ মাজত জনশ্ৰুতিমূলক সাধুকথা বহুত দীঘল। কামৰূপ আৰু দৰং জিলাৰ বড়ো-

কছাৰীৰ মাজত ফুছি্‌হাবা বা ফুথি্‌হাবা বুলি মানৱৰ আদি মানুছিংছিং বুঢ়াৰ সন্তানৰ বিয়াৰ আকাৰে দিবা-দিবি আৰু মানুছিংছিং বুঢ়াক পূজা কৰে। গোৱালপাৰাৰ কিছুমান ঠাইত 'খুগাফোর্নায়' বুলি সৃষ্টিৰ আদিক পূজা কৰে। এনেই বড়ো-কছাৰীসকলে খামৰ ( ঢোল ) ঘুণ দিয়াত এই আদি সৃষ্টিৰ জনশ্ৰুতিমূলক সাধুকথা কৈ খামত ঘূণ দিয়ে।

## প্ৰাচীন বসতি

উপেন্দ্ৰচন্দ্ৰ গুহ ডাঙৰীয়াৰ মতে ত্ৰিপুৰা ৰাজ্য অতি প্ৰাচীন। বৰ্তমান শ্ৰীহট্ট আৰু চট্টগ্ৰাম বিভাগ প্ৰাচীন কালত ত্ৰিপুৰা ৰাজ্যৰ অন্তৰ্গত আছিল। তেতিয়া সেইবোৰ ঠাই প্ৰত্যন্ত ভূমি, পূৰ্বদেশ, সুহ্ম, ত্ৰিপুৰা, কিৰাতভূমি নামেৰে অভিহিত হৈছিল। ড° বাণীকান্ত কাকতিয়ে তেখেতৰ 'পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা'ত পুৰণি সংস্কৃত শাস্ত্ৰ কালিকা পুৰাণৰ পৰা উদ্ধৃত কৰিছে যে পিতা বৰাহ বিষ্ণুৰে মাতৃ পৃথিৱীৰ হতুৱাই নৰকাসুৰক প্ৰাগজ্যোতিষপুৰত ৰজা পাতিবলৈ লৈ অহা সময়ত প্ৰাগজ্যোতিষপুৰত শিৱে কিৰাতসকলক লৈ ৰাজ্যস্থাপন কৰি বিৰাজ কৰিছিল। পিছত নৰকাসুৰে কিৰাতসকলক দক্ষিণে সাগৰৰ পাৰলৈকে আঁতৰাই পঠিয়াই নিজে 'প্ৰাগজ্যোতিষপুৰত ৰাজ্যস্থাপন কৰিছিল। উপেন্দ্ৰ গুহ ডাঙৰীয়াই 'অমৰকোষ অভিধান'ৰ পৰা উদ্ধৃত কৰি কৈছে যে প্ৰাচীন কালত ভাৰতবৰ্ষৰ অন্তৰ্গত শৰাৱতী নদীৰ পূব-দক্ষিণে প্ৰাচ্যদেশ আৰু উত্তৰ-পশ্চিমে উদীচ্য দেশ, মাজতে মধ্যদেশ আৰু সীমা মূৰিয়ালত আছিল ম্লেচ্ছদেশ। অমৰকোষ অভিধানৰ শ্লোকটোত এইদৰে কোৱা হৈছে ;—

লোকোঽয়ং ভাৰতং ৱৰ্ষং শৰাৱত্যাস্ত যোঽৱধেঃ।<br>দেশঃ প্ৰাগ্ দক্ষিণঃ প্ৰাচ্য উদীচ্যঃ পশ্চিমোত্তৰঃ।<br>প্ৰত্যন্তো ম্লেচ্ছদেশঃ স্যাৎ মধ্যদেশস্ত মধ্যমঃ।

উক্ত শ্লোকটোৰ দ্বিতীয় শাৰীত কোৱা প্ৰাগ্ দক্ষিণঃ শব্দটোৱে প্ৰাগজ্যোতিষপুৰৰ দক্ষিণ দিশৰ অৰ্থ বুজাইছে। গুহ ডাঙৰীয়াই 'কাছাড়েৰ ইতিবৃত্ত'ত লিখিছে যে, মহাভাৰতৰ পাণ্ডৱসকলে বনবাস খাটিবৰ সময়ত ভাৰতৰ পূবফালে আহি হিড়িম্ব ৰজাৰ ৰাজ্য পায়। হিড়িম্ব ৰজা ৰাক্ষস আছিল। পাণ্ডৱসকল আহি নিজ ৰাজ্যত প্ৰৱেশ কৰা জানি ভনীয়েক হিড়িম্বাক পাণ্ডৱসকলক ধৰি আনিবলৈ পঠিয়ায়। হিড়িম্বাই ভীমৰ সুঠাম ৰূপ দেখি ভীমক পতিবৰণ কৰে। এই কথা হিড়িম্বই জানিব পাৰি পাণ্ডৱসকলক নিজে আক্ৰমণ কৰেগৈ। পিছত ভীমৰ হাতত



হিড়িম্ব নিহত হয়। ভীমৰ ঔৰসত হিড়িম্বাৰ গৰ্ভত ঘটোৎকচ নামে এটি পুত্ৰ সন্তান জন্ম পায়। হিড়িম্বাই নিজ পুত্ৰক লগত লৈ পাণ্ডৱসকলৰ পৰা বিদায় মাগি নিজ ৰাজ্যলৈ প্ৰত্যাবৰ্তন কৰে।

কিছুমানৰ মতে হিড়িম্ব ৰজা কিৰাত আছিল ; আৰু ভীমৰ ঔৰসত হিড়িম্বাৰ গৰ্ভত জন্মা ঘটোৎকচৰ পৰাইহে কছাৰী শব্দ আৰু কছাৰী জাতিৰ উৎপত্তি। ড° বাণীকান্ত কাকতিয়ে তেখেতৰ 'পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা' কিতাপখনত কালিকা পুৰাণৰপৰা উল্লেখ কৰামতে প্ৰাচীনকালত কামৰূপ মহাপীঠ সিদ্ধ হৈ উঠাত তাত স্নান, দান কৰা লোকসকলে পোনে পোনে স্বৰ্গলৈ গমন কৰাত আৰু কিছুমানে শিৱত্ব প্ৰাপ্ত হোৱাত যমৰ কাম নোহোৱা হ'ল। অধিকাৰ নেথাকিলে পদৰ মৰ্য্যাদা নাথাকে। গতিকে যমে ব্ৰহ্মাকে গোচৰ দিলেগৈ। ব্ৰহ্মাই যমক লগত লৈ বিষ্ণুলোকলৈ গ'ল। বিষ্ণুৱে ব্ৰহ্মা আৰু যমক লগত লৈ শিৱৰ ওচৰলৈ গ'ল। বিষ্ণুৱে শিৱক যমৰ আপত্তিটো কোৱাত শিৱে তথাস্তু বুলি, যম, ব্ৰহ্মা আৰু বিষ্ণুকে বিদায় দি নিজে বৃষভত উঠি গণসকলক লগত লৈ কামৰূপ পীঠলৈ আহি দেৱী উগ্ৰতাৰা আৰু গণসকলক আদেশ দিলে,—যিমান মানুহ আছে সকলোকে কামৰূপ পীঠৰপৰা আঁতৰালৈ। উগ্ৰতাৰা আৰু গণসকলে চতুৰ্বৰ্ণ, দ্বিজাতি সকলো মানুহকে আঁতৰালে। সেই সময়ত সন্ধ্যাচলত বশিষ্ঠমুনিয়ে তপস্যা কৰি আছিল ; তেওঁক আঁতৰাবলৈ ধৰোতে মুনিয়ে শাপ দিলে,—'হে বামা, যিহেতু তুমি লোক খেদিবলৈ ধৰিছা, এতিয়াৰপৰা তুমি বামাৰে পূজা লবা। গণসকলে ম্লেচ্ছৰ দৰে ঘূৰি ফুৰিছে ; সিহঁতো ম্লেচ্ছ হওক। যেহেতু স্বয়ং মহাদেৱে মোক খেদিবলৈ উৎসুক, তেৱোঁ ম্লেচ্ছৰ পূজ্য হৈ ভস্ম আৰু হাড় ধাৰণ কৰক।'— এইবুলি শাপ দি বশিষ্ঠমুনি অন্তৰ্দ্ধান হ'ল।

ড° কাকতিয়ে আৰু কৈছে, পৰশুৰামে ক্ষত্ৰিয় নিধন কৰিবৰ সময়ত কামৰূপত বহুত ক্ষত্ৰিয়ই প্ৰাণৰ ভয়ত নিজকে ম্লেচ্ছ বুলি পৰিচয় দিছিল আৰু নিজৰ মাতৃভাষা পৰ্য্যন্ত বৰ্জন কৰিছিল।

কালিকা পুৰাণমতে নৰকাসুৰে প্ৰাগজ্যোতিষপুৰত ৰাজত্ব কৰিবৰ সময়ত শোণিতপুৰত বাণৰজাই ৰাজত্ব কৰিছিল। ৰাভাসকলৰ মতে তেওঁলোক হৈছে বাণৰজাৰ প্ৰধান সেনাপতি দদেৱ বংশধৰ। বাণৰজাৰ পতন হোৱাত প্ৰধান সেনাপতি শোণিতপুৰৰ পৰা আহি বৰ্তমান ঢুবৰীৰ দক্ষিণে কোনো এঠাইত নিজে ৰাজ্য স্থাপন কৰি ৰাজত্ব কৰিছিল—এই মৰ্মে তৰুণ পামেগামৰ ( ৰাভা ) পৰা পোৱা জনশ্ৰুতিৰপৰা জনা যায়। সংস্কৃত সাহিত্য আৰু পণ্ডিতসকলৰ মতে

শোণিতপুৰৰ বাণৰজা কিৰাতবংশীয় আছিল আৰু কুণ্ডিল ৰাজ্যৰ ৰজা ভীষ্মক কিৰাতবংশী আছিল।

## বুৰঞ্জীৰ পটভূমিত

অসম বুৰঞ্জীবিলাকত গেইট চাহাব আৰু নৃতত্ত্ব-প্ৰত্নতত্ত্ববিদ্ সকলৰ মতে মূৰ চুটি, কপাল বহল, চকু সৰু, গাল গোলাকাৰ, নাক চেপেটা, অলপ গোফথকা, ডবিৰ তলুৱা চুটি, গাৰ বৰণ হালধীয়া মানুহবোৰেই মঙ্গোলীয়-তিব্বতবৰ্মী গোষ্ঠীৰ মানুহ আৰু এওঁলোকক বৰ্তমানৰ অসম, উত্তৰবঙ্গ, দক্ষিণ নেপালত দেখিবলৈ পোৱা যায়। পণ্ডিতসকলৰ মতে বৰ্তমানৰ বড়ো কছাৰী, গাৰো, ৰাভা, ডিমাছা, মেছ, লালুং, মৰাণ, চুটিয়া, হাজং, কোচ এই কেইটা জাতি কছাৰী জাতিৰ গোষ্ঠ বুলি কোৱা হয়। তেওঁলোকৰ ভাষা আৰু সংস্কৃতি, গাৰ গঠনৰ আকাৰৰ লগত ভোট বা তিব্বতী মানুহৰ বহুত সাদৃশ্য আছে। এওঁলোকৰ বাসস্থান বৰ্তমান অসমতেই প্ৰধান।

অসম বুৰঞ্জীৰ মতে কিৰাতবংশী বড়ো-কছাৰীসকলে ব্ৰহ্মপুত্ৰ উপত্যকাত পৰাক্ৰমী হৈ উঠে আৰু বহুবছৰ কাল ৰাজত্ব কৰে। পিছত আহোমসকলৰ আক্ৰমণত তিষ্ঠিব নোৱাৰি কছাৰী ৰজাসকলে ক্ৰমে দক্ষিণে ঢাল খাই যায়। বৰ্তমানৰ ডিমাপুৰ, মাইবাং, খাছপুৰ আদিত পুৰণি ৰাজকীয় কীৰ্তিবোৰ আছে আৰু ইবোৰত কছাৰী ৰজাৰ ৰাজধানী, ৰাজনগৰ আছিল বুলি ইতিহাসে প্ৰমাণ কৰিছে। তেওঁলোকক সেই সময়ত ডিমাছা কছাৰী বুলি পৰিচয় পোৱা গৈছিল। ডাইৰ অৰ্থ পানী, মা শব্দৰ অৰ্থ ডাঙৰ, ছা শব্দৰ অৰ্থ সন্তান। ডাইমানি ফিছা ডিমাছা অৰ্থাৎ ডাঙৰ নদীৰ সন্তান। এইদৰে আদিম মঙ্গোলীয় চীনো-তিব্বেতীয় ভোট বা বোদ্ বংশৰ অসমৰ বড়ো মানুহক অন্যান্য ভাষী মানুহে কছাৰী, উত্তৰবঙ্গৰ মিছিনদীৰ পাৰত বাস কৰা সকলক মেছ, চুটি-চাপৰ মানুহৰ কাৰণে ত্ৰিপুৰাবাসীক থেফ্ৰাৰ পৰা তিপ্‌ৰা বা ত্ৰিপুৰা, ডাঙৰ নদীৰ পাৰত বাস কৰি নদীক মাতৃজ্ঞান কৰাৰ কাৰণে ডিমাছা আদি নাম দিছে। কিন্তু গোটেই অসম আৰু উত্তৰবঙ্গত বিয়পি থকা কছাৰী গোষ্ঠীৰ অন্তৰ্গত আৰু অন্যভাষী মানুহৰ মাজত বিভিন্ন প্ৰকাৰে নাম পোৱা এই কাছাৰীসকলে নিজকে বড়ো বা বডো বুলিহে জাতীয় নামেৰে পৰিচয় দিয়ে।

বডো বা বড়ো কছাৰী সকলৰ অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকা, কাছাৰ জিলা, ত্ৰিপুৰা আৰু উত্তৰবঙ্গ, দক্ষিণ নেপালত বাসস্থান আছে। এওঁলোক গাওঁবাসী,



চহৰবাসী নহয়। এওঁলোকৰ অধিকাংশই পৰ্বত-ঝাৰণি, নদীৰ কিনাৰত বাস কৰে।

## জীৱিকাৰ উপায়

এওঁলোকৰ জীৱিকাৰ ব্যৱসায়ৰ ভিতৰত ধানখেতিয়েই প্ৰধান। তাৰ বাবে তেওঁলোকে ধানখেতিৰ উপযোগী পাথৰ, খেতিত সহায় কৰা পোহনীয়া জন্তু, গৰু ম'হ চৰিবৰ কাৰণে ঘাঁহনি পথাৰ, উপ-আহাৰৰ মাছ-পুঠি পাবৰ বাবে ওচৰত বিল বা নদী, খৰি-খেৰ পাবৰ বাবে ওচৰত ঝাৰণিৰ সুবিধা থকা ঠাইত গাওঁ পাতি বাস কৰিবলৈ ভাল পায়। খেতিৰ পথাৰ নাইকিয়া হলে, সেই ঠাইৰ পৰা গাওঁ ভাঙি বড়ো কছাৰীসকলে আকৌ নতুন মাটি বিচাৰি যায়গৈ।

বড়ো কছাৰীসকল অতি পৰিশ্ৰমী মানুহ আৰু সৌন্দৰ্য্যৰ উপাসক। ৰূপ অৰ্চনাৰ লোকগীত তেওঁলোকৰ মাজত বহুতো পোৱা যায়। তেওঁলোকৰ ভিতৰত পুৰুষতকৈ তিৰোতাৰ সৌন্দৰ্য্য বেছি। তেওঁলোকৰ গাৰ বৰণ কেঁচা-হালদি বৰণীয়া; কিন্তু আজিকালি তেলকলীয়া বৰণতো বহুত বড়ো কছাৰীক দেখিবলৈ পোৱা যায়। এওঁলোকৰ বেছিভাগৰেই নাক চেপেটা, মূৰ চুটি, কপাল বহল, গাল গোলাকাৰ, তৰিৰ তলুৱা চুটি আৰু গোটেই মানুহজন অলপ চুটি-চাপৰ আকাৰত দেখিবলৈ পোৱা যায়। অৱশ্যে আজি-কালি আধুনিক যুগৰ বা-বতাহ লাগি বহুতে পূৰ্বপুৰুষৰ গাৰ গঠনৰ আকাৰৰপৰা পৰিবৰ্তন হৈ আহিব ধৰিছে।

## ঘৰ-দুৱাৰ, আহিলা-পাতি

ভৈয়ামৰ বড়ো কছাৰীসকলে চাৰিওফালে ঘৰ সজায়; মাজতে চোতাল ৰাখি গৃহস্থী পাতি বাস কৰে। এওঁলোকৰ ঘৰবোৰ ওখ নহয়। ঘৰৰ ঢাপবোৰ চাপৰ আৰু ঘৰত খিৰিকীৰ ব্যৱস্থা নাই। বাৰিষা হলে ঘৰৰ ঢাপবোৰ বোকা হৈ পৰে। তাতে তেওঁলোকে ঢাৰি পাৰি শোৱে। বড়ো কছাৰীৰ লোক-বিশ্বাস মতে তিৰোতা মানুহবোৰে চাঙত শোৱাৰ নিয়ম নেই। ভৈয়ামৰ বড়ো কছাৰীৰ ঘৰবোৰ স্বাস্থ্যৰ পক্ষে বাসোপযোগী নহয়; পাহাৰী বড়ো কছাৰীসকলে চাংঘৰ বান্ধি বাস কৰে।

বড়ো কছাৰীৰ ঘৰবোৰ অস্থায়ী। ঘৰৰ খুটা আৰু গোটেই ঘৰটোৰ

গাঁথনি বাঁহৰ। ওপৰৰ চালিবোৰ ঢাকিবৰ কাৰণে খেৰ ব্যৱহাৰ কৰে। বটা বা দীঘল জাতীয় খেৰৰ দ্বাৰা ঘৰৰ বেৰা দিয়ে; আৰু গোটেই ঘৰটোৰ গাঁথনি গাথিবৰ কাৰণে কোমল বাঁহৰ টঙালি ব্যৱহাৰ কৰে। ঘৰবোৰ দুচলীয়া। পুতলতকৈ দীঘ বেছি। উত্তৰ ফালৰ ঘৰটো ২৭ ফুটৰপৰা ৩৩।৩৪ ফুটলৈকে থাকে। বাকী ঘৰবোৰ গৃহস্থই আৱশ্যক অনুসৰি ডাঙৰ-সৰু কৰি বান্ধি লয়।

এওঁলোকৰ পৰিয়ালৰ ভিতৰত ৰবঘৰ, (উত্তৰৰ ঘৰ) ভঁৰালঘৰ আৰু গোহালিঘৰ, এইকেইটা গৃহস্থৰ অতি আৱশ্যকীয় ঘৰ। বড়ো কছাৰীৰ উত্তৰৰ ৰবঘৰটোত তিনিটা কোঠা থাকে। পূব ফালৰটো ইছিং, ইয়াত লক্ষ্মী, বাথৌ বৌৰায় আৰু বাথৌ বুঢ়াৰ থাপনা থাকে; তাৰে ওচৰতে ৰন্ধা-বঢ়াৰ কামো কৰে। মাজৰ কোঠাটোৰ নাম ওখ্ৰং; তাত পৰিয়ালে খোৱা-বোৱা কৰে। পশ্চিমৰ কোঠাটোৰ নাম খোৰ্ফা; তাত পৰিয়ালৰ ল'ৰা-ছোৱালী আৰু গৃহস্থ শোৱে।

ভৈয়ামত বড়ো কছাৰীৰ একোটা পৰিয়ালত কমপক্ষেও ছয় সাতটামান ঘৰ থাকে। এই অস্থায়ী ঘৰবোৰ প্ৰত্যেক বছৰে মেৰামতি কৰিব লগীয়া হোৱাত সময়ৰ অপব্যৱহাৰ আৰু বহুত অৰ্থক্ষতি হয়।

এওঁলোকে চাউল সিজাই পচাই মদ তৈয়াৰ কৰিবৰ কাৰণে মাটিৰ বাচন ব্যৱহাৰ কৰে। খোৱা পানী জমা ৰাখিবৰ বাবেও মাটিৰ কলহৰ আৱশ্যক হয়। কাঁহী, বাটি, ঘটি আৰু ৰন্ধা-বঢ়াৰ কাৰণে ব্যৱহৃত বাচন-বৰ্তনবোৰ কাঁহ, পিতল আদিৰে তৈয়াৰী।

তেওঁলোকে দৈনন্দিন ব্যৱহাৰৰ সামগ্ৰীৰ ভিতৰত বাঁহ জাতীয় আহিলা নিজহাতেৰে সাজি ব্যৱহাৰ কৰে। কাঠৰ পৰাও আৱশ্যকীয় সৰু-সুৰা আহিলা নিজে বনাই লয়। লো জাতীয় আহিলাবোৰ হাট-বাজৰৰ পৰা কিনি আনি ব্যৱহাৰ কৰে। দুই এজনৰ ঘৰত ট্ৰাঙ্ক, টৰ্চ, বাইচাইকেলৰ বাহিৰে বড়ো কছাৰী পৰিয়ালৰ মাজত আধুনিক ধৰণৰ কোনো সাজ-সৰঞ্জাম ব্যৱহাৰ কৰা-দেখা নাযায়।

বড়ো কছাৰীসকলে জুইক ৰন্ধা-বঢ়া কামত ব্যৱহাৰ কৰাৰ বাহিৰেও জুইক সত্যবাদী, পৱিত্ৰ আৰু জীৱন্ত যেন জ্ঞান কৰে; বিয়া-বাৰু, পূজা-পাতল, সখি-পতা, কোনো প্ৰতিশ্ৰুতিমূলক শপত খোৱা মৃত্যুৰ শ্ৰাদ্ধ আদি কাৰ্য্যবোৰ জুইক সাক্ষী কৰি সমাধা কৰে।



## খাদ্য-সম্ভাৰ

বড়ো কছাৰীৰ ভাতেই প্ৰধান আহাৰ। ৰন্ধন প্ৰণালী নিম্নথাপৰ। আহাৰোপযোগী সকলো বস্তুকে সিজাই খায়। শিক্ষাৰ পোহৰ পোৱা দুই এঘৰ বড়ো কছাৰীৰ বান্ধি খোৱা প্ৰণালী মধ্যম। মাছ-মঙহ একে সাজতে খাই শেষ কৰিব নোৱাৰিলে শুকাই থয়। শুকান মাছ-মঙহ তেওঁলোকৰ ৰুচিকাৰক খাদ্য। শুকান মাছ ঢেকীত বা উৰালত খুন্দি বাঁহৰ চুঙাত ভৰাই থৈ বহুদিন ৰাখি নাকাম্ (নাথাম্) কৰি খোৱাৰ তেওঁলোকৰ অভ্যাস আছে। শোকোতা, মেস্তা টেঙা, লফা, লতি, বাঁহৰ গাঁজ বা খৰিচা, লাফু, ছিক্ৰ, দৌছেম্ আদি শাক তেওঁলোকৰ ৰুচিকাৰক আঞ্জা। অম্বায়ৰাজাৰ বা বাঁৰমা দাড়ি (ছাগলীৰ দাড়ি) নামে এবিধ তীব্ৰ গোন্ধৰ শাক আছে; সেয়া তেওঁলোকে কুছিয়া মাছ বা পাঠা-খাহীৰ মঙহৰ আঞ্জা বান্ধিলে আঞ্জাত দি মচলাৰ দৰে ব্যৱহাৰ কৰে। তেওঁলোকে ৰুচি পাবৰ বাবে আদা, নহৰু-পনৰু, জাব্ৰাং, ধনীয়াৰ পাত আদি যি কোনো আঞ্জাত দি খায়।

উত্তৰ বঙ্গ আৰু অসমৰ দক্ষিণ তথা পশ্চিমাঞ্চলত বড়ো কছাৰীসকলৰ মাজৰপৰা কানিৰ ব্যৱহাৰ কাহানিবাই উঠি গৈছে। এওঁলোকৰ ভাং বা মোদক খোৱা অভ্যাস নাই বুলি কলেও হয়। লাওপানীয়েই তেওঁলোকৰ মাজত বহুতো সামাজিক আৰু ব্যক্তিগত ক্ৰিয়া-কৰ্ম আচাৰত জড়িত হৈ আছে। সেইকাৰণে বহুতে ভাবে, বড়ো কছাৰীৰ সংস্কৃতি মদৰ লগত জড়িত; কিছুমান লোকৰ মতে বড়ো কছাৰীৰ মাজৰ পৰা লাওপানী খোৱাৰ প্ৰথা উঠি গলে তেওঁলোকৰ সংস্কৃতিও ব্যাঘাত হ'ব।

## সাজপাৰ-দেহশ্ৰী

পুৰুষবিলাকে অসমীয়াসকলৰ দৰেই ধুতি-চোলাৰে পোছাক পৰিচ্ছদ কৰে। গোৱালপাৰাজিলাৰ বড়ো কছাৰী তিৰোতাবোৰে পাঁচহাত দীঘলৰ শাৰীৰ দৰে 'দখ্‌না' পিন্ধে। তেওঁলোকৰ তিৰোতাবোৰে বজাৰৰপৰা নানা ৰঙৰ সূতা কিনি আনি ফুলাম ফুল বাছি নিজে বই পিন্ধা-উৰা কৰে। ৰঙা আৰু কমলা ৰঙৰ কাপোৰ তেওঁলোকে বেছি পচন্দ কৰে।

তেওঁলোকৰ ছোৱালীবোৰে মুখ দীঘল, নাক জোঙা, কঁকাল সৰু, ভৰিৰ ডিমা ডাঙৰ, বুকু বহল, ডাঙৰ-দীঘল মানুহক পতি ৰূপে পাবলৈ বাঞ্ছা কৰে।

ডেকাবোৰেও মুখমণ্ডল গোলাকাৰ, গাৰ বৰণ কেঁচা হালধিৰ দৰে, নাক জোঙা, চকুযুৰি মিহি পাতল, কঁকাল সৰু, বাংঢালী ছোৱালীক স্ত্রীৰূপে পাবলৈ বাঞ্ছা কৰে। তেওঁলোকে ৰূপসজ্জাৰ বাবে প্রসাধন সামগ্রীও ব্যৱহাৰ কৰে।

বড়ো কছাৰীৰ বাদ্যযন্ত্ৰৰ ভিতৰত খাম্ (মাদল), চিফুং (বাঁহী), ছেৰ্জা (ছেৰেঙা), গংগ্না (গগনা), জাব্খ্ৰেং (ৰামতাল), বিভি (বেণু), জোঠা (মঞ্জুৰী), খাওবাং (তাল) থৰ্খা (গোটা বাঁহ ফালি লোৱা টকা) প্রধান; এইবোৰ বাদ্যযন্ত্ৰ তেওঁলোকে নিজেই তৈয়াৰ কৰি লয়। বিয়া-উৎসৱ, পাৰ্বণ আৰু খেৰাই পূজা আদিত এইবোৰ বাদ্যযন্ত্ৰ ব্যৱহাৰ কৰে।

## ধৰ্ম-সমাজ

বড়ো কছাৰীৰ ধৰ্ম বা সামাজিক পদ্ধতি সম্বন্ধে প্রচাৰ কৰিবলৈ বৃত্তি দৈ প্রচাৰক ৰখাৰ ব্যৱস্থা নাই। একোখন গাওঁ বা অঞ্চলত বছৰেকীয়া সভ পাতি নিজ নিজ অঞ্চলৰ সামাজিক জীৱন চলাচলৰ বাবে একোটা নিয়ম বান্ধি লয়। এই সামাজিক নিয়মবোৰ আইনৰ সম্পৰ্কতকৈ নিজৰ পূৰ্বপুৰুষীয়া সংস্কৃতিৰ লগতহে সম্বন্ধ ৰাখি প্রৱৰ্তন কৰা হয়। কিন্তু মন কৰিবলগীয়া যে, এই বিভিন্ন অঞ্চলৰ সামাজিক নিয়ম বেলেগ হলেও পিতৃৰ মৃত্যুৰ পিছত পিতৃকালৰ ওৰাৰিছ পুৰুষেহে মৃতকৰ সম্পত্তি ভোগ কৰিব। মৃতকে যদি জীয়াই থকা কালত নিজৰ স্ত্রীৰ গা-ধন আদায় দি যাব পৰা নাই, তেন্তে তেওঁৰ মৃত্যুৰ পিছত তেওঁৰ ছোৱালী বা স্ত্রীৰ ফালৰ ওৱাৰিছে মৃতকৰ সম্পত্তিৰ উত্তৰাধিকাৰী হ'ব। তাৰ বাহিৰেও দুই প্রকাৰ ঘৰ-জোঁৱাই ৰখাৰ প্রথা আছে। তাৰে এটা প্রথাত মৃতকৰ সম্পত্তি ছোৱালীয়েই পাব। বিধবা তিৰোতাই অইন পুৰুষত (পূৰ্বৰ স্বামীৰ বংশৰ) সোমাই লৈ বিবাহ কৰিলে মৃত গিৰিয়েকৰ সম্পত্তি ভোগ কৰে; তাকে ঢকা ৰখা বোলে।

বড়ো কছাৰীৰ সামাজিক জীৱনত নাৰীৰ স্থান পুৰুষৰ সমানেই। খেৰাই পূজাৰ বাহিৰে বিয়া-উৎসৱ পাৰ্বণাদিত নাৰীৰ স্থান আছে।

প্রসূতীৰ সন্তান হোৱাৰ পিছত ধাইসকলে বাঁহৰ ধাৰ থকা কাচিৰে নাড়ী কাটিব আৰু দুবৰি আগ নডালি, পাত থকা তুলসীৰ এটা ঠানি, সোণৰ আঙুঠি একেলগ কৰি এৰাঁ সূতাৰে নগুণ মেৰিয়াই লব আৰু ভৰা কলহৰ নাইবা নাদ, বিল, নদীৰ পৰা এঘটি পবিত্র পানী লৈ সেই দুবৰি, তুলসীৰে ঘটিৰ পৱিত্র পানী ছটিয়াই জাতকক কব, হেৰা কেচুৱাটি, তুমি পূৰ্বজন্মত মুছলমান



আছিলা নে বৰ্ণহিন্দু আছিলা? গাৰো নে নেপালীয়েই আছিলা? তুমি আজিৰপৰা কছাৰী হলা।' এই বুলি কেচুৱাটি উদ্ধাৰ কৰি লব। প্রসূতীয়ে এবছৰৰ ভিতৰত ধাত্রীইতক এসাজ ভোজ খুৱাই উদ্ধাৰ হয়। জাতকৰ ক্রিয়াকৰ্মৰ নিয়ম আছে।

বড়ো কছাৰীসকলে মানুহৰ নামবোৰ আজিকালি অসমৰ অন্যান্য মানুহৰ দৰেই সংস্কৃত-সঙ্গত হলে ভাল পায়। অশিক্ষিত মানুহৰ মাজত বহুত ঠাইত মানুহৰ গাৰ গঠন আৰু আকাৰৰ লগত সামঞ্জস্য ৰাখি নামবোৰ থোৱা হয়। এইবোৰৰ এতিয়াও প্রচলন আছে। যেন গুৰল্লাং বড়ো, হেংডাং বড়ো, দাওৰা বড়ো, ৰাখেৰ বড়ো, ৰাৰ্মান বড়ো ইত্যাদি পুৰুষসকলৰ নাম। ছাৰ্মাছিু, লায়াছিু, লাওগী, ফেৰলো ইত্যাদি তিৰোতাসকলৰ নাম।

## শিক্ষা-দীক্ষা

বড়ো কছাৰী ল'ৰা-ছোৱালীৰ অৱস্থা দেখিলে বৰ দুখ লাগে। মাক-বাপেক বা ঘৰৰ পৰিয়ালৰ প্ৰত্যেক বয়সস্থ মানুহেই খেতিৰ পথাৰত দিনৰ দিনটো কাম-বন কৰিবলৈ যোৱাত সিহঁতৰ লৰা-ছোৱালীবোৰ উদঙীয়া হৈ অ'ত ত'ত ঘূৰি ফুৰি খেলি থাকে। দিনত যি কিছু সময় পাঠশালাত শিক্ষকে পাঢ়ুৱায়, তাৰ বাহিৰে তেওঁলোকৰ ল'ৰা-ছোৱালীয়ে শিক্ষাৰ সম্বন্ধে শিকিবলৈ একোকে সুযোগ নাপায়। সেইকাৰণে চৰকাৰ পক্ষৰপৰা শিক্ষাৰ প্ৰতি ইমান সা-সুবিধা দিয়া সত্ত্বেও অসমৰ জনজাতিয়ে শিক্ষাত আগবাঢ়িব নোৱাৰাৰ ইয়ো এটা প্রধান কাৰণ। শিক্ষা-দীক্ষাহীন উচ্ছৃংখলাৰ মাজেদি বড়ো কছাৰী ল'ৰা-ছোৱালীবোৰৰ জীৱন অতিবাহিত হয়। ল'ৰাবোৰে পোন্ধৰ ষোল বছৰৰ পৰাহে হালৰ মুঠিত ধৰি পৰিয়ালৰ জীৱিকাৰ ব্যৱসায়ত সহায় কৰিবলৈ যত্নপৰ হয়। ছোৱালীবোৰ সাত-আঠ বছৰৰ-পৰা মাকৰ লগত ঢেকী দিয়া, সূতা কটা, পথাৰত গৈ কাম কৰা, ঘৰত ৰন্ধা বঢ়া আদি গৃহস্থৰ বহুত সাংসাৰিক কামৰ মাজেদি ডাঙৰ হৈ আহে। গৃহস্থৰ কামত নিপুণতাৰ কাৰণে বড়ো কছাৰীৰ তিৰোতাবোৰ সম্পূৰ্ণ স্বাধীনচিতীয়া ভাবৰ মানুহ হৈ পৰে।

## বড়োসকলৰ বিবাহ

বড়ো কছাৰীৰ সমাজত পাঁচ প্ৰকাৰে বিয়া হয়। যেনে—(১) সমাজ দস্তুৰ মতে বিয়া হোৱা, (২) ঘৰত জোঁৱাই থাকি বিয়া কৰোৱা, (৩) ঢকা থাকি বিয়া

কৰোৱা, (৪) ছোৱালীয়ে ল'ৰাৰ ঘৰত গৈ গা যাচি বিয়া হোৱা, (৫) টানি আনি বিয়া কৰোৱা। তাৰে প্ৰথম চাৰিটা সমাজৰ স্বীকৃত নিয়ম, আনটো অবৈধ প্ৰকাৰৰ হয়। তেওঁলোকে বিয়াত গীত গাই, নাচি বাগি বৰ আমোদ-আনন্দেৰে উৎসৱ কৰে। গীতবোৰৰ ভিতৰত দাৰ্শনিকতা, ৰূপ-অৰ্চনা আৰু দৰাঘৰীয়াই থুওৱা-বুওৱা কৰাত ক্ৰুটি-বিচ্যুতি কৰিলে তাকে লৈ ইতিকিং কৰাই প্ৰাধান্য লাভ কৰে।

বড়ো কছাৰীসকলে নিজ জাতিৰ বাহিৰে অইন জাতিৰ লগত বিয়া হোৱাটো পছন্দ নকৰে; এই বিষয়ে এটা লোক-গীতো আছে। সেইবোৰক বিয়াৰ উৎসৱ-বোৰত গাই প্ৰকাশ কৰে।

বড়ো কছাৰীৰ স্বামী-স্ত্ৰীৰ মাজত কাচিৎহে ত্যাগ কৰা-কৰি হয়। ত্যাগ কৰিবলৈ হলে সমাজ বিদ্যমানত হয়। স্বামীয়ে স্ত্ৰীক ত্যাগ কৰিলে নাইবা স্ত্ৰীয়ে স্বামীক ত্যাগ কৰিলে কোনো ফালেদি স্ত্ৰীয়ে স্বামীৰপৰা সম্পত্তিৰ অংশ নেপায়। স্বামী স্ত্ৰী ত্যাগ কৰা সময়ত পানীকেচুৱা বা এবছৰৰ কম বয়সৰ সন্তান থাকিলে তাক মাকৰ লগত দি পঠায়। ত্যাজ্যা স্ত্ৰীৰ সেয়ে একমাত্ৰ সম্বল।

তেওঁলোকৰ মাজত বিধৱা-বিবাহৰ প্ৰচলন আছে। এই বিবাহ তিনি প্ৰকাৰে সম্পন্ন হয়:—(১) বিধবাৰ মাক-পিতাকে সমাজক ভোজৰ বাবে কিছু টকা ৰাখি আৰু নিজে সমাজে বান্ধি দিয়া গা-ধন লৈ বিয়া দিয়ে; (২) এবছৰমান ঘৰত জোঁৱাই ৰাখিও বিবাহ দিয়ে; (৩) কোনো বিধবাই পূৰ্বৰ মৃত-স্বামীৰ ল'ৰা-ছোৱালী থাকিলে, মৃত-স্বামীৰ বংশত ঢকা সোমাই পুনৰ বিবাহ কৰে।

## মৃতকৰ সৎকাৰ

বড়ো কছাৰী সকলে, মৰাশবোৰ তেওঁলোকৰ নিৰ্দিষ্ট মৰিশালীত পুতি থৈ আহে, নাইবা পেলাই দিয়ে। মানুহ মৰিলে, ঘৰৰ বয়সস্থ লোকসকলে সেইদিনা লঘোনে থাকে; সৰু ল'ৰা-ছোৱালীবোৰক নিৰামিষ ভোজন কৰায়। তেওঁলোকৰ মাজত নাৰ্জাৰী আৰু স্বৰ্গীয়াৰী নামে দুটা শ্ৰেণীৰ মানুহ আছে। তেওঁলোকৰ দ্বাৰাহে উদ্ধাৰ প্ৰায়শ্চিত্ত হ'ব পাৰে। দহদিনৰ দিনা দহা আৰু এঘাৰ বা তেৰ দিনৰ দিনা শ্ৰাদ্ধাদি সমাপন কৰি মৃতকৰ আত্মাৰ সদ্গতিৰ অৰ্থে কামনা কৰা হয়। শ্ৰদ্ধাৰ দিনা ভোজ-ভাত খুওৱা হয়; সেইদিনা মদ-মাংস চলে।



## ধৰ্মবিশ্বাস

অসমৰ বড়ো কছাৰীৰ ভিতৰত কিছুমান হিন্দুধৰ্মেৰে দীক্ষিত হৈ বৰ্মণ, ব্ৰহ্ম, শৰণীয়া হৈছে আৰু কিছুমান খৃষ্টান হৈছে। কিন্তু পূৰ্বৰ শিৱ বা বাথৌ-পূজক বড়ো কছাৰী ধৰ্মৰ লোকসংখ্যাই বেছি। তেওঁলোকে ঘৰৰ চোতালত উত্তৰ-পূব ফালে সিজু গছ ৰুই তাৰ গুৰিত বেদী তৈয়াৰ কৰি বেদীৰ চাৰিওফাল বেৰা দি মাজত বাথৌ বুঢ়াৰ থাপনা কৰি সন্ধিয়া চাকি-বন্তি জ্বলায়। ঘৰৰ ইচিঙত লক্ষ্মী (মায়নাও) আইৰ থাপনাৰ লগতে বাথৌ বুঢ়া আৰু বাথৌ বুঢ়ীৰো থাপনা কৰা থাকে। মাহেকে পষেকে গঞা-ৰাইজে নিৰ্দিষ্ট গাৰ্জাশালীত গাৰ্জা অৰ্থাৎ গাঁৱলীয়া পূজা দিয়ে। খেৰাই আৰু মাবাই পূজাৰপৰা ৰোগব্যাধি দূৰ হয় আৰু ধন-দৌলত বৃদ্ধি পায় বুলি বড়ো কছাৰী সকলে বিশ্বাস কৰে। তেওঁলোক মূলতে এক ঈশ্বৰপূজক। এই ঈশ্বৰেই মৰ্ত্যলোকত প্ৰকাৰভেদে বহু মায়া ধৰি জীৱসকলক শাসন কৰিছে।

এই শাসক-শাসিকা হৈছে হৰ গৌৰী অৰ্থাৎ বাথৌবুঢ়া আৰু বাথৌবুঢ়ী। তেওঁলোকেই মৰ্ত্যলোকৰ ত্ৰাণকৰ্তা। বড়ো কছাৰীৰ মাজত খেৰাই উৎসৱেই সকলোতকৈ আমোদজনক জাতীয় উৎসৱ। বড়ো কছাৰীৰ বাথৌ-পূজকসকলে চন্দ্ৰ-সূৰ্য্যৰ প্ৰতি কোনো পূজা নিদিয়ে। সৃষ্টিকৰ্তা আহাম গুৰু ভগৱানৰ সৃষ্টি ৰক্ষাৰ হেতু দিন-ৰাতি দৰ্শক হিচাবে চন্দ্ৰ-সূৰ্য্য ৰূপে পাপতাপ সকলোকে লক্ষ্য কৰে। পূজা-পাৰ্বণাদিত যি জ্ঞানত জুইক সাক্ষী কৰা হয়, চন্দ্ৰ-সূৰ্য্যকো সেই জ্ঞানেৰে বিভূষিত কৰে। কিন্তু নদী, পৰ্বত, বিল আদিক গাঁৱৰ গাৰ্জা পূজাত পূজাৰ দেৱতাসকলৰ শাৰীত স্থান দিয়া হয়।

## খেতি-বাতি, শিল্প, কাৰুকাৰ্য্য

বিভিন্ন ধৰ্মাৱলম্বী বড়ো কছাৰীৰ মাজত ধানখেতিয়েই প্ৰধান ব্যৱসায়। ধান-খেতি কৰিবলৈ নিয়মিত পানী যোগান ধৰিবৰ কাৰণে তেওঁলোকক ডোঙৰ আৱশ্যক। আজিকালি খেতিত পোক, বানপানী, অনিয়মিত বৰষুণৰ ফলত খৰ আদি প্ৰাকৃতিক বিপৰ্য্যয় হোৱাত ধান খেতিত লোকচান হৈ আহিব ধৰিছে। সেইকাৰণে ধান খেতিৰ ব্যৱসায়ীৰ আৰ্থিক অৱস্থা শোচনীয় হৈ পৰিছে। তেওঁ-লোকৰ ভিতৰত তিৰোতাবোৰে এড়িৰ পৰা টাকুৰীৰে সূতা কাটি কাপোৰ বৈ বজাৰত বিক্ৰী কৰি জীৱিকা নিৰ্বাহ কৰে। টাকুৰীৰে সূতা কাটি কাপোৰ

বুই উলিয়াবলৈকে একোজনী তিৰোতাক কেইবামাহো সময় লাগে। তাতকৈ বজাৰত সস্তাদামত এড়ি কাপোৰ বিক্ৰীহোৱাৰ কাৰণে, বড়ো কছাৰীৰ তিৰোতা-বোৰে উচিত পৰিশ্ৰমৰ মূল্য নোপোৱা গতিকে এড়ি কাপোৰ বৰলৈ এৰি দিবলৈ ধৰিছে।

বড়ো কছাৰীসকল কুটীৰ শিল্পত সিদ্ধহস্ত। তেওঁলোকে পাচী, ডলা, চালনী, চেপা, চহৰা, পলো-জুলুকী, জাকৈ, খালৈ আদি বাঁহ আৰু বেতেৰে নিজে তৈয়াৰ কৰি লয়। নাঙল, যুঁৱলী, মৈ আদি খেতিৰ সঁজুলিও নিজে বনাই লয়। তিৰোতাবোৰেও বজাৰৰপৰা সূতা কিনি নিজৰ পিন্ধা-উৰা কাপোৰবোৰ বৈ লয়। তেওঁলোকে বোৱা বিচনাৰ চাদৰ, গাত লোৱা চাদৰ আৰু মেজত পৰা কাপোৰ-বোৰৰ ফুল বছা নিপুণতা চালে চকুৰোৱা; এইবোৰ কিন্তু বজাৰত বেচিবলৈ নবয়। জাকৈ, পলো, জাল, বৰশী, চেপা আদি সঁজুলিৰে তেওঁলোকে গাইগুটীয়া ভাবে মাছ মাৰে। শিলাময় ডাঙৰ নদী, ডাঙৰ বিলবিলাকত মাছ মাৰিবলগীয়া হলে উমৈহতীয়াকৈ মাছ মাৰে। শিলাময় ডাঙৰ নদী, ডাঙৰ বিলবিলাকত মাছ মাৰিবলগীয়া হলে উমৈহতীয়াকৈ মাছ মাৰে। এইবোৰত যি মাছ পোৱা যায় সকলো গঞা ৰাইজে ভগাই লয়।

পশু চিকাৰৰবাবে বড়ো কছাৰীৰ বহুত ব্যৱস্থা আছে। তাৰ ভিতৰত অৰণ্য চিকাৰবোৰ উমৈহতীয়া। চিকাৰত পোৱা জন্তুৰ মঙহৰ আধাভাগ চিকাৰলৈ যাব নোৱাৰা গঞা ৰাইজ আৰু অন্য কামত আবদ্ধ থকা মানুহকো দিয়া হয়। পহু, গাহৰি আদিক হাবি বননিত ডাঙৰ জাল পাতি জালত পেলাই চিকাৰ কৰে।

বড়ো কছাৰী সকলে নাঙল, যুঁৱলী, পীৰা আদি সৰু সুৰা কাঠৰ কামবোৰ নিজে তৈয়াৰ কৰি লয়। আৱশ্যকীয় বাকী আহিলা মিস্ত্ৰীৰ দ্বাৰা সজাই লয়।

## ভাষা-সাহিত্য, নৃত্য-গীত

বড়ো কছাৰীসকলৰ নিজা মাতৃভাষা আছে। তেওঁলোকে ঘৰত মাতৃভাষা ব্যৱহাৰ কৰে; হাট-বজাৰ, অফিচ আদিত অসমীয়া ব্যৱহাৰ কৰে। ভৈয়ামৰ বড়ো কছাৰীসকলে অসমীয়া পাঠ্য পুথি পঢ়ে। তেওঁলোকৰ লোক-সাহিত্য, ভাষা সম্বন্ধে সৰ্বভাৰতীয় গবেষকসকলে ভাষাতাত্ত্বিক বিদ্যাপীঠ (পুনা), গুৱাহাটী বিশ্ববিদ্যালয় আদিত চৰ্চা-বিশ্লেষণ কৰি আছে। পণ্ডিতসকলৰ মতে বড়ো কছাৰীৰ ভাষাৰপৰা অসমীয়া ঘৰুৱা জীৱনৰ ভাষাত বহুতো প্ৰভাৱ পৰিছে।



তেওঁলোকৰ ভাষাত ১৯২১ চনৰপৰা আজিলৈকে অসমীয়া আখৰৰ হৰফেৰে কিতাপ আলোচনী আদি ওলাই আছে। অসমীয়া হৰফেৰে বড়ো কছাৰীৰ ভাষাত হাতে লিখা বহুত নাটক, উপন্যাস, গল্পৰ কিতাপ আদি আছে। সেইবোৰ অৰ্থৰ অভাবত লিখকসকলে ছপাই উলিয়াবপৰা নাই। অভিধান, ব্যাকৰণ আদিও হাতে লিখা অৱস্থাত আছে। এই লেখকৰ 'বড়ো-কছাৰীৰ জন-সাহিত্য' নামৰ পুথিখন অসম চৰকাৰৰ এককালীন সাহায্যত ১৯৫৭ চনত প্ৰকাশ পাইছে। এতিয়াও 'বড়ো কছাৰীৰ সমাজ আৰু সংস্কৃতি' নামে এখন কিতাপ এই লেখকৰ হাতত সঙ্কলন হৈ আছে। এইবোৰ ছপাই প্ৰকাশ কৰিব লগীয়া হলে বহুত টকাৰ আৱশ্যক হ'ব। খৃষ্টান মিছনেৰীসকলে ভাষা সাহিত্য আৰু বাইবেল আদি কেইবা-খনো কিতাপ ৰোমান হৰফেৰে ছপাই উলিয়াইছে।

তেওঁলোকৰ লোকনৃত্য আৰু লোকগীতে ইতিমধ্যে ভাৰতৰ স্বাধীনতা দিৱস আৰু গণৰাজ্য দিৱস আদি উপলক্ষে দিল্লীত অনুষ্ঠিত হোৱা লোকনৃত্য আৰু লোকগীতবোৰত প্ৰকাশিত হৈ গোটেই ভাৰততে উচ্চস্থান পাইছিল। তেওঁলোকৰ লোকসাধু আৰু লোকগীতবোৰৰ কিছুমান গুৱাহাটী বিশ্ববিদ্যালয়ৰ দ্বাৰা সংৰক্ষিত হৈছে। গাঁৱলীয়া নিৰক্ষৰ হোজা বড়ো কছাৰীৰ সকলো লোকগীত আৰু লোকনৃত্য উৎসৱ-পাৰ্বাণাদিত গোৱা হয় আৰু প্ৰদৰ্শন কৰা হয়। অন্যান্য আদিম লোকৰ সমানেই বড়ো কছাৰীৰ লোকগীত আৰু লোকনৃত্য আজিও জীয়াই আছে।

বড়ো কছাৰীৰ ল'ৰাবোৰে আগেয়ে গধুলি হৈগুচু (হাউ), থৈ, ঢোপ আদি খেলা খেলিছিল। আজিকালি তাৰ ঠাইত ফুটবলে ঠাই লৈছে। জাৰকালি বাৰ্থা নামে একৰকম লাঠিৰে খেলা খেলে। এইবোৰ খেলাৰ গান, আৰু হাৰ-জিতৰবাবে একধৰণৰ কৃত্ৰিম গণনা আছে। ছোৱালীবোৰে খেলাৰ কোনো সুবিধা নেপায়। মাকৰ লগত বন্ধা-বঢ়া কামত সহায় কৰোতে সময় যায়গৈ, নাইবা নিজতকৈ সৰু ভায়েক-ভনীয়েক থাকিলে সিহঁতক ওমলাই লৈ ফুৰিবলগীয়া হয়।

# সোণোৱাল কছাৰী

## শ্ৰীগগনচন্দ্ৰ সোণোৱাল

মূল বৃক্ষ হিচাপে কছাৰীসকল এটি পৰাক্ৰমী আৰু সুসংগঠিত জাতি আছিল। আদিতে সকলোৱে একগোট হৈ ৰাজপাট চলাই আছিল। এইদৰে থাকোঁতে আহোম ৰজা আৰু ওচৰ চুবুৰীয়া ৰজাসকলৰপৰা সঘনাই আক্ৰমণৰ হেঁচা পোৱাত কোনো কোনোৱে মূলৰপৰা ফাটি আহি অসম উপত্যকাৰ ঠায়ে ঠায়ে বসতি কৰিবলৈ লয়। এনে ধৰণেৰে ফাটি অহাৰ ফলতেই মূল কছাৰীৰপৰা বড়ো, মেছে, হাজং, ৰাভা (কোছে), ডিমাছা, লালুং, ঠেঙ্গাল, সোণোৱাল কছাৰীৰ সৃষ্টি হয় যেন অনুমান হয়। এই বিভিন্ন কছাৰী জাতিসমূহে বিভিন্ন কছাৰী জাতিৰ নামকৰণেৰে লক্ষীমপুৰ, শিৱসাগৰ, দৰং, নগাওঁ, কামৰূপ, গোৱালপাৰা, কোচবিহাৰ আদি জিলা আৰু স্থানসমূহক নিজ নিজ বাসস্থানৰ কেন্দ্ৰ কৰি লৈ বসতি কৰিবলৈ ধৰে। পূৰ্বৰ কছাৰী গোষ্ঠীৰ যি মুষ্টিমেয় জনসমাজ কাছাৰত থাকে, এওঁবিলাকে বৰ্মণ আদি আখ্যাৰে ৰজাৰ বংশধৰ বুলি পৰিচয় দি আহিছে।

জনশ্ৰুতি মতে পোৱা কথা এটি বিজ্ঞসমাজৰ ওচৰত দাঙি ধৰিলো। সোণোৱাল কছাৰীৰ কিছুমানৰ মুখত শুনা যায় যে বাণৰজা নতুবা তেওঁৰ পিছৰ এজন ৰজাৰ ডিমাছা, গাৰ, ভালুকবীৰ আৰু হগ্ৰা নামে চাৰি পুত্ৰ আছিল। ডিমাছাই ডিমাপুৰ বা কাছাৰত বড়ো বা কছাৰী ৰাজ্য, গৰাই গাৰোপাহাৰত গাৰো ৰাজ্য, ভালুকবীৰে বালিপাৰাত এঁকা ৰাজ্য প্ৰতিষ্ঠা কৰে। হগ্ৰাই কিছুমান অৰ্থাৎ এহেজাৰ লোক লৈ উত্তৰ দিশ সদিয়ালৈ উজাই আহে।

হগ্ৰাৰ লগত উজাই অহা কছাৰীসকলে নাইৰা নিজ ৰাজত্বৰ শিথিল অৱস্থালৈ লক্ষ্য কৰি ডিমাপুৰৰ পৰা ফাটি অহা এহেজাৰ কছাৰীৰে উজনিলৈ আহি লিকাম, কৰাম, কাৰ্দং, চেৰদং, হাগু, তাগু, নৰ আৰু ডফলা নামৰ মিৰি কেইঘৰত আশ্ৰয় লয়হি। মিৰি কেইঘৰৰ প্ৰত্যেকৰে সাত ভঁৰালনৈকে থকা



ধান কছাৰীসকলে খাই অন্ত কৰাত, আৰু উত্তৰলৈ গৈ লালিহৃতি পাৰ হৈ কুণ্ডিলৰ পাৰত বসতি কৰে। লালিস্হৃতি, কুণ্ডিল নৈৰ ধুনীয়া পথাৰ, ঘোঁৱামৰা নৈৰ চৌসীমাত কছাৰীসকলে সুখে সন্তোষেৰে কাল যাপন কৰিবলৈ ধৰে। মিৰি কেইঘৰৰে হাগু, লিকাম, ডফলা এই তিনিঘৰ মিৰি কছাৰীৰ লগতে আহি হাগু-মিৰি, লিকামিৰি, ডাফলাৰী নামে জনাজাত হৈ কছাৰীৰ লগত মিলি পৰে। উক্ত বাসিন্দাসকলেই সময়ৰ মূৰকত সোণোৱাল কছাৰী বুলি জনাজাত হয় বুলি সোণোৱাল জনশ্ৰুতিয়ে কয়। -

কিছুমানৰ মতে সোণোৱালসকলে সোণৰ কাম, ঠেঙ্গালসকলে ৰূপৰ কাম আৰু তিৰুৱালসকলে লোৰ কাম জানিছিল। সোণোৱালসকলে সোৱণশিৰী নৈৰ বালিত সোণৰ চেকুৰা আৰু তিৰুৱালসকলে নগাপাহাৰৰ চাফ্ৰাই ষ্টেছনৰপৰা চাৰি মাইল দূৰত থকা তিৰু পথাৰত লো থকা সম্ভেদ পাই সেই ঠাইসমূহৰ সোণ আৰু লো উৎপন্ন কৰিবলৈ সমৰ্থ হৈছিল।

### বুৰঞ্জীৰ পটভূমি

বুৰঞ্জীবিদসকলৰ মতে আহোম ৰজাসকলৰ অধীনত সোণকমোৱা বৃত্তিধাৰী অনুযায়ী এই শ্ৰেণী মানুহ সোণোৱাল বুলি উল্লেখ পোৱা যায় যদিও লোকমুখে বাগৰি অহা জনশ্ৰুতি মতে 'সোণোৱাল' কছাৰী জাতিৰ এক সুস্থিৰ ইতিবৃত্ত পোৱা যায়। এইমতে সদিয়া অঞ্চলত কছাৰীসকলে বসতি কৰি সময়ত আহোম ৰাজপাটত গদাধৰসিংহ ৰজা হৈ থকা সময়ছোৱাত কেশদেউ নামৰ এজন গোঁসায়ে আহি সদিয়াৰ টেঙাপানী নৈৰ মুখৰ আঠুকঢ়া মাজুলি নামে ঠাইত শিষ্যসহ থাকিবলৈ লয়হি। গোঁসাইৰ অপাৰ মাহাত্ম্য। আঠুকঢ়া মাজুলিও তদ্ৰূপ। দেখাসকলৰ মতে জনা যায় যে ইয়াত যতমানে গছ-বিৰিখ আছে, আঠুকাঢ়িহে হেনো ওপৰলৈ উঠে। আনকি সাধাৰণ দুবৰি বনেও আঠুকাঢ়িয়ে উঠে। ক্ৰমে সোণোৱাল কছাৰীৰ দুঘৰে গোঁসাইত ভজে। গোঁসাইৰ মাহাত্ম্যৰ গুণে এঘৰৰ এটা কণা ল'ৰাই দৃষ্টিশক্তি আৰু এঘৰৰ এটা খোৰা বা পেঙুৰা লোকেও সুস্থিৰ অৱস্থালৈ আহে। দুয়ো ঘৰেই ক্ৰমে ভক্তিয়াৰী আৰু পিঙৰাৰী পৰিয়াল নামে জনা যায়। এই কথা গৈ কছাৰীসকলৰ কাণত পৰাত ভক্তিয়াৰী (প্ৰথম ভক্ত বা ভকত) আৰু পিঙৰাৰীৰ মহিমা জানি দেৱে কিবা পৰীক্ষা কৰাৰ হেতুকে কছাৰীৰ সীমালৈ অহা যেন ভাবি তেওঁবিলাকেও গোঁসাইক বুজিবৰ মনে এটি বাঁহৰ চুঙা পুৰি চুঙাৰ ভিতৰত টেমাৰে সৈতে এতোলা সোণ

স্থমাই এযোবা আগলি কলপাতত চুঙাটি গোঁসাইলৈ আগ মান কৰি নৈত উটুৱাই দি কলে, 'যদি দেও মানুহৰ সঁচাসঁচিকৈ মহিমা আছে তেন্তে পোৱা চুঙা উজাই গৈ দেৱৰ ঘাটত ৰবগৈ আৰু তাৰ অবিহনে চুঙা ভটিয়াই লুইতত পৰিবগৈ।' সঁচাসচিকৈ চুঙা উজাই গৈ গোঁসাইৰ পানী অনা ঘাটত ৰলগৈ। ভকতসবে পানী আনিবলৈ গৈ পানী আনিব নোৱাৰি দেৱত জনালেহি যে ঘাটত নামিব নোৱাৰি। নামিলেই এটা পোৱা বাঁহৰ চুঙাই খেদি আহে। সেইমতে দেৱে নিজে গৈ তুতি-নতি কৰি কলে, 'যদিহে মোক জানিবৰ বাবে কেৱে এই ক্ষুদ্ৰ চুঙা আগবঢ়াইছে তেন্তে ই আহি মোৰ কোচত পৰিবহি।' আচল পাতি ধৰাত চুঙা আহি দেৱৰ কোচত পৰাত চুঙাত টেমিৰে এতোলা গোট সোণ পালে। কছাৰীৰ হাজৰীকা আৰু দশ শইকীয়া সকলোৱে অনুসন্ধান কৰি গোঁসাইত সকলো গম গতি পালে। সেই দিন অৱধি এই হাজাৰ কছাৰীয়ে স্ব-ধৰ্ম ত্যাগ কৰি ব্ৰাহ্মণ গোঁসাই কেশদেৱত শৰণ বা দীক্ষা লয়। সোণ লৈ গুৰুক ভজাৰ কাৰণে দেৱে সোণোৱাল কছাৰী আখ্যা বা খিতাপ দিয়ে।

সোণোৱাল কছাৰীয়ে সোৱণশিৰী নৈত সোণ কমোৱাৰ বিষয়ে এটি কথা শুনা যায়। আবিমত্ত ৰজাই নিজ পিতৃক বধ কৰি পিতৃহত্যা পাপৰপৰা নিষ্কৃতি পাবৰ হেতুকে এক বিৰাট যজ্ঞৰ আয়োজন কৰিছিল। সেই যজ্ঞৰপৰা ব্ৰাহ্মণ-সজ্জন সকলোৱে বিৰত থকাত মনৰ সন্তাপত নাও ভৰাই সোণ লৈ আহোঁতে সোৱণশিৰী নৈত নাও বুৰে। তেতিয়াৰপৰাই সোৱণশিৰীত সোণৰ চেকুঁৰা বিয়পি পৰে। সোণোৱাল কছাৰীসকলে এই কথাৰ ভু পাই উক্ত নৈৰপৰা সোণ চাকি উলিয়াবলৈ সক্ষম হৈছিল। অৱশ্যে এইটো সত্য যে শিৱদৌলৰ সোণৰ কলচীৰ সোণ এই সোণোৱাল কছাৰীয়ে গোটাই মেলি দি আহোম তথা অসম ৰজাৰ কীৰ্তিক ওখ আসন দিবলৈ সক্ষম হয়।

### বসতি, খেল আৰু বংশ

কছাৰীসকলে সুখে-সন্তোষেৰে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত বসতি কৰাটো সদিয়া-খোৱা গোঁহায়ে সহিব নোৱাৰি তাৰপৰা এওঁবিলাকক খেদিবৰ চেলু লৈ এবাৰ নিজৰ জীয়েকৰ বিবাহলৈ ভুৰা দি নিমন্ত্ৰণ কৰাই লথৰা নামৰ চিংফৌ ডেকা এজনৰ হতুৱাই মাৰ-ধৰ কৰি অপমান কৰে। উক্ত গোঁহাইৰপৰা তেনে ব্যৱহাৰ পোৱাত বিয়ালৈ বুলি যোৱা কছাৰীসকলে আহোমৰ সৈতে এখনি সৰু-সুৰা যুদ্ধ দিয়াৰ কথা শুনা যায়। ইয়াৰ পিছতে কছাৰীসকলে সেই ঠাই পৰি-



ত্যাগ কৰি লুইত পাৰ হৈ আহে। সদিয়াখোৱা গোঁহাইৰ কৰ্ম কীৰ্তিক লৈ সোণোৱাল কছাৰীয়ে আজিও কয় :—

নালে শুৱনি
কাকে দা,
দহ শইকীয়া
তাৰ মাজত সদিয়া খোৱা ;
সদিয়া খোৱা নৰকী
নৰকত পৰিলে
লথৰাক লগাই
ভাঙিলে দেশ।

চিংফৌ ডেকা লথৰাই সোণোৱাল ৰাজভঙ্গা সোঁৱৰণি লৈ হুচৰি গীতো আছে। এই গীত ফাঁকি শিল্পী বিষ্ণুপ্ৰসাদ ৰাভাদেৱে উদ্ধাৰ কৰি 'নায়ক'ত প্ৰকাশ কৰিছিল। গীত ফাঁকিৰ মূলত আছে লথৰা সৈতে যুদ্ধ লাগি লালি ৰাজ্যৰ পৰা কছাৰীসকল ভাগি অহাটোৱে। এই কছাৰীসকলে ভাগি আহোঁতে লুইত পাৰ হওঁতে পিছলৈ বুঢ়ী এজনীয়ে উভতি চাওঁতে কছাৰীসকল অ'লৈ ত'লৈ উটি যায়। সেইমতে সোণোৱাল কছাৰীৰ বালি খিতিয়াৰী, চিৰি-পুৰীয়া, অমৰাবমীয়া, ধুলিয়াল, উজনিকুচীয়া, নামনিকুচীয়া আৰু টিপমীয়া নামে সাত খেলৰ সৃষ্টি হয়। সাত খেলৰ উপৰিও হগ্ৰাল, মুক্তাল, মদন, মাণিকিয়াল, এহমাল, ফাৰমাল, বৰহাজোৱাল, কুমৰাল, ঢেকিয়াল, দিঙ্গীয়াল, লঠিয়াল, দঙ্গৰাল, চেতিয়াল নামে চৈধ্যটা বংশৰ সৃষ্টি। এই কছাৰীয়ে এই সাত খেল চৈধ্য বংশক জনা উচিত।

### শাৰীৰিক বৈশিষ্ট্য

শাৰীৰিক গঠন বা বৈশিষ্ট্য অনুযায়ী সোণোৱাল কছাৰীসকল অন্যান্য কছাৰীসকলৰ সৈতে প্ৰায়ে একে বুলিব পাৰি। মুঠতে এওঁবিলাক তামৰবৰ্ণীয়া, মধ্যনকা, সুস্থ আৰু বলিষ্ঠ। অন্যান্য জাতিৰ লগত সোণোৱাল কছাৰীৰ মেধা শক্তিকো হ্ৰস্ব কৰিব নোৱাৰি। সোণোৱাল কছাৰী সকল কৃষিজীৱী। কৃষিৰ বাহিৰেও বহুতে চাকৰি কৰিও পেট প্ৰবৰ্তায় যদিও সকলোৱে মূলত কৃষি বুলিব পাৰি। এই জাতিৰ পুৰুষ তিৰোতা সকলোৱে সমপৰিশ্ৰমী। অন্য ক্ষেত্ৰত

নহলেও কৃষি বা খেতি হিসাবে, বিশেষকৈ শালি খেতিত পুৰুষ তিৰোতা উভয়ে কঠোৰ পৰিশ্ৰম কৰে। খেতি বা ঘৰৰ যাৱতীয় কামত সোণোৱাল কছাৰীয়ে সমবায় নীতি আদি পূৰ্বৰপৰা মানি অহা দেখা যায়। মুনিহসকল কৃষি তথা ঘৰুৱা বন-বাৰীত যেনে সিদ্ধহস্ত, তিৰোতাসকলো তেনেকৈ বোৱা-কটা, বোৱা তোলা দোৱা আৰু গৃহিণীৰ কাৰ্য্যক্ষেত্ৰত তেনেই নিপুণা। মুঠতে পুৰুষ তিৰোতা উভয়ে স্বাৱলম্বী, আত্মনিৰ্ভৰশীল, সবল আৰু অতিথিপৰায়ণ। ঘৰুৱা বন-বাৰীত শৃঙ্খলা আৰু চাফচিকুনতা এই জাতিৰ প্ৰশংসাৰ বিষয়। আচাৰ-ব্যৱহাৰ, কথা-বতৰা সকলো ক্ষেত্ৰতে এই জাতি আদৰ্শশীল। কুটীৰ শিল্পৰ স্থান সকলোৰে ঘৰে ঘৰে।

## সামাজিক জীৱন : উৎসৱ-পৰ্ব

সোণোৱাল কছাৰীৰ সামাজিক পটভূমিলৈ লক্ষ্য কৰিলে এওঁবিলাক সমাজ-প্ৰিয়। পঞ্চদশ শতিকাত ধৰ্মগুৰু শ্ৰীশ্ৰীশঙ্কৰদেৱে যি সামাজিক আদৰ্শ দাঙি ধৰিছিল সেই মতে অনুপ্ৰাণিত হৈ গাৱঁকেই বসবাসৰ মূল আৰু কেন্দ্ৰ কৰি বাস কৰি আহিছে। গাঁৱত গাঁওবুঢ়াই চৰকাৰী আৰু অনা-চৰকাৰী বিষয়া বা মুৰব্বী। চৰকাৰী বে-চৰকাৰী সকলো ফালৰপৰাই তেওঁ গাঁওখনক পৰিচালনা কৰে। একোখন গাঁওৰ শৃঙ্খলা ৰক্ষাৰ কাৰণে বাৰীক, পাঠেক, আশীৰ্বদীয়া বুঢ়া, গীতঘাই, মেধি, তামুলী, বান্ধনি ভিন্ ভিন্ হিচাবে বাব ভাগ কৰি দিয়াৰ প্ৰথা আগৰেপৰা চলি আহিছে। সেই মতে বাৰীকেই হৰিমন্দিৰ বা নামঘৰৰ গৰাকী। নামঘৰ পৰিচালনা আৰু তাৰ যাবতীয় কাজ-কৰ্ম, উৎসৱ-পাৰ্বণ, তিথি মহোৎসৱ আদি উৎসৱৰ দিন পালন, বাজহুৱা পুঁজিৰ হিচাব বাৰীকেই ৰাখিব লাগে। আৱশ্যক বুজি সমাজে একোজন ধন-ভঁৰালীও লয়। কোনো সবাহ বা পৰ্বত পাঠেকে শাস্ত্ৰপাঠ, ঘৰুৱা বা ৰাজহুৱা কামত সেইদৰে আশীৰ্বদীয়া বুঢ়াই আশীৰ্বাদ দিয়া, গীতঘাইয়ে হুচৰি গীত বা বাগ পদ দিয়া, বায়ণে গায়ণ বায়ণৰ বাগ পদ দিয়া অৰ্থাৎ গায়ণৰ গুৰু হোৱা, তামুলীয়ে তামোল-পাণ কাটি সমাজক তাৰ যোগান ধৰা, বান্ধনি আৰু বিলনীয়া সকলে সেইদৰে ৰন্ধা-বঢ়া কৰা, মাহ-প্ৰসাদ বিলোৱা আদি বেলেগ বেলেগ কামৰ গুৰি ধৰে। উৎসৱ-পৰ্বৰ উপৰিও নামঘৰত গাঁৱৰ মেল-মোকৰ্দমাৰ বিচাৰ কৰা হয়। বিচাৰত যথাবিহিত জৰিমনা কৰি সেই ধন ৰাজহুৱা আমানতত জমা ৰখা হয়। গুৰু অপৰাধ বা দায়ত এঘৰীয়া কৰা বা খুটিমৰা প্ৰথাও এই



সমাজাত আছে। এনেস্থলত গঞাই তেনেকুৱা লোকৰ লৈতে সকলো সম্বন্ধ বিচ্ছিন্ন কৰে।

সামাজিক উৎসৱ হিসাবে বঙালী বিহুৱেই ঘাই উৎসৱ। বিশেষ দায়িত্বৰ মাজেদি ইয়াক সৰু ডাঙৰ সকলোৱে পালন কৰে। উৰুকাৰ দিনা ঘৰ-দুৱাৰ সাৰি-পুচি, কাপোৰ-কানি ধুই-পখালি লোৱা হয়। গৰু বিহুৰ দিনা লাও-থেকেৰা, হালধি-বেঙেনাৰে গৰুক গা ধুৱাই আবেলি গৰুক নতুন পঘা দি পিঠা-পনা খুউৱাৰ নিয়ম। সেইদিনা ল'ৰা-ছোৱালীসকলে গা-পা ধুই কাপোৰ-কানি পুৱাতে পিন্ধি জা-জলপান খাই লগৰীয়াৰ সতে কণীযুঁজ কৰেগৈ। তাৰ পিছদিনা মানুহ বিহু অৰ্থাৎ সোণোৱাল কছাৰীসকলৰ মতে ৰং-ৰহইচৰ মহা মিলন। এই দিনতে জ্যেষ্ঠজনক সেৱা সৎকাৰ কৰে। মানুহ বিহুৰ দিনাই আবেলি নামঘৰত হুচৰি বা বিহু নমায়। বিহু কেতিয়া আহে ? কিম্বদন্তি মতে—

তিনি শ তিনিকুড়ি তিনিদিন
বলি ৰজা দোমাহী
বলি ৰজা আহে আৰু যায়।

অৰ্থাৎ দৈত্যৰজা বলিক বামনে সুতললৈ দৈত্যসহ পঠিয়াই দিয়াত বিষুৱ সংক্ৰান্তিত বছৰ পূৰ হোৱাত পৃথিৱীলৈ আহে। এই অৰ্থে আদি ৰজা বলিক লৈ কছাৰীসকলে মহা স্ফূৰ্তি ৰং-ধেমালি কৰে। বিহুৰ সময়ত সোণোৱাল কছাৰীসকলে তিনিটা বাঁহৰ খুটিৰ ওপৰত প্ৰতিষ্ঠিত দীঘল ভলুকা বাঁহৰ টঁকা নামে এক বাহন লৈ ঘৰে ঘৰে হুচৰি গায়। এই টঁকাত হুচৰি গোৱা দলে হাতে হাতে লোৱা টাকোন বা মাৰি সহ হুচৰি গীতৰ ছেৱে ছেৱে কোৰ শোধায়। লগে লগে ঢোলো থাকে। নামঘৰৰপৰা আৰম্ভ কৰি শ্ৰেণীহীন সমাজৰ চোতালে চোতালে হুচৰি গীত-পদ, বিহুনাম আৰু আশীৰ্বাদে নব বৰষৰ মাঙ্গলিক আশীষ নিৰ্মালি অৰ্পণ কৰে। ইয়াৰ বিনিময়ত গৃহস্থই পাণ-তামোল, অৰিহণা আৰু বিহুৱানৰ বাবদ চেলেং-গামোচা দি বাইজৰ চৰণত মুৰ দোৱাই একো জোলোকা আশীৰ্বাদ গ্ৰহণ কৰে। হুচৰি গাওঁতে যি অৰ্থ-কড়ি আৰু কাপোৰ-কানি ( টঙালি ) সংগ্ৰহ হয় তাৰে গোটেই বছৰৰ সামাজিক ধৰ্মৰ নামত নামঘৰত উৎসৱ-তিথিত খৰচ কৰা হয়।

বছৰটোৰ ভিতৰত সাধাৰণতে সোণোৱাল কছাৰীৰ চেঙেলী মাছৰ সবাহ ( গৰখীয়া সবাহ ), জন্মাষ্টমী তিথি, শঙ্কৰ-মাধৱদেৱৰ তিথি, লখিমী ( লক্ষ্মী ) সবাহ আৰু নবাছিগা সবাহ নামঘৰ সমূহত পালন কৰে। ইয়াৰ বাহিৰেও

গাঁও-জাতিৰ কুশলাৰ্থে বনৰ খোলা বা নৈৰ পাৰত গাটিগিৰী ভোজ, গঙ্গাই ভোজ, গাঁৱৰপৰা মাৰি-মৰক, অপায়-অমঙ্গল দূৰীকৰণৰ অৰ্থে ভূৰ উটুৱা সবাহৰ নীতি-নিয়ম আছে। গোপিনীসকলৰ মাজতো আই সবাহ, অপেস্বৰা সবাহ আৰু সময় অনুযায়ী নামঘৰত নাম গোৱা প্ৰথাও আছে।

অসমৰ অন্যান্য কছাৰীসকলৰ মাজত প্ৰচলিত শিৱ, বাথৌ বা খিৰিং ৰজাৰ পূজাও সোণোৱাল কছাৰীসকলৰ মাজত পালনৰ ব্যৱস্থা আছে। ফাগুন চ'ত মাহত ডাঙৰীৰ ওচৰৰ ৰৰপথাৰ নামে গাঁৱত বাইথ বা বাথৌ শালত এই পূজা কৰা হয়। পূজাত বলি-বিধান কৰাৰ উপৰিও 'হাইদাং' নামৰ গীত গোৱাৰ দিহা আছে। গীতটি ধৰ্মমূলক যদিও ই অতীত কছাৰী জাতিৰ বহু তথ্যৰে সন্ধান দিব বুলি অনুমান হয়।

## ঘৰুৱা জীৱনৰ বৈশিষ্ট্য

ঘৰুৱা জীৱন হিচাপে সোণোৱাল কছাৰীসকলে সাংসাৰিক আৰু গাৰ্হস্থ্য জীৱনৰ সুখ-সম্ভোগ কৰে। কৃষি, চাকৰি আদিৰ ওপৰতে এই জাতিৰ জীৱন আৰু ভৱিষ্যত উন্নতি নিৰ্ভৰ কৰে। আৰ্থিক সমতাৰ ফালৰপৰা এওঁবিলাকৰ ঘৰ-দুৱাৰ আৰু সাজ-পাৰৰ তাৰতম্য আছে যদিও পৰিষ্কাৰ পৰিচ্ছন্নতাৰ প্ৰতি লক্ষ্য সকলোৰে মাজত অভাৱ নহয়। একোখন ঘৰত অনেক্য নোহোৱা-টোৱেই সকলোৰে বাঞ্ছা কৰি বহু জনসংখ্যা পূৰ্ণ জনসংখ্যাৰে সৈতে একোটা সোণোৱাল কছাৰী পৰিয়াল সু-পৰিবেশত চলি যোৱা উদাহৰণ বহুত পোৱা যায়। স্ত্ৰীয়ে হওক বা পুৰুষে হওক, একোঘৰৰ মুৰব্বীজনে ঘৰখন পৰিচালিত কৰে। এই জাতিৰ মাজত মদ বা সুৰাৰ চলন্তি আগৰেপৰা আছে। ঘৰত তৈয়াৰী মদত জৱনীশক্তি থকা বুলি কছাৰীসকলে বিশ্বাস কৰে। কিছুমানে ইয়াৰে মৃত-দেৱতাৰ পূজা-পাতল আদিও কৰে। ঘৰুৱা হিচাবে এওঁবিলাকে থেল অনুযায়ী গৃহদেৱতাৰ পূজা কৰে। এই পূজাসমূহৰ ভিতৰত (১) বুঢ়াপোহা (২) সৰগ দেউ পূজা (৩) পিৰ দিয়া (৪) মৰাক দিয়া (৫) লখিনী দিয়া, এইকেইটা উল্লেখযোগ্য। উক্ত পূজাসমূহ নকৰিলে ঘৰখনত সুখ-শান্তি বিৰাজ নকৰে বুলি এওঁলোকৰ বিশ্বাস।

সোণোৱাল কছাৰীৰ জাতীয় সম্বল হিচাবে হুচৰি আৰু বিহুনৃত্যকে প্ৰথম স্থান দিব লাগিব। বহাগ বিহুত হুচৰি গাওঁতে নিজস্ব হুচৰি গীত বা নাম, বিহুগীত, নৃত্যৰ সহায় লোৱা হয়। ই কছাৰীসকলৰ নিজস্ব সম্পত্তি। এই



গীতসমূহত অতীত সোণোৱাল কছাৰীসকলৰ স্মৃতিৰ হা-হুমুনিয়াহৰ একোটি ছাঁ পোৱা যায়। এই জাতিৰ মাজত বহুতো সাধুকথা, পটন্তৰ-যোজনা, প্ৰাচীন মন্ত্ৰৰ পুথি ( নিদান ) আৰু ধৰ্মমূলক সাঁচিপতীয়া পুথিৰো সন্ধান পোৱা যায়। এইবোৰ সংগ্ৰহ কৰিব পাৰিলে অসমীয়া সাহিত্যৰ ভঁৰাল যে চহকী হব তাত সন্দেহ নাই।

মূলতে কছাৰীসকলৰ ভাষা কছাৰী ( বড়ো ) আছিল যদিও সোণোৱাল আৰু ঠেঙাল কছাৰীসকলে নিজ ৰাজ্য এৰাৰ পিছতে স্বধৰ্ম আৰু ভাষা ত্যাগ কৰি অসমীয়া ভাষা আৰু হিন্দু ধৰ্ম গ্ৰহণ কৰে। বিশেষকৈ সোণোৱাল কছাৰীসকলে যেতিয়া গোঁসাই বা ব্ৰাহ্মণত শৰণ লয় তেতিয়াৰপৰা নিজ ভাষা আৰু ধৰ্ম ( বড়ো ) ত্যাগ কৰি বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰি মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ ভাগৱতী ধৰ্মৰ দ্বাৰা অনুপ্ৰাণিত হৈ আহিছে। পাৰিতপক্ষে এই জাতিয়ে মহাপুৰুষ প্ৰচাৰিত ধৰ্ম-কৰ্ম, কলা-কৃষ্টি কিদৰে অটুট ৰাখিছে তাৰ নিদৰ্শন সোণোৱাল কছাৰীৰ সমাজলৈ দৃষ্টি দিলেই জলজল্-পটপটকৈ ওলাই পৰে। এওঁবিলাক অসমৰ প্ৰধান সত্ৰ আউনীআটী সত্ৰৰ একান্ত অনুগত শিষ্য। অৱশ্যে এইটোও উল্লেখযোগ্য যে সোণোৱাল কছাৰীৰে লক্ষীমপুৰ জিলাত বসতি কৰা কিছুসংখ্যক কছাৰীয়ে চেচা সত্ৰাধিকাৰ প্ৰভুৰ ওচৰত শৰণ-ভজন লৈ আহিছে।

## বৰ্তমান অৱস্থা

অসমৰ লক্ষীমপুৰ আৰু শিৱসাগৰ জিলাত সোণোৱাল কছাৰীসকলে অতীতৰপৰা বসতি কৰি আহিছে। চৰকাৰী পিয়লৰ নথিত সোণোৱাল কছাৰীৰ জনসংখ্যাৰ বিতং বিৱৰণ নাই যদিও এই জাতিৰ লোকসংখ্যা বুজন হব লাগে। চৰকাৰী মহলত এই জাতিক ভৈয়ামৰ জনজাতিৰ লগতে পৰিগণিত কৰা হয়। অনুসূচিত জনজাতিৰ শিতানত সোণোৱাল কছাৰীয়ে শিক্ষা, বাণিজ্য, ব্যৱসায়, কাৰবাৰ-পাতি, চাকৰি-বাকৰি সকলো পৰ্য্যায়ৰ অনুদান গ্ৰহণ কৰি অসমৰ অন্যান্য জাতিৰ লগত সমানে খোজ মিলাবলৈ চেষ্টা কৰি আহিছে। শিক্ষাৰ ক্ষেত্ৰত এই জাতিয়ে বৰ বেছি আগ বাঢ়িব পৰা নাই যদিও এই জাতিত লিখিব পঢ়িব নজনা লোক খুব কমেহে ওলাব। যিয়েই কি নহওক, চৰকাৰী চাকৰিয়াল, উচ্চপদস্থ বিষয়া, ওকালতি ব্যৱসায়ী, সাহিত্যিক, শিক্ষক, চাহ উদ্যোগৰ পৰিচালক, কৰ্মচাৰী—সকলো তৰফৰ লোক সোণোৱাল

কছাৰীৰ মাজত আছে। লক্ষীমপুৰ জিলাৰপৰা এই জনজাতিৰ মাজৰপৰা এজন লোকসভাৰ সদস্য নিৰ্বাচিত হোৱাটো গৌৰৱৰ কথা।

বহু ক্ষেত্ৰত ওচৰ চুবুৰীয়া জাতি আহোম, মটক, মৰাণ, চুতীয়া, চিংফৌ, খামতিৰ মাজত অতীজৰ পৰা সামাজিক ক্ষেত্ৰত ভাব-ভাষা, ধৰ্মৰ আদান-প্ৰদান হোৱাৰ নিদৰ্শন সোণোৱাল কছাৰীৰ মাজত পোৱা যায়। মৰাণ মটকৰ সামাজিক আৰু ধৰ্ম সম্বন্ধীয় সকলো ক্ষেত্ৰতে কছাৰী বুঢ়াৰ স্থান আগশাৰীত। চিংফৌ, খামতিসকলৰ মাজত সিচৰতি হৈ থকা দোৱনীয়াসকল সোণোৱাল কছাৰী আছিল বুলি বহুতে অনুমান কৰে। মৰাণ, মটক, আহোম, চুতীয়াৰ মাজতো সোমাই পৰা বহু কছাৰী লোক এই জাতিসমূহত পোৱা যায়।

অসমত বাস কৰা কছাৰি জাতি আজি যদিও বিভিন্ন জাতি হিচাবে বসতি কৰি আহিছে তথাপি সদিয়াৰপৰা ধুবুৰীলৈকে সকলো কছাৰীয়ে মূলত এক বুলি পৰম্পৰে পৰম্পৰক ভাতৃভাবে আঁকোৱালি লৈহে আনন্দ পায় আৰু সেই কাৰণে কছাৰীৰ কলা-কৃষ্টি, আদান-প্ৰদান, মিলাপ্ৰীতি, সকলো ক্ষেত্ৰতে আত্মীয়তা বোধ পৰিলক্ষিত হয়। বৰ্তমান ক্ৰমোন্নতিৰ যুগত বড়ো, ৰাভা, হাজং, ডিমাছা, লালুং, ঠেঙ্গাল আৰু সোণোৱাল কছাৰীৰ মাজত বৈবাহিক সম্বন্ধও ক্ৰমান্বয়ে চলি আহিছে।

# ডফলা

## শ্ৰীমতী হেমলতা বৰা

প্ৰায় পাঁচ হেজাৰৰ পৰা চৈধ্য হেজাৰ ফুট ওখ হিমালয়ৰ দক্ষিণ ফালৰ পাহাৰৰ অংশবোৰত সপোন আৰু নানান ধৰণৰ দেৱতাসকলক বিশ্বাস কৰা এই ডফলাসকল বহু যুগ ধৰি বাস কৰি আহিছে। ওচৰতে থকা আপাটানী পাহাৰী-সকলৰ লগত এই ডফলা জাতিটোৰ কোনো বিষয়তে কোনো সামঞ্জস্য দেখা নেযায়। সেইফালে ধুনীয়া অতীত সোণভৰা কাহিনীৰে মণ্ডিত বিখ্যাত সোৱণশিৰী নদীখন পাহাৰৰ ওপৰেদি ভৈয়ামলৈ বৈ আহিছে। হিমালয়ৰ পশ্চিম ফালৰ পাহাৰ আৰু হাবিবোৰৰ মাজেদি কিমি, পাৰ, ডিকৰাং, পেন্নু আৰু পেনীন ইত্যাদি নানান নৈ সোৱণশিৰীত পৰি বিৰাট কামলাং নদীৰ সৃষ্টি কৰিছে। যুগ যুগ ধৰি নদী আৰু পাহাৰেৰে ভৰা দেশত নিজৰ কৃষ্টিৰ মাজত ডফলাসকলে প্ৰতিশোধ, বিদ্ৰোহ, ধন যশ লৈ কাৰ্য্য কৰি ওচৰৰ অন্য পাহাৰী জাতিবোৰৰ লগত চলি আহিছে। ডফলাৰ দেশখনৰ জলবায়ু সুন্দৰ। পাহাৰৰ টিলাবোৰ প্ৰায়েই শীতকালি বৰফে আৱৰি থাকে। গৰমকালি বৰ সুন্দৰ। বসন্ত কালত হিমালয়ৰ বতৰে ইয়াক এখন মনোমোহা স্বৰ্গ যেন কৰি তোলে। ঝুম খেতিৰে ভৰা সৰু ডাঙৰ টিলাবোৰ। সৰল, অ'ক, বনৰীয়া কল, চেচংনাট ইত্যাদি গছেৰে ভৰা প্ৰায় ছ'হেজাৰ ফুট ওখলৈকে বা আৰু ওপৰলৈকে তলৰপৰা দেখা পোৱা যায়। এই পাহাৰবোৰত 'তেজাহ' নামে এবিধ কলা পোৱা যায়। নানান ধৰণৰ মূল্যৱান গছ, বেত-বাঁহ প্ৰচুৰ পৰিমাণে আছে। তাৰউপৰি বনৰীয়া জন্তু আৰু নানা ধৰণৰ চিনা-অচিনা চৰাইৰে ভৰা।

### পৌৰাণিক উৎপত্তি

ডফলাসকলৰ আবিৰ্ভাৱৰ কোনো লিখিত বুৰঞ্জী নাই, গতিকেই জন্মকাহিনী উলিয়াবলৈ বৰ টান। কিন্তু আবোটানি নামক এটা পাহাৰী জাতিৰপৰা জন্ম

বুলি তেওঁলোকে কয়। তেওঁলোক 'নিচাংচ' অৰ্থাৎ মানুহ নামেও জনাজাত। পাহাৰৰ চুপাং নামে ঠাইত এই 'বটানি' জন আছিল। বটানিৰপৰা ক্ৰমে সংখ্যা বৃদ্ধি হৈ নৰৰা, বলো, ৰালিং বেগী ইত্যাদি ঠাইলৈ বিস্তৃত হৈ পৰে। তাৰ পিছত চিৰিং বা সোৱণশিৰী নৈখন পাৰ হৈ কামলাং পেলীন পেনীৰ নৈৰ পাৰে পাৰে থকা পাহাৰবোৰত বাস কৰিবলৈ লয়। তলুচ ( অৰ্থাৎ এবিধ কাঁহী ), মজিছ ( এবিধ বহুমূলীয়া তিব্বতীয় ঘণ্টা ), মেথোন, গাহৰি ইত্যাদি সম্পত্তি আহোঁতে তেওঁলোকে লৈ আহিছিল আৰু এবিধ বহুমূলীয়া মৃৰত পিন্ধা গহনাও ( নাম পহুম ) এওঁলোকে লগত আনিছিল।

## গাঁৱৰ জীৱন

স্বাভাৱিকভাৱে গঢ়িত ডফলাৰ গাঁৱত বিশেষত্ব একো নাই। একোটাইত বৰ দীঘলীয়া ঘৰ, ধানৰ ভঁৰাল, ঘৰৰ ওচৰত জান, জুৰি আৰু নৈ। এই-বিলাকৰ পাৰে পাৰে উপযোগীকৈ কৰি লোৱা শস্যৰ পথাৰ। ওচৰৰ আকৌ ওখ ডাঙৰ পাহাৰৰ টিংবোৰ সদায়েই বৰফে আবৰা। বেলি ওবোৱা আৰু বুৰ যোৱা সময়ত পাহাৰৰ টিংবোৰে বিতোপন দৃশ্যৰ সৃষ্টি কৰে। আপাটানীসকলৰ দৰে এওঁলোকে খেতি-বাতি নকৰে। এওঁলোকৰ কোনো সমূহীয়া কাৰ্য্যালয় দেখা পোৱা নেযায়। কেৱল চিকাৰ কৰা আৰু মাছ ধৰা বিষয়ত সমূহীয়াকৈ গঠিত দল আছে। মেনগো, পেঙ্গী ডফলাসকলৰ ধুনীয়া গাঁও। দীঘলীয়া দীঘলীয়া ঘৰবোৰ সজোৱা বিষয়ত বুঢ়াসকলৰ তৎপৰতা মন কৰিবলগীয়া। ডেকা-সকলতকৈ বুঢ়াসকলৰ ঘৰ মেৰামতি বা নতুনকৈ সজোৱা বিষয়ত বেছি উদ্যম আৰু জ্ঞানো তেনেকৈয়ে বেছি। ঘৰৰ সঁজুলিবোৰ গোটাওঁতে চাৰি মাহমানেই লাগে। এইবোৰ ঘৰ তিনি বা চাৰি বছৰলৈকে কোনো মেৰামতি নকৰাকৈ ৰাখিব পৰা যায়। ঘৰ সজা কাম সম্পূৰ্ণ হলে—কণী ভাঙি 'গেগ্লো উৎসৱ' পাতে। তাৰ পাছতহে বাস কৰিবলৈ লয়। এটা ঘৰৰপৰা আনটো ঘৰলৈ যাবলৈ বা পথাৰ বা নদীলৈ যাবলৈ ভিতৰৰপৰা পাছফালে একোটা একোটা বাট—যাতে তেওঁলোকৰ অহা-যোৱা কৰাৰ কোনো অসুবিধা নহয়। ঘৰবোৰৰ আগত দীঘলীয়া পৰ্টিকো—নাম হৈছে টান্কো। এই পৰ্টিকো বা টান্কোত তেওঁলোকৰ দেৱতা ইৰো ওয়ো আৰু অৰুম্ বাস কৰে গতিকেই এই দেৱতা দুজনক ভালভাৱে পূজা কৰি লয়। ইৰো ওয়ো দেৱতা পৰাক্ৰমী। পূজা নকৰিলে, কিবা দোষ লাগিলে—ঘৰৰ সকলোকে জ্বৰ বা নানান বিপদ চপাই দি



আহুকালত পেলায়। গতিকে ডফলাসকলে এইজনা দেৱতালৈ বৰ ভয় কৰে। তেনেকৈ 'অৰুম্' অৰ্থাৎ মৰি যোৱা মানুহৰ আত্মা বা ভূতজনো কম নহয়। এই আত্মা বা ভূতজন যাতে ঘৰত বাস কৰিব নোৱাৰে সেইবাবে ডফলাসকল সদায়ে সতৰ্ক। মানুহ ঢুকালে শটোৰ লগতে জীৱ-জন্তু দি পূজা কৰে যাতে আত্মা সন্তুষ্ট হয় আৰু সিপুৰীলৈ যায়। ডফলাসকলৰ ঘৰৰ আছুতীয়া ঠাইত গোপনকৈ তেওঁলোকৰ বহুমূলীয়া পুৰণি সম্পত্তিবোৰ, যেনে—মজিছ, তলুচ, কজিছ ইত্যাদি পুতি থয়। ডাঙৰ উৎসৱ বা পূজাতহে এইবোৰ উলিয়াই আনে আৰু এখন বেৰত অৰ্থাৎ ঘৰটোৰ ভিতৰতে গাহৰি, মেথোন আৰু বনৰীয়া জন্তুৰ লাওখোলা, চাল, শিং ওলোমাই ৰাখে। সেই বেৰখনক ন্যাদাং বুলি কয়। গৃহকৰ্তা বা গৃহকৰ্ত্ৰীয়েই ঘৰখনৰ মুখিয়াল আৰু সকলোখিনি কামৰ বা আলোচনাৰ আগ স্থান লয়। জৰুম, তালু আৰু পকবা ইত্যাদি গাওঁবোৰত জনসংখ্যা খুব কম।

ডফলাৰ দেশখনত মুঠতে ৪০,০০০ বা ৫০,০০০হে লোকসংখ্যা হ'ব। বতৰৰ ওপৰত নিৰ্ভৰ কৰি এওঁলোকে খেতি কৰে। কিছুমান বিশেষ চৰাই আৰু পোকৰ আবিৰ্ভাৱৰ লগে লগেই খেতিৰ কাম আৰম্ভ কৰা হয়। যেতিয়া ইগো নামে এবিধ পোক ওলায় তেতিয়া ঝুম খেতি কৰে। যেতিয়া পাকো চৰায়ে গীত গায় তেতিয়া আকৌ গোমধান খেতি কৰে। তেনেকৈয়ে পিপি, চেয়ো ইত্যাদি ওলালে ধান খেতি কৰে। বাৰেওটা মাহেই শস্যৰ কাৰণে উপযোগী। বিশেষকৈ খেতিৰ সময় দুভাগ, যেনে—গ্ৰীষ্মকাল—ডফলাৰ ভাষাত 'দুৰিপালা' আৰু জাৰকালিৰ খেতি—'দ্ৰা পলো'। এই দুভাগত বছৰটো ভাগ কৰি বেলেগ বেলেগ খেতি কৰে। ডফলাসকলৰ বিশ্বাস যে যেতিয়া দেৱতা পাৰ্টে-ৰিণ্টো ওয়ি সন্তুষ্ট হয় তেতিয়াহে পথাৰত শস্য ভৰি পৰে। এইজনা দেৱতা লক্ষ্মীৰ নিচিনা। যুগ যুগ ধৰি এইজনা দেৱতাক পূজা দি আহিছে। খেতি বেয়া হলে এইজনা দেৱতাক কুকুৰা উচৰ্গা কৰি সুফল পাবলৈ ডফলাসকলে পূজা কৰে। খেতি ভাল হলে ধনীসকলে গাহৰি মাৰি ভোজ খায়। এওঁলোকৰ কিছুমান বনৰীয়া গছৰ শিপা, লতা আৰু পাতৰ বিষয়ে বহুতো জ্ঞান আছে। এওঁলোকৰ মদৰ তিনিটা নাম, যেনে—প্ৰথম পটু অৰ্থাৎ সুন্দৰ-সুস্বাদু, দ্বিতীয় পবুম্ অৰ্থাৎ মধ্যমীয়া, তৃতীয় হৈছে পকু—একেবাৰে পাতল অৰ্থাৎ তাৰ নিচা কম।

### ঘৰচীয়া জীৱজন্তু

ঘৰচীয়া জন্তুৰ ভিতৰত মেথোনেই শ্ৰেষ্ঠ। ওঁয়া পূজাত তেওঁলোকে মেথোন বলি দিয়ে। বিয়াত যৌতুক হিচাপেও মেথোন লয়। মজিছ নামে এবিধ বহুমূলীয়া বস্তুৰ সালসলনি কৰাৰ নিয়মো আছে। মেথোনৰ পাছত গাহৰি। এই গাহৰি নানান ধৰণৰ পূজাৰ কাৰণে বৰ দৰকাৰী। যৌতুক হিচাপেও গাহৰিৰ মূল্য কম নয়। খেতিৰ সময়ত গাহৰিবোৰ গড়ালত বান্ধি থোৱাৰ নিয়ম আছে। ডফলাসকলৰ গাহৰিৰ সংখ্যা অনেক; গৰু আৰু ছাগলী বেছি নাই। এইবিলাকৰ মাংস এওঁলোকৰ খাদ্য কিন্তু পূজাৰ বিষয়ত নহয়। সেই বাবে হয়তো এই গৰু আৰু ছাগলীৰ প্ৰতি যত্ন লোৱা দেখা নেযায়। অ'ত ত'ত এনেয়ে অযত্নত ঘাঁহ খাই চৰি ফুৰে। ডফলাসকলে কাচিতহে কুকুৰা মাৰে। কুকুৰা বহুতো পূজাৰ বাবে দৰকাৰ—তেনেকৈয়ে কুকুৰাৰ কণীও অতি প্ৰয়োজনীয়। পূজাত যেতিয়া বধ কৰা হয় তেতিয়াহে এওঁলোকে সেই মাংস খায়। পোহনীয়া কুকুৰবোৰ বৰ প্ৰিয়। ল'ৰা-ছোৱালীইঁতৰ কুকুৰ ওমলাৰ সামগ্ৰী। খেতি ৰাখিবৰ বাবেও কুকুৰ দৰকাৰ। চিকাৰ কৰাত কুকুৰ লগৰীয়া হয়। কেতিয়াবা নিগনি-এন্দুৰো কুকুৰে ধৰি মাৰে। কুকুৰক কেতিয়াও চুৰি বিদ্যা নিশিকায়—সদায়ে ভাল কথাহে শিকায়। আপাটানীসকলৰ দৰে পূজাত এওঁলোকে কুকুৰ বলি নিদিয়ে আৰু নাখায়ো।

ডফলাসকল চিকাৰী হিচাপে পাহাৰীয়া জাতিৰ মাজত বিখ্যাত। প্ৰায়-বিলাকেই নিপুণ চিকাৰী। চিকাৰ কৰাৰ ধৈৰ্য্য বুদ্ধি বিচাৰ আৰু বনৰীয়া প্ৰাণীৰ চৰিত্ৰ আৰু চিহ্ন জনা-বুজাত এওঁলোকৰ জ্ঞান অনেক। বিহ-কাঁড় মৰি যেতিয়া বনৰীয়া গাহৰি, মেথোন বা বাঘ মাৰে—বিহ-কাঁড় ভাল উলিয়াই নেপেলোৱা পৰ্য্যন্ত হাতেৰে স্পৰ্শ নকৰে। আনুষ্ঠানিক ভাৱে চিকাৰ কৰিলে—চিকাৰীৰ প্ৰাপ্য ছাল আৰু মূৰটো। কাঁড়-ডাল বিজয়ীৰ চিন বুলি ঘৰত ওলোমাই থয়। বনৰীয়া জন্তুৰ মূৰবোৰ দুৱাৰৰ আগত ওলোমাই থয়। এয়া হৈছে চিকাৰীৰ গৌৰৱৰ চিহ্ন। কুমা, তচুৰ, চিৰগো এই তিনিবিধ চিকাৰ কৰাৰ প্ৰণালী। মাছ ধৰা বিষয়তো এওঁলোকৰ তৎপৰতা বেছি দেখা যায়। পাহাৰী নৈ জান জুৰিবোৰত নানান প্ৰণালীৰে মাছ ধৰা এওঁলোকৰ দৈনন্দিন জীৱনৰ এটা এৰিব নোৱাৰা কৰ্তব্য।



### পৰিয়ালৰ গাঁথনি

এওঁলোকৰ পৰিয়াল দেউতাক, মাক ঘৈণীয়েক আৰু লৰা-ছোৱালীক লৈ। বিয়া হলে ছোৱালী আনৰ ঘৰলৈ যায়। দেউতাকে দ্বিতীয় ঘৈণী আনিব পাৰে। ঘৰত আকৌ স্বামী-স্ত্ৰীৰ মাজত দন-হাই লাগিলে পৃথক হৈ থকাৰ নিয়ম আছে। মাইকী মানুহবোৰ গিৰিয়েকইঁতৰ বাধ্য। বিয়াৰ যৌতুক ওভোতাই নিদিয়া-লৈকে ঘৈণীয়েকইঁতক পৰিত্যাগ কৰিব নোৱাৰে। ধৰ্ম অনুষ্ঠানত মাইকীসকলৰ স্থান একেবাৰে নাই। কেৱল পূজাৰ বাবে মদহে তৈয়াৰ কৰে। আনুষ্ঠানিক বা সামাজিক কামত স্থান নাই—কেৱল চাবহে পাৰে। ঘৰখনৰ ভিতৰতহে এওঁলোকৰ পূৰা স্বাধীনতা, বাহিৰৰ অনুষ্ঠানত অকণো নাই। খেতি কৰিবৰ বাবে মাইকীসকলৰ নিজৰ নিজৰ আত্মীয়াকৈ এডোখৰ এডোখৰ মাটি থাকে। ঘৰচীয়া জন্তুবোৰো মাইকী মানুহৰ। কেতিয়াবা গিৰিয়েকইঁতে খঙতে ঘৈণীইঁতক ধমক দিলে নাইবা মাৰিলে পাছফালৰ কোঠাটোত গৈ ইনাই-বিনাই কান্দে আৰু বেজাৰ কৰে। কথা গুৰুতৰ হলে কেতিয়াবা মাইকীইঁত অন্য মানুহৰ ঘৰলৈ গুচি যায়। মতা মানুহবোৰ সদায়েই খেতি, চিকাৰ আৰু মাছ ধৰাত ব্যস্ত থাকে। ঘৈণীইঁতে ঘৰ চলায়। বুঢ়া-বুঢ়ীইঁতক মান-সন্মান কৰাৰ প্ৰথা অতীতৰে পৰা চলি আহিছে। সৰু সৰু ল'ৰা-ছোৱালীইঁতক সৰুৰেপৰাই মান্যজনক সেৱা-সৎকাৰ, মান-সন্মান কৰিবলৈ শিকোৱা হয়। অন্য কোনো পাহাৰী জাতিয়েই ইমান মান-সন্মানলৈ নেচায়। ডফলাসকলৰ এই জ্ঞান মন কৰিব লগীয়া।

### সাজ-পাৰ, অস্ত্ৰ-শস্ত্ৰ

ঘৰৰ পিন্ধা কাপোৰ-কানিবোৰ মাইকীসকলে ঘৰতে তৈয়াৰ কৰি লয়। এবিধ কাপোৰ বয় বনৰীয়া গছৰ সূতাৰে। অন্য এবিধ কাপোৰ বয়—পছু নামে এবিধ উলেৰে। পেনীৰ আৰু পেসীন উপত্যকাত কপাহৰ খেতি কৰে। কপাহী কাপোৰে এওঁলোকে তৈয়াৰ কৰে। খৈলাৰ নিচিনা আঁহ থকা এবিধ শকত সূতাৰে এওঁলোকে জাৰত পিন্ধা কোটৰ কাপোৰ বয়। কেতিয়াবা আপাটানীসকলৰ লগত উল আৰু সূতা বদলোৱাৰ নিয়ম আছে। পিন্ধা কাপোৰবোৰত ক'লা আৰু ৰঙা সূতাৰে আঁক-বাঁক। কান্ধলৈকে থকা কাপোৰখন বাঁহৰ পিন বা লোহাৰ পিনেৰে বান্ধি থয়। ডিঙিত বগা, ৰঙা, নীলা, সেউজীয়া, ধোঁৱা-বৰণীয়াসকলো ৰঙৰ মণি পিন্ধে। তাৰউপৰি পিতলৰ এবিধ চেইন

গাহৰি বা হৰিণৰ হাড়, এডাল দীঘল লোহাৰ পিন (পাইপ চাফা কৰা), ককালত বাঁহৰ আঙঠি (তমা নামে এবিধ আঁহেৰে বোৱা), ডাঙৰ দা, ছুৰী আৰু এইবোৰ থবৰ বাবে বান্দৰৰ ছালৰ সৰঞ্জাম। আটাইতকৈ ধুনীয়া বস্তুটো হৈছে নানা বৰণীয়া ৰং দি বনোৱা বেতৰ তৈয়াৰী টুপীটো। হৰ্ণবিল চৰাইৰ দীঘল ঠোটেৰে এই টুপীটোৰ ওপৰছোৱা সজোৱা। টুপীটোৰ আগটোত আকৌ এই চৰাইৰ ক'লা-বগা আঁক থকা দীঘল পাখিটো। 'জচপাচ' নামে এবিধ বিবন না ফিটা মাইকীসকলে কঁকালত বান্ধে। এটা দীঘল স্কাৰ্টৰ নিচিনা পোছাক সেউজীয়া পাবি থকা আৰু মাজে মাজে আঁক থকা। বগা বান্দৰৰ ছালেৰে তৈয়াৰী চিকাৰীৰ মোনা। মেথোন, গৰু আৰু পহুৰ ছালেৰেও মোনা তৈয়াৰ কৰে। মেথোনৰ দাঁতেৰে সজোৱা 'চুখ' নামে এবিধ মোনা আছে। বনৰীয়া ধুনীয়া নানান ধৰণৰ ৰং কৰাত ডফলাসকল অতি পাৰ্গত। তথাপিও পোছাক-পৰিচ্ছদত মাইকী মানুহক সুন্দৰ নেদেখি। আপাটানীসকলৰ নিচিনা বোৱা-কটাত এওঁলোক সিমান পাৰ্গত নহয় আৰু চানেকিবোৰো সিমান আকৰ্ষণীয় নহয়। যুদ্ধৰ আহিলাবোৰো অতি সাধাৰণ। যাঠি আৰু ডাঙৰ দা, এটা হোৱা—য'ত বিহ থকা কাঁড় ৰখা হয়। যুদ্ধৰ সময়ত তাচেহং আঁহৰে তৈয়াৰী বৰ ডাঠ পোছাক পিন্ধে আৰু পিঠিত মেথোনৰ ছালেৰে তৈয়াৰী ঢাল লগায়।

ডফলাবিলাকৰ কোনো নায়ক বা সেনাপতি নাই। সমূহীয়াকৈ যুদ্ধ কৰে। প্ৰতিশোধৰ বাবে কেতিয়াবা শত্ৰুৰ গাঁৱত জুই জ্বলাই দিয়ে। কেতিয়াবা মনে মনে গৈ শত্ৰুৰ দলৰ এটাক ধৰি আনি নিজৰ গাঁৱত বান্ধি থয় আৰু টকা বা কিবা বহুমূলীয়া বস্তু নিদিয়ালৈকে ঘূৰাই নিদিয়ে। প্ৰতিশোধ লবৰ বাবে যুদ্ধৰ বন্দীক কটাও হয় আৰু শটোৰ ডিঙিটো কাটি লয় আৰু কঁকালটো তিনি ভাগত বিভক্ত কৰে। শত্ৰুৰ বাওঁ হাতৰ তলুৱা আৰু চুলিৰ 'পদুম'টো কাটি লয়। এই কটা বাওঁহাতৰ তলুৱাখন অৱশেষত মদ ঢালি এজোপা পুজা কৰা গছত লগাই প্ৰত্যেকেই তলুৱাখনলৈ কাড় মাৰে। বিজয়ীইতে দা-যাঠী, ধেনু-কাঁড় লৈ নাচি নাচি গীত গাই স্ফুৰ্তি কৰিবলৈ ধৰে। সেই সময়ত প্ৰত্যেকজন ডফলাই যুদ্ধৰ পোছাক পিন্ধি লয়। মূৰত 'তালম' আৰু 'ক্ৰা' নামে এবিধ পাহাৰী গছৰ পাত লগায়। যুদ্ধৰ টুপীটো ঢাকি লয়। যি জোপা গছত হাতৰ তলুৱাখন লগাই কাঁড় মৰা হয় সেই গছজোপাক 'নীলা চেগ্ৰে' গছ বুলি কয়। পাতলীয়া দোষ থকা বন্দীক আকৌ ভৰিত কাঠ লগাই শাস্তি দি ৰাখে।



যেতিয়ালৈকে কোনো মানুহ আহি টকা বা অন্য মূল্যবান বস্তু বা জন্তু নিদিয়ে তেতিয়ালৈকে এৰিও নিদিয়ে।

### সপোনৰ গুৰুত্ব

আটাইতকৈ মন কৰিবলগীয়া বিষয় হৈছে এওঁলোকৰ সপোনবোৰ—যিবোৰৰ দৈনন্দিন জীৱনৰ লগত ঘনিষ্ঠ সম্বন্ধ। সপোন এটা লৈয়েই কেতিয়াবা ডফলা-সকল বিয়োৰ হব লগীয়াত পৰে। সপোনত যদি ধঁপাত খোৱা 'পাইপ' কিনা দেখে—তেতিয়াহলে মাইকীৰ ল'ৰা জন্ম হয়। মাইকী মানুহৰ ডিঙিত পিন্ধা গহনা দেখিলে ছোৱালী জন্ম হয়। ল'ৰা-ছোৱালী হৈছে তেওঁলোকৰ দেৱতা ওয়োৰ দান। লৰা-ছোৱালী জন্ম হলে বুঢ়ী মাইকীবিলাকে সহায় কৰে আৰু জন্ম হোৱাৰ দুদিনৰ পাছতেই পুৰোহিত মাতি কুকুৰাৰ কলিজা লৈ পূজা কৰি নাম দিয়া হয়।

আৰু কেইটামান সপোনৰ কথা কওঁ—যেনে দাঁত সৰা দেখিলে (মানে সম্মুখৰ দাঁত) নিজৰ ভায়েকৰ মৃত্যু হবই। তল পাৰিৰ দাঁত সৰা দেখিলে নিজৰ ঘৈণীয়েক মৰিব। আঙুলি কটা দেখিলে যেই কোনো মানুহ মৰে। বেলি বুৰ যোৱা, মূৰ আচোৰা, ডিঙিৰ মালা দিয়া, দা আগতপৰা, ধেনু ভঙা ইত্যাদি দেখিলে মানুহ মৰে বা নিজৰ দেউতাক-মাক মৰে। চৰাই মৰা দেখিলে ভাল। ভাল সপোনক 'য়ম মপট' বুলি কয়। বেয়া সপোনক 'য়ম-মৰ' বুলি কয়। ভাল সপোনে আনন্দ দিয়ে, মানুহক ধনী কৰি তোলে। বেয়া সপোন দেখিলে মানুহ বিপদত পৰে আৰু পুৰোহিত মাতি ওয়ো দেৱতাক পূজা দিব লগা হয়। মানুহ মৰিলে ভাবে যে ওয়ো আৰু অকমে শাস্তি দিলে। বেমাৰত পৰি ৰোগীয়ে কেঁকাসে দেৱতা দুজনে কোবায় বুলি কয়। চনি ওয়ো আৰু দজিং ওয়ো দুজন অন্য দেৱতা। এই ডফলাসকলে আত্মা অমৰ বুলি বিশ্বাস কৰে। অৱশ্যে আপাটানী আৰু টাগীনসকলেও বিশ্বাস নকৰা নহয়।

### মৃতকৰ সৎকাৰ

মানুহ মৰিলেও এওঁলোকে বৰ বেজাৰ কৰে আৰু ইনাই-বিনাই কান্দে। বিশেষকৈ মাইকী মানুহ মৰিলে ঘৰখনত এটা শোকৰ ছাঁ পৰি যায়। মানুহ মৰিলে এড়ি বা পাটৰ কাপোৰেৰে শটো মেৰিয়ায়। মাটিৰ ঘৰ, মদ, বনৰীয়া গছৰ পাত এইবিলাক মূৰৰ ওচৰত বান্ধে। এজন পুৰোহিতে মন্ত্ৰ গায় যাতে

মৃতকৰ আত্মা 'নেলী নিকো' অৰ্থাৎ সিপুৰীলৈ যায়গৈ। এটা গাঁত খান্দে—তাতে পাটি পাৰি শটো ৰাখে। তাৰ পাছ্ত কাঠ দিয়ে আৰু ওপৰত মাটি দি পুতি পেলায়। যিমান দূৰ পাৰে এই কাৰ্য্য সোনকালে সমাধা কৰা হয়। য'ত পোতা হয় সেই ঠাইতে বাঁহ বা কাঠৰে এখন চাং সাজি গছৰ পাতা বাকলি, জন্তুৰ শিং আৰু ডিঙিত বন্ধা ৰচীবোৰ ওলোমাই থয়। সৰু সৰু লৰা-ছোৱালী মৰিলে শবোৰ ছুছটা কাঠৰ মাজত ভৰাই ঘৰৰ ওচৰতে দুডাল কাঠ পুতি ওলোমাই থয়। এইটো যেন চিৰ-চেনেহী মাকৰ বুকুত সোমাই থকাৰ মৰমৰ চিন। মাতৃত্বৰ চেনেহকণ যেন লোপ পাই নেযায়—মৃত্যুৰ পিছতো। ধনীসকলে মৰা শ দুই তিনি দিনকৈ ৰাখিব পৰাৰ নিয়ম আছে যদিও অতি সোনকালে পুতি পেলোৱাই শ্ৰেয়ঃ বুলি ভবা হয়। মৃত্যুৰ পাছত অকম্ অৰ্থাৎ আত্মা যাতে ঘুনাই ঘৰলৈ নাহে সেইবাবে মেঙ্গা এবাদো উৎসৱ পাতে। আত্মাটো যাতে ভূত হৈ ঘৰত বিঘিনি নঘটায় সেইবাবে ৰাতিপুৱাই মানুহ গোট খাই, যুদ্ধৰ সৰঞ্জাম লৈ ঘৰৰ চুকে-কোণে যাঠী আৰু কাঁড় মাৰি চিঞৰ-বাখৰ কৰি পাছফালৰ দুৱাৰেদি খেদাবলৈ লয়। ঘৰৰ ওপৰত চালখনলৈও কাঁড় আৰু যাঠী মাৰে। মেঙ্গা এবাদো উৎসৱ এয়েই। পখিলাবোৰ ডফ্লাসকলৰ মতে মানুহৰ আত্মা। ডফ্লাসকলৰ ইলো উৎসৱ দুভাগে বিভক্ত। এভাগত দেৱতা ওয়োৰ বিভিন্ন নাম লৈ গীত গায় ৮ বাকী ভাগ খেতিৰ বা চিকাৰ কৰাৰ পাছত হয়।

# দেউৰী-চুতীয়া

## এক

## দেউৰী-চুতীয়াৰ সাধাৰণ পৰিচয়

ডক্টৰ শ্ৰীউপেন্দ্ৰনাথ গোস্বামী

### বুৰঞ্জীৰ পটভূমিত

দেউৰীসকল চুতীয়াসকলৰ পুৰোহিত শ্ৰেণীৰ প্ৰতিনিধি। তেৰ শতিকাৰ আগ ভাগত আহোমসকল অসম দেশ সোমোৱাৰ আগতে চুতীয়াসকলে সোৱণশিৰি নৈৰ পাৰলৈকে বিস্তৃত আৰু সুপ্ৰতিষ্ঠিত ৰাজ্য ভোগ কৰিছিল। ছাৰ এডোৱাৰ্ড গেইট চাহাবৰ মত অনুসৰি চুতীয়াসকলে ছানসকলৰ বাসস্থানৰ অদূৰবৰ্তী ঠাই এডোখৰ দখল কৰে। তেওঁলোকৰ মাজত আগৰ জাতিটোৰ কিছুমান লোকো চামিল হৈ যায়।[1] চুতীয়াসকলে পোন প্ৰথমে সোৱণশিৰি নৈৰ ওচৰৰ পৰ্বতত বসতি কৰিছিল বুলি এখন পুৰণি বুৰঞ্জীৰ সাক্ষ্য প্ৰদান কৰি কৰ্ণেল ডেল্টনে কয়। ১৯০৯ চনৰ ইম্পেৰিয়েল গেজেটত এই বুলি উল্লেখ কৰা হৈছে :—লক্ষীমপুৰৰ পোন প্ৰথম শাসনকৰ্তা পাল বংশৰ হিন্দু ৰজাসকল যেন বোধ হয়। তেওঁলোকৰ ৰাজধানী সদিয়াৰ ওচৰে-পাজৰে আছিল। প্ৰায় এঘাৰ শতিকাত তেওঁলোকক চুতীয়াসকলে সিংহাসনচ্যুত কৰে। চুতীয়াসকল হ'ল তিব্বত-বৰ্মীয় শাখাৰ এটা জনজাতি। তেওঁলোকে উত্তৰ-পূব পিনৰপৰা অসমত প্ৰবেশ কৰে আৰু ব্ৰহ্মপুত্ৰৰ উজনি অংশত নিজকে প্ৰতিষ্ঠিত কৰি লয়। কেইবা শতাব্দী জুৰি হোৱা সংঘৰ্ষৰ ফলত চুতীয়াসকল আহোমসকলৰ দ্বাৰা ১৫২৩ চনত প্ৰায় নিঃশেষ হৈ যায়। আন এটা উল্লেখ অনুযায়ী চুতীয়াসকলে আহোমসকল অসমলৈ অহা সময়ত সদিয়াত প্ৰতিষ্ঠিত হৈ পশ্চিমে ডিচাং নৈলৈকে বিস্তৃত ৰাজ্যৰ অধিকাৰীৰূপে পৰিচয় দিয়ে।[2] চৈধ্য শতিকাৰ প্ৰায় মাজ ভাগৰপৰা আহোম আৰু চুতীয়াসকলৰ ভিতৰত সংঘৰ্ষ আৰম্ভ হয়। ষোল শতিকাৰ আৰম্ভণিত চুতীয়া ৰাজ্য আহোম ৰাজ্যৰ

(১) A History of Assam, p. 40.

(২) Assam District Gazetteers Vol XI, 1928: The Sadiya Frontier Gazetteer, Part I, ch III, p. 16.

অন্তৰ্ভুক্ত হয়। পিছত আহোমসকলে চুতীয়াসকলক দমন কৰিবলৈ স্বকীয়া নীতি গ্ৰহণ কৰে। তেওঁলোকে চুতীয়াসকলৰ কিছুমানক অসমৰ বিভিন্ন ঠাইত সিঁচৰতি কৰি বসতি কৰায়। ৰাজবংশৰ বহুতক হত্যা কৰায়; কিছুমানক দেশৰপৰা নিৰ্বাসিত কৰে। কিছুমানক আহোমৰ বিষয়া কৰি লয় আৰু কিছুমানৰ সৈতে বৈবাহিক সম্বন্ধ স্থাপন কৰে।[৩]

বৈবাহিক সম্পৰ্ক পতাৰ ফলত চুতীয়াসকলৰ পৰাই হিন্দু চুতীয়া আৰু আহোম চুতীয়া এই দুটা ভাগৰ সৃষ্টি হ'ল। বৰাহী নামৰ এটা সৰু ভাগ থকাৰো উল্লেখ পোৱা যায়; তেওঁলোক আনৰ লগত মিলি যায়। গতিকে চুতীয়াসকলৰ প্ৰধান ভাগ চাৰিটা হ'ল—হিন্দু, আহোম, বৰাহী আৰু দেউৰী। চুতীয়াসকলৰ প্ৰধান আৰু আৱশ্যকীয় ভাগটো হ'ল দেউৰীসকল। তেওঁলোক আগৰ দৰেই থাকিল আৰু এতিয়াও আছে। ব্ৰাউন চাহাবৰ ভাষাত কবলৈ হ'লে তেওঁলোকে আহোমসকলৰ আক্ৰমণৰ আগৰ কাল এছোৱাৰ পৰা চলি অহা ভাষা, ধৰ্ম আৰু ৰীতি-নীতিক বিশেষ পৰিবৰ্তন নোহোৱাকৈয়ে ৰক্ষা কৰি চলি আহিছে।[৪] ১৯০১ চনৰ জন-গণনাত তেওঁলোকৰ প্ৰাচীন বসতি সদিয়াৰ পূৱত থকা কুণ্ডিল নৈৰ পাৰ বুলি উল্লেখ কৰা হৈছে। ১৮৯৫ চনত ব্ৰাউন চাহাবৰ লিখা 'দেউৰী চুতীয়া ব্যাকৰণ'ত কোৱা হৈছে: 'সদিয়াৰ সিপাৰে দেউৰীসকলৰ মূল বাসস্থান আছিল। প্ৰায় এক শতিকা আগতে তেওঁলোক তাৰপৰা বৰ্তমান থকা ঠাইলৈ আহে আৰু কিছুমানে এতিয়াও ধৰ্ম-সংক্ৰান্ত বিষয়ত সদিয়ালৈ অহা-যোৱা কৰে। দেউৰীসকল ঈশ্বৰৰ পূজা-সেৱা কৰা প্ৰাচীন পুৰোহিত জাতৰ লোক। কুণ্ডিল নৈৰ পাৰত তেওঁলোকৰ আদি বাসস্থান আছিল।'[৫] আজিও দেউৰীসকলে বিহুৰ সময়ত হুচৰি আৰম্ভ কৰাৰ আগতে গোৱা গীতত তেওঁলোকৰ পূৰ্ব বাসস্থানৰ উল্লেখ পোৱা যায়:

কুণ্ডিলৰ অগোৰি গুদাকৈ হেমেলু...
সদিয়া ৰাজত ঐ চাৰি হা'ল গোথানি তালৈকে নমস্কাৰ কৰোঁ।
...সোণৰে জখলা ৰূপৰ হাতামাৰি আই চাৰিহাল নামে...

(৩) Dr. L. Devi ; Journal of the University of Gauhati, Vol. VII, 1956 : Conquest of the Chutiyas by the Ahoms, pp. 63, 64, 66.

(৪) W. B. Brown, An Outline Grammar of the Deori-Chutiya Language : Introduction, p. 1.

(৫) Sadiya Frontier Tract Gazetteer.



### বৰ্তমান সময়ত

বৰ্তমান সময়ত দেউৰীসকল অসমৰ শিৱসাগৰ আৰু লক্ষীমপুৰ জিলাত প্ৰধানকৈ বাস কৰিছে। দৰং জিলাৰ গহপুৰতো কিছুমান আছে। ১৯৫১ চনৰ জন-গণনা অনুযায়ী তেওঁলোকৰ জনসংখ্যা পৰ্বত আৰু ভৈয়াম মিলি ১২,৫০৩ জন। দেউৰী ভাষা কোৱা লোকৰ সংখ্যা হ'ল ৬,৭১৫ জন। দেউৰীসকলৰ মাজত প্ৰধান তিনিটা খেল বা বিভাগ আছে—ডিবঙীয়া, টেঙাপনীয়া আৰু বৰগঞা। পাতৰ গঞা নামৰ খেল এটা আছিল বুলিও কোৱা শুনা যায়। সেইটো হেনো ডিবঙীয়াৰ লগত মিহলি হৈ গৈছে। এই তিনিটা খেলৰ ভিতৰত মাত্ৰ ডিবঙীয়া খেলৰ লোকসকলেই বৰ্তমান দেউৰী ভাষা কয়। এই ভাষাভাষী লোকসকল ওপৰত উল্লেখ কৰা জিলা কেইখনত প্ৰধানকৈ সিঁচৰতি হৈ আছে।

### 'দেউৰী' নামৰ আতিগুৰি

দেউৰী শব্দটোৰ প্ৰকৃত ব্যাখ্যা এতিয়াও সম্ভৱপৰ হৈ উঠা নাই। সাধাৰণতে যিজনে দেৱক পূজা কৰিব পাৰে বা দেৱক জানে তেৱেঁই দেউৰী বুলি কোৱা হয়। এজন প্ৰধান পূজাৰীয়ে কোৱা মতে দে-উ-ৰী এই তিনি অংশৰ মিলত দেউৰী শব্দৰ সৃষ্টি হৈছে। ইয়াৰ প্ৰথম অংশ পুৰুষ আৰু দ্বিতীয় অংশ (শেষৰ অংশ) প্ৰকৃতি বুলি ব্যাখ্যা কৰা হৈছে। তেওঁলোকে নিজকে তিৰোতাৰ (প্ৰকৃতি) বংশজাত বুলি কবলৈ বিচাৰে। তেওঁলোকৰ আৰাধ্যা দেৱী স্বয়ং আদ্যাশক্তি। তেওঁলোকৰ গোঁসাই থানত পূজা দিওঁতেও হেনো ক্ৰমান্বয়ে আদ্যাশক্তি, পিচাচি, পিচাদেমা আৰু গিৰা-গিৰাচিক আৱাহন জনায়। 'পিচাচি'ক তাম্ৰেশ্বৰী বা কেচাইখাতী, 'পিচাদেমা'ক বলিয়াবাবা বা বলিয়া হেমতা আৰু 'গিৰা-গিৰাচি'ক বুঢ়া-বুঢ়ী বুলি কোৱা হয়। তাম্ৰেশ্বৰী আৰু বলিয়াবাবা বুঢ়া-বুঢ়ীৰেই পুত্ৰ আৰু কন্যা। দেউৰী শব্দটো সংস্কৃত দেৱগৃহিক-শব্দৰপৰা উদ্ভৱ হোৱা এটা নব্য-ভাৰতীয় আৰ্য্যভাষাৰ শব্দ বুলি ডক্টৰ কাকতিয়ে অভিমত দিছে।[৬]

### পূজাৰ থান আৰু বলি-বিধান

দেউৰীসকলৰ প্ৰধান খেল তিনিটাৰ উপাস্য দেৱতাও প্ৰধানকৈ তিনিজন। ডিবঙীয়া খেলৰ 'গিৰা-গিৰাচি', টেঙাপনীয়া খেলৰ 'পিচাদেমা' আৰু বৰগঞা

(৬) The Mother Goddess Kamakhya, p. 66.

খেলৰ 'পিচাচি'। এই দেৱ-দেৱীসকলক পূজা কৰিবলৈ দেউৰীসকলে প্ৰত্যেক গাঁৱত স্বকীয়া একোখন থান (গোসানীশাল) স্থাপন কৰে। গোটেই গাঁৱৰ হৈ আৰু গোটেই গাঁৱৰ মঙ্গলৰ কাৰণে থানত পূজা অনুষ্ঠিত হয়। তাৰ বাবে দেউৰীসকলে সুচিন্তিত গণতান্ত্ৰিক ব্যৱস্থা গ্ৰহণ কৰিছে। পূজা-পাতলৰ সকলো কাম শৃঙ্খলাপূৰ্ণভাৱে চলাবলৈ নজন বিষয়া বাছি দিয়া হয়। তাৰ ভিতৰত চাৰিজন প্ৰধান। তেওঁলোক হ'ল—বৰদেউৰী, সৰুদেউৰী, বৰভঁৰালী আৰু সৰুভঁৰালী। বৰদেউৰীজনেই গাঁৱৰ ভিতৰত আটাইতকৈ সম্মানিত ব্যক্তি। তেওঁ শাৰীৰিক আৰু স্বভাৱ-চৰিত্ৰ সকলো পিনৰপৰা নিখুঁত হব লাগিব। তেওঁক বাঘে বা সাপে কামুৰিব নালাগিব নাইবা শগুনেও তেওঁৰ গাত মলত্যাগ কৰিব নালাগিব। গোটেই গাঁৱৰ মানুহে লগ লাগি বৰদেউৰীক বাছি লয়। কোনোৱে নিজৰ গাত খুঁত থকা সত্ত্বেও বৰদেউৰী হোৱা আশাত যদি বাইজৰ আগত ব্যক্ত নকৰে, তেনেহলে দেওধনীৰ জৰিয়তে ঈশ্বৰে কেইদিন-মানৰ ভিতৰত খুঁত দেখুৱাই দিয়ে বুলি বিশ্বাস আছে। আগৰ বৰদেউৰীয়ে বয়সৰ লগে লগে নাইবা আন কোনো কাৰণত কাম কৰিব নোৱাৰা হলে বাইজে বৰদেউৰী বংশৰ যিজনক সৎ চৰিত্ৰৰ আৰু নিখুঁত বুলি ভাবে, তেওঁকেই বৰদেউৰী পাতে। কিন্তু তেওঁ যে আগৰ বৰদেউৰীৰ পুতেক হব লাগিব, এনে কোনো নিয়ম নাই। এনেদৰে আন আন বিষয়াসকলৰো নিৰ্বাচন হয়। থানৰ পূজা বা সামূহিক পূজাৰ কাম বৰদেউৰীয়েহে কৰিব পাৰে। তেওঁৰ অনুপস্থিতিত সৰুদেউৰীয়ে কৰে। এই পূজাত দেউৰীসকলে হাঁহ, পাৰ, কুকুৰা আৰু এক বৰণৰ পঠা-ছাগলী বলি দিয়ে। কোনো বছৰত বাইজৰ অমঙ্গল গুচাবলৈ দেওধনীয়ে নিৰ্দেশ দিলে ডিবঙীয়া খেলৰ বাহিৰে আন খেলৰ মানুহে ম'হ বলি দিয়ে আৰু পিছত তাৰ মঙহো খায়। অতীজৰ সদিয়াৰ তাম্ৰেশ্বৰীৰ মন্দিৰত নৰবলি দিয়া হৈছিল। কৰ্ণেল ডেল্টনে এই মন্দিৰৰ বিস্তৃত বিৱৰণ দিছে: পশ্চিমৰ বেৰখনৰ ওচৰত তিনি-ঠেঙীয়া সৰু শিল এডোখৰ আছে। তাতে নৰ-বলি দিয়া হয়। বলি দিয়া লোকবোৰ প্ৰথম অৱস্থাত এটা বিশেষ খেলৰ মানুহৰ পৰা সংগ্ৰহ কৰা হৈছিল। সেই খেলটোৱে কিছুমান বিশেষ সুবিধাও ভোগ কৰিছিল। পিছত আহোম ৰজাই প্ৰাণদণ্ড দিয়া লোকসকলক বলি ৰূপে মন্দিৰলৈ পঠিয়াইছিল। বলি দিয়া লোকজন শুদ্ধজাতৰ আৰু নিখুঁত হব লাগিছিল। আনকি কাণৰ বিন্ধা এটা থাকিলেও তেওঁক অনুপযুক্ত বুলি গণ্য কৰা হৈছিল। ব্ৰাহ্মণ আৰু ৰাজপৰিয়ালৰ লোকসকলক বলিৰপৰা ৰেহাই দিয়া



হৈছিল। নাৰী আৰু নিম্ন জাতৰ বুলি ভৱা মানুহবোৰকো ৰেহাই দিয়া হৈছিল। ডেল্টনে পুনৰ বৰ্ণনা দিছে: বলিৰ দিনাখনৰ কেইদিনমান আগৰ পৰা মানুহটোক মন্দিৰৰ ভিতৰত আবদ্ধ কৰি ৰখা হয় আৰু তাক যথেষ্ট ৰকমে খুৱাই-ধুৱাই দেৱীৰ জিভাৰ সোৱাদ লগাবলৈ বুলি শকত আৱত কৰা হয়। নিৰ্দ্ধাৰিত দিনৰ দিনাখন বলিটোক সোণ-ৰূপৰ অলঙ্কাৰ-পাতি পিন্ধাই, জাক-জমককৈ সজাই পৰাই সমবেত দৰ্শকমণ্ডলীৰ সমুখলৈ অনা হয়।......স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ দিনত (খৃষ্টাব্দ ১৭৮০-১৭৯৫) নৰবলি প্ৰথাটো বন্ধ কৰা হয়। এই সময়তে চুতীয়া পুৰোহিতসকলে বৰ্মাৰ আক্ৰমণকাৰীসকলৰ অত্যাচাৰত মন্দিৰৰ দাঁতি কাষৰৰ পূৰণি বাসভূমি পৰিত্যাগ কৰে।[৭]

অকল দেউৰীসকলৰ মাজতেই নহয়, অসমৰ আদিমবাসী লোকসকলৰ মাজতো নৰবলি বা তেনে ধৰণৰ অনুষ্ঠান আছিল। নগাসকলৰ মাজত থকা মুৰকটা প্ৰথা আৰু খাছিসকলৰ মাজত থে"ন দেৱতাৰ উদ্দেশ্যে নৰৰক্ত প্ৰদান আদি প্ৰথা এই ক্ষেত্ৰত উল্লেখনীয়। অকল অসমতেই নহয়, প্ৰাচীন ভাৰতত আনকি পৃথিবীৰ বিভিন্ন দেশতো নৰবলি প্ৰথাৰ প্ৰচলন আছিল। আৰ্য্যসকলৰ মাজতো এই প্ৰথা নোহোৱা নহয়। ঋগ্‌বেদত এই বিষয়ৰ দুটা উল্লেখ আছে। ৰাজসনেয়ি-সংহিতাই (৩০ খণ্ড) পুৰুষ-মেধৰ উল্লেখ কৰিছে। সৃষ্ট জীৱসকলৰ ওপৰত একাধিপত্য স্থাপনৰ উদ্দেশ্যে এই যজ্ঞ সম্পন্ন হৈছিল। শতপথ ব্ৰাহ্মণৰ মতে অশ্বমেধ যজ্ঞৰ সময়ত নৰবলি দিব লাগে।[৮] এই প্ৰসঙ্গত কালিকটত প্ৰচলিত এটা প্ৰথাৰ উল্লেখ কৰিছে 'গোল্ডেন বাউ' গ্ৰন্থৰ দ্বাৰা। সোতৰ শতিকালৈকে প্ৰচলিত এই প্ৰথা অনুযায়ী সেই সমাজত ৰজাই বাৰ বছৰ ৰাজত্ব চলোৱাৰ পিছত বাইজৰ সমুখত আনুষ্ঠানিকভাৱে নিজৰ ডিঙি কাটিব লগীয়া হৈছিল।

থানৰ পূজাৰ উপৰিও দেউৰীসকলৰ ঘৰত কিছুমান পূজা দিয়া হয়। এই পূজাবোৰত গাহৰি, হাঁহ আৰু কুকুৰাৰ ব্যৱহাৰ আছে। তেওঁলোকৰ ঘৰুৱাকৈ তৈয়াৰী মদো এইবোৰত লাগে। এইবোৰ পূজাৰ কাম চলাবলৈ এজন বিশেষ লোক থাকে। তেওঁক দেওধাই বোলে। জ্বৰ নৰিয়া হলে ডিবঙীয়াসকলে ঘৰত ইন্দ্ৰদেৱতাৰ পূজা দিয়ে। ভঁৰাললৈ ধান কাটি অনাৰ পিছত ভঁৰালৰ ভিতৰত লক্ষ্মীপূজা (মিহুচি লিহুৱা) কৰা হয়। জলদেৱতাই পোৱা কাৰণে কিবা

(৭) The Mother Goddess Kamakhya, p. 67.

(৮) Dr. A. P. Karmakar, The Religions of India, Vol. I. ch XII: Human Sacrifice.

বেযাৰ হোৱা বুলি ধাৰণা হলে 'জলকাই ডাঙৰীয়া'ক সন্তুষ্ট কৰিবলৈ যি কোনো নৈত পূজা দিয়া নিয়ম আছে। এই পূজাত ববালি মাছ (নেপালে আন বাকলি নথকা মাছ), মগুমাহ আৰু জহা চাউলৰ আৱশ্যক। পূজাৰ শেষত পাঁচজন ভকতে খোৱা-বোৱা কৰি বাকী থকাখিনি তাতে পেলাই থৈ দি আহে। ভকতসকলে সেই দিনাখন ৰাতিপুৱাৰপৰা অকল ঘকৰা মদৰ (চুঝেঁ) বাহিৰে একো নিমথ থকা বস্তু বা আন বস্তু খাব নোৱাৰে। তাৰ বাবে তেওঁলোকক আগদিনা থনেই তায়োল-পাণ দি থবৰ দি ৰখা হয়। কাবোবাক গছৰ বুঢ়াই (আমিৰিয়-গিবা) ধৰিলে গছৰ গুৰিত পূজা দিয়া হয়। এই পূজা কুকুৰা কাটি নাইবা পায়সৰেও দিব পাৰি।

## সামাজিক জীৱনত

দেউৰীসকলে সচৰাচৰ নৈৰ দাঁতিত খেতি-বাতি কৰিব পৰা ঠাইৰ ওচৰত বসতি কৰিবলৈ লয়। তেওঁলোকৰ গাঁওবোৰ সেই হেতুকে বহুত ক্ষেত্ৰত নৈৰ নাম অনুযায়ী ৰখা হৈছে; যেনে গাই নৈৰ পৰা গাইদেউৰীগাঁও। তেনেকৈ চিচিমুখ, চিৰিপানী ইত্যাদি। ডিবঙীয়া, টেঙাপনীয়া আদি খেলৰ নামৰ উৎপত্তি নৈৰ পৰাই হৈছে। অৱশ্যে নৈৰ দাঁতিত নথকা গাঁৱো কেইখনমান আছে। দেউৰীসকলৰ ঘৰবোৰ চাংঘৰ। ইয়াৰ খুটাবোৰ একোডাল বৃহৎ বৃহৎ গছৰ। চাংঘৰটো প্ৰধানকৈ বাঁহেৰে তৈয়াৰী। ঘৰবোৰ শাৰী শাৰীকৈ (সৰলৰেখাত) দীঘলীয়াকৈ সজা হয়। এঘৰৰ ঘৰৰ বেৰ আন ঘৰত লাগিলে বা তেনেকুৱাকৈ খেতি-পথাৰত কাবোবাৰ যি কোনো বেৰ আনৰ বেৰত লাগিলে একপ্ৰকাৰ বেমাৰ (হেমেজু) হয় বুলি মানুহৰ বিশ্বাস আছে। দেউৰী ঘৰ একোটাত ষাঠি বা সত্তৰৰপৰা এশ ছকুৰি জনলৈকে মানুহ থাকে। ইমান ডাঙৰ পৰিয়াল পাতি থকা হেতুকে তেওঁলোকৰ খেতি-বাতি কৰাত বিশেষ সুবিধা হয়; কিয়নো খেতিয়েই দেউৰীসকলৰ প্ৰধান জীৱিকাৰ উপায়। তেওঁলোকে বেপাৰ প্ৰায়ে নকৰে। আনৰ চাকৰি কৰাটোও পছন্দ নহয়।

প্ৰত্যেক ঘৰৰ ঘাই দুৱাৰ এখন। আৱশ্যক বুজিলে বৰ দীঘল ঘৰবোৰৰ মাজত আন এখন দুৱাৰ খোলা হয়। ঘৰৰ ভিতৰত দীঘলীয়াকৈ মানুহবোৰৰ অহা-যোৱাৰ সুবিধাৰ কাৰণে এটা বাট ৰখা হয়। তাৰ দাঁতিত ঘৰৰ ভিতৰত পৃথক পৃথক কোঠা আছে। প্ৰত্যেক চাংঘৰৰ প্ৰথম ছোৱা খোলা। ডেকা ল'ৰাবোৰ বাতি হলে ইয়াতে (মিচ্ছুঁ) শোৱে। সিইঁত গাঁৱৰ বথীয়াৰ নিচিনা।



বিয়া-বাৰু হলেহে ভিতৰত শোৱা নিয়ম। প্ৰত্যেক চাংঘৰৰ প্ৰথম কোঠাটোত একোখন জুহাল থাকে। তাত অনবৰত জুই জ্বলি থাকে। যজ্ঞৰ বেদীৰ নিচিনাকৈ চাঙৰ বাঁহৰ মজিয়াৰ ওপৰত চাবিচুকীয়া মাটিৰ ঢাপ বান্ধি তাৰ ওপৰত জুই জ্বলোৱা হয়। তাৰ ওচৰত বহি তেওঁলোকে মদ খায়। তাৰ লগতে মাছ আদিও খৰিকাত দি খায়। আলহীসকলকো তালৈকে মাতি নি খোৱা-লোৱাৰ ব্যৱস্থা কৰে। গোটেই ঘৰৰ বন্ধা-বঢ়া একে ঠাইতে হয়। মাইকী মানুহবোৰে পাল পাতি বান্ধে। সাধাৰণতে ঘৰৰ ভিতৰত আটাইতকৈ বয়সস্থ জনৰ কোঠাত আনবোৰ মিলি একেলগে ভাত খায়। খোৱাৰ সময়ত তেওঁলোকে বয়স অনুযায়ী এপিনৰপৰা আসন গ্ৰহণ কৰে।

দেউৰীসকল বৰ পৰিশ্ৰমী লোক, বিশেষকৈ তিৰোতাবোৰ। তেওঁলোকে ৰাতিপুৱা কুকুৰাই ডাক দিয়াৰ সময়তে উঠি ৰাতিলৈকে ঘৰ আৰু বাহিৰৰ কাম কৰিয়েই থাকে। তেওঁলোকে ধান দায়, ভুঁই ৰোৱে, ধান বানে, খৰি-খেৰ চপাই আনে, খৰি ফালে, তেল পেৰে, কানি-কাপোৰ বয়, বন্ধা-বঢ়া কৰে। তেওঁলোকে কেৱল হাল নেবায়, হাবি নোজোৰে আৰু গছ নেকাটে। দেউৰীসকলৰ আটায়ে পৰিশ্ৰম কৰি খায়। চোৰ ডকাইত তেওঁলোকৰ মাজত নাই। ধান, মাহ, সৰিয়হ আৰু সাধাৰণ শাক-পাচলিৰ খেতিয়েই তেওঁলোকৰ খেতি। পোহনীয়া জীৱজন্তুৰ ভিতৰত কুকুৰা, গাহৰি, ম'হ আৰু গৰুৱেই প্ৰধান। তেওঁলোকৰ খোৱা-লোৱা বস্তু-বাহানি সাধাৰণ ধৰণৰ। নানাবিধ তৰকাৰী-পাতি তেওঁলোকে নকৰে যেন বোধ হয়। তেওঁলোকৰ ল'ৰা, ডেকা, বুঢ়া, মতা-মাইকী সকলোৱে চাউলৰ গুৰিৰপৰা তৈয়াৰ কৰা এবিধ ঘকৰা মদ (চুঝেঁ) ভৈয়ামৰ সৰ্বসাধাৰণ অসমীয়া মানুহে চাহ খোৱাৰ দৰে খায়। ইয়াত কেইবা বিধো গাছ-গছনিৰ পাত-শিপা আদি লগ লগাই কৰা মছলা এবিধ দিয়া হয়। এই মদ দেউৰীসকলৰ বৰ প্ৰিয় বস্তু। তেওঁলোকে ইয়াক 'ভোকৰ ভাত পিয়াহৰ পানী' আখ্যা দিয়ে। তেওঁলোকে মদ খায় যদিও মাতাল হৈ নুফুৰে। তেওঁলোকৰ মাজত কিছুমান মানুহ বহুত বছৰলৈকে কৰ্মঠ হৈ জীয়াই থাকে। তাৰ গুৰিতে এই মদ বুলি তেওঁলোকৰ ধাৰণা। নেফা অঞ্চলৰ লোকসকলেও এনে ধৰণৰ মদ তৈয়াৰ কৰি খায়। এনেবোৰ মদত বিশেষজ্ঞসকলে খাদ্যপ্ৰাণ থকা বুলি মন্তব্য দিছে।

টেঙাপনীয়া খেলৰ মাজত দেউৰীসকলৰ একশ্ৰেণীৰ লোক আছে। তেওঁলোকে ছাগলীৰ মঙহ নেখায়। তেওঁলোকক 'বুৰুক' বোলা হয়। এই ফৈদৰ

বিষয়ে এটা আমোদজনক ইতিবৃত্ত আছে। অতীজতে তেওঁলোকে হেনো অমৰ আছিল। বহুত দিনলৈকে তেওঁলোকৰ কোনো মানুহ নমৰা হেতুকে তেওঁলোক ভোজ-ভাত খোৱাৰপৰা বঞ্চিত হৈছিল। আন আন ফৈদৰ মানুহ মৰে। আনবোৰে ভোজ-ভাত খাবলৈ পায়। তাকে দেখি তেওঁলোকবো ভোজ খাবলৈ হেপাহ জন্মাত এদিনাখন এটা ছাগলী মাৰি সেই ছাগলীটোক বংশৰ কোনো এজন মুখিয়াল মানুহ মৰিল বুলি কান্দি-কাটি শ্মশানলৈ নি থৰি দি আহেগৈ; তাৰ পিছত দহা আদি পাতি ধুম-ধামেৰে ভোজ-ভাত খালে। তেতিয়াৰপৰা ছাগলী তেওঁলোকৰ ককাদেউতা হ'ল। সেই কাৰণে তেওঁলোকে আজিও ছাগলীৰ মঙহ নেখায়।

শগুন দেউৰীসকলৰ মানত অপবিত্ৰ আৰু অমঙ্গলসূচক; সেয়েহে ঘৰত শগুন পৰিলে তেওঁলোকে পূজা দিব লাগে। ডিবঙীয়াসকলে চৌহদ আনকি খেতি-পথাৰতো কাউৰী, শগুন বা চুতীয়া শালিকাই বাঁহ সজাটো ভাল বুলি বিবেচনা নকৰে। তেওঁলোকে সেই চৰাইবোৰৰ পোৱালি ডাঙৰ হোৱাৰ পিছত উৰি যোৱাৰ লগে লগে শালিকা হলে কুকুৰাৰে আৰু কাউৰী, শগুন হলে গাহৰিৰে পূজা দিব লাগে। সাপ ঘৰৰ ভিতৰত সোমোৱা বা চাঙত উঠাটোও এটা অমঙ্গলৰ চিন।

সামূহিক পূজাৰ কাৰণে বুধবাৰটো দেউৰীসকলৰ শুভদিন। বিশেষ অসুবিধা হলে দেওবাৰেও পূজা দিব পাৰি। বছৰৰ ভিতৰত ব'হাগ শাওণ আৰু মাঘ এই তিনি মানত থানৰ পূজা হয়। ডিবঙীয়াসকলে কাতি মাহতো পূজা দিয়ে। গাঁৱৰ কাৰণে আৱশ্যকতা অনুভৱ কৰিলে আন মাহতো পূজা দিব পাৰে। কিন্তু পুহ আৰু চ'ত মাহত পূজা-পাতল একেবাৰে নহয়। আনকি বিয়া-বাৰুও এই দুই মাহত নিষিদ্ধ। ব'হাগ আৰু মাঘ মাহৰ পূজাই হৈছে আটাইতকৈ ডাঙৰ। ইয়াক ব'হাগ বিহু বা মাঘ মাহৰ পূজা বুলিবও পাৰি। ইয়াৰ উপৰিও শাওণ মাহত আহুধান কাটি চপাই অনাৰ পিছত আহু চাউল খোৱা উপলক্ষে থানত পূজা দিয়া হয়। তাক 'ন ভাতৰ পূজা' বোলে। শালিধান চপাই অনাৰ পিছতো ইষ্ট-কুটুমে মিলি এদিন একেলগে খোৱাৰ নিয়ম আছে; কিন্তু ইয়াক ঘৰতে পতা হয়।

দেউৰীসকলৰ বিহু উৎসৱৰ নিজস্ব নিয়ম আছে। ব'হাগৰ দিন নপৰিলে তেওঁলোকে বিহু নেপাতে। সংক্ৰান্তিৰ দিনাখন বুধবাৰ পৰিলে হলে পাতে। বিহু সাত দিন জুৰি পালন কৰা হয়। প্ৰথম দিনাখন থানত পূজা দিয়া হয়।



দ্বিতীয় দিনাখনৰ পৰা থানত হুচৰি আৰম্ভ কৰি ঘৰে ঘৰে গাই পিছৰ বৃহস্পতিবাৰে সকলো ঘৰ শেষ কৰি পুনৰ থানলৈ সকলো বাইজ আহে আৰু নৈত টঁকা, মাৰি আদি পেলাই দি বিহু উৰুৱায়। নৈৰ ওচৰত থকাসকলে গাঁৱৰ মূৰত আৰু নৈৰ ওচৰত নথকাসকলে আওচেৰীয়া (আওহতীয়া) ঠাইত বিহু উৰুৱায়। হুচৰি গাই বৃহস্পতিবাৰে শেষ কৰিব নোৱাৰিলে দেওবাৰলৈ থোৱা হয়। ডাঙৰ গাঁওবোৰত দুসপ্তাহ জুৰি বিহু চলে। মাঘ বিহুটোও পুহৰ দিনৰ ভিতৰত নেপাতে। ব'হাগ-বিহুৰ সময়ত থানৰ ভিতৰলৈ কোনো মানুহে ৰঙা আৰু ক'লা কাপোৰ পিন্ধি যাব নোৱাৰে। কাৰণ সেই সময়ত গোসাঁনীয়ে সেই কাপোৰ পিন্ধে বুলি ভবা হয়। ব'হাগ-বিহুৰ সময়ত দেওধনী (মিদ্দিগিৰা বা মিদ্দিগিবাচি) উঠা প্ৰথা আছে। এই দেওধনীৰ মাধ্যমেৰে নিজৰ নিজৰ দেৱতা বা দেৱীয়ে দেখা দি ৰাইজক সমাগত গোটেই বছৰৰ কাৰণে ভৱিষ্যৎবাণী কয়। দেউৰীসকলে এই বাণী সত্য বুলি বিশ্বাস কৰে।

কোনো পৰিয়ালত পূজা দিওঁতে দেওধাই বা আন অভিজ্ঞলোকে জোঙেৰে খুচি বা কাটি মৰা গাহৰিৰ কলিজা পৰীক্ষা কৰি পৰিয়ালটোৰ আৰু ৰাইজৰ ভাল-বেয়া আদি ভৱিষৎবাণী কোৱাৰ নিয়মো দেউৰী সম্প্ৰদায়ৰ মাজত চলি আছে। তেওঁলোকৰ আন এটা নিয়ম হৈছে, কোনোবাই কাৰোবাৰ কিবা অনিষ্ট কৰিলে আৰু কোনে অনিষ্ট কৰিছে নেজানিলে গোঁসাইৰ থানত বৰ-দেউৰীয়ে ৰাইজক লগত লৈ মন্ত্ৰ-মাতি বাইজৰ মত অনুযায়ী কিবা এটা হওক বুলি অভিশাপ দিয়ে আৰু তাৰপৰা দোষীৰ ঠিক তেনেকুৱাই শাস্তি হয় বুলি এতিয়াও তেওঁলোকে বিশ্বাস কৰি আছে।

## মৃতকৰ সৎকাৰ-পদ্ধতি

মানুহ মৰিলে দেউৰীয়ে সাধাৰণতে পোৰে। কেতিয়াবা অসুবিধা হলে পোতেও। মানুহ পোৰোঁতে সাত জাপ থৰি দিয়া নিয়ম। তাৰ উপৰিও যি ঘৰত মানুহ ঢুকায় সেই ঘৰলৈ তিনি দিনলৈকে গোটেই তিনি ৰাতি গাঁৱৰ মানুহবোৰ এচামৰ পিছত এচাম এনেকৈ আহি খেল-ধেমালি কৰি, ৰামায়ণ মহাভাৰত, কীৰ্তন আদি ধৰ্মপুথি পঢ়ি কটায়—যাতে জীৱটোৱে সেইবোৰ শুনি মুক্তি পায়। মৃতজনৰ গুণানুকীৰ্তন কৰি ঘৰৰ মানুহক শোক ত্যাগ কৰিবলৈ বুজনিও দিয়া হয়। বেমাৰ-আজাৰ হলেও মানুহবোৰ আহি তিনি-চাৰিদিনলৈকে পহৰা দিয়েহি। ডিবঙীয়াসকলে সাত দিনলৈকে ব্ৰত পালন কৰে।

"দেউৰীবিলাকে ষোল বছৰতকৈ বেছি বয়সৰ মানুহ মৰিলে খৰি দিয়ে। চিতা সাধাৰণতে সাত জাপ থাকিবে সাজে। পূজাৰী আৰু মাননীয়-বুঢ়া মৰিলে নজাপ দিয়াৰো নিয়ম। হাইজা বা আইন মাৰি-মৰকত মৰিলে মাটিত পুতি থয়; কিছু-দিনৰ পিছত মৰাশ উলিয়াই খৰি দিয়া নিয়মো আছে। চিতাৰ ওপৰত থোৱাৰ আগতে মৰাশটো চিতাৰ চাৰিওফালে সাতবাৰ প্ৰদক্ষিণ কৰায়; পুতেকে মুখাগ্নি কৰাৰ নিয়মো আছে। মৃত্যুৰ পূৰ্বেই মানুহটোক বাহিৰলৈ টনা আজোৰা কৰি দেউৰীবিলাকে ফুলিয়ায়। আগৰ দিনত মৰাশটো মৰিশালীলৈ নিয়াৰ আগতে ঘৰৰ চাৰিওফালে তিনিবাৰ প্ৰদক্ষিণ কৰাৰ দস্তুৰ আছিল বুলি বুঢ়াসকলৰ মুখে শুনিবলৈ পাওঁ। আজিকালি এই নিয়ম প্ৰচলিত নাই। ঘিউ, সৰিয়হ, তেল, চন্দন, সৰল আৰু আম খৰি শৱদাহৰ কাৰণে পবিত্ৰ বস্তু"।[১]

মৃতকৰ সৎকাৰ সম্বন্ধে গাঁৱৰ বয়োবৃদ্ধ লোকসকলৰপৰা এনে ধৰণৰ বিবৰণো পোৱা গৈছে: ঘৰৰ মানুহৰ ইচ্ছা হলে সৰু লৰা-ছোৱালীবো শৱদাহ কৰিব পাৰে। বসন্ত আৰু কলেৰাত মৃতসকলকহে পোৰা নহয়; পুতি থয়। ঘৰৰ মানুহৰ ইচ্ছা হলে মাংস আদি পচি যোৱাৰ পিছত জকাটো উলিয়াই দাহ কৰা হয়। কিন্তু যিজনে জকাটো স্পৰ্শ কৰে, তেওঁ গোঁসানী-শালত প্ৰায়শ্চিত্ত হৈহে চাওত উঠিব পাৰে। পূজাৰীৰ মৃত্যু হলে গোঁসানী-শালৰপৰা সমস্ত বাদ্যযন্ত্ৰ আৰু গাঁৱৰো সকলোবোৰ বাদ্যযন্ত্ৰ বজাই মতা-মাইকী সকলোৱে শোভাযাত্ৰা কৰি শৱটো শ্মশানলৈ লৈ যায়। প্ৰত্যেক মানুহে শ্মশানত কেঁচা খৰি গোটাই নিজৰ ঘৰৰ মানুহৰ নামত একোডালকৈ খৰি বাওঁহাতেৰে দিয়া এটা নিয়ম। সেই খৰিবোৰেৰে শৱটো নেদেখা হব লাগে। পূজাৰীৰ বাহিৰে আনৰ মৃত্যু হলে গাঁৱৰ বাদ্যযন্ত্ৰবোৰ নি মতা-মাইকী, ল'ৰা-ছোৱালী সকলো গৈ আগৰদৰে খৰি দিবগৈ। খৰিবোৰেৰে শৱটো ঢাকি দিয়া কাম শেষ হোৱাৰ পিছত সকলোৱে চিতাৰ ওচৰত সেৱা জনায়। তাৰ পিছত মাইকীবোৰ গুচি আহে। তাৰ পিছতহে অগ্নি সংযোগ হয়। সৰুৰ চিতাক ডাঙৰে সেৱা নকৰে। ঘৰৰ মানুহে ইচ্ছা কৰিলে শৱটোক আৰু বাইজে পূজাৰীক নতুন কাপোৰ (ধুতি-চোলা) পিন্ধাই দিব পাৰে; কিন্তু পোন আৰু বুটাম পিঠিৰ পিনেহে লগাব। পূজাৰীৰ মৃত্যু হলে ন জাপ খৰি দি নবাৰ চিতা প্ৰদক্ষিণ কৰা নিয়ম। তেওঁৰ তলৰ পদমৰ্য্যাদাৰ লোকৰ মৃত্যুত চিতাত সাত জাপ খৰি

(১) বসন্তকুমাৰ দেউৰী আৰু লীলাকান্ত দেউৰী: দেউৰীবিলাকৰ বিষয়ে দু আষাৰ: চেতনা ৬ষ্ঠ বছৰ ৮ম সংখ্যা, ১৮৪৬ শক, চ'ত



দি সাতবাৰ প্ৰদক্ষিণ কৰে আৰু তাতকৈ তলৰ ব্যক্তিৰ ক্ষেত্ৰত হলে পাঁচজাপ খৰি দি পাঁচবাৰ প্ৰদক্ষিণ কৰা হয়। মৰাশ লৈ যোৱা সময়ত শৱটো ভৰিৰ পিনে আগ কৰি নিয়ে। পোতা বা দাহ কৰাৰ পিছত দাহ কৰা লোকসকল পুনৰ মৃতজনৰ ঘৰলৈ যোৱা বাটেৰে উভতি আহিব। বাটৰ চিন ৰাখিবলৈ সেই কাৰণে শৱযাত্ৰাৰ সময়ত এজনে এৰ্ঁা-সূতা ছিঙি ছিঙি বাট নিৰ্দেশ কৰি যায়।

## বিয়া আৰু সম্বন্ধৰ বান্ধোন

বিয়া আৰু সম্বন্ধৰ ক্ষেত্ৰত দেউৰীসকল বৰ সচেতন। প্ৰত্যেক খেলৰ কিছুমান ফৈদ আছে। প্ৰত্যেক ফৈদৰ কিছুমান বিশেষ ফৈদৰ লগতহে বিয়া হব পাৰে। তাৰ উপৰিও শহুৰ-বোৱাৰী, ভাইশহুৰ-ভাইবোৱাৰী আদিৰ মাজত একপ্ৰকাৰ সম্মানৰ ভাৱ ৰক্ষিত হয়। বিয়াৰ ক্ষেত্ৰত এগৰাকী পত্নীহে বৈবাহিক সূত্ৰত গ্ৰহণ কৰিব পাৰি। প্ৰথম গৰাকীৰ মৃত্যুত অৱশ্যে আন এগৰাকীৰ সৈতেও বিয়া হব পাৰে। বিয়া-উৎসৱ নপতাকৈ ইচ্ছা কৰিলে কোনোবাই দুই তিনি গৰাকীও আনিব পাৰে। কিন্তু এগৰাকীৰ সৈতে বিয়া হোৱাই সচৰাচৰ নিয়ম। বিধৱাই ইচ্ছা কৰিলে আনলৈ যাব পাৰে; কিন্তু বিবাহ উৎসৱ পাতি বিয়া সোমাব নোৱাৰে। বিবাহ-বিচ্ছেদ সাধাৰণতে নঘটে। মানুহৰ অৱস্থা অনুযায়ী তিনিদিন বা দুদিন জুৰি নহলে এদিনতে বিবাহ উৎসৱ শেষ হয়। বিয়াঘৰৰ মানুহে বিয়াৰ কেইদিন ৰাইজক তামোল-পাণ, মদ-ভাত সকলোখিনিৰ যোগান ধৰিব লাগিব। তিনিদিনীয়া বিয়াক বৰবিয়া, দুদিনীয়াক মাজুবিয়া আৰু এদিনীয়াক সৰুবিয়া বোলা হয়। আগতে উল্লেখ কৰা 'চেতনা' কাকতত প্ৰকাশিত প্ৰবন্ধটোত দেউৰীসকলৰ বিয়া-বাৰু সম্পৰ্কে এইদৰে লিখা পোৱা গৈছে: দেউৰীবিলাকৰ একে বংশৰ ভিতৰত বিয়া হব নোৱাৰে। বিয়া সাধাৰণতে চাৰি প্ৰকাৰ—বৰবিয়া, সৰুবিয়া, ধৰম-বিয়া, তামোলকটা বিয়া। বৰবিয়া আৰু সৰু বিয়াত কন্যাৰ গিৰিহঁতে ইচ্ছা কৰিলে কন্যাৰ দাম লব পাৰে। ধৰম বিয়া আৰু তামোলকটা বিয়াত হলে দাম লোৱাৰ ভাৱ আহিবই নোৱাৰে। বৰবিয়া আৰু সৰুবিয়াত দৰাঘৰৰ, ধৰম আৰু তামোলকটাত কন্যাঘৰৰ খৰছ বেছি। তোলনী বিয়া দেউৰীবিলাকৰ নাই। বৰবিয়া, সৰুবিয়া আৰু ধৰমবিয়া ছোৱালীৰ কন্যাকাল হোৱাৰ পিছত হয়। তামোলকটা বিয়া পাতিবলৈ হলে ছোৱালী কন্যাকাল হোৱাৰ আগত

বাইজক চপাই (তামোল কাটি খুৱাই) আশীৰ্বাদ লব লাগে। দেউৰীবিলাকে বিয়াত যৌতুক দিয়ে।

## দেউৰী ভাষাৰ বৈশিষ্ট্য

আচাৰ-ব্যৱহাৰ, নীতি-নিয়মৰ বৈশিষ্ট্যৰ নিচিনা দেউৰীসকলৰ ভাষাৰো কিছুমান স্বকীয়া ৰূপ পৰিলক্ষিত হয়। বৰ্তমান সময়ত তেওঁলোকৰ ভাষাটো মাত্ৰ ডিবঙীয়া খেলৰ লোকৰ মাজতহে সীমিত হৈ আছে। তাতো অসমীয়া ভাষাৰ শব্দ বহুতো সোমাইছে; বিশেষকৈ অমূৰ্ত ভাব প্ৰকাশক (abstract) শব্দবোৰ। দেউৰী ভাষাটো বড়ো ভাষাৰ অন্তৰ্গত। গ্ৰিয়াৰ্ছনে এই ভাষাটোৰ সম্পৰ্কত লিখিছিল: বড়ো ভাষাবোৰৰ ভিতৰত আটাইতকৈ পূৰ্বদেশীয় ভাষা হৈছে চুতীয়া ভাষা। ই ক্ষিপ্ৰগতিৰে মৃত্যুৰ পিনে আগবাঢ়িছে। এই ভাষাটো চুতীয়াসকলৰ পুৰোহিত শ্ৰেণীৰ লোকসকলে কয়।......বড়ো ভাষাৰ অন্তৰ্গত আটাইবোৰ ভাষাৰ ভিতৰত, এই ভাষাটোৱে অতি প্ৰাচীন বৈশিষ্ট্যবোৰ সংৰক্ষণ কৰিছে যেন বোধ হয় আৰু ইয়েই মূল ভাষাৰ (য'ৰ পৰা আন আটাইবোৰৰ বিকাশ হৈছে) নিচেই ওচৰ চপা। বড়ো শাখাৰ ভাষাবোৰৰ ভিতৰত চুতীয়া আৰু কছাৰী এই দুটা ভাষাই দুটা সীমাৰ সঙ্কেত দিয়ে—এটা আটাইতকৈ কম বিকশিত আৰু এটা আটাইতকৈ বেছি বিকশিত।[১০] দেউৰী ভাষা কোৱা মানুহৰ বেছি ভাগেই দ্বিভাষী। ১৯৫১ চনৰ লোক-গণনা অনুযায়ী লখীমপুৰ জিলাৰ ৬,০২৮ জন দেউৰী ভাষা কোৱা লোকৰ ভিতৰত ৩,৭১৪ জনে আৰু শিৱসাগৰ জিলাৰ ৬৭৮ জনৰ ভিতৰত ৬৬৭ জনে দ্বিতীয় ভাষা অসমীয়া কয়। ধ্বনিতত্ত্বৰ পিনৰপৰা চালে ভাষাটোত সাতোটা স্বৰধ্বনি, ওঠৰটা ব্যঞ্জন ধ্বনি আৰু দুটা অৰ্দ্ধস্বৰ ধ্বনিৰ (semi-vowel) ধ্বনিমূল (phoneme) পোৱা যায়। মহাপ্ৰাণ ধ্বনিৰ অনুপস্থিতি ভাষাটোৰ এটি মন কৰিবলগীয়া বৈশিষ্ট্য। ভাষাটোত অনুনাসিকতা আৰু স্বৰবৈশিষ্ট্য (tone) আছে। ৰূপতত্ত্বৰ ক্ষেত্ৰত বিশেষ কেইটামান লক্ষণৰ ভিতৰত বৰ্তমান কালৰ দুটা ৰূপ, তাৎকালিক বৰ্তমান আৰু নিত্যবৃত্ত বৰ্তমান (immediate and habitual present), সৰ্বনামৰ ভিতৰত তুচ্ছ আৰু মান্যাৰ্থৰ অভেদত্ব আদি চকুত পৰে।

দেউৰীসকলৰ নিচিনা অসমৰ চুকে-কোণে, পৰ্বতে-ভৈয়ামে সিঁচৰতি হৈ থকা জনজাতিসকলৰ জীৱন, ভাষা আৰু উপভাষাবোৰৰ আলোচনা আৰু বিজ্ঞানসম্মত অধ্যয়ন অসমীয়া সংস্কৃতিৰ পুনৰ গঠনৰ প্ৰধান পদক্ষেপ।

(১০) Linguistic Survey of India, Vol. I, Part I, ch VI, p. 64.

# দুই
# দেউৰীসকলৰ অতীত আৰু বৰ্তমান

শ্ৰীগণকচন্দ্ৰ দেউৰী

দেউৰীসকলৰ মাজত প্ৰচলিত প্ৰবাদৰ মতে তেওঁলোক হিমগিৰি পৰ্বতৰ পৰাই আহি অসমৰ উত্তৰ কোণত বসবাস কৰে বুলি জনা যায়; এই পৰ্বত হিমালয়েই হব লাগিব। অসমৰ উত্তৰ কোণ বা সদিয়াৰ দাঁতি কাষৰীয়া ঠাইত দেউৰীসকলে গোসানীলৈ পূজা-পাতল দি বহুত বছৰ কাল কটাই আহিছে। এই পূজাত ম'হ, ছাগলী, হাঁহ-পাৰ, কুকুৰা আদি বলি দিছিল। তেওঁলোকৰ পোহনীয়া জন্তু আছিল ম'হ, গৰু, কুকুৰা, গাহৰি, হাঁহ-পাৰ, ছাগলী আদিয়েই প্ৰধানকৈ।

দেউৰীসকলে এনে অৱস্থাত থাকোঁতে, চুতীয়াসকল উত্তৰ পশ্চিম কোণেদি আহি অসমত সোমায়। দেউৰীসকলৰ পূজা-পাতলৰ কাম দেখি চুতীয়া ৰজায়ো বিশ্বাস কৰিছিল। গতিকে তেওঁলোকক ৰজাই পুৰোহিত হিচাবেই ব্যৱহাৰ কৰে। আন হাতেদি গোঁসাই শালৰ অধিকাৰ থকা বুলি ৰজাই নিজ ইচ্ছামতে তামৰ ফলিত সবিশেষ লিখিতভাৱে দিছিল। এই জাতিটোৰ সংখ্যা নিচেই কম আছিল।

চুতীয়াসকলে এনেদৰে উত্তৰ-পশ্চিম কোণত থকা অৱস্থাতেই ব্ৰহ্মদেশৰপৰা ত্ৰয়োদশ শতিকাৰ আগভাগতে চুকাফাৰ নেতৃত্বত আহোম নামে পিছত জনাজাত টাইসকলৰ ঠাল এটি আহি অসমৰ পূব কোণেদি সোমাই ৰাজ্য জয় কৰি বাস কৰে।

আহোম নামে খ্যাত হৈ পৰা এই টাই লোকসকল সাহসী আৰু বলী আছিল। চুতীয়াসকলক তেওঁলোকৰ অধীনত ৰাখিবৰ কাৰণে, মাজে সময়ে যুদ্ধ-বিগ্ৰহো কৰিছিল। যুদ্ধত চুতীয়াসকল দুৰ্বল হৈ পৰিছিল। দুৰ্বল হৈছিল যদিও তেওঁলোকে সুবিধা পালেই দল গঠন কৰি আহোমসকলৰ ওপৰত উপদ্ৰৱ কৰিছিল। আহোম ৰজাই উপায় চিন্তা কৰি, যাতে পুনৰ তেওঁলোকে দলগঠনৰ সুবিধা নেপায়

তাৰ কাৰণে, তেওঁলোকক অন্তৰে অন্তৰে ৰাখি কাম-কাজৰ পদ দিয়া হয়, আৰু লগতে চুতীয়াৰ সৈতে বিয়া-বাৰুও প্ৰচলন কৰে।

নিতাই আৰু সাধনীৰ ৰাজত্বকালতে আহোম ৰজাৰ চুহুংমুঙে চুতীয়া ৰাজ্য জয় কৰি লয়। দেউৰীসকলে সেইসময়তো গোঁসানীৰ পূজা-পাতলৰ কাম কৰিয়েই আছিল। গতিকে আহোম ৰজায়ো বিশ্বাস কৰি তেওঁলোকক পূজা-পাতলৰ কামত সুবিধা দি পুৰোহিত হিচাবেই ব্যৱহাৰ কৰি ৰাখে।

যেতিয়া গদাধৰ সিংহই ৰাজত্ব কৰিছিল, তেতিয়াৰ কালতো স্বৰ্গদেৱে দেউৰীসকলক বৰ বিশ্বাস কৰিছিল। আনকি দেউৰীসকলৰ যি পৈতৃক সম্পত্তি আছিল, সেইসকলো অন্য ৰজাৰ আক্ৰমণৰ ভয়ত স্বৰ্গদেৱৰ ৰাজভঁৰালত থৈছিল। এনেদৰে মিলা-প্ৰীতিৰ ওপৰতে বহুতদিন দেউৰীসকলে ৰজাৰ লগত আদানপ্ৰদান কৰিছিল।

সৰ্বশেষত গদাধৰ ৰজা প্ৰেমমূলক দোষত পৰে। এই দোষটো দেউৰীসকলে ৰজাক মোচন কৰি দিব নোৱাৰৰ ফলতে তেওঁলোকক চিৰকালৰ কাৰণে ৰজাই এৰি দিয়ে। আনহাতেদি ৰজাৰ দোষ মোচন কৰি দিয়া এজনক, ৰজাই নগোঁসাই উপাধি দিয়ে। লগতে সা-সম্পত্তি মাটি-বাৰীও দিয়ে। এই সম্পত্তি-বোৰ ৰজাই নগোঁসাইক দিওঁতে দেউৰীসকলৰ যিমানবোৰ বয়-বস্তু ৰাজভঁৰালত আছিল, মনৰ খঙতে ৰজাই সেই সকলোবোৰ বস্তু নগোঁসাইক দি দিয়ে বুলি তেওঁলোকৰ মাজত বৰ্তমানেও কোৱা শুনো। এই বয়-বস্তুৰ ভিতৰত উল্লেখ-যোগ্য আছিল চুতীয়া ৰজাই দিয়া তামৰ ফলিখনেই।

যিদিনাৰেপৰা গদাধৰ সিংহ ৰজাই দেউৰীসকলক এৰি দিয়ে, সেইদিনাৰে পৰা তেওঁলোকে গাইগুটীয়া হিচাবে স্বাধীনচেতীয়াকৈ থাকিবলৈ ললে। গোঁসানী শালৰ পূজা-পাতলৰ বাদেও তেওঁলোকে বাৰমাহত তেৰটা খেতি কৰি জীৱিকা নিৰ্বাহ কৰাকেই প্ৰধান কাম বুলি ধৰি ললে। এনে একাণপতীয়াকৈ খেতি পথাৰ কৰি থকাৰ হেতুকে তেওঁলোকে ৰাজ-অনুষ্ঠানমূলক চাকৰি-বাকৰি কামবোৰত হাত দিবলৈ চেষ্টা নকৰিছিল। গতিকে তেওঁলোক অতীতৰপৰাই সাধাৰণ শিক্ষাত পিছ পৰি অহাটো স্বভাৱিক।

চিম চাহাবে যেতিয়া লক্ষীমপুৰ জিলাৰ চিচিমৌজাৰ ভিতৰত চিচি নদীৰ কাষত কাঠফলা কলঘৰ বহুৱাই দিছিল, তেতিয়া দেউৰীসকলক কৈছিল যে, 'আসাম মানুহ চৰভি চাকৰি কৰিছে, তোমালেকে কিয় নাই কৰিছে?' তেতিয়া দেউৰীসকলে তাৰ উত্তৰস্বৰূপে কৈছিল, 'নাই হুজুৰ! আমাৰ মানুহে



চাকৰি নাই কৰে। খেতি পথাৰ কৰি ভাল লাগে। আমিলোক চাকৰি কৰা মানুহ নাই আছে।'

তেওঁলোকে কিছুবছৰ গাইগুটীয়াকৈ থকাৰ পিছতে তেওঁলোকৰ জনসংখ্যা ক্ৰমাৎ বৃদ্ধি হবলৈ ধৰে। গতিকে খেতি-বাতিৰ উপযোগী মাটি-বাৰী বিচাৰি সদিয়া অঞ্চলৰে চাৰি ঠাইত থাকিবলৈ লয়। নতুন বসতি স্থাপন কৰাৰ লগে লগে গোঁসানী শালকো চাৰি ভাগত বিভক্ত কৰা হয়—(১) গিৰা-গিৰাচি; (২) বলিয়া বাবা; (৩) কেঁচাইখাতী; (৪) পাতৰ শাল।

দেউৰীসকলে নিজেকে পুৰোহিত জাতি বা পূজাৰী জাতি বুলি আজিও বিশ্বাস কৰে। ওপৰত উল্লেখ কৰা হৈছে অহা চাৰিখন গোঁসানী শালৰ লগতে দেউৰীসকলৰ মাজতো ঠাইৰ নাম অনুসাৰে চাৰিটা ভাগেৰে জনাজাত হয়।

(১) ডিবঙীয়া :—ডিবং নৈৰ পাৰত বাসকৰা।

(২) টেঙাপনীয়া :—টেঙাপানী নৈৰ পাৰত বাসকৰা।

(৩) বৰগঞা :—বৰনৈৰ পাৰত বাসকৰা।

(৪) পাতৰগঞা :—যি সকলে পাতৰ শালত পূজা কৰে।

দেউৰীসকলৰ আদি দেৱ-দেৱী গিৰা-গিৰাচি অৰ্থাৎ হিন্দু ধৰ্মশাস্ত্ৰমতে হৰ-পাৰ্বতী আৰু গিৰা-গিৰাচি একেই। এই গিৰা-গিৰাচিৰ পুতেক পিচা দেমা বা বলিয়াবাবা, এজনী জীয়েক পিচেচী দেমা বা কেঁচাইখাতী। (১) ডিবঙীয়াসকলে গিৰা-গিৰাচিক পূজা কৰে। (২) টেঙাপনীয়াসকলে বলিয়াবাবাক পূজা দিয়ে। (৩) বৰগঞাসকলে কেঁচাইখাতীক পূজা দিয়ে। (৪) পাতৰ গঞাসকলে পাতৰ শালক পূজা কৰে। প্ৰবাদৰ মতে দেউৰীসকলে, যেতিয়া প্ৰথম গোঁসানী শাল পাতিবৰ কাৰণে খৰি-পাত গোটাই ফুৰিছিল, তেতিয়া হঠাৎ কিবা কাৰণত সেই ভাগতে এৰি আহিব লগা হয় আৰু সেইবোৰ বস্তু গোঁসানীৰ নামত এৰি অহাৰ কাৰণে সিও এটা শাল হৈ পৰিল।

এনেদৰে দেউৰীসকলে সদিয়া ৰাজ্যত থকা অৱস্থাতে, পাৰ্বত্য অন্য জাতিৰ আক্ৰমণত তেওঁলোকে সদিয়াৰপৰা একে বাতিৰ ভিতৰতে ভটিয়াই আহিব লগা হয়। অহাসময়তে তেওঁলোক ব্ৰহ্মপুত্ৰ বা চিৰিলুইতৰ বুকুতে চাৰিখন নাৱঁনাও বান্ধি আহে। অহাসময়তে দুখন নাও হঠাৎ কেনেবাকৈ ছিগি পৰে। সেই ছিগি পৰা নাও দুখনৰ মানুহ আজিলৈকে বিচাৰি পোৱা নাই বুলি তেওঁ-লোকৰ মাজত সন্দেহ।

আমাৰ বিশ্বাস ছিগিপৰা নাও দুখনৰ মানুহৰ ব্ৰহ্মপুত্ৰৰ বুকুতে সলিল সমাধি

ঘটে। নতুবা সেইসকল দেউৰী অসমৰ ভিতৰতে অগাপিছাকৈ আহি অন্যান্য সম্প্ৰদায়ৰ লগত সম্পূৰ্ণকৈ মিলি গৈছে। যদি সেয়ে নহয়, তেতিয়া হলে এই ঘটনা ঘটে তিব্বতৰপৰা পদ-যাত্ৰা কৰা সময়তে।

দেউৰীসকলে ভটিয়াই আহি পোন প্ৰথমতে লখীমপুৰ জিলা আৰু শিৱসাগৰ জিলাৰ ভিতৰতে বসবাস আৰম্ভ কৰে। বিশেষ উল্লেখযোগ্য এই যে, বৰগঞা আৰু টেঙাপনীয়াসকলে অন্যান্য অসমীয়াসকলৰ লগত মিলিবলৈ চেষ্টা কৰাৰ ফলত, নিজৰ দেউৰীৰ মাতৃভাষাটো একেবাৰে এৰি দিয়ে। গতিকে বৰ্তমানে টেঙাপনীয়া আৰু বৰগঞা এই দুই খেলৰ মাজত দেউৰীৰ নিজৰ মাতৃভাষা নাই। ভাষা নেজানে যদিও পূজা-পাতলৰ সময়ত নিজৰ মাতৃভাষাৰেই মুখস্থ হিচাবে শ্লোক মাতি পূজাৰ কাম সমাধান কৰে।

আদিতে দেউৰীসকলৰ মাজত সাতোটা বংশ বা খেল আছিল। বৰ্তমানে কিছু বেছি পোৱা যায়। ইয়াৰ কাৰণ হল, অসমীয়াৰ মাজৰ আন আন কিছুমান সম্প্ৰদায়কো দেউৰীসকলে নিজৰ জাতিলৈ তুলি ললে। বৰ্তমানে সেইসকলো, তেওঁলোকৰ মাজতে এটা বংশ বা খেলৰ নাম লৈ গঞা-জাতি হিচাবে একেবাৰে মিলি পৰিল।

গোঁসাইশাল চলাবৰ কাৰণে দেউৰীসকলৰ ভিতৰত নজনকৈ বিষয়া থাকে। এই নজনৰ ভিতৰত চাৰিজনেই প্ৰধান—(১) বৰ দেউৰী, (২) সৰু দেউৰী, (৩) বৰ ভঁৰালী, (৪) সৰু ভঁৰালী। তেওঁলোকৰ সাতোটা বংশৰ ভিতৰত বৰদেউৰী বা ব-দেৱী বংশটোৱেই শ্ৰেষ্ঠ বুলি বিবেচনা কৰে।

গতিকে ব-দেৱী বংশৰপৰাই বৰদেউৰীক ৰাইজে বা তেওঁলোকৰ দেওধনীয়ে নিৰ্বাচন কৰি লয়। দেউৰীসকলৰ প্ৰত্যেক গোঁসানীশালতে দেওধনি থকাটো স্বাভাৱিক। এই দেওধনীবোৰে তেওঁলোকৰ ভূত-ভৱিষ্যতৰ কথা জনাই থাকে মাজে সময়ে। বাকী দেউৰীসকলকো এনেদৰেই বাছি লোৱা হয়। এই বাৰবোৰৰ কাৰণে মানুহ কেইজন একেবাৰে নিৰ্ঘুণ হব লাগিব। এই দেউৰীসকলক গাঁৱৰ ৰাইজে বৰ সন্মানিত হিচাবে গণ্য কৰে। পূজা-পাতলৰ বেলাত বৰদেউৰী অনুপস্থিত থাকিলে সৰুদেউৰীয়েই কাম চলাব পাৰে। সমাজৰ মঙ্গল চিন্তা কৰাই তেওঁলোকৰ মূখ্য উদ্দেশ্য। তাৰ অন্যথা কৰাজনক স্থানৰপৰা বহিষ্কৃত কৰা অধিকাৰ ৰাইজৰ আছে। কিন্তু সাধাৰণতে এনে অৱস্থা হবলৈ নেপায়।

দেউৰীসকলৰ প্ৰধান উৎসৱ তিনিটা—কাতিবিহু, মাঘবিহু আৰু ব'হাগ বিহু। এই তিনিটা উৎসৱৰ পূজাৰ বাহিৰেও গোসানি শালত দুমাহমানৰ মূৰে মূৰে একোটাকৈ পূজা দিয়া হয়। এই পূজাবোৰত সাধাৰণতে ছাগলী, হাঁহ-পাৰ-কুকুৰাকে প্ৰধান বলিৰূপে দিয়া হয়। বহাগৰ দিন সোমোৱাৰ লগে লগে যেই কোনো বুধবাৰে পূজা দি বৃহস্পতিবাৰে বিহু পতা হয়। মাঘৰ বিহুতো সেই একেই। এই বিহু আমাৰ অসমীয়া ককাইসকলৰ লগতেই যে পাতিব লাগিব এনে ধৰাবন্ধা নীতি নাই। গাঁৱৰ ৰাইজৰ সমালোচনাৰ সিদ্ধান্ত মতেহে দেউৰীসকলৰ বিহু পতা হয়। সকলো সমজুৱা কামবোৰ এনেদৰেই তেওঁলোকৰ মাজত সমাধান কৰে।



গোসানী শালৰ পূজাৰ বাহিৰেও তেওঁলোকৰ ঘৰুৱা পূজা-পাতল দিয়াৰ নিয়ম আছে। দেৱতাসকলৰ নাম তলত উল্লেখ কৰা হল :—

১। বঁকন মঁক = ভকত চাউল দিয়া হয়।
২। মিকচী = লক্ষ্মী দেৱীৰূপে পূজা দিয়ে।
৩। কিন = ঘৰৰ পাছফালে কুকুৰা কাটি পূজা দিয়ে।
৪। দুৰা-চিতেৰে = পথাৰত বা ঘৰৰ পাছ ফালে কুকুৰা দি পূজা কৰে।
৫। বুঢ়া-ডাঙৰীয়া = হাবিত কুকুৰাৰে পূজা দিয়ে।
৬। মৰা = সাধাৰণতে নৈৰ কাষত গাহৰি-কুকুৰা দি পূজা কৰে।
৭। ছাক্‌চিক্ = কুকুৰা এটা মাৰি সাতবংশ গোটাই লৈ ঘৰখন শুচি কৰা হয়।
৮। আচিৰা = পথাৰত বা ঘৰৰ পিছফালে গাহৰি কুকুৰা দি পূজা কৰে।
৯। চাঁ-য়াঁ = চন্দ্ৰ-সূৰ্য্য দেৱতাক পূজা কৰে।
১০। য়াঁ-তেৰ্‌বা = ঘৰৰ ডাঙৰ অমঙ্গলবোৰ দূৰ কৰা এক দেৱতা।
১১। ঘৰৰ দেও = ঘৰতে হাঁহ বা কুকুৰা দি পূজা কৰে।
১২। জিয় মিদি = পানীৰ দেৱতা ; হাঁহ দি নদীৰ পাৰত পূজা কৰে।
১৩। মকছিৰা = ন চাউলৰ পূজা ঘৰতেই কৰে। ...ইত্যাদি

এইবোৰৰ বাহিৰেও আই কাম, দহা, বিয়াৰ কাম কৰা হয়। এনেদৰে ঘৰুৱা পূজাবোৰত নজন দেউৰীৰ অনুপস্থিতিত গাঁৱৰ দেওধাইসকলে ওপৰোক্ত উল্লেখিত পূজাৰ কাম কৰিব পৰে।

দেউৰীসকলে চাউলৰে তৈয়াৰ কৰা এবিধ চুৰেে নামৰ মদ খায়। অৱস্থাপন্ন হোৱা নোহোৱা সকলোৰে মাজত এই চুৰেৰ লোভ সামৰিব পৰা জনসংখ্যা নিচেই কম ; পুৰা-গধূলি পানীৰ দৰেই ব্যৱহাৰ কৰিব পৰা অভ্যাস তেওঁলোকৰ মাজত

আছে। গোসামী শালত পূজা কৰা সময়ত এই মদ ব্যৱহাৰ কৰা নিষেধ। পূজা-পাতল শেষ হোৱাৰ পিছত পূজাৰীসকলে মন্ত্ৰ পাঠ কৰা সময়তহে মদৰ আৱশ্যক হয়। কোনো কোনো দেৱতাৰ কাম কৰোতে মদ নহলে মন্ত্ৰ পাঠ কৰিব নোৱাৰা নীতি তেওঁলোকৰ মাজত আছে। পূজা-পাতলৰ বস্তুবোৰ ৰান্ধি বাঢ়ি খাবৰ কাৰণে, গোসানী শালৰ বাহিৰত এটা বাহিঘৰ সজা থাকে। পূজাৰীসকলৰ বাদেও গাঁৱৰ ৰাইজৰ (তিৰোতাসকলৰ বাদে) বাকী সকলোৱে ভোজনত মিলা-প্ৰীতিৰেই যোগদান দিয়ে। নজন দেউৰীয়ে নীতি অনুসাৰে মাংসৰ মান ভাগ পায়। গোসানী শালৰ ভিতৰত গাহৰি পূজা দিয়াৰ নিয়ম নাই যদিও বাহিৰত দিয়াৰ নীতি আছে।

দেউৰীসকলৰ ঘৰবোৰ সাধাৰণতে গোটা কাঠ, গোটা বাঁহেৰে পূব-পশ্চিম মুৱাকৈ এক সৰল ৰেখাত চাংঘৰৰূপে সজা হয়। দীঘলীয়া যদিও ভিতৰত কোঠা কোঠাকৈ বেৰ দিয়া বেছ শৃঙ্খলাবদ্ধ। আৱশ্যক অনুপাতে প্ৰত্যেক কোঠাতেই মাটি তুলি তিপায়শাল সাজি জুই ধৰাৰ সুবিধা আছে। ঘৰৰ আগফালে মাত্ৰ এখনহে দুৱাৰ থাকে। ৰান্ধনী শালটো একেবাৰে ঘৰৰ সিমূৰত থাকে। দীঘলীয়া ঘৰবোৰত ৰান্ধনী কোঠাটোৰ পেটত এখন বাহি দুৱাৰ কৰি লোৱা দেখিবলৈ পোৱা যায়, এই দুৱৰেদি নিজৰ ঘৰৰ বাহিৰে অন্য মানুহৰ অহা-যোৱা কৰা নিষেধ। খোৱাৰ সময়ত ঘৰৰ মূৰব্বীজনৰ কোঠাতেই সকলোৱে মিলিজুলি ভাত-পানী খায়।

তেওঁলোকৰ ভিতৰত যৌথ বা সমূহীয়া পৰিয়াল প্ৰথাটো বেছি। কৃষিজীৱী দেউৰীসকলৰ পক্ষে এই প্ৰথাটো সুবিধাজনক। শ্ৰম বিভাজন নীতিৰ পৰিয়াল আৱশ্যকীয় কাম-বন চলোৱাত সুবিধা হয়। সাধাৰণতে ঘৰৰ বয়সিয়াল মানুহজনে মূৰব্বী হিচাবে পৰিয়ালৰ শাসন তথা পালন কাৰ্য্য সুচৰুৰূপে সমাধান কৰে। তেওঁলোকৰ পুৰুষ আৰু নাৰী সমানেই পৰিশ্ৰমী। পুৰুষসকলে বাহিৰৰ আৰু তিৰোতাসকলে ভিতৰৰ যাবতীয় কাম-বন পৰিচালনা কৰে। খেতি পথাৰৰ ক্ষেত্ৰত নাৰীয়ে ধান দোৱাৰপৰা আৰম্ভ কৰি কঢ়িয়াই অনালৈকে পুৰুষক সহায় কৰে।

দেউৰীসকলৰ নাৰী সমাজৰ সাধাৰণ শিক্ষা কম যদিও ঘৰুৱা কলা-কৃষ্টিমূলক কাম-বনবোৰত তেওঁলোক সকলোৰেপৰা পাকৈত। ওপৰত উল্লিখিয়াই অহা কামৰ উপৰিও ঘৰৰ মূঢ়া বনোৱাৰ পৰা আৰম্ভ কৰি, খৰি-পাত অনালৈকে আটাইবোৰ কাম কৰে। তিৰোতাসকল স্বভাৱজাত শিপিনী। পূৰ্বতে



তেওঁলোকে কপাহৰ খেতি কৰি সূতা কাটি কাপোৰ বৈছিল। আজিকালি কলৰ সস্তীয়া সূতা ওলোৱাৰপৰা কপাহৰ সূতা কাটি কাপোৰ বোৱা প্ৰথাটো কিছু কমিছে। বৰ্তমানেও প্ৰত্যেক দেউৰীৰ ঘৰতে কপাহৰ বৰকাপোৰ দেখিবলৈ পোৱা যায়। এড়ি-মুগাৰ সূতা কাটি কাপোৰ বোৱাত দেউৰীসকলৰ বৈশিষ্ট্য আছে। পুৰুষ-তিৰোতা উভয়ে ব্যৱহাৰ কৰা কাপোৰ সাধাৰণতে ঘৰৰ শিপিনীবোৰেই তৈয়াৰ কৰে।

দেউৰীসকলৰ ভিতৰত বিয়া-বাৰু হৰ পৰা খেলৰ ভাগ অতীতৰপৰাই চলি আহিছে। আদি যুগৰ নীতিবোৰকেই কেন্দ্ৰ কৰি বিয়াৰ আদান-প্ৰদান কৰে। তেওঁলোকৰ বিয়াৰ নাম চাৰি বিধ:—(১) বৰ বিয়া, (২) আকৰী বিয়া, (৩) সৰু বিয়া, (৪) চোৰ বিয়া। প্ৰত্যেক বিয়াই সমাজ-স্বীকৃত যদিও কিছুমান ক্ষেত্ৰত অমিল আছে। বিষয়া দেউৰী-ভঁৰালীসকলে নীতিনিয়মেৰে সকলো বিয়া পাতি দিয়ে। তেওঁলোকৰ মাজত কোনোজনে বাছ-বিচাৰ নোলোৱাকৈ বিয়া পাতিব নোৱাৰে। যদি কৰে সমাজৰপৰা তেওঁক বহিষ্কৃত কৰিব পৰা অধিকাৰ ৰাইজৰ আছে।

দেউৰীসকল সদিয়াৰপৰা অহাৰ পিছত ডিবঙীয়াসকলে পোনপ্ৰথমে লখীমপুৰ জিলাৰ ছিৰাম নামে ঠাইত বসতি কৰে। বৰগঞা আৰু টেঙাপনীয়াসকলে শিৱসাগৰ জিলাৰ পানীদিহিং মৌজাৰ বৰনৈৰ কাষত বসবাস কৰে। এনেদৰে তেওঁলোক কিছুদিন থকাৰ পিছত ক্ৰমান্বয়ে জনসংখ্যা বৃদ্ধি হৈ অহাৰ ফলত নতুন সাৰুৱা মাটি-বাৰী অনুসন্ধান কৰিবলৈ বাধ্যত পৰে। গতিকে দেউৰীসকলৰ ভিতৰত বৰ্তমানে কেইবাখনো গাঁও হৈ পৰিল:—

(ক) লখীমপুৰ জিলাৰ ভিতৰত থকা

ডিবঙীয়া:—

১। ছিৰাম দেউৰী গাঁও; ২। তেমেৰা দেউৰী গাঁও; ৩। বালিগাওঁ দেউৰী গাঁও; ৪। ডিক্ৰং বৰদেউৰী গাঁও; ৫। কাছিকটা দেউৰী গাঁও; ৬। কিনা পথাৰ দেউৰী গাঁও; ৭। পিচলা-দেউৰী গাঁও। ৮। টুনীডাল দেউৰী গাঁও; ৯। বাঁহগড়া দেউৰী গাঁও; ১০। চিচি কলঘৰ দেউৰী গাঁও; ১১। কঁপঘুলি দেউৰী গাঁও; ১২। গাই দেউৰী গাঁও; ১৩। চিৰি পানী দেউৰী গাঁও; ১৪। বৰৰাম দেউৰী গাঁও; ১৫। ছেনৌয়া দেউৰী গাঁও; ১৬। মিনমাং দেউৰী গাঁও; ১৭। ফুলবাৰী দেউৰী গাঁও।

ববগঞা :—

১৮। কঁপঘুলি ববগঞা দেউৰী গাঁও।

টেঙাপনীয়া :—১৯। কলোলোৱা দেউৰী গাঁও; ২০। ৰম্যপুৰ দেউৰী গাঁও; ২১। উদয়পুৰ দেউৰী গাঁও; ২২। মধুপুৰ দেউৰী গাঁও।

(খ) শিৱসাগৰ জিলাৰ ভিতৰত থকা

ববগঞা :—২৩। ববগঞা দেউৰী গাঁও; ২৪। বাঙলী দেউৰী গাঁও।

টেঙাপনীয়া :—

২৫। টেঙাপানী দেউৰী গাঁও; ২৬। ঘেল-ঘেলী দেউৰী গাঁও।

ডিবঙীয়া :—২৭। যোৰহাট ওপৰ দেউৰী গাঁও; ২৮। নাম দেউৰী গাঁও।

(গ) দৰং জিলাৰ ভিতৰত থকা

ডিবঙীয়া :—২৯। শান্তিপুৰ দেউৰী গাঁও।

(ঘ) শদিয়া জিলাৰ ভিতৰত থকা

ডিবঙীয়া :—৩০। বুঢ়া-বুঢ়ী দেউৰী গাঁও।

ববগঞা :—৩১। চুণপুৰ দেউৰী গাঁও।

টেঙাপনীয়া :—৩২। মহাদেৱপুৰ দেউৰী গাঁও।

দেউৰীসকলৰ পৰিয়ালৰ ভিতৰত যি কোনো এজনৰ মৃত্যু হলে গাঁৱৰ বংশ-পৰিয়ালৰ বাদেও অন্যান্য গাঁৱত থকা বংশ-পৰিয়ালসকলেও খবৰ পোৱা মাত্ৰকে তিনিদিনলৈকে ব্ৰত কৰা নীতি তেওঁলোমৰ মাজত আছে। বতৰৰ সুবিধা হলে বয়সিয়াল লোকক সাত আৰু পাঁচ জাপ খৰি দি পুৰি ছাইখিনি পুতি পেলোৱাৰ নিয়ম-প্ৰণালী আছে। সেই অনুপাতে দহা-কাজো কৰা হয়। মৃত্যু হোৱা মানুহজনক মাহ-হালধি ঘঁহা হয়, চন্দন আদিও লগত দিয়ে। মানুহজনক বুঢ়া হলে ঘৰৰ সকলোবোৰে মৰাৰ সময়ত সেৱা কৰে। তেওঁলোকৰ মাজত মৰিব লগীয়াজনক ঘৰৰ ভিতৰতে মৃত্যু হবলৈ দিয়ে। মৰাৰ লগে লগে মুখত পইচা ভৰাই দিয়া হয়। পুতিবলৈ যোৱা মানুহবোৰ গাঁৱলৈ উলটি অহা মাত্ৰকে শান্তিজল লবলৈ দিয়া প্ৰণালীও তেওঁলোকৰ মাজত আছে। দহা-কাজ কৰা সময়ত দেউৰী-ভঁৰালীসকলৰ বিশেষ আৱশ্যক হয়। তেওঁলোক নহলে



দহা-কাজ কৰিব নোৱাৰে। দহা-কাজৰ সময়ত গৃহস্থই বহুত মূল্যৱান বস্তু দান কৰে। এই দান কৰা বস্তুবোৰ বাইজে অন্য সম্প্ৰদায়ৰ মাজত সস্তা দামত বিক্ৰী কৰি যি টকা পইচা পায়, সকলোবোৰ বাইজৰ জমা-ঘৰত ৰাখে।

তেওঁলোকৰ মাজত বৰজনা আৰু বোৱাৰী বিচাৰৰ নিয়ম আছে। ভায়েকৰ বোৱাৰীয়ে ককায়েকৰ কোঠাত সোমাব নেপায়। আনকি বোৱাৰীৰ যৌতুকত অনা কাঁহী-বাতিবোৰতো গিৰীয়েকৰ ককায়েকে খাব নেপোৱাৰ নীতি-নিয়ম আজিও প্ৰচলিত আছে। তেওঁলোকৰ মাজত ই এটা সম্মানৰেই নীতি। এনেদৰেই দেউৰী জাতিৰ দৈনন্দিন জীৱনবোৰ অতিবাহিত হয়।

# দোৱনীয়া

শ্রীসৰ্বানন্দ ৰাজকুমাৰ

## বসতি

'দোৱনীয়া' নামে প্ৰকৃততে কোনো পৃথক জাতি বা সম্প্ৰদায় নাই। দোৱনীয়াবিলাক অসমীয়া জাতিৰ বিভিন্ন সম্প্ৰদায়ৰ দ্বাৰা গঠিত এটি সম্প্ৰদায় বা জাতি। তেওঁলোক নিজৰ ঘৰতে অতিথি, নহলে তেওঁলোক অসমীয়া হৈও অসমতে এটি পৃথক জনজাতি বুলি পৰিগণিত নহলহেঁতেন। ডিব্ৰুগড় মহকুমাৰ মাৰ্ঘেৰিটা অঞ্চলৰ ভিতৰত বাস কৰে। (১) দুৱাৰ মৰা, (২) এনঠেম্, (৩) মুংগং, (৪) মুক্, (৫) উলুপ গাঁও, (৬) বাহঁবাৰী, (৭) কিটেটং (ইটাপাৰা—মাৰ্ঘেৰিটা টাউনৰ পৰা সাত মাইল পূবে), (৮) ইংঠং (বৰ্মাভাষাত ইং মানে ঘৰ আৰু ঠং মানে হাজাৰ), (৯) ডিবং, আৰু (১০) খাজান (ডিগবৈৰ ওচৰত) নামে দোৱনীয়াবিলাক বাস কৰা দহখনমাত্ৰ গাঁও আছে। গাঁওবিলাকত আঠ ঘৰৰপৰা আশী ঘৰমানলৈকে মানুহ আছে।

## বুৰঞ্জীৰ পটভূমিত

আহোম ৰাজ্যৰ পূব সীমা পাটকাই পৰ্বতলৈকে বিস্তৃত আছিল। পাটকাই পৰ্বত নাময়ন বা নাময়ুন [আহোম ভাষাত নাম মানে পানী] নামে নদীয়ে দুশাৰীত বিভক্ত কৰিছে। নাময়ন গাওঁ (২,১৩৮ ফুট ওখ) এসময়ত চিংফৌবিলাকৰ সীমান্ত গাঁও আছিল। তেওঁলোকে কাকো সেই গাঁও পাৰ হৈ যাবলৈ নিদিছিল। এই সীমান্ত আহোম ৰজাৰ তলত আছিল আৰু ইংৰাজী ১৮১৭ চনলৈকে মানবিলাকে এই সীমান্ত আহোমবিলাকৰ বুলি মানি লৈছিল। ১৭৮০ চনৰপৰা ১৭৯৪ চনৰ ভিতৰত স্বৰ্গদেৱৰ আদেশ লৈ খামতিবিলাক সদিয়াৰ ওপৰে টেঙ্গাপানীৰ নদীৰ কাষত বসতি কৰিবলৈ লয়। খামতি-বিলাকৰ লগে লগে চিংফৌবিলাকো ভৈয়ামলৈ আহি খামতিৰ মাজে মাজে বসতি কৰে।



১৭৬৯ চনত সদিয়াৰ প্ৰথম মোয়ামৰীয়া মৰাণৰ বিদ্ৰোহ আৰম্ভ হয়। বিদ্ৰোহীয়ে স্বৰ্গদেৱ লক্ষ্মীসিংহক বন্দী কৰি ছ'মাহ ৰাজত্ব কৰে। তেতিয়াৰ পৰা আহোম ৰাজশক্তিৰ কঁকাল পৰিল বুলি কব পাৰি। স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ দিনত মায়ামৰীয়া মৰাণে পুনৰ বিদ্ৰোহ কৰি ১৭৯১ চনত ঠায়ে ঠায়ে স্বয়ম্ভু ৰজা পাতে। সেই সময়ত সদিয়াত খামতিবিলাকৰ এজন ৰজা হয় আৰু ব্ৰহ্মপুত্ৰ আৰু বুঢ়ীদিহিং নদীৰ মাজৰ অঞ্চলত মায়ামৰীয়া বুকক চুতীয়া ৺সৰ্বানন্দ সিংহই মটক ৰাজ্য স্থাপন কৰে। সেয়ে হোৱাত মটক ৰাজ্যৰ পূবে আৰু সদিয়াৰ দক্ষিণে থকা আহোম ৰাজ্য [পশ্চিমে—ন ডিহিং, পূবে-মিছিমি পৰ্বত, উত্তৰে—ব্ৰহ্মপুত্ৰ আৰু দক্ষিণে—পাটকাই; কালি—১২০০—১৪০০ বৰ্গমাইল] আহোম ৰাজ্যৰ আন অংশৰপৰা বাদ পৰাত তাত অৰাজকতা হয়। সেই অৰাজকতাৰ সুবিধা লৈ চিংফৌবিলাকে সেই অঞ্চলৰ অসমীয়া বাসিন্দাবিলাকক ধৰি বন্দী-বেটী কৰি লৈ যায়। বৃটিছে অসমৰপৰা মানক খেদি দিয়া দিনলৈকে চিংফৌবিলাকে এই অঞ্চলৰপৰা বন্দী-বেটী ধৰি নিছিল। সেই কাৰণে আজিও এই অঞ্চলৰ বসতি পাতল। সেই বন্দী-বেটীবিলাক চিংফৌবিলাকে নিজৰ কামত লগাইছিল আৰু ভালেমান বৰ্মাদেশত বিক্ৰী কৰিছিল। চিংফৌবিলাকে নিজে কোনো শাৰীৰিক পৰিশ্ৰম নকৰিছিল। তেওঁলোকে যাবতীয় কাম বন্দী-বেটীৰ হতুৱাই কৰাইছিল। চিংফৌৰ মাজত তিৰোতাৰ সংখ্যা কম হোৱাৰ কাৰণে বহুতে বেটী বিয়া কৰাইছিল। কেপ্টেইন নিউফ্ভিলে ১৮২৫ চনত চিংফৌৰ বিছাগাম আৰু দুফাগাম অঞ্চলৰপৰা তিনি হেজাৰ বন্দী-বেটি উদ্ধাৰ কৰে। এই উদ্ধাৰ কৰা বন্দী-বেটীবিলাকৰ সতি-সন্ততিয়েই হৈছে দোৱনীয়াবিলাক। আজিও চিংফৌবিলাকে দোৱনীয়াবিলাকক তেওঁলোকৰ বন্দী-বেটী বুলি দাবী কৰে।

চিংফৌৰ তলত থকা বন্দী-বেটীবিলাকে চিংফৌ দোৱান কৰলৈ শিকে। কেপ্টেইন নিউফ্ভিলে উদ্ধাৰ কৰাৰ পাছতে তেওঁবিলাকে চিংফৌ দোৱানত কথা-বতৰা কয়। দোৱানত কথা কোৱাৰ কাৰণেই অসমীয়াবিলাকে তেওঁ-লোকক দোৱনীয়া বোলে। চিংফৌ ভাষাত দুৱান মানে ৰজা আৰু দোৱনীয়া মানে ৰজাৰ মানুহ। এতেকে দোৱনীয়া মানে চিংফৌ নায়কসকলৰ তলত থকা মানুহক বুজায়। ধৰি নিয়া চিংফৌ-বিলাকৰ নাম অনুসৰি দোৱনীয়া-বিলাকৰ মাজত (১) উময়ন্, (২) মাচে, (৩) দুংক, (৪) গিন্চাং, (৫) ক'ল, (৬) গুমজু [হিলৈদাৰী কোঁৱৰ], (৭) পুংখুং, (৮) উলুপ

(৯) হুংক্রুক্, (১০) লিদয়, (১১) গাম্ফাং, (১২) নিংদা, (১৩) চিৰিং, (১৪) লাজুম্, (১৫) গুমৃগি, (১৬) লাচাই, (১৭) কিয়াং, (১৮) বাৰে, (১৯) লুঠং, (২০) জিলি, (২১) কান্মাই, (২২) লুচু, (২৩) গুজু, (২৪) চাইক্ [ আহোম কটকী ] ইত্যাদি ভালেমান ভাগ আছে। দোৱনীয়াবিলাকৰ সৰহ ভাগেই আহোম, কছাৰী, মৰাণ, মিৰি আৰু মটক। তেওঁলোকৰ বিভিন্ন ভাগৰ মাজত খোৱা-লোৱা, বিয়া-বাকৰ প্ৰচলন আছে। চিংফৌৰ লগতো দোৱনীয়াৰ অনা-নিয়া হয়।

## ঘৰ-দুৱাৰ ঃ খেতি-পথাৰ

দোৱনীয়াবিলাক টুক নলগোৱা দীঘলীয়া চাংঘৰত বাস কৰে। সাধাৰণতে চাংবিলাক বাঁহৰ আৰু ঘৰৰ খুটাবিলাক কাঠৰ। ধান, কাপোৰ আদি মেলিবৰ কাৰণে ঘৰৰ পাছফালে নিচাং বাথে আৰু আগফালে মাটিত ঢেকী পাতে। ঘৰবিলাক উত্তৰা-দক্ষিণাকৈ সাজে আৰু মূধেদি দুৱাৰ দিয়ে। ঘৰৰ মাজত বেৰ দিয়ে। বহুত জনজাতিয়ে ঘৰৰ মাজত বেৰ নিদিয়ে আৰু ঢেকীৰ পৰিবৰ্তে উৰাল ব্যৱহাৰ কৰে। চাঙতে পাক কৰে। আজিকালি পৃথক পাকঘৰ আৰু টুপ লগা চাংঘৰো কৰে। আলহী আগফালেদি ঘৰত সোমায়।

তেওঁলোকৰ খাদ্য অসমীয়াসকলৰ দৰেই ; কিন্তু তেওঁবিলাকে চেৰা দিয়া ভাত খায়। সেইকাৰণে লাহি ধানৰ খেতি কৰে।

খেতিয়েই দোৱনীয়াবিলাকৰ প্ৰধান ব্যৱসায়। পথাৰতে ধান মাৰি গুটি ধানহে ঘৰলৈ আনে। তেওঁলোকৰ তিৰোতাবিলাকে কঁকালত পহুছালৰ পেটী লগাই তাতে তাঁত বান্ধি দীঘল মাকোৰে সৈতে কাপোৰ বয়। তেওঁবিলাকে তোলোঠা আৰু দোৰপতি নোহোৱাকৈ কাপোৰ লগায়। তিৰোতাৰ কঁকাল যিমান ডাঙৰ সেই পৰিমাণেহে কাপোৰ বহল হয়। কাপোৰ বোৱাৰ বাহিৰে তেওঁবিলাকৰ মাজত অন্য কোনো শিল্পৰ প্ৰচলন নাই।

## ধৰ্ম, সমাজ আৰু নীতিনিয়ম

দোৱনীয়াবিলাক বৌদ্ধধৰ্মী। বৃটিছৰ আমোলত বৰ্মাদেশৰ কোনো এক বাপু আহি তেওঁবিলাকৰ সকলোটিকে বৌদ্ধ ধৰ্মত দীক্ষিত কৰে। তেওঁবিলাক বৰ্মাদেশৰ পঞ্জিকা মতে চলে। প্ৰত্যেক গাঁৱতে বাপুচাং আছে। বাপু হবলৈ ইচ্ছা কৰাবিলাকে বাপুচাঙত বৰ্মা ভাষাৰ আখৰ শিকি পালি ভাষাত বৌদ্ধ ধৰ্মৰ শিক্ষা লয়। বাপুবিলাক উদাসীন। গাঁৱৰ প্ৰত্যেক ঘৰ মানুহে প্ৰত্যেক-



দিনে কৌপাতত দোটোপোল ভাত আৰু আঞ্জা বাপুচাঙত দিয়ে। বাপুসকলে সেই ভাত আৰু আঞ্জা খায়েই জীৱন যাপন কৰে। ব'হাগৰ বিহুত বৌদ্ধ মূৰ্তি চাঙৰ পৰা মাটিলৈ নমাই তিনি দিন ৰাখে আৰু মূৰ্তিক গা ধুৱায়। সেই কেইদিন ডেকা, গাভৰুৱে [ নিজ বংশ পৰিয়ালৰ বাহিৰে ] ফাকু খেলাৰ দৰে ইজনে সিজনৰ গাত পানী মাৰী খেলা কৰে। আজিকালি বোকা, চৰুৰ ছায়ো সানে। দোৱনীয়াবিলাকে তিনিওটা অসমীয়া বিহু পালন কৰে আৰু হুচৰি গায়।

দোৱনীয়াবিলাক দুখীয়া আৰু সকলো ফালৰপৰা পিছপৰা। তেওঁবিলাকৰ মাজত লেখত লবলগা ধনী চবকাৰী চাকৰিয়াল, শিক্ষিত বা অন্য কাৰণত নামজ্বলা মানুহ নাই। তেওঁবিলাকৰ মাজৰপৰা আজিলৈকে কোনেও মেট্ৰিক পাছ কৰা নাই।

সন্তান জন্মৰ সাতদিনৰ দিনা শুচি হৈ, ফুঙ্গিৰ সৈতে ধৰ্মকাৰ্য্য কৰাই, ৰাইজক ভোজ দিয়ে। মৰিলে বিশ বছৰৰ ওপৰৰবিলাকক খৰি দিয়ে আৰু তলৰবিলাক পুতি থয়। মঙ্গলবাৰ আৰু শনিবাৰে মৰিলে সেই দিনাই পুতি থয় নাইবা খৰি দিয়ে। আনবাৰে মৰিলে মৃতকক দুই বা তিনি দিনলৈ ৰাখে। ফুঙ্গি আহি মঙ্গল-সূত্ৰ গায়। ফুঙ্গিক দক্ষিণা দিব লাগে। সাত দিনত সকায় পাতে। ফুঙ্গিক মানুহে ব্যৱহাৰ কৰা বস্তু দান দিয়ে।

দোৱনীয়াবিলাকৰ ভিতৰত বহু-বিবাহ আৰু বিধবা-বিবাহৰ প্ৰচলন আছে কিন্তু বাল্য-বিবাহৰ প্ৰচলন নাই। দৰাৰ ঘৰৰপৰা ছোৱালী খুজিবলৈ দুজন কটকীক কন্যাৰ ঘৰলৈ পঠায়। কটকীয়ে দুখিলা কৌপাতত তিনিটা টকা লৈ যায়। ছোৱালী দিবলৈ ৰাজি হলে কন্যাৰ ঘৰৰ মানুহে টোপোলা ৰাখে, নহলে নাৰাখে। বিয়াত ছোৱালীৰ গা-ধন হিচাবে দুটা ম'হ আৰু দুশৰ পৰা পাঁচশলৈকে টকা দিব লাগে। বিয়া হলে দৰা আৰু কন্যাৰ ঘৰত পৃথকে ধৰ্ম-কাৰ্য্য কৰে। ছোৱালী আনিবলৈ দৰা কন্যাৰ ঘৰলৈ নাযায়। দৰাৰ ঘৰৰ মানুহ কন্যাৰ ঘৰলৈ গৈ ছোৱালী আনি দৰাৰ ঘৰত ধৰ্মমতে বিবাহ কাৰ্য্য সম্পাদন কৰে। বিয়া তিনদিন ধৰি হয় আৰু দৰাৰ ঘৰৰ মানুহে ছোৱালী আনিবলৈ গৈ কন্যাৰ ঘৰত এদিন কটায়। ছোৱালী চুৰি কৰি নিয়া প্ৰথাও তেওঁবিলাকৰ মাজত প্ৰচলিত। ছোৱালী চুৰি কৰি নিলে চোৰটোৱে পাছত ছোৱালীৰ অভিভাৱকক টকা দি মিতিৰ পাতে।

# ফাকিয়াল

**শ্ৰীসৰ্বানন্দ ৰাজকুমাৰ**

## বিভিন্ন শাখাৰ পৰিচয়

ফাকিয়াল বুলি কোনো পৃথক জাতি নাই। তাই জাতি অনেক শাখাত—যেনে—তাই খামটি, তাই তুৰুং, তাই খাময়াং, তাই আইটন্, তাই ফাকে ইত্যাদিত বিভক্ত। আহোম, খামটি, তুৰুং, খাময়াং, আইটন্ আদিৰ দৰে ফাকিয়াল সকলো বৃহৎ তাই জাতিৰ এটি পৃথক সম্প্ৰদায় মাথোন। এওঁলোকৰ প্ৰকৃত নাম হৈছে 'তাই ফাকে'। 'ফাকে' শব্দৰপৰা অসমীয়াত 'ফাকিয়াল' শব্দৰ উৎপত্তি হৈছে। 'ফাকে' শব্দ তাই ভাষাৰ শব্দ। 'ফা' মানে 'ৰজা' বা 'শিলৰ দ্বীপ' বা 'বেৰ' আৰু 'কে' মানে 'পুৰণা বা বুঢ়া বা পূৰঠ'। এতেকে 'ফাকে' মানে পুৰণা বা বুঢ়া ৰজাৰ বংশৰ, বা পুৰণা শিলৰ দ্বীপৰ বাসিন্দা, বা কোনো বেৰ থকা ঠাইৰ বাসিন্দা। বৰ্মা দেশৰ মাজেদি চীনদেশৰ সীমান্তলৈকে পৰিভ্ৰমণ কৰোঁতা পূৰ্ণকান্ত বুঢ়াগোহাঞিদেৱে কয় যে ফাকিয়াল সকল তাই জাতিৰ কোনো বুঢ়া ৰজাৰ পৰিয়ালৰ মানুহ। মাৰ্ঘেৰিটা নিবাসী ফাকিয়াল সম্প্ৰদায়ৰ শ্ৰীচাউকেন গোহাঞি মৌজাদাৰদেৱে আমাক জনায় যে ফকিয়ালসকল শিলৰ বেৰ থকা কোনো এখন ঠাইৰ মানুহ। ফাকিয়াল সম্প্ৰদায়ৰ দোভাষী শ্ৰীটিংনা গোহাঁঞে আমাক জনায় যে ফাকিয়ালবিলাক কোনো পুৰণা শিলৰ দ্বীপৰ মানুহ।

## বুৰঞ্জীৰ পটভূমিত

স্বৰ্গৰাজ লেঙ্গজনৰ বংশধৰ তাই জাতিৰ প্ৰথম ৰজা খুন্‌লুঙ্গৰ[১] বৰপুত্ৰ আই খুন্‌লুঙে বৰ্মাৰ হুকুক্‌ং [ মাউপুং ] দেশত ৰাজ্য স্থাপন কৰে। হুকুকং দেশত তাই ৰজাসকলে ৰাজত্ব কৰি থাকোঁতে কোনো এক শতাব্দীত তাই

(১) হৰকান্ত বৰুৱা সদৰামিন আৰু ছাৰ এডোৱাৰ্ড গেইটৰ মতে ৫৬৮ খৃঃত খুনলুং মুঙৰিমুঙ-নামত ৰজা হয়। তেওঁ ৪০ বছৰ ৰাজত্ব কৰে



ফাকে পৰিয়ালৰ কিছুমান মানুহ হুকুকং দেশৰ চিন্দুইন নদীৰ দুয়োপাৰে বসতি কৰিবলৈ লয়। অসমত আহোম ৰাজ্য স্থাপন কৰোঁতা খুন্‌লুঙৰ বংশধৰ আহোমৰ আদি ৰজা চুকাফাই ভ্ৰাতৃৰ লগত বিৰোধ কৰি ১২০০ খ্ৰীঃত মুংমিত ৰাজ্য এৰি তাইফাকেবিলাকৰ উত্তৰে খামজাং নামে ঠাইত কিছুকাল বসতি কৰে। তাৰ পাছত তেওঁ হুকুকং দেশৰ ৰজাৰপৰা আহোমৰ কুলদেৱতা চোমদেওক হাক কৰি পৰ্বতে পৰ্বতে ভালেমান বছৰ পৰিভ্ৰমণ কৰাৰ পাছত ১২২৮ খ্ৰীষ্টাব্দত সৌমাৰত পদাৰ্পণ কৰে।

১৭৫১ চনত চুকাফাৰ বংশধৰ স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহ [ ১৭৫১—৬৯ খ্ৰীঃ ] অসমৰ ৰজা হয়। বকতিয়াল থেলৰ গেন্ধেলা ওৰফে কীৰ্তিচন্দ্ৰ তেওঁৰ ৰৰবৰুৱা আছিল। সেই সময়ত মাহুৰিয়ালৰ বৰজনা বৰগোহাঁঞে 'চকৰি ফেটি' নামে এখন বুৰঞ্জী লিখে। সেই বুৰঞ্জীত বৰগোহাঁঞে কীৰ্তিচন্দ্ৰ প্ৰকৃত আহোম নহয় আৰু 'জলমবটা' ঘৰৰ বুলি উল্লেখ কৰে। সেইকাৰণে ৰৰবৰুৱাই হুকুকং বা নৰাদেশৰ পৰা তাই মানুহ আনি তেওঁ প্ৰকৃত আহোম বুলি প্ৰমাণ কৰে আৰু স্বৰ্গদেৱৰ অনুমতিক্ৰমে 'চকৰি ফেটি' বুৰঞ্জীবিলাক দাহ কৰায়। জয়পুৰ নিবাসী বুৰঞ্জীবিদ্ তাই ফাকে শ্ৰীচাউম্যাট্ গোহাঁঞিদেৱৰপৰা জনা যায় যে তাইফাকেবিলাক স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহৰ দিনত অসমলৈ আহে। আহোমৰ ৰাজত্বৰ কালত আহোম আৰু নৰাৰজাৰ ভিতৰত এহাতে যেনেকৈ দুয়ো ৰাজ্যৰ ভিতৰত যুদ্ধ হৈছিল, ঠিক তেনেকৈ আনহাতে বৈবাহিক সম্বন্ধ স্থাপন হৈছিল আৰু কটকীও আয়াযাত কৰিছিল। এইবিলাক কথাৰপৰা অনুমান হয় যে তাইফাকেবিলাক হয় কোনো যুদ্ধত বন্দী কৰি অনা, নহয় কোনো নৰা কুঁৱৰীৰ লগত অহা, নহয় কোনো কটকীৰ লগত অহা, নহয় কীৰ্তিচন্দ্ৰ ৰৰবৰুৱাই অনা নৰা বা হুকুকং দেশৰ মানুহ।

৺পূৰ্ণকান্ত বুঢ়াগোহাঁঞিদেৱে কয় যে তাইফাকেবিলাকে প্ৰথমে নডিহিঙৰ উজনিত নংটাউৰ [ নং=বিল; টাউ=কাছ; অৰ্থাৎ কাছ পৰা বিল বা কাছ থকা বিল ] কাষত বসতি কৰিবলৈ লয়। স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ দিনত হোৱা মোৱামৰীয়া বিদ্ৰোহৰ সময়ত ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঞি ডাঙৰীয়াই তাইফাকেবিলাকক নংটাউৰপৰা উঠাই নি দিহিংৰ উজনিত স্থাপন কৰে। লফাবৰীয়া ৰঙ্গাচিলা ফুৰবা বংশৰ ঘিনাই ওৰফে বদনচন্দ্ৰ বৰফুকনে ১৮১৬ খ্ৰীঃত ষোল হেজাৰ মানসৈন্যৰ সৈতে নামৰূপত পদাৰ্পণ কৰে। মান সেনাৰ সহায়ত তেওঁ পূৰ্ণানন্দ বুঢ়াগোহাঁঞে পঠোৱা অসম সেনাক পৰাস্ত কৰি ৰাজধানী

যোৰহাট দখল কৰে আৰু ইতিমধ্যে পূৰ্ণানন্দ বুঢ়াগোহাঁইৰো স্বৰ্গী হয়। ১৮১৯ খ্ৰীঃত বৰফুকনে স্বৰ্গদেৱ চন্দ্ৰকান্ত সিংহকেই পুনৰ ৰজা পাতি নিজে মন্ত্ৰীফুকন হয়। স্বৰ্গদেৱে বগাকোঁৱৰৰ জীয়েক হেমো আইদেওক মান ৰজা বডোফালৈ বিয়া দিবৰ অৰ্থে মানসেনাপতিৰ লগত পঠাই মানৰজাৰ লগত মিত্ৰতা স্থাপন কৰে। মানসেনাপতিয়ে লগত তাইফাকেবিলাকক তেওঁলোকৰ দেশলৈ নিব বুলি লৈ যায় কিন্তু বাৰিষা আৰু খাদ্যৰ নাটনি হোৱাত দিহিঙৰ উজনিত এৰি যায়। তেতিয়া তাইফাকেবিলাকে নাম্ ছোকত [ নাম = পানী ; ছোক = সুঁতি ] বসতি কৰিবলৈ লয় আৰু তাৰ পৰা অন্যান্য ঠাইলৈ উঠি যায়।

## বৰ্তমান বসতি

বৰ্তমান ডিব্ৰুগড় মহকুমাৰ মাহৰকটীয়া অঞ্চলৰ নামফাকিয়াল আৰু টিপাম ফাকিয়াল, মাৰ্ঘেৰিটা অঞ্চলৰ বৰফাকিয়াল আৰু মানমৌ আৰু লিডু অঞ্চলৰ নংলাই আৰু লং গাঁৱত প্ৰায় ডেৰশমান ঘৰত ছশমান ফাকিয়াল মানুহ আছে। তেওঁলোকৰ মাজত থামুং, মান্ হাই, টুমটেন আদি কিছুমান ভাগ আছে। তেওঁলোক চাংঘৰত বাস কৰে। চাংঘৰবিলাক টুপ লগা আৰু খেৰৰ অভাৱত টকৌ পাতেৰে চোৱা। কিছুমানে পৃথককৈ পাকঘৰ সাজে আৰু কিছুমানে থকা ঘৰতে পাক কৰে। ঘৰবিলাক উত্তৰা-দক্ষিণাকৈ সাজে আৰু দক্ষিণ ফালে বাট ৰাখে।

## সাজপাৰ : চাল-চলন

তাইফাকেৰ মতাবিলাকে আঁক-বাঁক থকা লুঙ্গি আৰু কঁকাললৈকে পৰা চোলা পিন্ধে। তেওঁলোকে দীঘলকৈ চুলি ৰাখি খামতিসকলৰ দৰে তালুত খোপা বান্ধি পাগুৰি মাৰে, কাণত সৰু জাংফাই কেৰু [ কেন্‌হু[২] ] পিন্ধে, কান্ধত ওলোমাই এটা মোনা [ থুং ] লয় আৰু ফাকত ভৰাই বুকুত ওলোমাই এখন দা লয়। তেওঁলোকৰ তিৰোতাবিলাকে অসমীয়াৰ দৰে মেখেলা [ চিন্ ] পিন্ধে কিন্তু মেখেলাবিলাক নানান ৰঙৰ আচু দি বোৱা। তেওঁলোকে গাত এটা চোলা [ চুউ ] পিন্ধি তাৰ ওপৰৰ বুকুত মেঠনি মাৰি দুয়োটা আগ ওলোমাই

(২) অসমীয়া 'কেৰু' শব্দ তাই ভাষাৰ 'কেন্‌হু' শব্দৰ সাদৃশ্য মন কৰিব লগীয়া।



চাদৰ [ নাংৱাং ] লয়। বোৱাৰীবিলাকে লোৱা চাদৰ দুই পাতাৰ, এটা মূৰ চিলাই কৰা। বুঢ়ীমানুহে লোৱা চাদৰবিলাকৰ দীঘ ক'লা, নীলা আৰু হালধীয়া আৰু বানি ৰঙা সূতাৰ। গাভৰুবিলাকে লোৱা চাদৰৰ দীঘ আৰু বানিয়ো ৰঙা, বগা, হালধীয়া আৰু নীলা সূতাৰ। শান্তি নোহোৱা ছোৱালীবিলাকে বগা কাপোৰ লয়। খামতি তিৰোতাবিলাকৰ দৰে তাইফাকেৰ তিৰোতাবিলাকেও বগা কাপোৰৰ পাগুৰি [ ফাহু ] মাৰে। তেওঁলোকে কাণত জাংফাই কেৰু, ডিঙিত সোণ বা ৰূপৰ মাদলি, হাতত ৰূপৰ খাৰু [ বেন ], খোপাত ৰূপ বা সোণৰ ফুল আৰু আঙুলিত আঙুঠি [ লাংচ ] পিন্ধে।

তেওঁলোকৰ খাদ্য অসমীয়াৰে সৈতে একে ; কিন্তু অসমীয়াৰ দৰে ভাত নাবান্ধি চেৱা দিয়ে। এই কাৰণে তেওঁলোকে লাহি ধানৰহে খেতি কৰে।

তাইফাকেবিলাকৰ প্ৰধান ব্যৱসায় খেতি। অসমীয়া তিৰোতাৰ দৰে তেওঁবিলাকেও তাঁত বয় ; কিন্তু তেওঁলোকে কঁকালত চাময়াৰ ৰচি লগাই কাপোৰ বয়। সেইকাৰণে তেওঁলোকৰ কাপোৰ শিপিনীৰ কঁকালতকৈ বেছি বহল নহয়। তেওঁলোকে বজাৰৰ সূতা কিনি নি গছৰ পাত আৰু ছালেৰে ৰং দি লয়। মতাবিলাকে মাটিৰ ডিঙি-দীঘল কলহ আৰু চৰু আৰু কাঠৰ শৰাই [ পান্ ] আৰু বাঁহৰ শৰাই [ উপ্ ] তৈয়াৰ কৰে। বাঁহৰ শৰাই অসমীয়াৰ বটাৰ দৰে। কাঠৰ শৰাইবিলাক সাঁফৰ লগা। সাঁফৰৰ নালটো পেগ'দাৰ ওপৰ অংশৰ আকৃতিৰ দৰে। এই কাঠৰ শৰাইবিলাক দেখিবলৈ বৰ সুন্দৰ আৰু আনে কৰিব নাজানে।

## ধৰ্ম আৰু সমাজ

তাইফাকেবিলাক তাই খামতি, তাই তুৰুং, তাই আইটন্ আৰু তাই খাময়াং-বিলাকৰ দৰে বৌদ্ধধৰ্মী। তেওঁলোকৰ গাঁৱে গাঁৱে বৌদ্ধ বিহাৰ আছে। প্ৰত্যেক বিহাৰত কেইবাজনো বাপু থাকে। গাঁৱৰ প্ৰত্যেক ঘৰ মানুহেই দৈনিক পুৱা বাপুচাঙত ভাত দিয়ে। সেই ভাতেৰেই বাপুসকল পোহপাল যায়। বাপুবিলাক মহাপুৰুষীয়া কেৱলীয়াসকলৰ দৰে উদাসীন। বাপু হব খোজা ল'ৰা বাপুচাঙত থাকি বৰ্মা, তাই আৰু পালি ভাষাত ধৰ্ম-গ্ৰন্থ অধ্যয়ন কৰে। তেওঁলোক বৰ্মাদেশৰ পঞ্জিকা মতে চলে। প্ৰত্যেক বছৰে আহাৰৰ পূৰ্ণিমাৰপৰা আহিনৰ পূৰ্ণিমালৈকে বৰ্ষাবাস হয়। এই তিনি মাহৰ প্ৰত্যেক শুক্লপক্ষৰ অষ্টমী আৰু পূৰ্ণিমা আৰু কৃষ্ণপক্ষৰ অষ্টমী আৰু অমাবস্যাত গাঁৱৰ মতা-তিৰোতা, ল'ৰা-

ছোৱালী বৌদ্ধ বিহাৰলৈ গৈ পঞ্চশীল আৰু অষ্টশীল মন্ত্র গ্রহণ কৰে। অসমীয়াই যিদৰে মাঘ বিহুত মেজি পোৰে সেইদৰে তাইফাকে সকলেও ফাগুনৰ পূর্ণিমাত মেজি পোৰে আৰু নিশা ভোজ-ভাত খায়। ভোজৰ যাবতীয় বস্তু ঘৰে ঘৰে ছুচৰি গাই তোলে। ব'হাগৰ বিহুত বৌদ্ধ মূর্তিক গা ধুৱায় আৰু অষ্টশীল মন্ত্র গ্রহণ কৰা সকলক ডেকা-গাভৰুৱে হাত-ভৰি বা গা ধুৱাই আশীর্বাদ লয়। তাৰ পাছত ডেকা-গাভৰুৱে ইজনে সিজনৰ গাত পানী ঢালি পানী বিহু পাতি ৰং-ধেমালি কৰে। বিহুৰ সাত দিনত তেওঁলোকৰ প্রথামতে বিহু উৎসৱ পাতে। অষ্টশীল মন্ত্র গ্রহণ কৰা সকলে জীৱহত্যা নকৰে।

সন্তান হলে সাতদিনৰ মূৰত চাঙতে সন্তান বাজলৈ উলিয়ায় আৰু এমাহৰ মূৰত মাটিলৈ নমায়। মাটিলৈ নমাওঁতে গাঁৱৰ বুঢ়ীসকলে দুই হাত আৰু ভৰিৰ গাঁথিত সূতা বান্ধি আশীর্বাদ দিয়ে।

তাইফাকেবিলাকৰ ভিতৰত বাল্যবিবাহ নাই। এজন মতাই কেইবাগৰাকীও তিৰোতা বিবাহ কৰা প্রথা প্রচলিত। বিধৱাই পুনৰ স্বামী গ্রহণ কৰিব পাৰে। বিধবা বৌৱেকক দেওৰেকে তিৰোতা কৰি ৰাখিব পাৰে কিন্তু ববজনাকে বিধৱা ভাই-বোৱাৰীয়েকক তিৰোতা কৰিব নোৱাৰে। দৰা-ঘৰৰ মানুহ গৈ ছোৱালী খোজে; আঙুঠি বা খাৰু পিন্ধোৱা নিয়ম আছে। বিয়াৰ দিনা ছোৱালীৰ গা-ধন দিব লাগে। সেই ধন সত্তৰ টকাৰপৰা তিনিশ টকালৈ হব পাৰে। সেই ধন ছোৱালীৰ বংশ-পৰিয়ালৰ মাজত ভাগ হয় আৰু ধানৰ ভাগ পাওঁতাই ছোৱালীক উপযুক্ত পুৰস্কাৰ দিয়ে। বিয়া দুদিনীয়াকৈ হয়। ৰাতিপুৱা ছোৱালীৰ ঘৰলৈ গৈ ছোৱালী আনি ধর্মমতে নিজ ঘৰত বিয়া পাতে। ৰাজি-খুচি কৰি ছোৱালী পলুৱাই নিয়া প্রথাও আছে। তেনেহলে গা-ধন লৈ সম্বন্ধ স্থাপন কৰা হয়। কেতিয়াবা ছোৱালী ঘুৱাই আনি পলুৱাই নিয়া ডেকাটোৰ লগত বিয়া দিয়ে। বিয়াৰ পাছত ছোৱালীয়ে দৰাৰ কুল পায়। তাইফাকে, তাই থামতি, তাই থাময়াং, তাই আইটন আৰু তাই তুৰুং একে জাতি, একে ধর্মী আৰু একে ভাষাভাষী হোৱাৰ কাৰণে তেওঁলোকৰ মাজত পাৰস্পৰিক বিবাহ প্রচলিত।

পোন্থৰ বছৰৰ তলৰবিলাক মৰিলে পোতে আৰু ওপৰৰবিলাকক থৰি দিয়ে। স্বাভাৱিকৰূপে মৃত্যু হলে বংশ-পৰিয়াল গোট খাবৰ কাৰণে দুই তিন দিন ৰাখে। বাপুৰ দ্বাৰা ধর্মকার্য্য কৰায়। সাতদিন-সাতৰাতি মানুহক খুৱায়। সাতদিনৰ অন্তত শুচি হয়। তেওঁলোকৰ পৈতৃক সম্পত্তিৰ ভাগ ল'ৰাই পায়—ছোৱালীয়ে



নাপায়। তেওঁলোকৰ মাতৃভাষা তাই ভাষা। বর্তমান সকলোৱে অসমীয়া ভাষা বুজি পায় আৰু কব পাৰে। তেওঁলোকৰ মাজত শিক্ষিতৰ সংখ্যা অতি কম; কোনেও আজিলৈকে গেজেটেড চাৰ্ভিছ পোৱা নাই। আহোমসকলে তাইফাকে, তাই থামতি, তাই তুৰুং, তাই থাময়াং আৰু তাই আইটনবিলাকক তেওঁলোকৰ সৈতে একে জাতিৰ বুলি স্বীকাৰ কৰে। এই জাতিবিলাকৰ ভালেমানে আহোমসকলক অনুকৰণ কৰি গোঁহাঞি উপাধি গ্রহণ কৰিছে।[৩]

(৩) ১৯৫৫ খঃত অসম সাহিত্য সভা পত্রিকাত প্রকাশিত।

# মিকিৰ

শ্ৰীযজ্ঞোৰাম গগৈ

**পৰিচয় ঃ বাসস্থানৰ আখ্যান**

কাৰ্বি বা মিকিৰসকল অসমৰ অন্যান্য জনজাতিসকলৰ দৰেই এটা আদিবাসী অপৰিহাৰ্য্য লোকসমষ্টি। তেওঁলোক অসমৰ জন-অবয়বৰ তেজ-মঙহ স্বৰূপ। তেওঁলোকৰ লিপিবদ্ধ পূৰ্ণাঙ্গ বুৰঞ্জী এখন ওলোৱা নাই যদিও বুৰঞ্জীৰ সম্বলস্বৰূপ প্ৰাণে প্ৰাণে প্ৰবাহিতা অন্তঃসলিলা ফল্গু প্ৰাচীন লোকগীতৰ নিজৰা যুগে যুগে বৈ আছে। সেই গীত-মাতবোৰ বহু যুগৰ সুখ-দুখ-উত্থান-পতনৰ প্ৰতিধ্বনি। অসমৰ উত্তৰ-পূব সীমান্তৰ নীল-সেউজীয়া পৰ্বতমালাৰে কোনোবা এটা ঠেঙুলি ঃ মিকিৰসকলৰ আদি পুৰুষসকলে তাৰ নাম থৈছিল নংপিলাৰ্। অসমীয়া বা আন ভাষাত সেই নংপিলাৰৰ নাম বা কি হব থিৰাং কৰিবৰ উপায় নাই। কাৰ্বিসকলে কয়—সেই কালত নংপিলাৰত থাকোঁতে তেওঁলোকৰ দলপতি বা প্ৰধান পুৰুষসকলৰ ভিতৰত দলৈ, তেৰাং, হাৰবামন্, টিমুং আৰু ৰুকাচেন্ ইংটিৰ নাম উল্লেখযোগ্য। কালক্ৰমত সেই নংপিলাৰ পাহাৰৰপৰাই অসমৰ ভিতৰলৈ নামি আহিল পাঁচজন পুৰুষ আৰু পাঁচজনী তিৰোতাক লগত লৈ তেওঁলোকৰ ঈশ্বৰ বা দেৱতুল্য ব্যক্তি চিন্থং। তেওঁলোক যি পাহাৰত বসতি কৰিবলৈ লৈছিল তাৰ নাম ৰাখিছিল লুম্বাজং। লুম্বাজং পাহাৰ কোনখন তাক আজিকালি থিৰাংকৈ কোৱা টান যদিও সেই সময়ৰ ঘটনাৰপৰা জনা যায় যে ডিমাপুৰৰপৰা আৰম্ভ কৰি ডিফুলৈকে এই অঞ্চলৰ ভিতৰতে সেই পাহাৰটোৰ অৱস্থিতি। অৱশ্যে ডিফু শব্দটো কছাৰী ভাষাৰ পানী বা নৈবাচক শব্দ।

মিকিৰসকল থকা পাহাৰখন কছাৰী ৰাজ্যৰ ভিতৰতে পৰিছিল। সেই কাৰণে তেওঁলোক কছাৰী ৰজাসকলৰ তলতীয়া হৈয়েই বাস কৰিবলগীয়া হৈছিল। কছাৰী ৰজাক মিকিৰ ভাষাত কুলাৰিচ বা কুলাৰজা বোলে। সেই কালত মিকিৰৰ ওপৰত কছাৰী ৰজাৰ উপদ্ৰৱো কম নাছিল। আজিকালিৰ ডবকা



অঞ্চলৰ ভিতৰতে সেইকালত এখন মহামায়া গোসানীৰ থান আছিল আৰু সেই থানত বলি দিবলৈ কছাৰী ৰজাই হেনো মিকিৰ মানুহ ধৰি নিছিল। এনে ঘটনাৰ পাছত মিকিৰসকলে লুম্বাজং পাহাৰ ত্যাগ কৰি মাত্তৰ লাংথিং বা মাহুৰত থাকিবলৈ ললে। তাতো তেওঁলোকে কছাৰীৰ উপদ্ৰৱ আৰু অত্যাচাৰৰ হাত সাৰিব নোৱাৰিলে। কথিত মতে কছাৰী ৰজাৰ পোহনীয়া বাঘ-পোৱালিক খুৱাবলৈ গাখীৰ সংগ্ৰহ কৰিছিল মিকিৰ তিৰোতাৰ বুকুৰ পৰা। ৰজাৰ টেকেলাই মিকিৰ তিৰোতাৰ গাখীৰ সংগ্ৰহ কৰি ফুৰোতে এদিন হেনো এটা ঘটনা হল ঃ—ৰংফাৰপী নামে এজনী বৰ শকত-আৱত তিৰোতাই খাঙত ভৰাই এবোজা খৰি নিজৰ ঘৰৰফালে আনিছিল। সেই সময়তে ৰজাৰ টেকেলাই গৈ কলে, ৰংফাৰপী, গাখীৰ দে। উত্তৰত ৰংফাৰপীয়ে কলে যে ঘৰত খৰিখিনি থৈ তেওঁ সিহঁতক গাখীৰ দিব। কিন্তু টেকেলাহঁতে ৰংফাৰপীয়ে গাখীৰ নিজেৰ খীৰাই দিবলৈ বাট নেচাই সিহঁতেই খীৰাই নিবলৈ উদ্যত হল। খং উঠি ৰংফাৰপীয়ে এটা টেকেলা কুঠাৰেৰে ঘপিয়াই বধ কৰিলে। বাকী কেইটা ভয়ত পলাই গৈ ৰজাক জাননী দিলে। এই বাতৰিত কছাৰী ৰজাৰো খুব খং উঠি সকলো মিকিৰ মানুহকে ধৰি আনিবলৈ হুকুম শুনালে। মিকিৰ মানুহবিলাকে এই হুকুমৰ সম্বেদ পাই সেই ৰাতিয়েই ল'ৰা-তিৰোতা লগত লৈ সকলো পলাই লৈ ডিয়ুং নদী পালেগৈ। সেই নৈ পাৰ হৈ থেচ' থেলাংবু নামে ঠাইত নিশা আশ্ৰয় ললেগৈ। মিকিৰ ভাষাত থেচ' মানে সুমথিৰা টেঙ্গা আৰু থেলাংবু অৰ্থে বিলৰ নিচিনা জলাশয়ক বুজায়। নিশা তেওঁলোকে থকা ঠাইডোখৰত এখন বিল আৰু তাৰ পাৰত সুমথিৰা গছ আছিল। সেই ঠাইতে ৰংফাৰপীৰ এটি সন্তান জন্ম হ'ল। সেই সন্তানটিৰে পাছলৈ নাম ৰাখিলে থংতেৰণ।[১]

---

(১) ভৈয়ামৰ মিকিৰসকলে এই কাহিনীটোত সুমথিৰা টেঙাৰ ঠাইত ডিমৰু গছৰ কথাহে উল্লেখ কৰে। আকৌ জলাশয় ঠাইডোখৰ প্ৰকৃত জলাশয় নহয়। বহুদূৰ জুৰি থকা বহুৰা ফুলকে বগাকৈ পানীৰ দৰে দেখা হৈছিল।

মিকিৰসকলে যদিও কছাৰী ৰজাৰ বিবাদত হাৰি সেই ৰাজ্যৰপৰা গুচি আহিল তথাপি নিজক কছাৰী ৰজাৰ সৈন্যৰ হাতৰপৰা উদ্ধাৰ পাবলৈ বহু বুদ্ধি খটাইছিল। তেওঁলোকক পিছে পিছে খেদি অহা কছাৰী সৈন্যবিলাকৰ ভুৰা দিবলৈ বাটত থকা কেঁতবোৰ কলগছ, গুৱৰসুথুৰা গছ আদি বাটে বাটে কাটি আহিছিল। কলগছ অলপ পিছতেই বাঢ়ে আৰু গুৱৰসুথুৰা গছ কটাৰ অলপ পিছতে ক'লা পৰে। তাকে দেখি কছাৰী সৈন্যবিলাকে মিকিৰসকলে বহুদিনৰ আগতে কছাৰী

মিকিৰসকল গৈ গৈ কপিলিৰ উপনদী বৰপানী পাৰ হ'ল। বৰপানী পাৰ হৈয়েই পাহাৰত উঠিল। পাহাৰে পাহাৰে ভ্ৰমণ কৰি, শেষত ৰংথাং পৰ্বতমালাৰ চ্ছচেং পাহাৰত মিকিৰসকলৰ স্থায়ী নগৰ পতা হ'ল। নামনি অসমত আহোম ৰাজত্ব বিস্তাৰ হোৱাৰ আগলৈকে মিকিৰ ৰাজ্যৰ উত্তৰ সীমা আছিল কাৰ্বি লাংপী বা বৰপানী। মিকিৰ ভাষাত লাং মানে পানী আৰু পী মানে ডাঙৰ।

কালক্ৰমত মিকিৰসকলৰ পৰিয়াল বৃদ্ধি হ'ল আৰু সমগ্ৰ অসম আহোম ৰজাসকলৰ অধীনলৈ অহাত কিছুমান মিকিৰ লোক ধীৰে ধীৰে ভৈয়ামলৈ নামি আহিল। আৰৌ মানৰ উপদ্ৰৱৰ সময়ত কিছুমান মানুহ পাহাৰত উঠিল আৰু কিছুমান গোটেই অসমৰ চুকে কোণে ছিন্নভিন্ন হৈ পৰিল।

বৰ্তমান অসমৰ মিকিৰ পাহাৰ মহকুমা, উত্তৰ কাছাৰ, গোলাঘাট, নগাঁও, দৰং জিলাৰ বিশ্বনাথৰ অৰণ্যভূমি কামৰূপৰো দক্ষিণ পাৰৰ কেবাটাও অঞ্চলত মিকিৰ লোকৰ বসতি।

আহোম আৰু কছাৰী ৰাজত্বৰ যুঁজ-বাগৰ, আক্ৰাৰ-পোহৰৰ সুকঙ্গাইদি সৱকি অহা মিকিৰ জনজাতিৰ জীৱনৰ আখ্যান সঁচাকৈয়ে কৰুণ। কছাৰী বা কুলা ৰজাক যেনেকৈ মিকিৰসকলে ভয়ৰ চকুৰে চাইছিল, তেনেকৈ জয়ন্তীয়াতে আহোম ৰজাকো তেওঁলোকে ভয়তহে মানি চলিছিল। তেওঁলোকৰ জীৱনৰ কৰুণ কাহিনী তলৰ গীতটিয়েই কয় ;—

কাৰ্বি ইলি, কাৰ্বি ইলি, কেৰই চাইচে...
মেকৃবি মেক'লাং মেকৃবি মেক'লাং পেনচেং আৰং আৰে...
থুৰনন্ হেমে, থুৰনন্ জাংৰে পেজক্ নাংই পিৰ্থে
অহম্‌বিচ' সিইথেপী নাং পাৰিৰ্ দেংজি।
এমেক্ লিপ্‌লাপ্ চুবি চুবি নাং পাৰিৰ্ দেংজি।

গীতৰ অৰ্থ এই—হে মিকিৰসকল, আমাৰ দুৰ্গতিৰ সীমা নাই। চকুৰ

ৰাজ্য এৰি যোৱা বুলি ভাবিছিল। তাৰ উপৰিও তেওঁলোকৰ নিজৰ অলৌকিকতা দেখুৱা দৈলে বাটৰ কাষৰ বাঁহ-গছবোৰ চপৰাই আগ কাটি এৰি দিছিল আৰু ডাঙৰ ডাঙৰ বাঁহৰ চুঙা কাটি তাত বালি-মাটি ভৰাই শৌচৰ দৰে কৰিছিল। তাকে দেখি মিকিৰবিলাক দৈত্যকায় বুলি কছাৰী সৈন্যই ভাবিবলৈ বাধ্য হৈছিল। এনেকৈয়ে কছাৰী সৈন্যবোৰৰপৰা তেওঁলোকে নিৰাপদ ঠাইত উপস্থিত হৈছিলগৈ। —শ্ৰীসৰ্বেশ্বৰ টেৰণ



পানী আমাৰ লগৰীয়া ; গাঁৱৰ ডেকা-গাভৰু, সৰু-বৰ সকলো জাগা ; চকুৰ পচাৰতে ( এমেক্ লিপ্‌লাপ্ ) দৈত্যকায় আহোম ৰজাৰ ( অহম্‌বিচ' ) হাজাৰ হাজাৰ সৈন্য বধ কৰোঁ।

আহোম স্বৰ্গদেউসকলে মিকিৰসকলক ধীৰে ধীৰে মৰমৰ ডোলেৰে বান্ধিবলৈও চেষ্টা নকৰা নহয়। ৰংমীদিলি নামৰ তেৰণ ফৈদৰ এজনক ফুকন উপাধি দি হাতীধৰা কামত এজন স্বৰ্গদেৱে নিয়োগ কৰিছিল। এতিয়াও সেই ৰংমীদিলিৰ ভেটি আৰু তেওঁৰ শ্ৰাদ্ধ বা মোংকাণৰ লাংটুক্ ( পুখুৰী ) নগাঁও জিলাৰ শিঙ্গিমাৰিত দেখিবলৈ পোৱা যায়। মিকিৰসকলৰ তিনিবিধ মোংকান আছে, যেনে—'হাৰ্ণে', 'লাংটুক্' আৰু 'কান্‌প্ৰাপ্ৰা'। ইয়াৰ ভিতৰত হাৰ্ণেৰ স্থান প্ৰথম, লাংটুক্ আৰু কান্‌প্ৰাপ্ৰা যথাক্ৰমে দ্বিতীয় আৰু তৃতীয়।

## মিকিৰ শব্দ আৰু জাতিৰ উৎপত্তি

কাৰ্বি আৰু আৰ্লেং শব্দৰ উৎপত্তিৰ বিষয়ে এই প্ৰবন্ধৰ গীতৰ ভাগত আলোচনা কৰা হৈছে। মিকিৰ শব্দৰ উৎপত্তিৰ বিষয়েও বিভিন্ন মত আছে। মিকিৰ শব্দটো কাৰ্বিভাষাৰ শব্দ নহয়। মিকিৰসকলে নিজৰ মাজত কথা কওঁতে 'মিকিৰ' বুলি নকয়—কাৰ্বি বা আৰ্লেং বুলিহে উল্লেখ কৰে। পুৰণি কালত হেনো পাহাৰৰ বনে বনে মৃগয়া কৰি জীৱন নিৰ্বাহ কৰি ফুৰা কাৰ্বি মানুহদলক অসমৰ অন্যান্য মানুহে তেওঁলোকৰ নাম দিলে মিকিৰ।

গীতৰ আলোচনা প্ৰসঙ্গত 'মাচিবা কেহিৰ' গীতৰ ভিতৰেদি কাৰ্বি জাতিৰ সৃষ্টিতত্ত্বৰ বিষয়ে কিছু আলোচনা কৰা হৈছে।

## সামাজিক আৰু ঘৰুৱা জীৱন ঃ আচাৰ-ব্যৱহাৰ

পুৰণি মিকিৰ ৰাজ্যখন ১২ ( বাৰ ) খন লংৰি বা খণ্ডত ভাগ হৈছিল। প্ৰত্যেক লংৰিত একোজনকৈ বিষয়া। বিষয়াৰ উপাধি আছিল হাবাই।[২] সকলো লংৰিৰ ভিতৰত ওমচেৰো লংৰি ডাঙৰ আছিল। ওমচেৰোত তেৰাং ফৈদৰ হাবাই থাকে। তেওঁক সকলোৱে বাচাপ বুলি সম্বোধন কৰে। সকলো হাবাইৰ ওপৰত বাচাপজনে বৰ মান ভাগ পায়। মিকিৰ সমাজত হাবাই-সকলৰ সন্মান যথেষ্ট। হাবাইৰ ঘৰলৈ গলে সাধাৰণ মানুহে হৰলাং বা 'সাজ-বস্তু'ৰ মাননি লৈ যোৱাৰ নিয়ম। প্ৰতিখন লংৰিৰ তলত বহুতো গাঁও থাকে।

(২) হাবাইক ভৈয়ামবাসী মিকিৰসকলে ৰাংথাই বোলে। —শ্ৰীসৰ্বেশ্বৰ টেৰণ

বেলেগ বেলেগ ফৈদৰ বেলেগ বেলেগ গাঁও। মিহলি ফৈদৰ গাঁৱো আছে। গাঁৱক মিকিৰ ভাষাত 'আৰং' বোলে। যেনে—তেৱাং আৰং, দেবা আৰং, ইংটি আৰং ইত্যাদি। প্ৰত্যেক গাঁৱে গাঁৱে একোজন গাঁওবুঢ়া থাকে। আজি-কালি চৰকাৰী গাঁওবুঢ়াও হৈছে। হাবাইসকলৰ তলতে গাঁওবুঢ়াসকলৰ সন্মান। গাঁৱৰ বা খণ্ডৰ মানুহৰ মাজত বিবাদ-বিসম্বাদ হলে হাবাই-গাঁওবুঢ়াসকলে বিচাৰ কৰি দোষীক শাস্তি দিয়ে। মিকিৰসকলে প্ৰাচীনকালৰপৰা সমাজ পাতি বাস কৰি আহিছে। তেওঁলোক বৰ সমাজপ্ৰিয় আৰু শান্তিপ্ৰিয়। আজিকালিও মেল-মোকৰ্দমাৰ কাৰণে মিকিৰ মানুহ বৰকৈ কাছাৰী ঘৰলৈ নাযায়। মিকিৰসকলৰ পুৰণি ৰাজনগৰ ছচেং পাহাৰৰ 'ৰংহাং ৰংবং' চাৰি-ভাগে বিভক্ত আছিল। প্ৰত্যেক ভাগেই একোখন ডাঙৰ ৰাজবাৰী। সেই বাৰীবোৰক আব্টু বুলি কয়। যেনে, ৰংহাং আব্টু, ৰংকেচ' আব্টু, ৰংপী আৰু কিলিং আব্টু। প্ৰত্যেক 'আব্টু'তে একোজন ডাঙৰীয়া বা লিন্দক্ আছিল। ৰংহাঙত ৰংহাং লিন্দক্, ৰংকেচ'ত তেৰণ লিন্দক্, ৰংপীত ৰংপী লিন্দক্ আৰু কিলিঙত কিলিং লিন্দক্ আছিল। এই লিন্দকসকলৰ মিকিৰ সমাজৰ খুব সন্মান আছিল। তেওঁলোকৰ বংশৰ মানুহে আজিও সন্মানৰ পৰা বঞ্চিত হোৱা নাই। মিকিৰ সমাজত পৰস্পৰে পৰস্পৰক কাৰ্দম্ বা নমস্কাৰ দিয়াৰ নিয়ম আছে। সৰুৱে বৰক সদায় আগেয়ে কাৰ্দম দিব লাগে। আকৌ ফৈদ হিচাবেও সৰু ফৈদে ডাঙৰ ফৈদৰ মানুহক প্ৰথমে অভিবাদন জনাব লাগে। পুৰণিকালত ৰাজধানীত থকা বিষয়াসকলৰ ঘৰবিলাকো পদমৰ্য্যাদা অনু-সৰিহে নিৰ্মাণ কৰিব পাৰিছিল।

সমূহীয়াকৈ কাম কৰাৰ নিয়ম মিকিৰ সমাজৰ অতি প্ৰাচীন। 'জিৰ কেদাম্' আৰু 'ৰুকাচেন্' গীতৰ ভিতৰেদি তেওঁলোকৰ সামাজিক জীৱনৰ চিত্ৰ পোৱা যায়। তেওঁলোকৰ সমাজত গুটীয়া আৰু যৌগিক এই দুই প্ৰকাৰৰ পৰিয়াল দেখা যায়। একে পিতৃ-মাতৃৰ কেইবাজন পুত্ৰ হলেও বিবাহৰ পাছতো একেলগে থকা পৰিয়াল আছে। গুটীয়া পৰিয়ালৰ সংখ্যা অৱশ্যে বেছি। কোনো কোনো মিকিৰ ডেকাই শহুৰৰ ঘৰত 'ঘৰ-জোৱাই' স্বৰূপে থকাৰ নিয়মো আছে।[৩]

(৩) অৱশ্যে ঘৰ্জীয়া বা ঘৰজোৱাই প্ৰথাটো মিকিৰসকলৰ মাজত একেবাৰে নাই বুলিব পাৰি। তেনে ঘটনা প্ৰায় শতকৰা এজনৰহে দেখা যায়। গতিকে ইয়াক কাৰ্বি সমাজৰ এটা নিয়ম বা প্ৰথাৰ শ্ৰেণীত ধৰিব নোৱাৰি। —শ্ৰীসৰ্বেশ্বৰ টেৰণ



মিকিৰ গৃহস্থৰ ঘৰুৱা জীৱন বৰ সৰল। জীৱনৰ প্ৰতি খোজে খোজে তিৰোতা মিকিৰ পুৰুষৰ সহযাত্ৰী। ৰিং ( হাবি ) কাটোতে, খৰি লোৱোতে, খেতি কৰোতে, পাহাৰত জুই জলাওঁতে, বজাৰ কৰোতে 'তিৰিয়ে-পুৰুষে' সহকৰ্মী। মিকিৰ গৃহস্থই অতিথি সেৱা কৰে। কিন্তু অপৰিচিত আৰু অজ্ঞাত কুলশীলজনক আশ্ৰয় দিবলৈ শিক্ষাৰ পোহৰ নোপোৱাসকলে ভয় কৰে। তেওঁলোকৰ শতকৰা নব্বৈ ঘৰৰেই আৰ্থিক অৱস্থা বেয়া। 'তৃণ, জল, অগ্নি, ভূমি'ৰ বাহিৰে অতিথিক দিবলৈ তেওঁলোকৰ একোৱেই নাথাকে। দৰিদ্ৰতাৰ কাৰণেই কোনো গৃহস্থই অতিথি ৰাখিব নোখোজে। তেনে অৱস্থাত তেওঁলোকক বেলেগ ভাৱ নকৰি তেওঁলোকৰ লগত মিলি যাব পৰা লোকক মিকিৰসকলে মৰমৰ চাকুৰে চায়। মিকিৰ সমাজত একতা আছে আৰু মিলা-প্ৰীতিও আছে। আধুনিক যুগতো তেওঁলোকে নেতাসকলৰ হুকুম মানি চলে। তেওঁলোকৰ বৈবাহিক বান্ধোন বৰ কঠোৰ। বিয়াৰ আগতে ডেকা গাভৰুৱে 'চমাংকান্' আদিত পৰিচয় হবলৈ আৰু একেলগে নৃত্য কৰিবলৈ স্বাধীনতা পায়। তেওঁলোকৰ সমাজত পৰ্দা প্ৰথা নাই; সেই বুলি সমাজত ব্যভিচাৰিতা সমূলি নাই।

## আইন-কানুন

মিকিৰসকলৰ মাজত লিপিবদ্ধ কোনো আইন-কানুন নাই যদিও সমাজৰ চলিত প্ৰথাৰ ওপৰত নিৰ্ভৰ কৰি অতীতৰ বুঢ়া-মেথাসকলে বান্ধি থৈ যোৱা নিয়মবোৰেই তেওঁলোকৰ আইন-কানুন। পুৰণি কালত পিম্পমাৰসকলে অতি-পাত দোষত প্ৰাণদণ্ড পৰ্য্যন্ত শাস্তি বিহিছিল বুলি শুনা যায়। আজিৰ হাবাই গাঁওবুঢ়াসকলৰ বিচাৰেও দোষ চাইহে শাস্তি বিহে। সৰু-বৰ সকলো কথাতে সমাজৰ চকু থাকে। কাল আৰু পাত্ৰ ভেদে দোষীৰ কেতিয়াবা শাস্তি বা জৰিমনাৰ কম-বেছ হয়। ধৰি লওক যেনিবা এজন অবিবাহিত ডেকাই এজনী গাভৰুৰ লগত অবৈধ প্ৰণয় কৰিলে। এই ক্ষেত্ৰত এই ডেকাজনৰ যি শাস্তি হব, সেই দোষটো যদি এজন বিবাহিত তিৰোতা থকা ডেকাই কৰে তেতিয়া শাস্তি গুৰুতৰ হয়।[৪] আকৌ চাওক, বিবাহিত ডেকাই 'চমাংকান' বা শ্ৰাদ্ধত গাভৰুৰ লগত নাচিব নাপায়। কোনোবাই তেনে কৰিলে সমাজে জৰিমনা কৰে। কিন্তু অবিবাহিত ডেকা-গাভৰুৱে হাতে হাতে ধৰি মুকলি মনে নাচ-বাগ কৰিবলৈ পূৰ্ণ স্বাধীনতা আছে। মিকিৰৰ আইনমতে বিনা দোষত কোনো

(৪) কাৰ্বি সমাজত এনে দোষ ঘটা দেখা নাযায়। —শ্ৰীসৰ্বেশ্বৰ টেৰণ

পুৰুষে তিৰোতা ত্যাগ কৰিব নোৱাৰে। অন্য জাতিৰ মানুহে মিকিৰ কন্যা বিবাহ কৰাত বাধা নাই; তাকে বৈধভাবে হব লাগে। কোনো গাভৰুৰ জীৱন নষ্ট কৰাটো মিকিৰ সমাজে সহ্য নকৰে। মাটি-বাৰীৰ সীমা বা অন্যান্য বিষয়ত ৰাইজৰ মাজত কাজিয়া লাগিলে মিলাই দিয়াৰ ক্ষমতা আৰু আইন ৰাইজৰ হাততেই আছে।

**মিকিৰসকলৰ ধৰ্ম**

হিন্দু আৰু খ্ৰীষ্টিয়ান দুই ধৰ্মৰ মানুহেই মিকিৰ সমাজত আছে। হিন্দুসকল সংখ্যা গৰিষ্ঠ। হিন্দুসকলে নিজক 'হংহাৰি' বুলি কয়। 'হংহাৰি' মানে সংসাৰী। হিন্দু মিকিৰসকল বিভিন্ন দেৱ-দেৱীৰ উপাসক। ব্ৰহ্মা, মহাদাই (মহাদেৱ), মহামাই (মহামায়া) আদি জনচেৰেক দেৱ-দেৱীৰ বাহিৰে বাকী সকলো দেৱতাৰ নাম মিকিৰ ভাষাতেই দি লোৱা হৈছে। দেৱতাসকলৰ মাজত আৰনাম্ হেমফ্, হেমাৰি, প'ৰিজ্ঞা, চিনথং আৰনাম্ পেং, মুক্রাং, হাৰাছ্লি অকৰেং ছ্হলংবেচ', ছ্হেলাংন' বা দুইথ্‌াই, ৰ'-ফ্ৰুক্ৰ-আং, ৰচ্ছাকাপ্ৰে, দেংজাদুৰি—এই সকলেই প্ৰধান। প্ৰতিজন দেৱতাৰ উপাসনাৰ উদ্দেশ্যও বেলেগ বেলেগ। সেইবোৰ আলোচনাৰ বহল থল ইয়াত নাই। মিকিৰসকল ধৰ্মভীৰু আৰু ঈশ্বৰ-বিশ্বাসী। তেওঁলোকে পুনৰ জন্ম বিশ্বাস কৰে। মৃতব্যক্তিৰ পুনৰ-জন্মৰ বিশ্বাসতে নৱ-জাত শিশুক মৃতব্যক্তিৰ নামকৰণ কৰে। ধৰি লওক, এজন লৰাৰ আজু-ককাকৰ নাম যেনিবা 'হাৰবামণ' আছিল, পাছত সেই লৰাজনাও 'হাৰবামণ' নাম ললে। তাৰ অৰ্থ হাৰবামণ ককাৰ পুনৰ জন্ম। মিকিৰসকলৰ পূজা-পাতলৰ মাজত বহুতো পুৰণি সংস্কাৰো সোমাই পৰিছে। সেৱা পূজাৰ প্ৰধান নৈবেদ্য 'হৰলাং আৰু হৰাপ' বা 'সাজ-বস্তু'। এই 'সাজ-বস্তু' বা সাজপানীত বহুতো চাউলৰ আৱশ্যক।

মিকিৰসকলে মৃতকৰ শৱ দাহ কৰে। চমাংকান্ বা শ্ৰাদ্ধৰ কাৰণে অস্থি সংৰক্ষণ কৰাৰ নিয়মো তেওঁলোকৰ সমাজত আছে। মিকিৰ ভাষাৰ ৰামায়ণ গান তেওঁলোকৰ পুৰণি সংস্কৃতি। ৰাম-লক্ষ্মণ আৰু সীতাৰ কাহিনী মিকিৰৰ পুৰণি পৰিচিত চৰিত্ৰ।

**শাৰীৰিক গঠন**

পূৰ্ণ যৌৱন বয়সত সৰহ সংখ্যাৰ পুৰুষসকল ৫½ ফুটৰপৰা ৬ ফুট মানলৈ আৰু তিৰোতা ৫ ফুটৰপৰা ৫ ফুট ২ ইঞ্চিমানলৈ ওখ হয়। তেওঁলোকৰ



গা মাণ্ডৰ বৰণীয়া বা মুগা বৰণীয়া। মিকিৰৰ মাজত ক'লা মানুহ খুব কম। তেওঁলোকৰ নাক চুটি আৰু ভোটা, চকুত চেলাউৰি কম। পুৰুষৰ দাড়ি-গোফ সেৰেঙা। তিব্বত বৰ্মা জাতিৰ, বিশেষকৈ কুকিচীন শাখাৰ লুচাই, কুকি আদি জাতিৰ মানুহৰ লগত মিকিৰসকলৰ শাৰীৰিক গঠনৰ কিছু পৰিমাণে মিল দেখা যায়। মিকিৰ বুঢ়া-মেথাসকলে অসমৰ সত্ৰীয়া ভকতৰ দৰে পাহকটা দীঘল চুলি ৰাখে। আজিকালি এই নিয়মৰ ব্যতিক্ৰমো হৈছে। মিকিৰ পুৰুষ আৰু তিৰোতাৰ ভৰিৰ কলাফুল শকত আৰু সুঠাম। তিৰোতাবোৰে সুঠাম কলাফুলত পৰাকৈ ক'লা মেখেলা পিন্ধে। গাঁৱৰ পুৰুষসকলৰ বহুতেই এতিয়াও 'ৰিকং' বা লেংটি মাৰে। গাঁৱৰ আটকধুনীয়া ডেকাসকলৰ ফুলাম লেংটিয়ে বতাহত ঢৌ খেলে।

**জাতীয় উৎসৱ**

মিকিৰসকলৰ জাতীয় উৎসৱ বা সমূহীয়া বিহু নাই বুলিলেই হয়। গীতৰ আলোচনা ভাগত উল্লেখ কৰা চকেৰয় বা লখিমী উৎসৱ তেওঁলোকৰ সমাজত প্ৰচলিত আছে যদিও সি জাতীয় উৎসৱৰূপে গণ্য হ'ব নোৱাৰে। থংতেৰণ বীৰৰ করুণ স্মৃতি বিজড়িত চমাংকান্ বা শ্ৰাদ্ধত ডেকা-গাভৰুহঁতে মুকলি মনেৰে নৃত্য কৰে যদিও সিও জাতীয় উৎসৱ নহয়। অৱশ্যে মিকিৰসকলৰ জাতীয় উৎসৱ প্ৰেম-পীৰিতিৰ সোঁতটো শতমুখী হৈ বিভিন্ন ৰূপত বাগৰি যায়—ডেকা গাভৰুৰ প্ৰাণে প্ৰাণে। সেয়েহে স্বচ্ছ নিজৰাৰ পানীত প্ৰতিবিম্ব চাই চাই ধেমালি কৰোতে, শিলৰ খটখটিয়েদি নামি আহোতে, বুকুত মেঠনি মাৰি হোৰাই হোৰাই খৰি বোটলোতে, হাতে হাতে দা লৈ হাবি কাটোতে, বিয়া-সবাহত উলহ-মালহ কৰোতে মিকিৰ ডেকা-গাভৰুহঁতৰ হিয়াতলিৰ পৰা ওলাই আহে দুখে কুলায় পাচিয়ে নধৰা জাতিটোৰ প্ৰাণৰ কথাবোৰ—গীতবোৰ! শিলনিৰ বুকুত ঠেকা খাই সুৰবোৰ আকৌ উলটি যায়।

**গীত-মাতবোৰৰ বৈশিষ্ট্য**

মিকিৰ জনজাতি ভাইসকলৰ ভাষাত মুখে মুখে চলি অহা গীত-মাতবোৰৰ মাজত নিহিত আছে জাতিটোৰ ৰীতি-নীতি আৰু আচাৰ-ব্যৱহাৰৰ কথাবোৰ। সেইবোৰেই মিকিৰসকলৰ বুৰঞ্জীৰ সম্বল আৰু জাতীয় জীৱনৰ হাঁহি-অশ্ৰু, আশা-আকাঙ্ক্ষাৰ প্ৰতিধ্বনি। তেওঁলোকক অধ্যয়ন কৰিবলৈ হলে মৌখিক গীত-মাত-বোৰৰ মাজত প্ৰৱেশ কৰিবই লাগিব।

মিকিৰসকলে নিজক মিকিৰ বুলি নকয়; 'কাৰ্বি' আৰু 'আৰ্লেং' বুলিহে কয়। সেইকাৰণে আদিম যুগৰপৰা সৃষ্টি হৈ অহা তেওঁলোকৰ গীতসমূহত আদিৰ মাজতো বিশেষকৈ এই দুটা শব্দহে পোৱা যায়।

### কাৰ্বি আৰু আৰ্লেং শব্দৰ উৎপত্তি

জুই আৰু পানী এই শব্দ দুটা সকলো ভাষাৰে আদি শব্দশ্ৰেণীৰ ভিতৰত পৰে। মিকিৰসকলে আদিম যুগৰপৰাই জুই আৰু পানীৰ ব্যৱহাৰ জানিছিল। তেওঁলোকৰ ভাষাত জুইক 'মে' আৰু পানীক 'লাং' বুলি কয়। প্ৰাচীন কালত কোনোবা এজন মিকিৰ আদিম পুৰুষে নিজৰ ঘৰৰ ভিতৰত একুৰা জুই ধৰিছিল। জুই ধৰাক মিকিৰ ভাষাত 'মে আকাৰ্' বোলে। জ্বলি উঠা জুইকুৰা মিকিৰ পুৰুষজনে 'বি' অৰ্থাৎ এৰি থৈ অহাত তেওঁৰ পত্নীয়ে হেনো কৈছিল—'মে আকাৰ ছংহয় বি কাং কক?' অৰ্থাৎ জ্বলা জুই কিয় জুইকুৰাকৈ এৰি আহিছে? আদিম কাৰ্বি পুৰুষে 'মে আকাৰ বি' কৰাৰ কাৰণেই পাছলৈ তেওঁৰ বংশধৰসকলে কাৰ্বি নাম ল'লে।

'আৰ্লেং' শব্দৰ অৰ্থ ওখ হেলনীয়া ঠাই। পৰ্বতৰ ওপৰৰ আৰ্লেঙত বসতি কৰাৰ কাৰণেই মিকিৰসকল 'আৰ্লেং' নামেও অভিহিত বুলি বহুতৰ মত।

### 'মাচিৰা কোহিৰ'

'মাচিৰা কোহিৰ' মিকিৰসকলৰ সাধাৰণ গীত নহয়। এই গীত পবিত্ৰ মন্ত্ৰৰ দৰে। এই গীত কেৱল পিতৃ-পিতামহৰ শ্ৰাদ্ধতহে আবৃত্তি কৰা হয়। বাটে-ঘাটে এই গীত গোৱা নিষেধ। শ্ৰাদ্ধক মিকিৰসকলে 'চমাংকান্' বোলে।[৫]

(৫) চমাংকানত ব্যৱহাৰ কৰা নৃত্য-গীত ইত্যাদিক ভৈয়ামবাসী মিকিৰসকলে অন্যৰপৰা ধাৰে অনা বুলি স্বীকাৰ কৰিবলৈ টান পায়। তেওঁলোকৰ মতে এইবোৰ নিজস্ব সম্পত্তি; এই বিষয়ে ভৈয়ামবাসী মিকিৰসকলৰ মাজত এটি চলিত প্ৰবাদ আছে।

মিকিৰ (কাৰ্বি) সকলৰ মাজত অতীজতে এজন টুমুং চমাৰৰ মানুহ আছিল। সেই মানুহজনে চিকাৰ কৰি বৰ ভাল পাইছিল। এদিন সেইদৰে চিকাৰ কৰি ফুৰোতে এজনী ছেহাং (গুই) লগ পালে। তেতিয়া চিকাৰীজনে কুকুৰেৰে গুইজনী ধৰি পেলালে। তেতিয়া গুইজনীয়ে মৃত্যুৰ ভয়ত চিকাৰীক যমৰনগৰলৈকে নিবলৈ বাধ্য হ'ল আৰু টুমুং চমাৰৰ মানুহজনে যমৰ নগৰত গৈ যমনগৰৰ অধিবাসীৰ পৰা শ্ৰাদ্ধ কৰাৰ প্ৰথা শিকি আহে।

আকৌ Sir John Lyall-অৰ সম্পাদনাত ওলোৱা The Mikirs নামৰ কিতাপত এই বিষয়ে এই বুলি ইঙ্গিত আছে—"'Thing-reng' vang-reng', in tormer times used to travel between this world and from Recho abode; he taught them their funeral ceremonies. At last he did not come back." —শ্ৰীসৰ্বেশ্বৰ টেৰণ



চমাংকান্ তিনি প্ৰকাৰৰ। চমাংকান্ শব্দৰ ঐতিহ্য এয়ে যে পুৰণি কালৰপৰা খাচীয়া-জয়ন্তীয়া আৰু মিকিৰ প্ৰতিবেশী জাতি; মিকিৰসকলে খাচীয়াক চমাং বোলে; 'কান্' মানে নৃত্য। মিকিৰ ডেকা-গাভৰুসকলে চমাঙৰ পৰা এটা নৃত্য শিকি সেই নৃত্যটোকে শ্ৰাদ্ধত আবৃত্তি কৰিবলৈ ল'লে। সেই কাৰণে 'চমাংকান্' বুলিলেও শ্ৰাদ্ধকেই বুজায়। চমাংকানত আবৃত্তি কৰা 'মাচিৰা কোহিৰ' মন্ত্ৰৰ মাজত মিকিৰসকলৰ সৃষ্টি-তত্ত্বৰ কথা সোমাই আছে। তলৰ পদ্যাংশটিয়ে মন্ত্ৰটিৰ দুৱাৰ মুকলি কৰিছে:—

ইলি কাৰ্বিতাংতে
নিয়মকে কি দোকক্
নিহাত কে কি দোকক্
কিপ্লাং ছিংথুম্ নাংকক্
কেফি ছিংথুম্ নামকক্
কিল্লাং লাপুহেল
কেফি লাপুহেল।

অৰ্থাৎ কাৰ্বিসকলৰ যি নিয়ম আৰু সৃষ্টি-বৃত্তান্ত আছে সকলোবোৰ ব্যক্ত কৰা হওক।

তাৰ পাছত আকৌ মন্ত্ৰটিয়ে কৈছে যে পানী অমৰা বৃক্ষৰ তলত 'ৰ প্লাক্‌পি' পক্ষীয়ে কেইবাটিও কণী পাৰিছিল। প্ৰতিটো কণীৰপৰা একোটাকৈ জাতিৰ উদ্ভৱ হৈছিল। তাৰ ভিতৰৰে 'এপুম্ কে চমাং' এটা খাচীয়া, 'এপুম্ কে নাকা' এটা নগা, 'এপুমকে অহম' এটা অসমীয়া। কণীবোৰ ক্ৰমশঃ ফুটি এটা এটাকৈ জাতি পৃথিবীত আবিৰ্ভাৱ হ'ল। কাৰ্বিসকল থকা কণীটো দেখাত ডাঙৰ আছিল। তেওঁলোক সকলো জাতিৰ আবিৰ্ভাৱৰ শেষত বাহিৰলৈ ওলাই আহিবলৈ চেষ্টা কৰিছিল। কণীটোৰ ভিতৰৰপৰা বাহিৰলৈ মূৰ তুলি দেখিছিল—

'হি ই পাতেলাংপিং আৰ্নাম্ পাত্তেলাংপিং, তাকুন্ পাতেলাংপিং, ৰ আক্ পাতেলাংপিং'; ৰাক্ষসবোৰ বাহিৰত মানুহ খাবলৈ বিচাৰিছে, কাউৰী আৰু শগুণবোৰেও আকাশত উৰি উৰি মানুহকে বিচাৰিছে। কাৰ্বিয়ে সেই কাৰণে ডিম্বৰ ভিতৰৰপৰা বাহিৰলৈ ওলাবলৈ বৰ ভয় কৰি,—

প্লাং ৰাং ৰাং প্লাং হাই হেদেৎ,
ফি ৰাং ৰাং ফি হাই হেদেৎ।

এবাৰ ডিম্বৰ ভিতৰৰপৰা মূৰ উলিয়াই আকৌ সুমুৱাই নিয়ে। শেষত কাৰ্বিসকলে ভয়ে ভয়ে কণীৰ ভিতৰৰপৰা ওলায়।

## কাৰ্বি কেপ্লাং

'কাৰ্বি কেপ্লাং' বা 'পিৰথে কিকম্' গীতৰ ভিতৰেদি মিকিৰসকলে সৃষ্টিতত্ত্বকে ব্যক্ত কৰিছে। এই গীতত সৃষ্টিকৰ্তা ব্ৰহ্মাৰ কথা কোৱা হৈছে।[৬] গীতৰ আৰম্ভণিতে আছে,—

নিচে' মুদেংলাত্ মাৰাং
কাৰ্বিপ' নৌংকি নাং প্লাং
আচ্ছেং পিৰ্ দি থাৰিজাং
এক ব্ৰহ্মা প' মাবাং।

অৰ্থাৎ অতি পুৰণি কালত ব্ৰহ্মাই প্ৰথমে জগত সৃষ্টি কৰিলে। তাৰ পাচত শূন্য পৃথিবীত সৃষ্টি কৰিলে গছ-গছনি (থেংপি পেন থেংফান্)। তাৰ পাচত সৃজন হ'ল ঘাঁহ-বন, গাহৰি-পহু, পোক-পৰুৱা, সাপ-বেং, জেঠি-মকৰা আৰু চৰাই-চ্‌কতি। সকলোবোৰ সৃজন হ'লত ব্ৰহ্মাই আকাশৰ ওপৰলৈ উঠি এবাৰ আপোন সৃষ্টিৰ ৰূপ-মাধুৰী পান কৰি অনুভৱ কৰিলে—'পিৰথে তাং আলম্ চিনাম, পিৰথে জিলন্ লে অংলাং।' পৃথিবী দেখিবলৈ সুন্দৰ হৈছে যদিও যেন কিবা বাকী থাকিল। কি বাকী থাকিল? কাৰ্বি অৰ্থাৎ মানুহ। মানুহ সৃষ্টিৰ কাৰণে ব্ৰহ্মাদেৱ আকৌ পৃথিবীলৈ নামি আহিল। 'তেমুৰ, তেজি' বা পানীঅমৰা গছৰ তলত বৈ ব্ৰহ্মাই সৃষ্টি কৰিলে—'একচেৰ্ তিম্ হেম্ এক্লাং' এক কাৰিকৰী গৃহ। এতিয়া কাৰ্বি গঢ়ে কিহেৰে? 'কাৰ্বি লং চুং অং তাচাম্' কাৰ্বি গঢ়িবলৈ গঢ়নি মাটি নাই। সেই কাৰণে ব্ৰহ্মাই 'ছে থাক্ আবাং আতাচাম্' নিজৰ শৰীৰৰ পৰা অলপমান কাটি লৈ 'কাৰ্বি' গঢ়িলে। মানুহ সৃষ্টিৰ কাম শেষ কৰি ব্ৰহ্মাদেৱ আকৌ আকাশলৈ উঠিল।

(৬) কাৰ্বিসকলৰ চলিত আখ্যান, উপকথা, সাধুকথা, মন্ত্ৰ, গীত-পদাদিৰপৰা তেওঁলোকেই যে পৃথিবীৰ আদি সৃষ্টি তাক কিছু বুজিব পাৰি। তেওঁলোকৰ কোনো লিখিত বুৰঞ্জী নোহোৱা হেতুকে সেই গীত মাতবোৰকেই তেওঁলোকৰ বুৰঞ্জী বুলি ধৰিব লাগিব। তেওঁলোকে বহু যুগৰ আগতে অনমত বাস কৰিবলৈ লৈছিল আৰু সম্ভৱতঃ তেওঁলোকৰ কাৰ্বি-কেপ্লাঙকে আদি কৰি গীতৰ আধ্যাত্মিক ভাববোৰ অতীতৰেই নিজস্ব প্ৰতিধ্বনি।

—শ্ৰীসৰ্বেশ্বৰ টেৰণ



এইবাৰ ব্ৰহ্মাই সৃষ্টিখন নিৰীক্ষণ কৰি দেখিলে যে কাৰ্বিৰ গাত বস্ত্ৰ নাই। বস্ত্ৰ দিবলৈ ব্ৰহ্মা নিজে নাহিল। এগৰাকী দেৱীক বস্ত্ৰ দান কৰিবলৈ পৃথিবীলৈ পঠালে। দেৱীয়ে কাৰ্বিক বস্ত্ৰ দান কৰাত দেখিবলৈ সুন্দৰ হ'ল।

কাৰ্বিকেপ্লাঙৰ ওপৰত হিন্দুধৰ্মৰ দাৰ্শনিক ভাবৰ ছাঁ পৰিছে। ওপৰত আলোচনা কৰা দুয়োটা গীতৰ বৰ্ণনাতে 'তেমুৰ, তেজি' বা পানীঅমৰা গছৰ কথা উল্লেখ আছে। মাচিৰা কেহিৰ মন্ত্ৰত পানীঅমৰা বৃক্ষৰ তলত 'ৱ প্লাক্ পি' নামৰ বৃহৎ পক্ষীৰ পৰা উদ্ভৱ হোৱা ডিম্বৰ যি বৰ্ণনা দিয়া হৈছে বৃদ্ধসকলৰ গূঢ়াৰ্থমতে সি সাধাৰণ ডিম্ব নহয়—ব্ৰহ্ম ডিম্বহে। পানীঅমৰা গছজোপাও সাধাৰণ গছ নহয়—সংসাৰ স্বৰূপ বৃক্ষহে। এনেদৰে গীত দুটিৰ বিষয়বস্তু হিন্দু দাৰ্শনিক ভাবেৰে পুষ্ট হৈছে যেন লাগে।

## লক্ষ্মীকেপ্লাং কুকিচীনৰ লগত সম্বন্ধ

সৃষ্টি সম্পৰ্কীয় গীতৰ লগতে 'লক্ষ্মীকেপ্লাং' গীতৰ মাজতো প্ৰাচীনতাৰ গোন্ধ পোৱা যায়। এই গীতৰ মাজত ধান খেতিৰ ইতিবৃত্ত আৰু মিকিৰসকলৰ লগত কুকিচীন জাতিৰ সম্পৰ্কৰ কথা পোৱা যায়।

কুকিচিন্ দাইপো পেন্ তেৰণ্ ৰং চ'প'
চাৰ্নাম্ চেপিন্ত'
ৰি কাঠি-ৰেচ্ছ' ক'ল'ল' চিদ'লাং কুলেং চিদ'
কুলেং আৰিচ' চ্ছপি পাম্ কংফ্ৰ
দণ্ডিৱাৰ চাৰপ' ল'মা থুম্ দাম্ ফ'।

কথাখিনিৰ সাৰমৰ্ম এই যে 'তেৰণ ৰং চ'প' নামে এজন মিকিৰ বৃদ্ধলোকে কুকিচীন মানুহৰ পৰা অৰণ্যৰ ধান গছৰ কথা জানিবলৈ পাইছিল। সেই গছৰ গুটিৰপৰা অন্ন তৈয়াৰ কৰি মানুহে প্ৰাণ ৰক্ষা কৰিবপৰা কথাটো জানি দণ্ডিৱাৰ চাৰপো নামৰ এজন লোকে বহুত মানুহ লগত লৈ বনৰীয়া ধান দাই আনিলে। তাৰ পাছত মৰণা মাৰি চাউল উলিয়াই খোৱা-বোৱাৰ আয়োজন কৰি প্ৰথম 'চকেৱয়' নামৰ লখিমী উৎসৱ পাতিলে। মিকিৰ্ ভাষাত চক মানে ধান। আজিকালিও ন-ধানৰ বতৰত ন-খোৱা বা চকেৱয় উৎসৱ মিকিৰসকলৰ সমাজত চলি আছে। মিকিৰৰ লগত কুকিচীনৰ বহুতো বিষয়ত মিল আছে, তাৰ ভিতৰত ঘৰ সজাৰ প্ৰণালী, সাজ-পাৰ আদিৰ সাদৃশ্য লেখত লবলগীয়া। ভাষা

বিষয়তো মিকিৰ অভিধান প্ৰণেতা জি, দি, ৱাকাৰে অভিধানৰ পাতনিত এনেদৰে কৈ গৈছে।

মিকিৰ ভাষা তিব্বত-বৰ্মী শাখাৰ ভিতৰুৱা আৰু সম্ভৱতঃ ই কুকী-চীন ভাষা-পৰিয়ালৰহে বেচি ওচৰ চপা অৱশ্যে বড়ো ভাষাসমূহৰ লগতো মিকিৰৰ কিছু সাদৃশ্য আছে।

## হাচাকেকান

মিকিৰসকলৰ 'চকেৰয়' উৎসৱৰ নৃত্যক 'হাচাকেকান্' বোলে। হাচাকেকানৰ-লগে লগে গীত গোৱা হয়। সাধাৰণতে ৰাতি হাচাকেকান্ কৰে। দুপৰ ৰাতি নৃত্য কৰি কৰি ভাগৰি পৰা ডেকাসকলে গৃহস্থক লক্ষ্য কৰি গায়,—

হিচ্ছুং ৰচ্ছক্ তেলিৰাং,
কেকান্ আহান্ চলনাং,
হাচাকান্ পাং থাং কাৰ তাং,
ক্লিম্ চ' জান্ নন্ কান্ আহান্ তাং।

অৰ্থাৎ ৰাতি দুপৰ হল। সপ্তৰ্ষিমণ্ডল (ৰচ্ছক্) মূৰৰ ওপৰ পালেহি। গোটেই ৰাতি আমোদ প্ৰমোদ কৰি কটাব নোৱাৰি। গতিকে ৰাইজক থুৰাই-বুৰাই বিদায় দিয়ক।

## চাবিন আলুন্ঃ ৰামায়ণ গান

হাচাকেকান্ গীতৰ দৰে মিকিৰসকলৰ ৰামায়ণ গীত "চাবিন্ আলুনো" প্ৰাচীন। চাবিন আলুনৰ ভিতৰেদি ৰামায়ণৰ ঘটনাটো চমুকৈ ৰূপ দিয়া হৈছে। গীতৰ বৰ্ণনাৰ ভিতৰত ঠায়ে ঠায়ে মিকিৰ সমাজৰো চাব পৰিছে।

"বাছৰনী ডেকা ৰাম আৰু লক্ষ্মণ। সীতা জনকৰ জীয়াৰী। জনকৰ এখন লোহাৰ ধনু আছিল। চোতাল সাৰোতে সেই ধনু সীতাই সোঁহাত আৰু বাওঁ হাতেৰে ইফাল সিফাল কৰে। তাকে দেখি ৰজা জনকে কয়,—'এই ডাঙৰ ধনুখন যি ভাঙিব পাৰে তেৱেঁই সীতাক পাব।' এই বৰ্ণনাটি মিকিৰ গীতত এইদৰে দিয়া হৈছে,—

নিচ' চাবিন্ মিৰ্লৰি
কাংটাং ৰাম পেন্থন্ বেনি



ইংছিন্ আ লিঠাই থেপি
জনক ৰিচ' অ' চ' পি
আমেন্ সীতা কুংৰিপি
মাৰনাং কাৰকক্ আনি
আৰৰি কিংকক্ নাং কেৰি
ৰিচ' জুদেং আলাম দি।
লা আন্ আ লিঠাই থেপি
লা নে কং উন্ তাং তেতি
নে চ'পি সীতা কুংৰি
লাচি সীতা পিন্ নাংজি।

## ৰং কেকিম্

মিকিৰসকল প্ৰাচীন কালৰ পৰাই কৃষিজীৱী। কিন্তু ঝুম খেতিৰ বাহিৰে তেওঁলোকে আধুনিক প্ৰণালীৰে খেতি-বাতি কৰিবলৈ শিকা নাছিল। মাটিৰ উৰ্বৰা শক্তি বৃদ্ধিৰ কাৰণে সাৰ জাবৰ দিয়াৰ নিয়মো বেছি নাছিল। সেই কাৰণেই খেতিৰ ঠাইবিলাক তিনি চাৰি বছৰৰ মূৰে মূৰে সলনি কৰিছিল। খেতি-বাতি নোহোৱা হলে মাজে সময়ে একোখন গাৱেঁই স্থানান্তৰ হৈছিল। মিকিৰ সমাজৰ ভিতৰত বহুতো পদবী। একোখন খণ্ড বা লংৰিৰ ভিতৰত 'হাবাই' আৰু গাঁৱে গাঁৱে একোজন গাওঁবুঢ়া পাতি লোৱাৰ নিয়ম মিকিৰসকলৰ ভিতৰত প্ৰাচীন। গাঁৱৰ ভিতৰত গাওঁবুঢ়া হোৱাটো তেওঁলোকৰ চলিত আকাঙ্ক্ষা। গাওঁবুঢ়াসকলে নিজৰ নাম বিখ্যাত কৰিবৰ কাৰণে নিজৰ নামেৰেই গাঁৱৰ নাম ৰাখে। অৱশ্যে কোনো কোনো ঠাইত খেলৰ নামো ব্যৱহাৰ হয়। মিকিৰ গাওঁবোৰত সাধাৰণতে পাঁচ ঘৰৰ পৰা বিশ ত্ৰিশ ঘৰমানলৈ মানুহ থাকে। আজিকালি অনমীয়া মানুহৰ আহিত দুই এখন গাওঁ নতুনকৈ সংগঠিত হৈছে।

"ৰংকেকিম্" গীতৰ ভিতৰত মিকিৰ সমাজৰ এজন প্ৰাচীন গাওঁবুঢ়াৰ নাম পোৱা যায়। তেওঁৰ নাম আছিল কাচেন।

ককাচেন লৰি,
ইৰু ই লং কি,
ইৰু পেন্ ইৰি
থুৰ ৰকু ৰকি।

'কাচেন্ গাওঁবুঢ়া আৰু গাওঁবুঢ়ানী কুকুৰাৰ ডাকতেই শয্যা ত্যাগ কৰিছিল।' তদুপৰি তেওঁলোক আছিল গাঁৱৰ উন্নতি কৰাত সদায় সজাগ। কাচেন গাওঁবুঢ়াই তেওঁৰ গাওঁখন স্থানান্তৰ কৰি উৰ্বৰা ঠাইত প্ৰতিষ্ঠা কৰিছিল বুলি 'ৰংকেকিম্' গীতে আজিও বিঙিয়াই কয়।

## অ'চ' কেবেই আলুন্

মিকিৰসকলৰ শিশু নিচুকনি গীতবোৰক "অ'চ'কেবেই আলুন্" বোলে। এই শ্ৰেণী গীতৰ ভালেমানৰ ওপৰতেই অসমীয়া নিচুকনি-গীতৰ প্ৰভাৱ স্পষ্টভাৱে পৰিলক্ষিত হয়। তলৰ গীতটি মন কৰিবলগীয়া—

অ' চিক্ল' পি পেন্ চিক্লচ'—অ' জোনবাই অ' সকতৰা,<br>
লাংচ' আৰ্নি পন্ এংল—তোমাৰ ছোৱালী বেলিয়ে নিলে।<br>
হা বে হেম্ আথিকু পচিদ'—সোঁ বে'-ঘৰৰ চোতালত আছে।<br>
পাপন্ আৰ্লিং পাপন্ নাং—লোৱা যদি লোৱা।<br>
চক্ কে টক্ পাংতুক্ পাংতুক—ককাল ভাঙি ভাঙি ধান খুন্দিছে<br>
টেপ্ অংল হিজু আতুক—খুন্দোতে ধানবোৰ ধুনাৰ দৰে গুৰি হৈছে।<br>
চেলংপ' ৰাং প্লোত—এটা গলধন ধৰা ম'হ আহিল।<br>
অ'চ'মা-ৰ বে প্লোং—ল'ৰাবোৰ পলাই গ'ল।

প্ৰাচীন হলেও এই গীতটো অসমীয়া গীত—'জোনবাই এ, বেজী এটি দিয়া'ৰ প্ৰভাৱৰ পৰা মুক্ত নহয়। গীতটোৰ সম্পূৰ্ণ অনুবাদো শুনা যায়— যেনে,

অ চিক্ল' পি পেন্ চিক্লচ'<br>
ইপ্ৰিম্ ইহং নে পিঠা।

অৰ্থাৎ—জোনবাই এ, সকতৰা এ; বেজী এটি দিয়া।

## থেলু আলুন্

"থেলু আলুন্" বুলিলে মিকিৰসকলৰ বিয়া সম্পৰ্কীয় গীতকেই বুজায়। কন্যা খোজাৰ পৰা আৰম্ভ কৰি বিয়াৰ কাম শেষ হৈ যোৱালৈকে সকলো কথা গীতৰ মাজতেই চিত্ৰিত হোৱা দেখা যায়। মিকিৰসকলৰ বিবাহ প্ৰথাৰ বিশেষত্ব এয়ে যে তেওঁলোকে আপোন মাতুলৰ কন্যাক বিবাহ কৰিব পায়। কিন্তু একে গোত্ৰ বা খেলত বিয়া কৰাৰ প্ৰথা মিকিৰ সমাজত নাই। যেনে—'তেৰণ'ৰ



ছোৱালী 'তেৰণে' বা 'ইংটি'ৰ ছোৱালী 'ইংটি'য়ে কোনো কালেও বিয়া কৰিব নোৱাৰে। বিয়াৰ কথাখিনি চাৰিটামান ভাগত ভগাব পাৰি। প্ৰথমে নেংপি আৰু নেংচ' বা বৌ-ননন্দৰ মাজত আলোচনা। বৌ-ননন্দৰ মাজতেই মিকিৰ সকলৰ বিয়নিৰ সম্বন্ধ। দ্বিতীয়তে 'কেহাং আহৰ' বা প্ৰথম সোধনি ভাৰ। তৃতীয়তে 'লাম আথেক্ আহৰ বা ঘৰ জোৱাঁই হৈ থকা বা নথকাৰ সিদ্ধান্ত। তাৰ পাচতেই 'আজ আৰ্নি কেফা' বা বিয়াৰ দিন ঠিক কৰা। প্ৰত্যেকবাৰেই 'হৰ্ আলাং' আৰু 'হৰ্ আৰাক্' নামৰ দুবিধ মদ অৰ্থাৎ 'সাজ-বস্ত' সম্মানৰ চিন স্বৰূপে কন্যাৰ ঘৰলৈ নিয়াৰ নিয়ম আছে। গুকান জাতিলাওৰ খোলাত সাধাৰণতে হৰ্ আলাং আৰু হৰ্ আৰাক্ নিয়া হয়। কন্যাৰ ঘৰত বিয়াৰ সিদ্ধান্ত হৈ যোৱাৰ পাছত লাওৰপৰা মদ বাকি মঙ্গল চোৱাৰ নিয়মো মিকিৰ সমাজত প্ৰচলিত। দৰাঘৰীয়া আৰু কন্যাঘৰীয়া মানুহৰ কথোপকথনৰ ভাষা সীমাবদ্ধ আৰু মুখস্থ। যেতিয়া বিয়াৰ সিদ্ধান্ত হয় তেতিয়া কন্যাঘৰীয়া বয়োবৃদ্ধজনে 'হৰলাং'ৰ বটল ছুই এইদৰে দেৱতাসকলক স্মৰণ কৰে।

অ'পিথে, অ'পুথে পী মুপ্লাং, প'মুপ্লাং, পী বিণজা,<br>
প'ৰিণজা, আহেম্ আৰি হেম্ আৰুং, বছে আৰ্নাম্,<br>
ইংতুং আৰ্নাম্ কিকিম্ আৰ্নাম্, কেৰাক আৰ্নাম্,<br>
নিচুৰি আদন্, নিফাৰ আদন্ ইংচিন্ আদন্, কে ক্লুট,<br>
উন্ এ, আৰ্লং আদন্, কে ক্লুট উন্ এ, চেৰ্ হনজেং,<br>
কেদাক্ উন্ এ, ৰূপ হন জেং কেদান উন্ এ, বছে,<br>
কেমে নাংজি, ইংটুং কেমে নাংজি, অ'ৰংচীন,<br>
অ'ৰংদাম্ দাম্, আথেক নেথান্, আৰেন্ মেথান্'।

অৰ্থাৎ হে মহান ঈশ্বৰ, হে পিতা, হে গৃহদেৱতা, হে বন্ধন দেৱতা, হে গৃহনিৰ্মাণ দেৱতা, আমাৰ পুৰণি মিত্ৰতাৰ বান্ধোন লৌহ সদৃশ কঠিন হওক, শিলৰ নিচিনা ভাঙিব নোৱাৰা হওক, সোণৰ ৰূপৰ সূতাৰ নিচিনা ছিঙিব নোৱাৰা হওক দৰাকন্যাৰ নতুন সংসাৰ মধুময় হওক। হে ৰংচীন (সাজবস্তৰ বটল) তুমি দৰকন্যাৰ ভবিষ্যত ব্যক্ত কৰা।' এই বুলি কৈ বৃদ্ধজনে লাওৰপৰা মদ ঢালি দিব। মদ পোনে পোনে বাটিত পৰিলে হেনো মঙ্গল, আৰু লাওৰ গাত বাগৰি গ'লে অমঙ্গল হয়বুলি বিশ্বাস।

মিকিৰসকলৰ জেঠেৰি-বৈনাই বা ভিনিহি-খুলশালিৰ মাজত বিয়ৈৰ সম্বন্ধ ঘটে। খুলশালিয়ে ভিনিহিক সম্বোধন কৰি গোৱা গীতৰ নমুনা এই—

জ' চাংলিন্ কামে,
আন্ খিমা বিম ৰুচ্ছে,
বংচুক্ পাং ফাৰচে
দেং কিন্দু তকচ্ছে
ল'টি আজাক মে,
জেং জাতি পেন লে
ল' হমাবি ৰাংকে।

অৰ্থাৎ— কিয়নো আহিছা চেনেহৰ ভিনিদেউ,
লগত লৈ বান্ধৱৰ দল
মূৰত পকাচুলি হাততো লাখুটি
চকু জলক্ তবক্ হ'ল।

পৃথিৱীৰ অন্যান্য জাতিৰদৰেই মিকিৰসকলেও অতীতৰ কাহিনী কৈ বা গান গাই আনন্দ লাভ কৰে। তেওঁলোকৰ অতীতৰ ৰজা বা পিম্পমাৰ থকা ঠাইখনক 'চ্ছচেং' বুলি কয়। তাহানি সামন্ত যুগৰ যুঁজ-বাগৰ আৰু অশান্তিৰ মাজতো তেওঁলোকৰ খ্যাতিমন্ত পিম্পমাৰ বেং বং হমে জয়ন্তীয়া ৰজাৰ লগত বন্ধুতা কৰি ৰাজ্যলৈ শান্তি আনিছিল। সেই কাৰণে বেং বং হমৰ কাহিনী মিকিৰসকলে যুগে যুগে গাই আহিছে এইদৰে,—

কেথে আৰ্নি বেং বং হম,
কেথে আৰ্নি মে অং
কেথে জান্তা পেন্ ৰাং বন্,
চ্ছচেং পাং আৰং থিৰক্কং
বং কুং চুপক্ আপ্লক্ বং
আচীম্ আজাং এটাং ফ্রং।

অৰ্থাৎ— খ্যাতিমন্ত ৰাজা চ্ছচেঙৰ,
মহামানী বেং বং হম্,
সু-সজ্জিত তেওঁৰে নগৰ,
যেনি চাওঁ তেনি মনোৰম।
বন্ধু তেওঁ জয়ন্ত ৰাজৰ,



নাই তাত অলপো সংশয়,
শৌৰ্য্য বীৰ্য্য দেখি নৃপতিৰ,
বিদেশীয়ে তধা লাগি ৰয়।

মিকিৰসকলৰ আধুনিক যুগৰ গীতৰ মাজতো পূৰ্বপুৰুষৰ গৌৰৱ ধ্বনি শুনা যায়।

পুতা চিনথং আমৰি মিবলং
নিলিপ্ ৰংথাং লাপ্ আনতা,
নিদেং নে জাতি কাৰ্বি দ' আদাং।'

অৰ্থাৎ আমি কাৰ্বি জাতি, ৰংথাং আমাৰ ঠাই, আৰু আমাৰ উপৰিপুৰুষ চিনথং, আমৰি আৰু ৰংহাং আদি। শিৱসাগৰ জিলাৰ গেজেটিয়াৰতো মিকিৰৰ চিনথং, আমৰি আৰু ডুম্ৰলি ৰংহাং এই চাৰিটা শাখাৰ কথা উল্লেখ কৰিছে। 'ডুম্ৰলি' এটা বেলেগ জাতি নহয়। যিসকল মিকিৰে বহুদিনৰ পূৰ্বেই থল বা ভৈয়ামলৈ আহি নিজৰ ভাষা হেৰুৱাই পেলালে তেওঁলোককেই অন্য মিকিৰে হয় অ'চ' বা ডুম্ৰলি বুলি কয়। তদুপৰি প্ৰাচীন যুগৰ কাৰ্য্য অনুসৰি, অসমৰ আহোমসকলৰ খনিকৰ, ঘোঁৰা চোৱা, মাউৎ, সন্দিকৈ, লাহন, শেনচোৱা আদি খেলৰ নিচিনাকৈ মিকিৰসকলৰো পাঁচোটা প্ৰধান ফৈদ আছে। যেনে—ইংহি, ইংটি, তেৰাং, তিমুং আৰু তেৰণ। এইবোৰৰপৰা আকৌ বহুতো শাখা ফৈদ হৈছে, তাৰ ভিতৰত ইংহিৰ ত্ৰিশটা ফৈদ, ইংটিৰ চাৰিটা আৰু তিমুঙৰ ত্ৰিশটা ফৈদ জনাজাত। কেইটামান ফৈদৰ শব্দগত অৰ্থ দিয়া হল—। যেনে—

ৰংহাং—( ৰং ) গাওঁ, ( হাং ) বিচৰা।
ৰংফাৰ—( ৰং ) গাওঁ ( ফাৰ ) মিলোৱা।
ৰংপি—( ৰং ) গাওঁ ( পি ) দিয়া।
তিমুং—( তি ) বন্ধা ( মুং ) চুঙাত।

এইদৰে সকলোবোৰ ফৈদৰ নামৰ আদিতে একোটা ঐতিহাসিক কাৰণ আছে।

মিকিৰসকলৰ 'একমাত আৰু একজাত'। কথিত ভাষাত ঠায়ে ঠায়ে মাত্ৰ দুই এটা শব্দৰ উচ্চাৰণ বেলেগ দেখা যায়। মিকিৰ অভিধান প্ৰণেতা ৰাকাৰ

চাহাবেও তেখেতৰ অভিধানৰ পাতনিত কৈছে—'মিকিৰ ভাষাটো প্ৰকৃততে সৰ্বত্ৰ একে ধৰণৰ ৰূপতে প্ৰচলিত।'

## হাঈমু আলুন্

মিকিৰসমাজৰ হাঈমু গীতৰ বিষয় দুটি সবল ডেকা-গাভৰুৰ বিচ্ছেদৰ করুণ কাহিনী। লং তেৰণ আৰু হাঈ দুয়ো সবল প্ৰাণৰ স্বামী-ভাৰ্য্যা। হাঈৰ দেউতাক ছাই বং হাঙ্গে তেওঁৰ ঘৰ জোৱাঁই লং তেৰণক প্ৰতাৰণা কৰি জীয়েকক চ্ছচেঙ্গৰ ৰাজকৰ্মচাৰী লং দিলিলৈ বিয়া দিলে। ইয়াৰ মূলত আছিল বোধহয় ৰাজ অনুগ্ৰহৰ লালসা-যি লালসাই মিকিৰ সমাজত অপ্ৰচলিত নীতিৰ আশ্ৰয় লবলৈ আৰু মানবতাহীন কাৰ্য্য কৰিবলৈ বাধ্য কৰিলে ছাইক। সামন্ত যুগৰ ৰাজবিষয়া আৰু মিথ্যাবাদী প্ৰতাৰক পিতাৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিবলৈ নিঃকিনা গাভৰু হাঈ আৰু তুখীয়া লং তেৰণক সময়ে শক্তি নিদিলে। কিন্তু লং তেৰণৰ আত্ম-হত্যাৰ করুণ কাহিনীয়ে মিকিৰ সমাজৰ প্ৰাণত এখন 'অন্তৰ জলোৱা ছবি' আঁকি থৈ গ'ল—সেয়েই আজিও মিকিৰ ডেকা-গাভৰুৱে 'লং হাঈ'ৰ 'ব্যথাভৰা বিষাদৰ গান'বোৰ গাই গাই শোকত শান্তনা লভে।

## সাধুকথা

মিকিৰ গীতবোৰৰ লগে লগে কিছুমান পৌৰাণিক সাধুকথাও শুনা যায়। অসমীয়া পুৰণি সাধুকথাবোৰৰ মাজত জড়জগত আৰু জীৱজগতৰ সম্বন্ধ থকা। যিবোৰ চিত্ৰ পোৱা যায় তেনে চিত্ৰৰ প্ৰতিকৃতি মিকিৰ সাধুকথাৰ ভিতৰতো দেখা যায়।

ওকণি সখীৰ বেজাৰত বগে নিয়ামুৰি খোৱা অসমীয়া সাধুটোৰ আলমত তলৰ মিকিৰ সাধুটোৰ সৃষ্টি হৈছে যেন লাগে। যেনে—

চিৰি প'থি বুপ—জৰীগছ মৰিল।
ৰলংকম্ মণ্ডুক মঞ্চান্—বগলীয়ে বেজাৰপালে।
লাংকু মাতৎ চ্ছক্—নৈৰপাৰত বগলীবেজাৰ কৰি বহিল।
অক্ পাচেৰ ক্ৰক্ ক্ৰক্—বেজাৰত মাছবোৰ কমাইছে।
চ্ছ ইংতুতে জুন্ ইংতুতে—খাবলৈ পিবলৈ মন নাযায়।
লাং আছু কেক্ কাং—নৈখন বেজাৰতে বেকা হৈ বৈছে।



ৰথুং মেক্ৰিজি—কপৌৱে বেজাৰত চকু সৰু কৰিছে।
চেলং প' আহুদম্ পাং—ম'হ মেনা হৈছে।
চাৰ্পি চিন্ তক্ পাং—বুঢ়ীয়ে বেজাৰত লাখুটি বাই গৈছে।

ককা, বুঢ়ী আই আৰু নাতিৰ মাজত সৃষ্টি হোৱা কথোপকথন আৰু প্ৰশ্নোত্তৰ-বোৰৰ মাজেদিও সামাজিক জীৱনৰ ছবি চিত্ৰিত হৈছে। যেনে—ফিনাং দাম্? বুঢ়ী আই কলৈ গ'ল?

হেন্ এ দাম—কচু ৰুবলৈ গ'ল।
হেন্ ক'ল'?—কচু ক'ত?
ফাক্চ্ছ'দেৎ—গাহৰিয়ে খালে।
ফাক্ ক'ল'?—গাহৰি ক'ত?
চু তাৰ বপ্—জোঙ্গত পৰি মৰিল।
চু ক'ল'?—জোং ক'ত?
মে ক্ৰিন্ দুৎ—জুয়ে পুৰিলে।
মে ক'ল'?—জুই ক'ত?
লাং চাৰথিপ্—পানীয়ে নুমুৱালে।
লাং ক'ল'?—পানী ক'ত?
ইংনাৰ মং ক্ৰক্—হাতীয়ে খালে।
ইংনাৰ ক'ল'?—হাতী ক'ত?
হাচিনিং—সৌ আকাশত।
চিনিং ক'ল'—আকাশ ক'ত?
হা কালে (হালাকে)—সৌখন।

একালে নাতিৰ প্ৰশ্ন আৰু আনফালে ককাৰ উত্তৰ। নাতিৰ প্ৰশ্নৰ জাউৰিত ককাই উত্তৰ দি ভাগৰি পৰিছে আৰু শেষৰ উত্তৰত 'হালাকে'ৰ পৰিবৰ্তে 'হাকালে' বুলি ভুলকৈ কোৱাত হাঁহিৰ ৰোল উঠিছে।

ককা আৰু নাতিৰ কথাবাৰ্তাৰ মাজত মিকিৰ সকলৰ জুম খেতিৰ 'আৰা' থন চকুৰ আগত জিলিকি উঠে। তাত বুঢ়ীয়েও কচু ৰোৱে। একে ডোখৰ মাটিতে লা, কপাহ, ধান, আলু, কচু, লাও, কোমোৰা আদি শস্য উৎপাদন কৰা পথাৰখনকেই 'আৰা' বুলি কোৱা হয়। জুম খেতিৰ পথাৰৰ জুই, খেতিৰ

পথাৰৰ জোং, খেতিৰ পথাৰত উপদ্ৰৱ কৰা বনৰীয়া বা ঘৰচীয়া হাতী আৰু গাহৰী মিকিৰ পাহাৰৰ স্বাভাবিক দৃশ্য।

### মিকিৰ গীতত সাজ-পাৰ

অসমীয়া বিহুগীতৰ মাজত সাজপাৰৰ বিৱৰণ থকাৰ দৰে মিকিৰ গীতৰ মাজতো তেওঁলোকৰ সাজপাৰৰ বিৱৰণ বিদ্যমান। অসমীয়া বিহুগীতত 'দেউতাই গাত গোমচেঙৰ চোলা পিন্ধি আৰু কাণত লোকাপাৰ বা নবা জাংফাই পিন্ধি বৰ চ'ৰাৰ মুখলৈ' ওলায়। মিকিৰ গীততো মিকিৰ ডেকাই (জেংকি আফ্রে পাং টেনবং, হাচাকেকান্ পাং তুক জন্) দহি লগা চোলা পিন্ধি হাচাকেকান কৰে বা চকেৰয় উৎসৱত নৃত্য কৰে। পুৰুষৰ মূৰত প'হ' বা পাগুৰি, ডিঙিত 'লেক' অৰ্থাৎ মণি, গাত ছয় বা দহিলগা চোলা, ককালত 'বিকং' বা লেংটি আৰু হাতত 'বয় পাং থ্ৰা' বা থাৰু জাতীয় পোছাকৰূপে শোভা পায়।

মিকিৰ তিৰোতাৰ জাতীয় পোছাকৰ ভিতৰত 'পিনি' বা ক'লা মেখেলা 'ৱানকক্' বা পেটি, 'জিচ' বা চাদৰ, 'ন'থেংপি' বা কেৰু আৰু চোলা। তিৰোতাৰ চোলা আধুনিক। পূৰ্বণি কালত তিৰোতাই কেৱল বুকুত মেঠনিহে মাৰিছিল।

### ফকৰা-যোজনা, নীতিবচন

মিকিৰ ভাষাৰ ফকৰা, যোজনা আৰু নীতিবচনবোৰৰ ভিতৰতো সামাজিক চিত্ৰ পোৱা যায়। সেই বিলাকৰ বহুতো অসমীয়া ভাষাৰ ফকৰা, যোজনা আৰু নীতিবচনসমূহৰ লগত বিজাব পাৰি। তলত কেইটামান উদাহৰণ দিয়া হৈছে।

| মিকিৰ | অসমীয়া |
|---|---|
| আৰংতা থৰদাক্ আথেটা থৰদাক্— | বাপ চাই পো |
| অবি পেন আহেৰু আৰং পেন আমাৰেথু— | বিল চাই বিহ, |
| | চুঙা চাই সোপা। |
| চাৰ আলামকে লামদাক্— | বুঢ়াৰ কথা নুশুন ডেকা। |
| কাচে ককুকে লাথাক্ থাক্। | টানত পৰি কিয় কেকা। |
| অ'চ' প্ৰাক্ জাংটাং আফিপ্ৰাক্ কাংঠিন্ | চোৰ গলে বুদ্ধি |
| | বৰষুণ গলে জাপি। |



### মিকিৰ ভাষা

মিকিৰ ভাষাত স্বকীয়া আখৰ নাই। মিকিৰসকলৰ সৰহ ভাগেই অসমীয়া আখৰকে ব্যৱহাৰ কৰি আহিছে। কেইবছৰ মানৰ আগতে ওলোৱা মিকিৰ ভাষাত বাতৰি কাকত—'পিৰথে কিমি' বা 'নতুন পৃথিবী'য়ে অসমীয়া আখৰকে ব্যৱহাৰ কৰিছিল। মিকিৰ ভাষাত প্ৰকাশিত 'হাঙ্গ', 'ক্লংকৰ আথেকাৰ কেতি আকিতাম্' আদি পুথিতো অসমীয়া আখৰেই ব্যৱহাৰ হৈছে। অৱশ্যে কোনো কোনোৱে ইংৰাজী আখৰ ব্যৱহাৰ কৰিও আগেয়ে দুই-এখন পুথি প্ৰকাশ কৰিছিল।

মিকিৰ ভাষাত বড়ো, কুকিচীন আৰু অসমীয়া ভাষাৰ ভালেমান শব্দ ব্যৱহাৰ হৈছে। কোনো কোনো অসমীয়া শব্দ অলপ লৰচৰ হৈ মিকিৰ ভাষাত ব্যৱহাৰ হোৱা দেখা যায়। যেনে—'হাৰ বাইল' হাল বালো, 'বুৰা' বুঢ়া, মহাদেউ (মহাদেৱ) 'মহাদাই', 'অ', আৰো ইত্যাদি।

অসম মিকিৰসকলৰ আপোন জন্মভূমি। যুগ যুগ ধৰি তেওঁলোক অসমতে থাকি অসমীয়া সমাজৰ লগতে মিলি অসমীয়া আৰু মিকিৰৰ মাজত এক আপোন ভাব গঢ়ি তুলিছে। আজি-কালি মিকিৰ ডেকা-গাভৰুৱে ৺বেজবৰুৱা ডাঙৰীয়াৰ 'অ' মোৰ আপোনাৰ দেশ' জাতীয় সঙ্গীতৰ মিকিৰ ভাঙনি কৰি কাৰ্বিআ দৰবাৰ আৰু অন্যান্য ৰাজহুৱা সভাত গোৱা শুনা যায়। মিকিৰ ডেকা গাভৰুৰ মুখত অসমীয়া জাতীয় সঙ্গীতৰ প্ৰতিধ্বনি—

অ' নে আপক ফং যাং
অ' নে বলন ফং যাং
লাচন্ থং বলন পাৰ্
লাচন্ থং পাথে পাৰ্
লাচন্ থং ছেংদক্ ফং যাং।

শুনি সঁচাকৈয়ে গৌৰৱ অনুভৱ হয় আৰু কৰৱ মন যায়—

পৰ্বত ভৈয়াম মিলি
ধৰি দুয়ো আঁকোৱালি
গঢ়ি লম প্ৰেমৰ আলয়।

সৰল আৰু শান্তিপ্ৰিয় মিকিৰ ভাইসকল অসমৰ সোঁহাত স্বৰূপ। তেওঁলোক অসমৰ নতুন অতিথি নহয়। 'নীল সেউজীয়া সাত পৰ্বত'ৰ সিপাৰৰ পৰা

তেওঁলোক অসমলৈ আহিছিল বুৰঞ্জীয়ে ঢুকি নোপোৱাৰ যুগতেই। যুগান্তৰৰ কত ধুমুহাই তেওঁলোকক জোকাবি গ'ল, সামন্ত যুগৰ কত ৰজাই তেওঁলোকৰ মূৰৰ ওপৰত তৰোৱালৰ ঝনঝননি তুলিলে তথাপি তেওঁলোক নিশ্চিহ্ন হৈ নগল—তেওঁলোক জীয়াই থাকিল—'কাৰ্বি' ৰূপে, জাতি-ৰূপে। আজিও তেওঁলোক আন্ধাৰতে। শিক্ষাৰ জিলিঙনি পৰিছে—পোহৰ পৰা নাই। কুষ্ঠৰোগত, গোধাৰোগত জলা-কলা হোৱা এই জাতিটো পোইৰলৈ উলিয়াব নোৱাৰিলে, সুস্থ আৰু সবল কৰি গঢ়ি তুলিব নোৱাৰিলে, মাতৃ-পূজাৰ মোহন মন্দিৰত শঙ্খ ধ্বনি হ'ব কেনেকৈ ?

মিকিৰসকলৰ আজি পূৰ্ণ বুৰঞ্জী নাই সঁচা—কিন্তু তেওঁলোকৰ যে বুৰঞ্জীৰ সম্বল আছে। তেওঁলোকৰ মৌখিক গীতমাতবোৰেই বুৰঞ্জীৰ আহিলা আৰু জাতীয় সংস্কৃতি সোৱণশিৰিৰ সোণৰ চেকুৰা। তেওঁলোকৰ লুনচে কেপ্লাং, লক্ষ্মী কেপ্লাং, ফাক্ অক্ আৰচক্ কেপ্লাং, থাপ কেপ্লাং, দিহুন্ আলুন্, অৰে আলুন্, চাবিন্ আলুন্, হাঙ্গ আলুন্, দি দি আলুন্, তেৰাং কিকিম্ আলুন্, চেং বুরুপ, কেহিন্ আলুন্, বিচ' আৰনাম্ কেপ্লাং আলুন আদি গীতবোৰ অসমীয়া ভাষালৈ অনুবাদ হলে বহুতো তথ্য ইয়াৰ মাজত পোৱা হব আৰু অসমীয়া ভাষা আৰু জাতিৰ লগত মিকিৰ বা কাৰ্বি ভাইসকলৰ সম্বন্ধৰ সূত্ৰডালো কটকটীয়া হ'ব।

# মিজো

**শ্ৰীচিত্ৰ মহন্ত**

অসমৰ সুদূৰ দক্ষিণ অংশত অৱস্থিত মিজো পাহাৰ জিলা। এই জিলাখনক তিনিও ফালৰ পৰা বিদেশী ৰাজ্যই ঘেৰি ৰাখিছে। এইখন অসম তথা পৃথিবীৰ ভিতৰতেই হেনো মাটিকালিৰে সৰ্ববৃহৎ জিলা। ৮১৪৩ বৰ্গমাইলৰ এই জিলাখনৰ বসতি কিন্তু সৰ্বনিম্ন। ১৯৫১ চনৰ জনগণনা মতে প্ৰতি বৰ্গমাইলত ২৪ জনে বাস কৰিছিল আৰু ১৯৬১ চনৰ জনগণনা মতে ৩২ জনে প্ৰতি বৰ্গমাইলত বাস কৰে বুলি জনা গৈছে; ১৯৬১ চনৰ পিয়লমতে এই জিলাৰ মুঠ লোকসংখ্যা ২৩৩৮৭৭ জন, আৰু এটা বিশেষত্ব এই যে জিলাখনৰ, শিক্ষিতৰ শতকৰা হাৰ জিলা হিচাবে গোটেই দেশৰ ভিতৰতে সৰ্বোচ্চ। ১৯৬১ চনৰ পিয়লমতে শতকৰা ৪৩'৬৬ জন লোক সাক্ষৰ।

সংবিধানে আগৰ লুচাই পাহাৰ জিলাক আজিকালি মিজো ('মি'=মানুহ, 'জো'=স্থান) জিলা নামে অভিহিত কৰিছে। সাধাৰণতে 'লু' মানে মূৰ আৰু 'চাই' বা 'চেই' মানে হৈছে দীঘল, অৰ্থাৎ লুচাই বা লুচেই মানে দীঘল মূৰীয়া লোক বা আন অৰ্থত হৈছে বুদ্ধিমান লোক। কিন্তু লুচাই বুলিলে সাধাৰণতে আমি যদিও সেই পাহাৰৰ জনজাতীয় সকলকহে বুজো—আচলতে লুচাই এই পাহাৰৰ এটা ফৈদহে। ইংৰাজ সকল যেতিয়া প্ৰথমে ইয়াত প্ৰবেশ কৰিছিল—তেতিয়া তেওঁলোকে এই লুচাই সকলৰ সম্মুখীনহে বাৰে বাৰে হব লগীয়াত পৰিছিল, আৰু তেওঁলোকৰ হাতৰ পৰাই বৃটিছে শাসনভাৰ কাঢ়ি আনিছিল। ফলতঃ এই লোকসকলৰ প্ৰাধান্যৰ স্বীকৃতি হিচাবেই এই জিলাৰ নাম লুচাই পাহাৰ হয়। আচলতে 'লুচাই'সকল এই জিলাৰ আদিম অধিবাসী নহয়। এওঁলোক কেইশ'মান বছৰৰ আগতেহে মাথোন ব্ৰহ্মদেশৰ চীন হীলৰ ফালৰ পৰা অন্ন আৰু গৃহৰ সংস্থানৰ কাৰণে আহে। আহোতে বাটত পোৱা আদিমবাসী 'মাৰ (Hmar) সকলক দমন কৰি আহে। 'মাৰ সকল লুচাই সকলৰ উপদ্ৰৱত তিষ্ঠিব নোৱাৰি দেশ এৰি বিদেশ হয়; মণিপুৰ, ত্ৰিপুৰা, উত্তৰ কাছাৰ আদিলৈ তেওঁলোক পলাই যায়।

### বুৰঞ্জীৰ পটভূমিত ইংৰাজ অহাৰ আগে-পিছে

ইংৰাজ সকল অহাৰআগতে এই জিলাৰ শাসনভাৰ সৰু সৰু সামন্তসকলৰ হাতত আছিল আৰু এই সকল প্ৰায়েই লুচাই জনজাতিৰ লোক আছিল। এওঁলোকে গোটেই উত্তৰ লুচাই পাহৰকে দখল কৰি ৰহিছিল যদিও দক্ষিণৰ লাখেৰ আৰু পোই সকলক লুচাই সকলে কিম্বা স্বয়ং ইংৰাজ সকলেও দমন কৰিব পৰা নাছিল। লুচাই আৰু 'মাৰ সকলৰ বাহিৰেও ৰাল্টে ( Ralte ), লাখেৰ ( Lakher ), ফানাই ( Fanai ), পোই ( Powi ) আদি ফৈদৰ লোকে শতিকা-জুৰি এই জিলাত বসবাস কৰি আহিছে।

১৮৭০ চনৰ পৰা এই জিলাত বৃটিছৰ শাসন চলে। ইয়াৰ আগতে এই লোকসকল নগা আদি জনজাতিৰ দৰেই আছিল। এওঁলোকো চিকাৰপ্ৰিয় জাতি আছিল। নৰমুণ্ডচিকাৰো এওঁলোকে কৰিছিল। আচলতে এনেবোৰ কাৰণতে বৃটিছসকল ইয়ালৈ অহাৰ সুবিধা পায়। ইতিমধ্যে কাছাৰ, ত্ৰিপুৰা, মণিপুৰ আদিত বৃটিছৰ শাসন সুপ্ৰতিষ্ঠিত হৈ পৰিছিল। তেওঁলোকে নিজৰ ব্যৱসায় বাণিজ্য সেই সেই ঠাইবোৰত আৰম্ভ কৰি দিছিল ; ত্ৰিপুৰাত চাহবাগিছা পাতি বৃটিছ ব্যৱসায়ীসকল বহি গৈছিল।

ইপিনে দুৰ্দ্ধৰ্ষ লুচাই সকলে সীমান্ত অঞ্চলত অত্যাচাৰ কৰিবলৈ ধৰিলে। ১৮৪২ চনত ছিলেটৰ পাৰ্বত্য অঞ্চলতো অত্যাচাৰ বাঢ়ি যায়। ভালেমান লোকক হত্যাও কৰে। ১৮৪৪ চনত এপ্ৰিল মাহত মণিপুৰৰ কুছাবাৰী অঞ্চল আক্ৰমণ কৰি ২০ জন মানুহৰ শিৰ লৈ উভতি আহে। এইদৰে যেতিয়া চাৰিও ফালৰ পৰা বৃটিছ সকলক ব্যতিব্যস্ত কৰি তুলিলে-তেতিয়া কেপ্টেইন ব্লেকউডে আক্ৰমণকাৰী সকলক কঠোৰভাবে দমন কৰে আৰু এওঁলোকৰ নেতাজনক নিৰ্বাসিত কৰি থয়। সিমানতো ইয়াৰ উপশম নহল, গতিকে ১৮৫০ চনত কৰ্ণেল লিষ্টাৰে উত্তৰ লুচাই-পাহাৰ অঞ্চল আক্ৰমণ কৰি তেওঁলোকক দমন কৰে। ভৱিষ্যতে যাতে এনে আক্ৰমণ আৰু নচলে তাৰবাবে সামন্ত প্ৰথাৰ প্ৰৱৰ্তন কৰে। এইদৰে কিছুমান শক্তিশালী আৰু আগৰনুৱালোকক সামন্তৰ বাব দি দমন কৰি ৰখা হ'ল ; কুকীবোৰকো হাত কৰিলে আৰু পোইবোৰকো কিছু পৰিমাণে বশলৈ আনিলে।

এই সকলোবোৰকে বশলৈ আনিও কিন্তু বৃটিছসকলে লাখেৰ সকলক হাতলৈ আনিবলৈ নোৱাৰিলে। লাখেৰ সকলৰ লগত ইংৰাজ বিষয়াৰ চকুৰ টোপনি চকুৰ পতাতে হেৰাল। একো উপায় নেদেখি সকলোবোৰ জনজাতি আৰু



ইংৰাজৰ মাজত হোৱা এটা চুক্তিমতে ৰঙা মাটিত এটা অফিচ খুলি তাৰ পৰাই দুৰ্দ্ধৰ্ষ লাখেৰ সকলক আক্ৰমণ কৰি দমন কৰাৰ সিদ্ধান্তলোৱা হ'ল।

এই পাহাৰী ভূমিখণ্ডৰ অধিকাৰ লাভৰ বাবে বৃটিছ সকলে তেওঁলোকৰ বহুতো সুযোগ্য লোকক হেৰুৱাব লগীয়া হয়। এইবোৰ যুঁজ, বাগৰ, মৰা-কটা ১৮৯২ চনলৈ চলিয়ে থাকে। ১৮৯৩ চনত কলিকতাত হোৱা এখন সভাৰ সিদ্ধান্ত:অনুসৰি উত্তৰ লুচাই পাহাৰক অসমৰ লগত আৰু দক্ষিণ লুচাই পাহাৰক ছিলেটৰ ( বঙ্গ ) লগত মিলোৱা হয়। পিছলৈ গোটেই খণ্ডভূমিতে অসমৰ ৰাজনৈতিক শাসনৰ ভিতৰলৈ অনা হয়। অৰ্দ্ধদমিত হৈ থকা লাখেৰ ভূমি অঞ্চল ১৯৩০ চনৰ পৰা সম্পূৰ্ণ ইংৰাজ শাসনৰ তললৈ আহে।

### ধৰ্মমত, দেও-ভূতৰ বিশ্বাস

অতীজৰ মিজোসকলৰ ফৈদে ফৈদে বেলেগ বেলেগ সমাজ আছিল, কোনো নিৰ্দিষ্ট ধৰ্ম বা ধামিক মতবাদ নাছিল যদিও তেওঁলোকে এজন মাথোন সৰ্ব শক্তি-মান-ঈশ্বৰত বিশ্বাস ক'ৰিছিল। কিন্তু ইয়াৰ বাহিৰেও নানা প্ৰকাৰ ভূত-প্ৰেতৰ প্ৰতি তেওঁলোকৰ বিশ্বাস আছিল। কেৱল বিশ্বাসেই নহয় অতীজৰ মিজো জীৱনৰ খোজে প্ৰতি ভূতপ্ৰেতে ক্ৰীড়া কৰা বুলি ধৰিছিল। এই প্ৰেতবোৰৰ ভিতৰত ৰামহইয়া নামৰ এজন অতি প্ৰতাপী আৰু মুখ্য আছিল। মানুহৰ জীৱনলৈ খোজে খোজে এওঁ অপায় অমঙ্গল মাতি আনিছিল। এই ৰমহইয়া (ৰাম=হাবি, হইয়া=বীৰ ) অসন্তুষ্ট হ'লে মাৰীমৰক আৰু হত্যাকাণ্ড আদি হয়। এই ধৰণৰ আৰু পোন্ধৰ জনমান সৰুৰৰ ৰামহইয়া আছে। এওঁলোকৰ কোনোৱে মানুহক বলিয়া কৰে, কোনোৱে জ্বৰ উঠায়, কোনোজনৰ প্ৰভাৱত জীৱনলৈ দুখ দাৰিদ্ৰ আদি আহে। সেইদৰে কিছুমান দয়ালু ভূত-প্ৰেতো আছে। তাৰ ভিতৰত খুআৱেং প্ৰধান।

### পূজা-পাতলনৃত্য-গীত

এই ভূত প্ৰেতবোৰৰ প্ৰভাৱৰ পৰা সাৰিবৰ কাৰণে অতীজৰ মিজো সকলৰ মাজত নানা প্ৰকাৰৰ পূজা-পাতলৰ ব্যৱস্থা আছিল। একশ্ৰেণী পুৰোহিতৰ দ্বাৰা এই সেৱা পূজাবোৰ কৰোৱা হৈছিল। সাধাৰণতে এই পূজাবোৰত গাহৰি বলি দিব লাগিছিল। আকৌ কোনো কোনো ভূত-প্ৰেতক কুকুৰ বলি দিও পূজা কৰিব লগীয়া হৈছিল। এনে ধৰণৰ পূজাবোৰ কেতিয়াবা বছৰ জুৰিও

চলিছিল। এই পূজাবিলাকৰ ভিতৰত খুৱাংচোই অতি মহত্বপূৰ্ণ আছিল। এই পূজাত বহুতো ধন ব্যয় কৰিবলগীয়া হৈছিল। অলেক বলি-বিধান আৰু ব্যৱহাৰ ইয়াৰ মুখ্য অঙ্গ আছিল। লগতে নৃত্য-গীতৰ পূৰ্ণ পয়োভৰ। এই পূজাৰ নচানৃত্য খুআল্লাম নৃত্য বোলে। এওঁলোকৰ বিশ্বাসমতে এই নৃত্যটো নাচিলে স্বৰ্গ প্ৰাপ্তি হয়। নৰমুণ্ড চিকাৰী অতীজৰ লুচাই সকলে বিভিন্ন কাৰ্যোপলক্ষে শিৰচ্ছেদ কৰি অনিছিল। শিৰবোৰ মাজত ৰাখি তেওঁলোকে নাচিছিল, সেইবোৰক মদ যাচিছিল আৰু এইবোৰক সন্তুষ্টি কৰিবৰ কাৰণে চাৰিওফালে ঘূৰি ঘূৰি নাচিছিল। কাৰণ এইবোৰে যাতে ভূতহৈ আহি মানুহক কষ্ট দিব নোৱাৰে—সেয়েই তাৰ উদ্দেশ্য আছিল। প্ৰেতবোৰ ডাঙৰ গছ, পিতনি আৰু গুহা আদিত থাকে বুলি বিশ্বাস কৰিছিল।

এওঁলোকে মৃতকৰ সংস্কাৰ খাছিয়া সকলৰ দৰেই কৰে। কবৰ। স্থানত একোটা প্ৰতীক শিল ৰখাটো অপৰিহাৰ্য্য বুলি ধৰা হয়। কেচুৱা অৱস্থাতে কোনো মৰিলে তাৰ লগত এটা কণী দিয়াৰ নিয়ম। এই কণীটোৱে স্বৰ্গপ্ৰাপ্তিত লোকজনক সহায় কৰি যাব। তাৰ উপৰিও মৃতকৰ কাৰণে অন্যলোকৰ শিৰদিয়া প্ৰথাও কিছুনান জনজাতিৰ মাজত প্ৰচলিত আছিল। স্বৰ্গলৈ যাওঁতে বৰ্মাৰ ওচৰত থকা ৰিহ হ্ৰদ হৈ যোৱা হয় বুলি এওঁলোকৰ বিশ্বাস।

### ডেকা চাং

নগা আদি জনজাতিৰ মাজত থকাৰ দৰে এওঁলোকৰ মাজতো জ'লবুক (Zawlbuk) বা ডেকাচাঙৰ ব্যৱস্থা আছিল। ইয়াতেই গাঁওখনৰ সমস্তবোৰ অবিবাহিত ডেকাই ৰাতি থপিব লাগিছিল। এই জ'লবুকবোৰ এফালে যেনেকৈ গ্ৰাম ৰক্ষাৰ কামত নিয়োজিত হৈছিল আনফালে ইয়াত চলা অবাৰিত জুৰ (জু=লাউপানী) ব্যৱহাৰ, নৃত্য-গীত আৰু স্বচ্ছন্দ নিৰ্ভয় জীৱনে ডেকাসকলৰ মাজলৈ কিছু উচ্ছৃঙ্খলা আনিছিল বুলি ভাবি ইংৰাজে ইয়াক উঠাই দিবলৈ চেষ্টা কৰিছিল। ইংৰাজ সকলে অনেক কষ্টৰ সমুখীন হয় যদিও শেষ পৰ্য্যন্ত এই উদ্দেশ্যত কৃতকাৰ্য্য হয়। ইয়াৰ দ্বাৰা যদিও ডেকাসকলৰ মাজত চলা তথাকথিত উচ্ছৃঙ্খলাৰ অন্ত পৰিল আনফালে লুচাই জনজাতিৰ নৃত্যগীত আদিৰ ইয়াতেই পৰিসমাপ্তি ঘটিল।

### অন্যান্য আচাৰ-বিচাৰ

ইয়াৰ বাহিৰেও প্ৰাচীন মিজো সকলৰ মাজত আৰু অসংখ্য পূজা-পাৰ্বণ



প্ৰচলিত আছিল। এনে এটা পূজা আছিল যত প্ৰথম দিনাখন দুটা গাহৰি বলি দিব লাগিছিল; সেই গাহৰিৰ এক অংশ ঘৰৰ পাছফালৰ সৰু ভূতুনী নুআইক আৰু এক অংশ ঘৰৰ চালত থকা ছুং ভূতক দিব লাগিছিল। পূজাৰ সময়ত ঘৰৰ সন্মুখত এজোপা ডাঙৰ গছ কই যাব লাগিছিল যাতে ঘৰৰ মানুহক বাহিৰলৈ আৰু বাহিৰৰ মানুহ ঘৰলৈ আহিব নোৱাৰে। ইয়াৰ অন্যথা হ'লে পূজা ব্যৰ্থ হৈ যাব আৰু যিজনে এনে কৰে তেৱেঁই পূজাৰ সমস্ত ব্যয় বহন কৰিব লাগিছিল। পূজা আৰম্ভৰ তিনি দিনৰ দিনা আকৌ এটা গাহৰি বলি দিব লাগিব আৰু তাৰ এক অংশ ঘৰৰ চালত থকা ভূতৰ বাবে দিব লাগিব। ইয়াৰ দুদিন পিছত আকৌ 'নুআই পুই উছৱ চলিব। 'নুআই পুই ভূতুনীৰ কাৰণেও এজনী শকত আৱত মাইকী গাহৰি বলি দিব লাগিব। তাৰ ছদিন পিছত আকৌ চাখুৱা ভূতক সন্তুষ্ট কৰিবৰ বাবে আকৌ এটা শকত আৱত গাহৰি বলি দিব লাগিব।

ইংৰাজী শাসন আৰু পাদুৰীৰ বাইবেলে এইবোৰ পূজা-পাতল বা দেও ভূতৰ সম্পূৰ্ণ সমাধি ঘটালে। ইয়াৰ লগে লগে লুপ্ত হ'ল তেওঁলোকৰ গীতিমুখৰ জীৱন। 'জু'ৰ ব্যৱহাৰৰ অজুহাতত নৃত্যবোৰৰো সমাপ্তি ঘটিল। সেই নৃত্যবোৰৰ স্থান অধিকাৰ কৰিলে ইংৰাজী নৃত্যগীত আৰু বাইবেলৰ প্ৰাৰ্থনা সঙ্গীতে।

ইমান হোৱা সত্বেও কেইটামান নৃত্যই আজি আকৌ নৱৰূপে পুনৰ জীৱিত হৈ উঠিছে। এই কেইটাৰ ভিতৰত ছেৰো নৃত্য (বাঁহনৃত্য) খুৱাল্লাম, চাই আৰু ছ্‌ইলাম নৃত্য। ছেৰো নৃত্যটোৱে সৰ্বভাৰতীয় সন্মান পালে সক্ষম হৈছে। দীঘে-পথালিয়ে ৰাখি থোৱা বাহঁ কেইডালৰ উঠোৱা-নমোৱাৰ জাত্‌জাত্ শব্দৰ ঝঙ্কাৰে এই নৃত্য সমূহীয়া ভাবে নচা হয়। বাকী কেইটা নৃত্যও সমূহিক নৃত্য। এই নৃত্যবোৰ বৰ্তমানৰ উপযোগী কৰি সংস্কাৰ কৰি লোৱাৰ চেষ্টা কৰা দেখা গৈছে। আগৰ অপৰিমিত 'জু'ৰ ব্যৱহাৰ আৰু আজিৰ এই নৃত্যবোৰত নহয়।

### পুৰণি জাতীয় উছৱ

ইংৰাজ আমোলত কেৱল যে মিজোসকলৰ নৃত্য-গীত পূজা-পাৰ্বনৰে সমাপ্তি ঘটিল এনে নহয়, তেওঁলোকৰ জাতীয় উছৱবোৰৰো সমাপ্তি ঘটিল। এওঁলোকৰ এনেকুৱা তিনিটা জাতীয় উছৱ আছিল আৰু উছৱকেটা আমাৰ জাতীয় উছৱ

ৰঙালী, ভোগালী আৰু কঙালী বিহুৰ সমসাময়িক ভাবে পালিত হৈছিল। উছৱ কেইটা হ'ল—(১) প'লকুট ( Pawlkut ) (২) চাপচাৰকুট ( Chap-charkut ) আৰু (৩) মীমকুট ( Mimkut ) প'লকুট উছৱটো আমাৰ মাঘবিহুৰ সমসাময়িক ভাৱে পালন কৰা হয়। চাপচাৰকুট ব'হাগ আৰু মীমকুট উছৱটো কাতিমাহ মানত পালিত হয়। প'লকুট ( কুট = উছৱ ) উছৱটোক সাধাৰণতে শিশু উছৱ হিচাবে পালন কৰা হৈছিল। ইয়াৰ লগত আমাৰ মাঘবিহু পালনৰ পূৰ্ণ সামঞ্জস্য আছে। যেনেকৈ মাঘৰ বিহুৰ উৰুকাৰ দিনা মাছে মঙ্গহে খোৱাৰ ব্যৱস্থা চলে এওঁলোকৰ উছৱৰ দিনাও মঙ্গহ আদি খোৱাটো একান্ত প্ৰয়োজন বুলি ধৰা হয়। মাঘবিহুৰ আগদিনা সমূহীয়াভাবে আমাৰ বিলত মাছ মৰা প্ৰথাৰ দৰে—সেইদিনা এওঁলোকেও চিকাৰলৈ যোৱাটো প্ৰয়োজনীয়। সেইদিনা চিকাৰত কোনো চিকাৰ নোপোৱাটো দুৰ্ভাগ্যৰ কথা বুলি ভবা হয়।

মিজো কৃষকে যিদিনা প্ৰথম 'ঝুম'ত ( সমূহীয়া খেতিত ) প্ৰৱেশ কৰিব সেইদিনা নিজৰ পত্নী-ভগ্নী অথবা মাতৃৰ হাতৰ বোৱা-কটা কাপোৰখন কঁকালত বান্ধিহে পৱিত্ৰভাবে প্ৰৱেশ কৰিব। যেতিয়া তেওঁৰ ঝুম ভৰাৰ আলু-কচু, বাঙী, বেঙেনা, জলকীয়া, কেৰেলা আদি শইচৰ মাজেদি ধাননিখনি ঠন ধৰি উঠিব সিদিনা তেওঁলোকৰ আনন্দ কোনে চায়। চাওঁতে চাওঁতে ধানে পক ধৰিব টুনী চৰাইবোৰে জুম পাতি আহি ধান ভৰাৰ বিৰুদ্ধে ৰণচালি দিব সিদিনা মিজো টুাঙৱাল ( যুৱক ) হঁতে টঙী ঘৰত উঠি চৰাইৰ বিৰুদ্ধে প্ৰতিৰোধ দিব। পুহ মাহৰ এদিনাখন দেখা গ'ল গোটেই পৰিয়ালটোৱে ঘৰৰ দুৱাৰত ডাং দি জুমৰ টঙী ঘৰত পাতিলেগৈ পুহৰ খেতি উঠাবৰ বাবে। ধান আদিৰ কটা মৰণা আদি শেষ কৰি আটায়ে নিজৰ গাঁৱলৈ বুলি বিদায় ললে। খেতি উঠিল। লগে লগে মিজো কৃষি জীৱনত এটা নতুন ছন্দৰ ঝংকাৰ উঠিল। নৃত্য-গীতে পিঠা-পনাই, ভোজে-ভাতে আনন্দ বং ৰহইচৰ মাজেৰে জীৱনটো আগবাঢ়িল। এয়ে প'লকুটৰ আগমনিৰ সূচনা দিলে।

### প'লকুট উৎসৱ

প'লকুট উৎসৱত চিকাৰলৈ যোৱাটো এটা প্ৰধান অঙ্গ। যদি কেনেবাকৈ চিকাৰত সফল নহল, তেতিয়া নিজৰ দুৰ্ভাগ্যকে সুঁৱৰি ঘৰতে কুকুৰা, গাহৰি কাটি হলেও নিজৰ পতি আৰু পোৰ সন্মুখত আগবঢ়াব লাগিব। আমাৰ



ব'হাগ বিহুৰ দৰে সেইদিনা শিশুহঁতক নতুন সুন্দৰ সুন্দৰ সাজ-পাৰ দিয়া হয়। ছোৱালীহঁতে মাটিৰে তৈয়াৰী গলপতা আৰু ল'ৰাহঁতে 'দীয়ৰ' নামৰ সৰু ধুনীয়া কাপোৰ এটুকুৰা শিৰত বান্ধে। মাকহঁতে নিজৰ খাদ্য সাজি এখন কঁাহীত সাজি পুতেকহঁতৰ হাতত দি পঠিয়ায়। সিহঁতে তাকে লুংদোলৈ ( শিলেৰে ঘেৰা উছৱৰ ঠাই থনলৈ ) লৈ যায়। সেইবোৰ ভাগে ভাগে ৰাখি নানা প্ৰকাৰৰ নাচ-গানৰ পয়োভৰ চলে। তাৰ পিছত খোৱা-বোৱা। প্ৰথাবোৰৰ দ্বাৰা এক মহান ভাতৃৰ ভাৱৰ সৃষ্টি হয়। নিজৰ নিজৰ ভাগৰ ভাত সাজি নিজে নিজে নেখাই অইন এজনকে নিজ হাতেৰে খুৱাই দিব লাগে। এই উছৱটো যদিও শিশু সকলৰ কাৰণেহে ; তথাপি চেমনীয়া আৰু ডেকা সকলেও ইয়াত যোগ দি ৰঙতে ৰহণ চৰায়। উছৱৰ আগদিনা আৰু পাছদিনা সুৰা-পাত্ৰ আৰু নৃত্য গীতৰ পয়োভৰৰ মাজত গোটেই ৰাতি সপৰিয়ালে সবান্ধৱে উজাগৰে কটায়। এই উছৱত সাধাৰণতে ছেই ( chhei ) আৰু চাই ( chai ) নৃত্য নচা হয়। মূৰত নানা প্ৰকাৰৰ সাজ বান্ধি গোলাকাৰ হৈ ঘূৰি ঘূৰি নাচে। মাজতে থাকি এজন বাদকে বাদ্য বজাই যায়। এই উছৱ একৰ পৰা পাঁচদিন পৰ্য্যন্ত চলে।

### চা পচাৰকুট উছৱ

চা পচাৰকুট উছৱটো সাধাৰণতে নৃত্য প্ৰধান। এই নৃত্য আৰু পৰমেশ্বৰৰ প্ৰতি লক্ষ্য কৰি গোৱা গীতবোৰৰ দ্বাৰা পৰজন্মৰ মুক্তিৰ বাবে প্ৰাৰ্থনা কৰা মীমকুট বোলা উছৱটো পূৰ্ব পুৰুষৰ স্মৰণ-উছৱ। এই উছৱৰ সময়ত স্বৰ্গ-গামী পূৰ্ব-পুৰুষ সকলৰ মূৰ্তি সাজি, তেওঁবিলাকৰ আত্মাৰ মঙ্গলৰ কাৰণে কৰুণভাৱে প্ৰাৰ্থনা কৰা হয় ; কন্দাও ইয়াৰ এটা অঙ্গ।

### বিবাহ আৰু সমাজ

বিয়াবাৰুৰ ক্ষেত্ৰত এফালে মিজো সকল অতি উদাৰ। তেওঁলোকৰ মাজত তেনে কোনো সামাজিক বান্ধোন নাই-আনফালে এনে কিছুমান আৰ্থিক বিষয় তাৰ লগত বান্ধি ৰখা হৈছে যাৰ দ্বাৰা সমাজখনক ভ্ৰষ্টাচাৰৰ সংখ্যাধিক্যৰ পৰা ৰক্ষা কৰি ৰখা হৈছে। ডেকা-গাভৰুৰ পৰম্পৰৰ পছন্দই যদিও বিবাহ বান্ধোনৰ বাবে যথেষ্ট, তথাপি প্ৰথমে বন্ধু-বান্ধৱৰ জৰিয়তে এই বাতৰি কইনা ঘৰলৈ পঠিওৱা হয়। কইনা ঘৰীয়াৰ পৰা সন্মতি পোৱাৰ পিছত বৰঘৰীয়াই ছোৱালী খুজিবলৈ যাত্ৰা কৰে। তাৰ পিছত আৰ্থিক লেন-দেনৰ কথাবোৰ

আছে, আৰু সেইমতে ছোৱালীক দিব লগীয়া গা-ধন দৰাৰ পক্ষৰ পৰা শোধোৱাৰ পিছত বিয়াৰ শেষ সিদ্ধান্ত কৰা হয়। খৃষ্টানধর্ম গ্রহণৰ আগতে হোৱা এওঁলোকৰ বিয়াবোৰ একোটা উছৱহে আছিল আৰু ভোজ-ভাত আদিয়ে ইয়াৰ প্রধান অঙ্গ আছিল।

বিয়াৰ দিনা ছোৱালীক দৰাৰ ঘৰলৈ নিয়া হয়। তেতিয়া বাটে বাটে ডেকা-ডেককোৰীবোৰে সাধাৰণতে পানী, লগতে বোকাও দলিয়াদলি কৰাটো এটা ৰীতি। আকৌ মিলনৰ প্রথমনিশা বন্ধু বান্ধৱী আৰু আপোন মানুহবোৰে দৰা কইনাৰ চাৰিওফালে নানা প্রকাৰৰ গীত-বাদ্য বা কথা-বতৰাৰ সময় কটাই দিয়ে।

বিয়াবাৰুত সাধাৰণতে দৰাই কইনা পক্ষক গা-ধন দিব লাগে। এই গা-ধন ছোৱালীৰ ৰূপ-গুণ অনুসৰি কম বেছি হয়। আকৌ বায়েকৰ বিয়াৰ আগতে যদি ভনীয়েকক খোজা হয় তেতিয়া গা-ধন বেছি দিবলগীয়া হয়। অৱশ্যে এই ধন কেতিয়াবা বাকী ৰাখিবও পৰা হয়। আচলতে এইখিনি 'ছিকিউৰিটি' ধনহে বুলিব পাৰি। যদি ছোৱালী বা ল'ৰাৰ ভিতৰত কোনোবা এজনে আন এজনক এৰিব খোজে তেতিয়া হ'লে ছোৱালীয়ে এৰিব খুজিলে 'লৰাই দিয়া সমস্তবোৰ ধন ওভতাই দিব লাগিব আৰু যদি লৰাই এৰিব খোজে তেনেহলে সন্তান নোহোৱা অৱস্থা, এক সন্তান, দুই সন্তান আদি লেখৰ হিচাবে কম বেছি পৰিমাণে আৰ্থিক দণ্ড দিব লাগিব।

কোনো দুখীয়া ল'ৰা যদি কোনো ধনীৰ দুলালীৰ প্রেমত পৰে, তেনেহলে সমূহৰ আগত প্রতিজ্ঞা কৰি নির্দিষ্ট সময়ৰ ভিতৰত ধন সোধোৱাৰ প্রতিজ্ঞা কৰিলেও হয়। ছোৱালী বিধবা হলে ঘৰতে ৰখা হয়। যদি ওলাই যাব খোজেও তেনেহলে তাৰ বাবে নির্দিষ্ট পৰিমাণৰ ধন ওভতাব লাগিব। তিৰোতাৰ মূল্য লুচাই সমাজত যিহেতু সন্তানেৰেহে জোখা হয়। গতিকে সেই হিচাবেহে তিৰোতাক ত্যাগ কৰিলে ধন ওভতাই দিব লাগিব। আনফালে পতিক ত্যাগ কৰিব খুজিলেও সেই সন্তানৰ জোখাৰহে ধন স্বামী পক্ষক দিবলগীয়া হয়। মুঠতে বিবাহ-বিচ্ছেদৰ ফলত এই টকা ওভতাই পোৱা এই প্রথাটো থকা কাৰণেই বিবাহ বিচ্ছেদৰ উগ্র ফল মিজো সকলে ভোগ কৰিবলগীয়া হোৱা নাই। অৱশ্যে যদি তিৰোতা চৰিত্রহীনা হয় তেনেহলে কেৱল বিচনাখন লগত দিও পঠিয়াব পাৰি। এবাৰ বিবাহ বিচ্ছেদ হৈ থকা ছোৱালীৰ বিয়াৰ ক্ষেত্রত মাক-বাপেকে কম টকা পায়।



বিধবা তিৰোতা সাধাৰণতে তিনি মাহলৈ শহুৰেকৰ ঘৰত থাকিব লাগে। যদি এই সময়ৰ ভিতৰতে অবৈধ মাতৃত্ব লাভ কৰে তেনেহলে সন্তানৰ সংখ্যা-অনুসাৰে বিবাহৰ খৰচবোৰ ওভতাই দিব লাগিব। যি কোনো বিবাহিত বা অবিবাহিত নাৰীৰ লগত হোৱা যৌন সম্বন্ধ নিষিদ্ধ যদিও তেওঁলোকৰ তেনে কোনো সামাজিক বাধা নাই তথাপি নির্দিষ্ট পৰিমাণৰ অর্থ গৃহস্থক দিব লগীয়াত পৰে। যদি কোনো তিৰোতাই পতিক এৰি যায় আৰু পতিয়ে কিছুদিনৰ পিছত তাইক আকৌ ওভতাই আনিবলৈ বিচাৰে, তেতিয়াহলে পতিয়ে তিৰোতাৰ গৃহস্থক আকৌ এটা প্রীতি মূল্য দিবলগীয়া হয়। কম বয়সীয়া ছোৱালীৰ লগত কৰা সম্বন্ধৰ কাৰণেও অর্থদণ্ড দিবলগীয়া হয়। তাৰ উপৰিও বিভিন্ন নাৰী অঙ্গৰ অবৈধ স্পর্শ বা উপভোগৰ বাবেও বিভিন্ন অর্থ দণ্ডৰ ব্যৱস্থা আছে। মুঠতে বিয়াৰ পিছতো মিজো মাক-বাপেকৰ নিজৰ জী বেটীৰ ওপৰত পূর্ণ দায়িত্ব বৈ যায়। এইবোৰ সত্বেও মিজো পাৰিবাৰিক জীৱনত এইবোৰে কাচিতহে অশান্তিৰ সৃষ্টি কৰিব পাৰে।

মিজো সমাজত স্ত্রী স্বাধীনতা অতি বেছি। তেওঁলোক একেটাইত যেন স্বচ্ছন্দ গতিৰ চঞ্চল নিজৰাহে। কোনো প্রকাৰৰ সামাজিক বান্ধোনে তেওঁলোকক চেপি-খুন্দি মুমূর্ষু কৰি পেলাব পৰা নাই।

**সম্পত্তিৰ অধিকাৰ**

মিজো সমাজত পুত্র সকলহে সম্পত্তিৰ অধিকাৰী যদিও সৰু পুতেকজনেহে বিশেষকৈ সম্পত্তিৰ অংশীদাৰ হয়। কাৰণ বৃদ্ধ অৱস্থাত পালন পোষণৰ ভাৰ এইজনৰ ওপৰতেই পৰে। পুত্রসকল সম্পত্তিৰ অধিকাৰী হলেও মিজো নাৰী অবলা নহয়, তেওঁলোকে পুৰুষৰ হাতত ধৰি খোজকঢ়াৰ প্রয়োজনীয়তা অনুভৱ নকৰে। আন কথাত কবলৈ গলে মিজো নাৰী কর্মঠ আৰু অতি পৰিশ্রমী, পুৰুষতকৈও বেছিহে। সেয়েহে এজন মিজো পিতৃয়ে যদি দুজন পুত্র সন্তান কামনা কৰে তেনেহলে তেওঁৰ কামত সহায় কৰিবলৈ চাৰিজনী পুত্রীও কামনা কৰে। সি যিয়ে নহওক, মিজো সকলৰ উত্তৰাধিকাৰ সম্পর্কীয় নিয়ম আমাৰ হিন্দু সমাজৰ লগত একে বুলি কব পাৰি।

অসমৰ এই সর্ববৃহৎ জিলাখনত, সর্বনিম্ন লোক বাস কৰা বাবে মাটি বাৰীৰ কোনো সমস্যা তেওঁলোকৰ নাই। পর্বতৰ হেলনীয়া ভূমিখণ্ডৰ য'তে ত'তে সাধাৰণ একোটা বছৰেকীয়া কৰ দিয়েই অপর্য্যাপ্ত মাটি খেতি কৰিবৰ সুবিধা

তেওঁলোকৰ আছে। সেয়েহে মিজোসকল নিজে খেতি মুঠিৰ বাবে আত্ম-নির্ভৰশীল বুলি কব পাৰি। তেওঁলোকৰ ঝুমত আলু কচুৰ পৰা ধান আদি বিবিধ শস্যক একেডৰা মাটিতে উৎপন্ন কৰা হয়। যিদিনা বতাহত হালি-জালি লহ পহাই থকা বাঁহৰ অৰণ্যবোৰ কাটি লৈ ঝুম খেতি লগাবৰ বাবে জুই লগাই দিয়া হয় সেই দিনটো মিজো সমাজৰ বাবে এক মহত্বপূর্ণ দিন। যেন আমাৰ মাঘ বিহুৰহে দিন। ডিচেম্বৰৰ আদি ভাগতে ধান মাহ আদি কটা তোলা শেষ কৰি তেওঁলোক নাচোঁ নাচোঁ হৈ পৰে। প্রাচীন কালৰ মিজোৰ কাৰণে হয়তো এই দিনটো এটা মহা উছৱৰ দিন আছিল। কিন্তু আজি তাৰ স্থান বৰদিনে দখল কৰি বহিল। গতিকে ২৪।২৫ ডিচেম্বৰৰ আগতে তেওঁলোকে পথাৰ সমাৰৰ-কাম সমাপ্ত কৰি গীর্জাৰ প্রার্থনা সঙ্গীতৰ ধ্বনিত নিজক মুগ্ধ কৰিবৰ বাবে আহিবই লাগিব।

## দুর্ভিক্ষ ঃ মাউতাম্

কৃষিপ্রাণ মিজোসকলৰ জীৱনত এটা বৰ শোকৰ দিন আছে; এই দিনটো এজন মানুহৰ নিজৰ দীঘল জীৱনত এবাৰ বা বেছি দুবাৰহে আহে। সেয়া হৈছে 'মাউতাম্'। এই 'মাউতাম্' নামটোৰ অর্থ হ'ল-বাঁহ ফুল জনিত দুর্ভিক্ষ; ই ৫০ বছৰৰ মূৰত এবাৰহে মিজো পাহাৰলৈ আহে। এই বছৰটোত সেই জিলাৰ লোক সকলৰ মাজলৈ আহে দুখ দাৰিদ্র্য আৰু শোক। কাৰণ এই সময়ছোৱাত এই পাহাৰত বাহঁবোৰ ফুলে। বাঁহফুলাৰ লগে লগে সেই ফুল-খাবলৈ আহে—ইন্দুৰ লাখে লাখে। সিহঁত আহিল বাঁহৰ ফুল খালে—বংশবৃদ্ধি আৰু লাখে লাখে হ'ল। লগে লগে পথাৰৰ ধাননিডৰাৰ ওপৰত চলিল বিৰাট আক্রমণ। এই আক্রমণৰ ফলত শ শ বিঘা মাটিৰ খেতিৰ ধান ৰাতিটোৰ ভিতৰতে সমাপ্ত কৰি পেলালে। ফলত দুর্ভিক্ষৰ কৰাল গ্রাসে মিজোসকলক ত্রস্ত কৰি পেলালে। ইংৰাজী ১৯৫৯-৬০ চনটোও আছিল এই মাউতামৰ বছৰ; ইয়াৰ কাৰণে অসম তথা ভাৰত চৰকাৰে লাখে লাখে টকা খৰচ কৰিব-লগীয়া হৈছিল।

## তাঁতশাল ঃ ফুলাম পুৱান

উদ্যোগ আদিৰ ফালৰ পৰা অসমীয়া ছোৱালীৰ বা পতি সাহোন তাঁতৰ শালখনৰ দৰে, এওঁলোকৰো ই অতি আপোন বস্তু। বোৱন কাটনত অকাজী



মিজো ছোৱালীৰ সমাজত আদৰ নাই। এওঁলোকেও কঁকালত বান্ধি কাপোৰ-বোৱা শালখনত সৰগৰ তৰালী ৰচনা কৰে। মিজো ছোৱালীয়ে বোৱা কপাহী বা উণ সূতাৰ ফুলাম 'পুৱান' (পাতলি) একোখনৰ দাম কেইবা শ টকালৈও আছে। কপাহকটা পদ্ধতিটো ইয়াত সামূহিকভাবে এতিয়াও প্রচলিত আছে। বাঁহ বেত আৰু কাঠৰ কাম কাজত মিজোসকল অতি পাকৈত। অকল পাকৈতে নহয়, এয়া বুদ্ধিমান সূক্ষ্মদর্শী মিজোসকলৰ চতুৰালিৰ পৰিচয়। বেতেৰে তৈয়াৰী পেটাৰী আৰু জপাবোৰ মিজোসকলৰ অতি চমৎকাৰ বস্তু। আগৰ মিজো গাভৰুসকলে মাটি আদিৰ তৈয়াৰী নানা প্রকৰেৰ অলঙ্কাৰ পিন্ধিছিল। আজিকালিও এইবোৰ বস্তু ভিতৰুৱা গাওঁ অঞ্চলত প্রচলিত আছে।

## খাদ্য সম্ভৰ ঃ সাজ-সজ্জা

এওঁলোকৰ জীৱন ধাৱণ পদ্ধতি অতি সৰল। সাধাৰণভাৱে শাক-বা মঙহ সিজোৱা আৰু ভাত সিদ্ধ মুঠিৰে এওঁলোকৰ চলি যায়। তাৰউপৰি লাউপানী কণ এওঁলোকৰ জীৱনৰ অপৰিহার্য্য খাদ্য আছিগ যদিও খৃষ্ট-ধর্মৰ প্রচাৰে ইয়াৰ ব্যাপকতা হ্রাস কৰিলে। উছৱ-পার্বনত জুমে জুমে মানুহ ঘুৰনীয়া হৈ বহি ডলা একোখনত ভাত লৈ একেলগে খোৱা অভ্যাস এওঁলোকৰ মাজত একতাৰ ডোল কটকটীয়া কৰে। ধোঁৱা খোৱাৰ ক্ষেত্রত এওঁলোকক পিছ পেলাব-পৰা লোক বোধহয় কমেই ওলাব। কিন্তু 'বাইলো' নামৰ এটা নিজস্ব ধৰণৰ স্থানীয় ধঁপাতেৰেহে ইয়াক তৈয়াৰ কৰা হয়। এওঁলোকৰ মতে এই ধঁপাতবিধ শৰীৰৰ কাৰণে ভিটামিনযুক্ত, খাদ্য, ই অন্যান্য ধঁপাতৰদৰে অপকাৰ নকৰে হেনো।

পিন্ধন-উৰনৰ ক্ষেত্রত এওঁলোকে নিজস্ব পদ্ধতি ৰক্ষা কৰিব পাৰিছে। এখন পাতলি বা পাতনি বুকুত নিপিন্ধি কঁকালত পিন্ধি আৰু গাত সাধাৰণতে এটা বুকু চোলাকে (ব্লাউজ) যথেষ্ট বুলি ভাবে। সভ্যতা বিস্তাৰ আৰু খৃষ্টান ধর্মৰ ধাৰণেই যদিও এওঁলোকৰ মাটি আৰু হাতী দাঁতৰ অলঙ্কাৰবোৰ গুচাই কাণবোৰ সুদা কৰিছিল বর্তমানৰ সর্বভাৰতীয় প্রভাৱে আকৌ সর্বভাৰতীয় অলঙ্কাৰ পাতি বোৰলৈ এওঁলোকৰ ধাউতি জন্মাইছে। মিজো পুৰুষসকলেও অতীজতে তিৰোতাসকলৰ দৰে এক প্রকাৰ 'পুৱান' পিন্ধিছিল।

মিজোসকলে চাংঘৰত থাকি ভাল পায়। পাহাৰৰ টিলাই টিলাই কুৰি-পঁচিশ ঘৰৰ পৰা শ-ডেৰশ পৰিয়ালৰ একোখন গাওঁ। গাওঁখনৰ; মুখ্যতম আৰু আটক ধুনীয়া ঘৰটো হ'ল গীর্জাঘৰ। তাকে কেন্দ্র কৰিয়ে অন্যান্য ঘৰ বা

পৰিয়ালবোৰে গঢ়ালৈ উঠে। সাধাৰণতে মিজোসকলৰ ঘৰবোৰৰ বিশেষ কোনো আঁৰ বেৰ নাই। এটা দীঘল-বহল ঘৰ—তাৰে এমুৰে এখন জুহাল। হয়তো নৱদম্পতীৰ কাৰণে সাধাৰণ ধৰণৰ আঁৰ-কাপোৰৰ এটা কোঠা। পৰিয়ালৰ বাকীবোৰ লোকেই সেই একেটা ঘৰতে বাস কৰে। অৱশ্যে সভ্যতাৰ বেছি পোহৰ পোৱা মিজোসকলৰ পৰিস্কাৰ-পৰিচ্ছন্নতা বখানিব লগীয়া।

## ভাষা-উপভাষা, সাধু-গীত

ভাষিক দৃষ্টিৰে মিজোসকলৰ মাজত ভালেমান ভাষাই আছিল। যেনে!— (১) লুচাই (২) প'ই (৩) ৰাণ্টে (৪) মাৰ (৫) লাখেৰ আৰু (৬) ফানাই আদি। কিন্তু যিসকল শাসকৰ হাতৰ পৰা বৃটিছে শাসনভাৰ কাঢ়ি আনিছিল অৰ্থাৎ লুচাই সকলৰ ভাষাটোকে ৰোমান লিপি গ্ৰহণ কৰাই মূল আৰু একমাত্ৰ ভাষাৰ ৰূপ দিলে আৰু আজি সেই ভাষাটোকে লুচাই পাহাৰৰ সৰ্বসম্মত ভাষা। অৱশ্যে ঠায়ে ঠায়ে লিখিত আৰু বিশেষকৈ কথিত ৰূপত লাখেৰ আদি ভাষাও বৰ্ত্তি আছে।

অলিখিত জনগীত আৰু জনসাধুবোৰক বাদ দিলে লুচাই ভাষাৰ প্ৰথম সাহিত্য বোধহয় 'বাইবেল প্ৰাৰ্থনা সঙ্গীত' বোৰেই হ'ব। আজিও লুচাই ভাষাৰ সাহিত্য হিচাবে কবলৈ গলে এই বাইবেল আৰু খৃষ্ট ধৰ্মৰ বিভিন্ন বাণী-বোৰকেই ধৰিব লগীয়াত পৰে। তাৰ বাহিৰে আধুনিক ৰুচিৰ বিভিন্ন প্ৰকাৰৰ সাহিত্যৰ ভৰাঁল তেওঁলোকৰ শূন্য বুলিয়ে কব পাৰি। অৱশ্যে এইটো ঠিক যে তেওঁলোকৰ কাজত ৫।৬ থনমান সাপ্তাহিক পত্ৰিকা, ৰাজনৈতিক মতবাদ প্ৰচাৰৰ বাহন নিয়মিত ভাৱে চলি আছে।

তেওঁলোকৰ মাজত গীৰ্জাই প্ৰৱেশ কৰাৰ পিছৰে পৰা লুচাই ভাষাৰ জনগীত বোৰ কমি গৈছে; সাধুকথাবোৰ অৱশ্যে তেনেকৈ লুপ্ত নহল। ইকাণ-সিকাণকৈ আজিও সি চলি আহিছে আৰু কিছুমান ইতিমধ্যে লুচাই তথা আন আন ভাষাত সংগৃহীত হৈছে। এই সাধুকথাবোৰৰ মাজত লুচাই সমাজথনৰ অতীতৰ ৰূপটো ধুনীয়াকৈ পোৱা যায়। চেচাংময়ী আৰু খুং চুৱানী নামৰ প্ৰেমৰ সাধুটোৰ পৰা বুজিব পাৰি যে সেই কালৰ মিজো জীৱন কঠোৰ আছিল আৰু প্ৰকৃত প্ৰেমৰ পথত বহুটো বিধি-পথালি আছিল। তেনেকৈ 'বিধবাৰ সন্তান' বোলা গল্পটো বেছ নীতিবচন মূলক। এনেকৈ অনেকবোৰ ভূত-প্ৰেত, সম্বন্ধীয় আৰু নানা সামাজিক লোককথা কোনো প্ৰকাৰে তিষ্ঠি আছে। খৃষ্ট ধৰ্মৰ প্ৰৱল



প্ৰচাৰে তেওঁলোকৰ মাজৰ পৰা ভূত-প্ৰেতবোৰ আঁতৰাই পঠিওৱাত তেনে ধৰণৰ সাধুবোৰ সময়ৰ স্মৃতিত মাৰ যাবলৈ ধৰিছে; সেইবোৰ উদ্ধাৰৰ বাবে কোনো প্ৰকাৰৰ ব্যৱস্থা লোৱাটো আৱশ্যক হৈ পৰিছে।

## সভ্যতা-সংস্কৃতিৰ বিৱৰ্তনৰ পথত

মিজো জিলাৰ সদৰ ঠাই আৰু মূখ্য চহৰ ৩৭০০ ফুট ওখত অৱস্থিত 'আইজালক' বুকুতলৈ মিজোসকলৰ মাজত আজি নবীন সংস্কৃতি-কৃষ্টি সভ্যতাৰ বা' বলিবলৈ আৰম্ভ কৰিছে। কালৰ বোকোচাত কেনেকৈ উঠি আগবাঢ়িব লাগে মিজোসকলে খুব ভালকৈ তাক জানে।

যোগাযোগৰ দৃষ্টিৰ পৰা লুচাই সকল সম্ভৱতঃ অসমৰ ভিতৰত আটাইতকৈ পিছপৰা হ'ব। বৃটিছৰদিনত তাত ৰাস্তা-ঘাটৰ কোনো ব্যৱস্থা নহ'ল। সম্ভৱতঃ পাহাৰী সকলক ভৈয়ামৰ উন্নত লোক সকলৰ পৰা আতৰাই ৰাখি শাসন সুপ্ৰতিষ্ঠিত ৰখাই তেওঁলোকে এনে কৰাৰ উদ্দেশ্য আছিল। মাথোন যোৱা মহাসমৰৰ সময়ত কথমপি একোখন গাড়ী নিবা পৰা এটা বাট উলিয়ায়; কাৰণ মিজো জিলাৰ সীমান্তত জাপানী আক্ৰমণ চলিছিল। শিলচৰৰ পৰা যোৱা এই বাটটোৰ দৈৰ্ঘ্য প্ৰায় ১২০ মাইল হ'ব। বৰ্তমান চৰকাৰৰ তত্ত্বাৱধানত অৱশ্যে এই বাটটোৰ উন্নতি সাধনৰ হবে যথেষ্ট খৰচ কৰিব ধৰিছে।

আইজালৰ পৰা লুংলেলৈ বাৰমহীয়া বাট এটি এতিয়ালৈকেও তেনেকৈ মুকলি হোৱা নাই। স্বাধীনতাৰ পিছত ৰাইজৰ সহযোগত ৰাইজৰ হতুৱাই এটি ছমাহে জীপগাড়ী যাব পৰা বাট লুংলেলৈ উলিওৱা হৈছে। শিলচৰৰ পৰা আইজাল হৈ লুংলেলৈ হব ধৰা প্ৰথাটোৱে মিজোজাতিৰ ভৱিষ্যত পৰিবহনৰ শুভ ইঙ্গিত।

একালে তেওঁলোকৰ নিজস্ববোৰক ৰক্ষাৰ প্ৰৱল আগ্ৰহ আনফালে প্ৰাক্তন শাসক জাতিৰ পৰা গ্ৰহণ কৰাবোৰৰ প্ৰতিও এটা মোহ—আকৌ নৱ ভাৰতীয় সংস্কৃতিৰ কিছুমান বস্তু গ্ৰহণ কৰাৰো এটা অভূতপূৰ্ব আগ্ৰহ; এইবোৰক ৰূপ দিয়াত ২৫০ মাইল দীঘল শিলচৰ আইজাললুংলে পথটোৰ অৱদান বৰ্তমান আৰু ভৱিষ্যতেও বৰ প্ৰয়োজনীয়।

উচ্চ শিক্ষিতৰ অনুপাত আশানুৰূপ নহলেও জিলাৰ বিভিন্ন ঠাইত থকা ৫৫০ থন প্ৰাথমিক আৰু প্ৰায় ১০০ থন মধ্য ইংৰাজী স্কুলেই এই বিৰাট শিক্ষা-সেৱা মিজো জিলালৈ আগবঢ়াইছে। এই ক্ষেত্ৰত অৱশ্যে খৃষ্টান পাদুৰী সকলৰ

অৱদান মন কৰিবলগীয়া। ইংৰাজসকল শাসক হিচাবে যদিও ইয়ালৈ আহি- ছিল—তথাপি প্ৰকৃততে তেওঁলোক উঠি ৰজাহে আছিল, ৰহিৰজা হ'ল— পাদুৰী সকলহে। সেই কাৰণেহে স্বাধীনতাৰ প্ৰায় আগলৈকে ( ১৯০০ চনৰ পৰা ) শিক্ষা বিভাগৰ ভাৰ পাদুৰী সকলৰ হাতত আছিল। এওঁলোকৰ শিক্ষা প্ৰচাৰৰ পদ্ধতিকৈ মনকৰিবলগীয়া। প্ৰথমে এওঁলোকে ঠায়ে ঠায়ে দুই চাৰিখন স্কুল খুলিছিল কিন্তু জনসাধাৰণে তাৰ বিৰোধ কৰিলে। সকলো বাধা-বিঘিনি আৰু বিৰোধকো আওকাণ কৰি তেওঁলোকে দুই চাৰিজন ছাত্ৰলৈয়ে একোখন স্কুল গঢ়দি তুলিলে। সেই স্কুলবোৰত সাধাৰণতে ধৰ্ম শিক্ষাহে দিয়া হৈছিল। কিন্তু সি কোনো ফলপ্ৰসূ কাৰ্য্য বুলি লোক সাধাৰণে অনুভৱ নকৰাত পাদুৰী সকল বিমোৰত পৰিল। আনফালে খৃষ্টান ধৰ্ম প্ৰচাৰ কৰিবলৈ লোৱাত জনজাতীয় ৰবমূৰীয়া সকলে বাধা দিলে। গতিকে তেওঁলোকে এটা নতুন সূত্ৰ উলিয়ালে যাৰ দ্বাৰা ভকতো ৰ'ল—চাউলো সিজিল। অৰ্থাৎ তেওঁলোকে সেই সেই স্কুলৰ পৰা উত্তীৰ্ণ হৈ ওলাই অহা সকলক ধৰ্ম প্ৰচাৰৰ বাবে প্ৰচাৰ কাৰ্য্যত লগালে। ফলত টকাৰ লোভত তথাকথিত শিক্ষাৰ প্ৰতি জনসাধাৰণৰ আগ্ৰহ বাঢ়িল। আচলতে কবলৈ গ'ল, এই নীতিটোৰেই ইংৰাজ সকলে মিজো সকলৰ অন্তৰ জয় কৰিব পাৰিছিল।

দেশ বিভাগৰ পিছত এই জিলাখন তিনিওফালৰ পৰা বিদেশী ৰাজ্যেৰে ঘেৰি থকা বাবে আৰ্থিক অনাটনৰ সন্মুখীন হৈছে। ৰাজনৈতিকভাৱে সচেতন মিজো সকলৰ মাজত নিজৰ স্বকীয়তাৰ ভাৱ বেছ জাগ্ৰত হৈ উঠিছে। আন্তৰ্জাতিক ৰক্ষণাবেক্ষণৰ অধীনত ৰাখিবলৈ কৰা ওকালতিত ভৰদি মিজো ফ্ৰীদম অৰ্গেনাইজেশ্যন আদিয়ে আন্দোলন চলাই আহিছিল যদিও মিজো জিলাৰ প্ৰগতিবাদী দল মিজো ইউনিয়নৰ হাততহে জিলাৰ (জিলা পৰিষদৰ) শাসন ভাৰ।

আজিৰ মিজো সকলে প্ৰাচীন কালৰ সকলো কু প্ৰথাকে ত্যাগ কৰি আত্ম- সচেতন ভাৱে আগবাঢ়ি যাবলৈ ধৰিছে। তেওঁলোকৰ উদাৰ অসংকীৰ্ণ আৰু অতিথিপৰায়ণ ব্যৱহাৰে সচাঁকৈয়ে সকলোকে মুগ্ধ কৰে। আজিৰ মিজো পুৰুষ-মহিলাই হাতত ধৰাধৰিকৈ প্ৰগতিৰ বাটতত আগবাঢ়ি গৈছে।

# মিৰি বা মিছিং

**তৰুণচন্দ্ৰ পামেগাম**

মিৰিসকল বৰ্তমান ভৈয়ামত বাসকৰা অসমৰ এটা জনজাতি। আদিতে এওঁলোক অসমৰ উত্তৰ-পূবকালে থকা পাহাৰত আছিল বুলি জনা যায়। বৰ্তমান আবৰ পাহাৰত থকা 'মিয়ং' আৰু 'দাত্ৰ' নামৰ দুই জাতিৰ মানুহৰ পৰাই এওঁ- লোক ফাটি আহিছে বুলি অনুমান হয়। অসমৰ উত্তৰকালে থকা পাহাৰত বাস কৰা মিৰি জনজাতিসকলৰ লগত বৰ্তমান ভৈয়ামত বাস কৰা মিৰিসকলৰ কিমান সাদৃশ্য আছে, এতিয়াও বিশেষভাৱে জনা নাযায়। তথাপি পাহাৰৰ পৰাও যে বৰ্তমানৰ মিৰিসকল নামি অহা নাছিল, তাকো নুই কৰিব নোৱাৰি অসমত চুতীয়া ৰাজত্বৰ শেষ আৰু আহোম ৰাজত্বৰ আৰম্ভনিতে মিৰিসকল ভৈয়ামলৈ নামি আহিছিল বুলি শুনা যায়।

## মিৰি বা মিছিং নামৰ অৰ্থ

মিৰিসকলে নিজকে 'মিছিং' বুলি পৰিচয় দিয়ে। সাধাৰণতে পাহাৰত বাসকৰা লোকসকলৰ গাৰ বৰণ বগা। তাৰ উপৰি স্বাভাৱিকতে নিজকে শ্ৰেষ্ঠ বুলি ভবা এটা স্বভাৱ সকলোৰে থাকে। সেইকাৰণে সম্ভৱতঃ সবলচিতীয়া মিৰিসকলে নিজকে 'মি' ( মানুহ ) 'য়াছিং' ( বগা বা ভাল ) 'মিছিং' বা 'আমি ভাল মানুহ' বুলি পৰিচয় দিছিল আৰু অনা মিৰিমাত্ৰকে 'মি' ( মানুহ ) + 'কি পাগ' ( লেখত লব নোৱাৰা অৰ্থাৎ বেয়া ) = আমাৰ ভাল জাতত নপৰা মানুহ বুলি কৈছিল। মিৰি পাহাৰৰ নাম কেনেকৈ হল বিশেষভাৱে কব পৰা নাযায়। কিন্তু 'মিৰি' শব্দটো প্ৰকৃততে অনা-মিৰিয়ে দিয়া বুলি ধৰিব পাৰি। পাহাৰৰকালে 'মিৰু' বা দেওধহিসকলক 'মিৰি' ( মি—ৰ—উ ) বুলি কয়। আদিতে এই দেওধহিসকলেই মিৰিসকলৰ পুৰোহিতৰ কাম কৰিছিল আৰু সমাজৰ সকলো কাম দেওধাইৰ দিহা পৰামৰ্শমতে হৈছিল। এই 'মিৰি' ( মি—ৰ—উ ) শব্দৰপৰাই 'মিৰি' হোৱা বুলি ধৰি লব পাৰি।

## পৌৰাণিক উৎপত্তি

মিৰিসকলে নিজকে চন্দ্ৰ সূৰ্য্যৰ বংশধৰ বুলি চিনাকি দিয়ে। তেওঁলোকৰ মতে চন্দ্ৰ পুৰুষ আৰু সূৰ্য্য প্ৰকৃতি। তেওঁলোকে চন্দ্ৰক পিতা আৰু সূৰ্য্যক মাতা বুলি মানে।

সেইকাৰণে যিকোনো পৰ্ব বা সকাম-নিকামত তেওঁলোকে পোন প্ৰথমেই 'আনে দক্কি' ( মাতৃসূৰ্য্য ) আৰু 'আবু-প-ল-ৰ' ( পিতৃচন্দ্ৰ ) নাম লয়। তেওঁলোকে পোনে পোনে সোণৰূপৰ জখলাইদি স্বৰ্গৰপৰা নামি আহিছিল বুলি কয়।

প্ৰবাদ আছে যে তেওঁলোক পাহাৰৰপৰা নামি আহোতে বাটতে এটা 'জিলি' ( প্ৰকাণ্ড খাল ) পাইছিল। সেই 'জিলি' 'মাসি' আৰু 'মাংকং' নামৰ ডুডাল লতাৰ ওপৰেদি বগাই পাৰ হৈ আহিছিল। লতা ডুডালৰ এডাল সোণৱৰণীয়া আৰু এডাল ৰূপ বৰণীয়া আছিল। সৰল প্ৰকৃতিৰ মিৰিসকলে সম্ভৱতঃ পাহাৰকে স্বৰ্গ আৰু লতা ডুডালক সোণৰূপৰ জখলা বুলি কলে।

## বৰ্তমান বাসস্থান

বৰ্তমান মিৰিসকল শদিয়াৰপৰা তেজপুৰলৈকে বিয়পি আছে। মিৰিসকল সাধাৰণতে নৈৰ পাৰত বাস কৰে। সোৱণশিৰী আৰু ব্ৰহ্মপুত্ৰ নৈৰ বাহিৰেও সৰুসুৰা বহুতো নৈ-উপনৈৰ পাৰে পাৰে মিৰি গাওঁ দেখা যায়। নৈৰ পাৰত বাস কৰে কাৰণে বাৰিষা নৈৰ পানীৰপৰা ৰক্ষা পাবলৈ তেওঁলোকে চাংঘৰত থাকে। পূবে দিহিং নৈৰপৰা পশ্চিমে ভৰলী নৈলৈকে বৰ্তমান মিৰিসকল বিয়পি আছে। বাসস্থান অনুসাৰে ভৈয়ামত মিৰিসকলক কেইবাটাও খেলৰ নাম ধৰি মতা যায়। যিসকল শদিয়াৰপৰা ভটিয়াই গৈ ভৰলীৰপৰা আকৌ উজাই আহি সোৱণশিৰী নৈৰ পাৰত থাকিবলৈ ললে সেইসকলক 'চালাত' ( উলটি অহা ) বা 'চায়াং' ( উজাই গৈ থকা ) শব্দৰপৰা চায়াং বা চায়েঙ্গীয়া বুলি কবলৈ ধৰিলে। যিসকল 'দেলো' বা দক্ষিণ পাৰে ব্ৰহ্মপুত্ৰৰ পাৰত থাকিবলৈ ললে সেইসকলক 'দেলো' ( দক্ষিণ ) শব্দৰপৰা 'দেলু' বুলি কোৱা হল। 'ময়িং' নামে ঠেক ঠাইত বাস কৰাৰ পৰা 'ময়িং' বা ময়েঙ্গীয়া খেলৰ উৎপত্তি হল। এইদৰে বিভিন্ন ঠাইত সিঁচৰতি হৈ বাস কৰাৰ ফলত মিৰিসকলৰ বিভিন্ন খেলৰ মাজত মাতকথাৰ সামান্যভাৱে লৰ হৈ পৰিল যদিও, মূলতে



মিৰিসকলৰ মৌখিক ভাষা আৰু বাসস্থান যে একে আছিল তাক সহজে অনুমান কৰিব পাৰি।

## বিভিন্ন খেল আৰু গোত্ৰ

বাসস্থান আৰু বিভিন্ন কাৰণবশতঃ মিৰিসকলক প্ৰধানকৈ আঠোটা খেলত ভাগ কৰিব পাৰি। যেনে 'চায়াং' বা চায়েঙ্গীয়া, 'অয়ান' বা অয়েঙ্গীয়া, 'ময়িং' বা ময়েঙ্গীয়া, 'দেলো' 'তায়োতায়ে' 'পাগৰ', 'দাম্বুক', 'চামুগুৰীয়া' আৰু তামাৰ।

সম্ভৱতঃ চামুগুৰীয়া আৰু তামাৰ খেলৰ মানুহহেই পোন প্ৰথম ভৈয়ামলৈ নামি আহিছিল। তেওঁলোক ভৈয়ামলৈ অহাসময়ত অন্যান্য মিৰি মানুহ নাছিল কাৰণে অনা-মিৰিসম্প্ৰদায়ৰ লগত ভাৱৰ আদান প্ৰদান কৰিব লগা হোৱাত নিজ কথ্যভাষা বা মৌখিক ভাষা পাহৰি গ'ল। বৰ্তমান এওঁলোকে অসমীয়াতেই কথা-বতৰা কয় যদিও, অন্যান্য সকলো বিষয়ত মিৰিসকলৰ লগত মিল আছে। বাসস্থান আৰু অন্যান্য কাৰণত মিৰিসকলৰ মাজত কেইবাটাও খেল হৈ পৰিল যদিও এটা খেলৰ এক গোত্ৰৰ মানুহ আন এটা খেলতো দেখিবলৈ পোৱা যায়। যেনে 'বমি' গোত্ৰৰ মানুহ চায়েঙ্গীয়া খেলতো থাকিব পাৰে আৰু মায়েঙ্গীয়া খেলতো থাকিব পাৰে। সেইদৰে 'মিয় পাংকং' গোত্ৰৰ মানুহ আয়েঙ্গীয়া খেলতো দেখা যায় কিম্বা 'দাম্বুক' খেলতো থকা দেখা যায়। মিৰিসকলৰ মাজত একে গোত্ৰৰ ভিতৰত চন্দ্ৰ-সূৰ্য্য থাকে মানে কেতিয়াও বিয়া হব নোৱাৰে। একে গোত্ৰৰ বা একে জাতৰ মানুহ তেওঁলোকৰ ভিতৰত সদায় ভাই—ককাই হৈয়েই থাকিব। পেগুৱে পেগুক, পাৰেঙে পাৰেঙক যুগ যুগ পাৰহৈ গলেও কেতিয়াও বিয়া কৰিব নোৱাৰে। মিৰিসকলৰ মাজত 'বমি' 'মিয় পাংকং' 'চুংগা-চুবাং' 'কন্দাৰ,' 'চ-ৰ' আদি বহুতো গোত্ৰ আছে, তাৰ লেখ দিয়া সহজসাধ্য নহয়। সেইদৰে বিভিন্ন গোত্ৰৰ 'পায়েং' 'পায়ে' 'পেৰতিন্' 'পেৰমে' 'দলে' 'পেগু' আদি বহুতো জাত মিৰিৰ মাজত আছে সেইসকলো উল্লেখ কৰাও সম্ভৱ নহয়।

## শাৰীৰিক গঠন

মিৰিসকল তিব্বত বৰ্মা বা মঙ্গোলীয় জাতিৰ মানুহ। তেওঁলোকৰ শাৰীৰিক গঠন অন্যান্য মঙ্গোলীয় জাতিৰ লগত প্ৰায় একেই। এওঁলোক বৰ

ওখ কিম্বা বৰ চাপৰো নহয়। শুধা বগা নহলেও শৰীৰৰ বৰণ প্ৰায় বগা। হাতভৰি নোদোকা আৰু শৰীৰ হৃষ্ট-পুষ্ট। নাক সাধাৰণতে চুটি আৰু গাল উঠঙা। সৰু কালৰপৰা জখলাত উঠা নমা কৰা কাৰণে এওঁলোকৰ ভৰিৰ কলাফুল শকত। শাৰীৰিক গঠনলৈ বহি অনেক সময়ত এওঁলোকক মিৰি জনজাতিৰ মানুহ বুলি চিনিব পৰা যায়।

## সামাজিক আৰু ঘৰুৱা জীৱন

মিৰিসকলৰ মাজত বহুতো পৰিয়াল লগলাগি একে ঘৰতে বাস কৰা নিয়ম আছে। ঘৰৰ সকলো মানুহ মুখিয়ালজনৰ দিহামতে চলে। ঘৰৰ আয়, ব্যয় মুখিয়ালজনৰ পৰামৰ্শমতেই কৰা হয় যদিও ঘৰত তিৰোতাসকলে বেলেগে কুকুৰা গাহৰি পুহি, কাপোৰ বৈ বেলেগে নিজৰ যাবতীয় খৰচ উলিয়াই লয়। পুৰুষ সকলেও ঘৰৰ সমূহীয়া কাম খটি নকৰি আজৰি সময়ত 'ৰিকছেং' বা বেলেগে সৰিয়হ আদিৰ খেতি কৰি নিজৰ লাগতিয়াল খৰচ উলিয়াই লয়। মিৰি তিৰোতাসকল বৰ পৰিশ্ৰমী। পুৱাৰপৰা গধূলিলৈকে ঘৰুৱা কামত ব্যস্ত থাকিও তেওঁলোকে নিজে বৈ কাটি নিজৰ পিন্ধা উৰা কাপোৰ যোগাৰ কৰে। মিৰিসকলৰ পুৰুষ আৰু তিৰোতা উভয়েই সমানে পৰিশ্ৰম কৰে।

ঘৰখনৰ মানুহে যেনেকৈ ঘৰৰ মুখিয়ালজনক সন্মান কৰি চলে, তেনেকৈ বয়োবৃদ্ধ সকলক সমাজে সন্মান কৰে। গাঁৱত হাইকাজিয়া হলে বা কোনোবাই দায় জগৰ লগালে 'কেবাং' চাপে অৰ্থাৎ সমাজ গোট খায়। সমাজত বয়োবৃদ্ধসকলেই বিচাৰ কৰি ৰায় দিয়ে। অতীজত 'গাম' সকলেই সমাজৰ প্ৰধান লোক আছিল।

মিৰিসকলৰ সামাজিক জীৱন শান্তিপূৰ্ণ। ঘৰখনৰ ভিতৰত যেনেকৈ মুৰব্বীজনৰ দিহাপৰামৰ্শ আৰু উপদেশ মতেই ঘৰৰ সকলো মানুহ নিজজ্ঞান ভাবে চলি থাকে, তেনেকৈ বয়সিয়াল সকলৰ দিহা পৰামৰ্শতেই গাওঁখনো একে নীতি একে নিয়মৰ মাজত নিয়াৰিকৈ চালিত হয়। সমাজৰ সকলো পৰ্ব উৎসৱাদি গাঁৱৰ বা সমাজৰ সকলো লোক একেলগ হৈ একেভাবে পালন কৰে।

## আচাৰ-ব্যৱহাৰ

মিৰিসকল স্বভাৱতে শান্ত প্ৰকৃতিৰ; উৎসৱাদিত নাচ-বাগ কৰি তেওঁলোকে ভাল পায়। তেওঁলোকৰ পুৰুষ তিৰোতা উভয়ে একেলগে নাচ-বাগ কৰিব



পাৰে। আনন্দৰ কাৰণেই তেওঁলোকে নাচ ধেমালি কৰে। সেই নাচ-ধেমালিত কোনো কলুষতা সোমাই থাকিব নোৱাৰে। "দদাই, তোৰ ঢোল বোৱাটো ভাল হোৱা নাই।" "মোমাই তোৰ ঢোলৰ চেওটো বৰ খৰ হৈছে। নাচিবলৈ বেয়া।" এনেধৰণে নাচনী ছোৱালীয়ে দদায়েক বা মোমায়েকক কব পাৰে। দদায়েক বা মোমায়েকেও ভতিজা বা ভাগিন ছোৱালীক নচুওৱাত কোনো বাধা নাই। কাৰণ তেওঁলোকৰ নাচ ধেমালি এটা অহৈতুকী আনন্দ। "ককায়েকে ঢোল বায় ভনীয়েকে নাচে" বোলা কথাত তেওঁলোকৰ কোনো অপমান নাই; কিয়নো তেওঁলোকৰ উৎসৱাদিত নচা নাচবিলাকৰ কিছুমান অৰ্থ বা উদ্দেশ্য আছে। নৰাছিগা বিহু বা "প-ৰাগত" নচা নাচ সামাজিক হলেও মূলতঃ ই আন এখন সমাজৰ আশীৰ্বাদ বা মিলা প্ৰীতি পাবৰ কাৰণে কৰা প্ৰচেষ্টা। কিয়নো সেই উৎসৱত এখন গাঁৱৰ এদল ডেকা-গাভৰুৱে আন এখন গাঁৱৰ এদল ডেকা-গভৰুক নাচ ধেমালি আৰু বৎসৰৰ মাজেদি সন্তোষ দিবলৈ চেষ্টা কৰে। দেওধাইৰ লগত গাভৰু ছোৱালীয়ে নচা নাচ ধৰ্মমূলক। কিয়নো দেওধাইৰ লগত নাচিলে দেওধাইৰ দেও উঠিব। দেও উঠাৰ পিছত দেওধায়ে গাঁৱৰ বা সমাজৰ আগন্তুক অপায় অমঙ্গল আৰু তাৰ প্ৰতিকাৰৰ কথা কৈ দিব। 'আলি আই লিগাং' বা ধানবোৱা বিহুত নচা নাচ বিশ্বাস প্ৰসূত ধৰ্মমূলক; কিয়নো মিৰি সকলৰ দু এটা পৰ্বদিন বা উৎসৱ যদিও এই উৎসৱ পৃথিবীতে শস্যবৃদ্ধিৰ কাৰণে দেৱতাক সন্তুষ্ট কৰিবলৈ কৰা এটা প্ৰচেষ্টা। সেইকাৰণেই এই উৎসৱত ডেকা, গাভৰু, বুঢ়া-বুঢ়ী, লৰা ছোৱালী সকলোৱে অবাধে নাচ ধেমালি কৰিব পাৰে। তেওঁলোকৰ বিশ্বাস যে প্ৰাণ ভৰি নানাচিলে দেৱতা বিতুষ্ট হব আৰু মেঘ দেৱতাই পৃথিবীলৈ পানী নমাই নানিব। ফলত পৃথিবীতে শস্যৰ উৎপাদন কম হব।

মিৰিসকলে অতিথি শুশ্ৰূষা কৰি ভাল পায়। তেওঁলোকে ভাতেৰে নিজে তৈয়াৰ কৰা "আপং" নামৰ পানীয় খাদ্য ব্যৱহাৰ কৰে আৰু তাৰেই সকলো সময়ত অতিথি শুশ্ৰূষা কৰে।

হিন্দুধৰ্ম গ্ৰহণ কৰিছে যদিও মিৰিসকলৰ কিছুমান বেলেগ সকাম-নিকাম, পৰ্ব উৎসৱ বা সকাম-নিকামত মিৰিসকলে 'আপং' ব্যৱহাৰ কৰে। তেওঁলোকৰ দেৱ-দেৱীৰ উদ্দেশ্যেও তেওঁলোকে 'আপং' উৎসৰ্গা কৰে। খেতিয়েই মিৰিসকলত প্ৰধান জীৱিকা। মিৰিসকলে বিশেষকৈ মিৰিতিৰোতাসকলে সাধাৰণতে নিজে বোৱা কাপোৰ কানি পিন্ধে। তেওঁলোকে নিজৰ লাগতিয়াল

বস্তু নিজেই উপাৰ্জন কৰি লয়। মিৰি সমাজত দাস প্ৰথা নাই কিম্বা তেওঁলোকৰ সমাজত উচ্চ-নীচৰ কোনো প্ৰভেদ নাই। সমানে সকলোৱে খোৱা লোৱা কৰিব পাৰে। তেওঁলোকৰ সমাজত পলুৱাই নি বিয়া কৰা, 'কুমুচুজচু' বা-জোৰোণ পিন্ধাই ছোৱালী অনা আৰু বিয়া পাতি ছোৱালী অনা প্ৰথা আছে। বিয়াৰ এই নিয়মবোৰ তেওঁলোকৰ নিজস্ব।

### পূজা-পাতল আৰু উৎসৱ

মিৰিসকল হিন্দুধৰ্মী যদিও তেওঁলোকৰ কিছুমান নিজা পূজা-সেৱা আৰু উৎসৱ আছে। মিৰিসকলে 'তালেং উয়ু' বুলি ওপৰ দেৱতা 'তু-মুৰ্গ' 'দংবাং' 'মুগলিং' 'তাকাৰ' 'দক্কি' 'পল' (মেঘ-বিজুলী-তৰা-চন্দ্ৰ-সূৰ্য্য) আদিক পূজা কৰে। 'অচাগ' আৰু 'গিয়াতি' বুলিও ন-পুৰুষীয়া সকাম পাতে। তাৰউপৰি বছৰি 'দবুৰ' বুলি পৃথিবীত শস্য হবৰ কাৰণে এটা পূজা পাতে। বছৰি 'দবুৰ' পূজা নাপাতিলে—গাঁৱত মানুহ আৰু গৰু মহৰ অপায় অমঙ্গল হব পাৰে বুলি তেওঁলোকৰ বিশ্বাস। মিৰিসকলে কাতি-বিহু, মাঘ বিহু আৰু ব'হাগ বিহু পালন কৰাৰ উপৰিও আহিন-কাতিমহীয়া আহুধান চপাই শেষ কৰি 'পৰাগ' (নৰাছিগা বিহু) পাতে। আহুধান সিঁচিবৰ সময়ত 'আলি আই-লিগাং' বা চমুকৈ 'লিগাং' (ধানবোৱা বিহু) পাতে। এই লিগাং বা ধানবোৱা বিহুত তেওঁলোকে বৰকাহঁ বজাই মেঘ দেৱতাক সজাগ কৰে। নাচি নাচি তেওঁলোকে আকাশৰ পৰা পানী নমাই আনি পৃথিৱীক শস্য শ্যামলা কৰিবলৈ উঠি পৰি লাগে।

### গীত-মাত

মিৰিসকলৰ নিজা মৌখিক ভাষাত ৰচনা কৰা অনেক বনগীত আছে। এই বনগীতবোৰ প্ৰায়ে তুশৰীয়া। যেনে—'বা-বা দৰতুমতেই, না-না দৰতুমতেই দৰতুম মামল বনবাগেম গিয়েপে' [আইতা—যিমান লাগে ধন ভৰি হলেও ছোৱালীজনী (প্ৰণয়িনীক) ৰাখা, তাকে যদি কৰা নহয় মই বনবাস খাটিবলৈ যাম।] ডেকা গাভৰুৰ প্ৰথম জোৱাৰৰ সময়ত মিৰি ডেকা গাভৰুৱে মুখে মুখে ৰচনা কৰা এই বনগীতবোৰৰ প্ৰায় ভাগেই প্ৰণয় প্ৰসূত। এই বনগীত-বিলাকৰ বাহিৰেও ল'ৰা নিচুকনি গীতো মিৰি সমাজত প্ৰচলন আছিল। বৰ্তমান 'মিমি তকা, তাতান তকা...' বুলিবলৈ এৰি—"মোৰ মইনা সৰু, ৰাখে বৰে-গৰু, এছাবি হেৰুৱাই কান্দেহে..." বুলি ল'ৰা নিচুকালেও ঠায়ে ঠায়ে "ঐ থাউৱা কাপ্পয়, পেক্কাউৱে দেমাদা লাক্কেপে কে-মাদা-মন" [মইনা নাকান্দিবা, এতিয়াও বাহৰ কপৌ চৰাইবোৰ উৰি যোৱা নাই...(চৰাই পোৱালি আনি দিবা অৰ্থত)] ইত্যাদি ধৰণৰ ল'ৰা নিচুকনি গীত প্ৰচলিত আছে।



মিৰি সমাজৰ মাজত প্ৰচলিত সৰহখিনি সাধুৱেই আদিম মানৱৰ বিশ্বাসৰ ভেটিত প্ৰতিষ্ঠিত—যাক ইংৰাজীত Myth বুলিব পাৰি। পৃথিবীলৈ ভূত-প্ৰেতবিলাক কেনেকৈ আহিবলৈ পালে, নানা ধৰণৰ প্ৰাণীবিলাকৰ জন্ম কেনেকৈ হল, এনে ধৰণৰ সাধুকেই বেছিকৈ দেখিবলৈ পোৱা যায়।

মিৰিসকলৰ মৌখিক ভাষাত কিছুমান যোজোনা-পটন্তৰো সোমাই থকা দেখা যায়। 'তাবি চিমাং কৰবমা' (মৰা সাপ দেই নোযোৱা)—তাৰ অৰ্থ হল কাৰো অপকাৰ নকৰা। 'চিবে আম দনে দদ, ছিতুম য়েকং গেদদ' (বৰাই ধান খায়, সুগৰি পহুৰ কাণ কাটে) অৰ্থাৎ এজনে অন্যায় কৰে, দোষ পৰে এজনৰ গাত। এনে ধৰণৰ পটন্তৰ মিৰিৰ মৌখিক ভাষাত বহুত আছে।

### জন-বিশ্বাস

মিৰি সমাজত কিছুমান জন-বিশ্বাস প্ৰচলিত হৈ থকা দেখা যায়। কুকুৰাই যদি কাণে কাণে কথা পতাৰ নিচিনা কৰি থাকে তেতিয়া তেওঁলোকে আলহী আহিব বুলি বিশ্বাস কৰে। অকলশৰীয়াকৈ বৰ ঘৰৰ মুধত যদি কপৌৱে ৰূণ্ দিয়ে, তেওঁলোকে বিশ্বাস কৰে যে সেই ঘৰৰ কোনো উপৰি পুৰুষৰ আত্মাই কপৌ ৰূপ ধৰি কান্দিছে। ভঁৰালত যদি ঘনচিৰিকা চৰাই নাথাকে তেতিয়া তেওঁলোকে বিশ্বাস কৰে যে কিবা বেমাৰ আজাৰ হোৱাৰ আশঙ্কা আছে। এনে ধৰণৰ বহুতো জন-বিশ্বাস মিৰি জনজাতিৰ মাজত সোমাই আছে।

### ভাষা আৰু ওচৰ চুবুৰীয়াৰ লগত সম্পৰ্ক

মিৰিসকলৰ লিখিত ভাষা নাই। মিৰিসকলৰ লিখিত ভাষা নোহোৱাটো তেওঁলোকে এটা আদিম বিশ্বাসৰ সাধুকথাৰ যোগেদি প্ৰকাশ কৰে। সৃষ্টিৰ পিছত সৃষ্টিকৰ্তাই সকলো জাতিক আখৰ লিখি দিওঁতে মিৰিসকলে আখৰখিনি পহুছালত লিখি ললে। পিছত সেই কথা পাহৰি পহুছালখন তেওঁলোকে খাই পেলোৱাত মিৰিৰ আখৰ নোহোৱা হল। লিখিত ভাষা নাথাকিলেও মিৰিসকলৰ এটা স্বকীয়া

মৌখিক ভাষা আছে। এই মৌখিক ভাষা মিৰিসকলৰ বিভিন্ন খেলৰ মাজত সামান্য ভাবে লৰচৰ থাকিলেও প্ৰত্যেক খেলেই প্ৰত্যেক খেলৰ লগত সেই ভাষাৰে ভাৱৰ আদান প্ৰদান কৰিব পাৰে। মিৰিসকলে ওচৰ চুবৰীয়া যি কোনো জাতি বা উপজাতিৰ লগত অসমীয়া ভাষাৰ যোগেদি ভাৱৰ আদান প্ৰদান কৰে আৰু পঢ়াশলীয়া শিক্ষাও লাভ কৰে অসমীয়া ভাষাৰ যোগেদি। মিৰিসকলৰ নিজা ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, পূজা-উৎসৱ আৰু নিজা ভাষা থাকিলেও তেওঁলোকে অন্যান্য জাতি বা জনজাতিৰ লগত আপোন সম্পৰ্ক ৰাখি চলিবলৈ ভাল পায়। আন সমাজৰ লগত খোৱা-লোৱা, বিবাহ আদিত সম্পৰ্ক ৰাখিব খুখুজিলেও তেওঁলোকে ওচৰ চুবুৰীয়া যি কোনো জাতি বা উপজাতিৰ লগত ঘনিষ্ঠভাৱে ভ্ৰাতৃভাৱৰ সম্পৰ্ক ৰাখিব পাৰে।

অসমৰ উত্তৰ-পূব প্ৰান্তৰ সুনীল পাহাৰ এৰি অতি পুৰণি কালতে অসমৰ নৈবিলাকৰ পাৰে পাৰে, চাপৰিৰ আঁৰে আঁৰে মিৰিসকল সিচঁৰতি হৈ পৰাত তেওঁলোকৰ বাসস্থানৰ কোনো ভৌগোলিক পৰিসীমা নাই ; কিন্তু যেতিয়ালৈকে অসমৰ লুইত—সোৱণশিৰি বৈ থাকিব, 'নৈ গুৱনি মিৰি'—জনজাতিও অসমীয়াৰ বিভিন্ন ভাষা-সাহিত্য আৰু সৃষ্টিৰ মাজতে এটা প্ৰধান অঙ্গ হৈ অসমৰ বুকুতে চিৰদিন জিলিকি থাকিব।

# ৰাভা

ডক্টৰ শ্ৰীভু নমোহন দাস

অসমত বাস কৰা জনজাতীয় লোকসকলক বিভিন্ন ভাগত ভগাব পাৰি। যেনে—নগা গোষ্ঠী, লুচাই-কুকী গোষ্ঠী, বড়ো গোষ্ঠী ইত্যাদি। এই বড়ো গোষ্ঠীৰে এটা অন্যতম জনজাতি ৰাভা। এই গোষ্ঠীৰে আন আন জনজাতিবোৰৰ কেইটামান হ'ল—গাৰো, কছাৰী, লালুং, মেচ আদি। কোনো কোনোৰ মতে মৰাণ আৰু চুতীয়াসকলো বড়োৰ সমগোষ্ঠী।

এই বড়ো গোষ্ঠীৰ মানুহবোৰ কেতিয়া কেনেকৈ অসমত সোমাল ভালদৰে জনা নাযায়। গাৰোবিলাকৰ মাজত প্ৰচলিত আখ্যান মতে তেওঁলোক আদিতে তিব্বতীয় অঞ্চলত বাস কৰিছিল। তাৰপৰাই তেওঁলোক আহি অসমত সোমায়। অইন জনজাতীয়বোৰৰ মাজতো এনে কিছুমান প্ৰবাদ আছে। সেইবোৰ যিয়েই নহওক, এইটো ঠিক যে বড়ো গোষ্ঠীৰ মানুহবোৰ একে সময়তে আৰু একে বাটেৰে অসমত সোমোৱা নাছিল। দলে দলে এটাৰ পিছত এটাকৈ তেওঁলোক অসমৰ উত্তৰ-পশ্চিম কোণৰপৰা আহে।

## আঁতিগুৰি

ৰাভাসকল কোন, ক'ৰ পৰা কেনেকৈ আহিল, অসমৰ কোন কোন জাতিৰ লগত এওঁলোকৰ ঘনিষ্ঠ সম্বন্ধ, ইত্যাদি বিষয়ে নানাজনে নানাভাবে কৈ মতভেদৰ পাতনি মেলি গৈছে। কেইজনমানৰ মতামত ইয়াতে উল্লেখ কৰিলে কথাটো বুজিবলৈ সুবিধা হব। লেঃ কৰ্ণেল ৰাডেলৰ মতে ৰাভাসকল কছাৰীৰ এটা শাখা মাত্ৰ। তেওঁলোক প্ৰায় হিন্দু হৈ গৈছে কিন্তু সেই 'হিন্দুৱানা' কোচসকলতকৈ কম প্ৰকট। ডঃ গ্ৰিয়াৰচনৰ মতে ৰাভা, কছাৰীৰ হিন্দু নাম এটা। ৰাভা নামে পৰিচিত বহুত মানুহ আচলতে কছাৰীহে।

গেইটে লিখিছে—ৰাভাসকল টোটনা বা দাঁতিয়াল কছাৰী নামেও জনাজাত। ৰাডেলেও এই কথা মানি লৈছে। আনহাতে মেজৰ প্লেফেয়াৰে এই নামটো কেতিয়াও কতো শুনা নাই। আনকি ৰাভাসকলৰ মাজত বহু বছৰ ধৰি কাম কৰি থকা ৰেভাৰেণ্ড এ, এচ, ষ্টিফেনেও এই নাম নাজানে। মই নিজেও বহুদিন

দক্ষিণ গোৱালপাৰাৰ ৰাভাসকলৰ মাজত ঘূৰি ফুৰি তেওঁলোকৰ সংস্পৰ্শলৈ আহিছোঁ ; কিন্তু এই নামবোৰৰ লগত পৰিচিত হোৱা নাই।

মেঃ প্লেফেয়াৰে লিখা ‘গাৰো’ কিতাপখনত ৰাভা আৰু গাৰোৰ মাজত থকা ভাষাগত আৰু কৃষ্টিমূলক সাদৃশ্যৰ কথা বিশদভাবে আলোচনা কৰিছে। তেওঁ আঙুলিয়াইছে ৰংদানী ( ৰাভাৰ ভাগ এটা ) আৰু আটং ( গাৰোৰ ভাগ এটা ) দোৱানৰ মাজত থকা সাদৃশ্যলৈ। ৰংদানী ৰাভাবোৰ থাকে গাৰোপাহাৰ জিলাৰ উত্তৰ সীমাত আৰু আটংবোৰ থাকে সেই জিলাৰে দক্ষিণ-পূব অংশত। দুয়োটা ইমান দূৰে দূৰে থকা সত্বেও ভাষাগত সাদৃশ্য থকাটো মন কৰিবলগীয়া বিষয়। তেওঁৰ মতে আটং, ৰুগা ( গাৰোৰ আন এটা ভাগ ), ৰংদানী আৰু কোচৰ পূৰ্বপুৰুষ একেই।

ফ্ৰেন্দ পিৰেৰাই সংগ্ৰহ কৰা আখ্যানটোৱেও প্লেফেয়াৰৰ কথাটোক সমৰ্থন কৰে। আখ্যানটোৱে কয়—সোমেশ্বৰী নদীৰ উপত্যকাত বাস কৰিছিল দুজনী ভনীয়েকে। এজনীৰ নাম চে বোঙ্গে আৰু আনজনীৰ নাম বোঙ্গে কাটে। চে বোঙ্গে বিয়া কৰালে এজন গাৰো ডেকাক আৰু সিহঁতৰেই বংশধৰবোৰ হ’ল আজিকালিৰ আটং গাৰো। ওপৰত কৈ অহা দৰে আটংবোৰ থাকে গাৰোপাহাৰ জিলাৰ দক্ষিণ-পূব অঞ্চলত সোমেশ্বৰী নদীৰ পাৰত। আনজনী ভনীয়েক বোঙ্গে কাটে নিজৰ সম্বন্ধীয় ভায়েক এজনৰ লগত বৈবাহিক সূত্ৰত আবদ্ধ হৈ পুৰণি সমাজ এৰি গাৰোপাহাৰৰ উত্তৰফালে খোজ ললে আৰু তাতেই বাস কৰিবলৈ ললে। সিহঁতেই ৰাংদানী ৰাভাসকলৰ পূৰ্বপুৰুষ।

এলেনে লিখি গৈছে—ৰাভা বড়ো গোষ্ঠীৰ ভাগ এটা। ৰাভাবোৰক গাৰো-বিলাকৰ উপশাখা এটা যেন লাগে।

## ৰাভাৰ স্বকীয়ত্ব

এইদৰে ফঁহিয়াই চালে দেখা যায় যে এদলে কয় ৰাভা কছাৰীৰ ঠাল এটা মাত্ৰ; আকৌ আনটো দলে গাৰোৰ হে ঠায় বুলি কব খোজে। গেইটে এই মতামতবোৰৰ সাৰাংশ এইদৰে দি গৈছে—নামনি অসমৰ ( ইয়াত নামনি অসম মানে গোৱালপাৰাক বুজাইছে ) ৰাভাবিলাকক গাৰোৰ ঠাল এটা বুলি ধৰা হয়। আকৌ কামৰূপ আৰু দৰঙৰ ৰাভাবোৰক হিন্দুধৰ্মৰ ফালে খোজ লোৱা এদল কছাৰী বুলি বিবেচনা কৰা হয়। এইটো ঠিক যে ৰাভা বড়ো গোষ্ঠীৰ অন্তৰ্ভুক্ত কিন্তু সেই গোষ্ঠীৰ কোনটো জনজাতিৰ লগত ৰাভাৰ কি সম্বন্ধ ভালদৰে জনা



নাযায়। ৰাভাৰ নিজৰ ভাষা আছে ( অৱশ্যে সেই ভাষা তেওঁলোকে লাহে লাহে পাহৰি যাব ধৰিছে )। ৰাভা বা কছাৰী এজনে হিন্দুধৰ্ম লবলৈ ৰাভা হোৱাৰ কোনো যুক্তিসঙ্গত কাৰণ নাই। মুঠতে ৰাভা এটা পৃথক জনজাতি বুলি অনুমান হয়।

মযো ৰাভাসকলক কছাৰী বা গাৰোৰ লগত সাঙুৰি দিয়াৰ কোনো যুক্তিসঙ্গত কাৰণ নেদেখোঁ। ৰাভা, গাৰো, কছাৰী বড়ো গোষ্ঠীৰে বিভিন্ন ভাগ। সেই-কালৰপৰা সিহঁতৰ মাজত নিশ্চয় কিবা সম্বন্ধ আছে। সেইবুলি ৰাভাসকলক গাৰো বা কছাৰীৰ ঠাল বুলি কোৱাৰ কি কাৰণ থাকিব পাৰে? কোনোৱে কৈছে, হিন্দুধৰ্মৰ দ্বাৰা বেছিকৈ প্ৰভাৱান্বিত হৈ যিবোৰ কছাৰী হিন্দুধৰ্মৰ প্ৰতি বেছিকৈ ঢাল খাইছে সেইবোৰ কছাৰীয়েই ৰাভা। এইটো একেবাৰে ভিত্তিহীন যেন লাগে। মোৰ মতে নিজস্ব ঐতিহ্য, কৃষ্টি, বৈশিষ্ট্য, বিশ্বাস, আখ্যান-উপাখ্যানেৰে পৰিপুষ্ট ৰাভাবোৰ এটা পৃথক জনজাতি।

## জনসংখ্যাৰ বঢ়া-টুটা

অসমৰ কামৰূপ, গোৱালপাৰা, দৰং আৰু গাৰোপাহাৰ—এই চাৰিখন জিলাতেই ৰাভাসকলে ঘাইকৈ বাস কৰে। ৰাভাৰ বৰ্তমান ( ১৯৫১ ) জনসংখ্যা ৮৮,৭৪৮। তাৰে ৪৫,৪৩০ জন মতা আৰু ৪৩,৩১৮ জনী মাইকী। জনগণনাৰ পাত লুটিয়ালে দেখা যায় যে ১৯১১ চনৰ পিছত ১৯৩১ চনলৈকে ৰাভাৰ জনসংখ্যা লাহে লাহে কমি আহিছিল। ১৯১১ চনত আছিল ৭৯,০২২ ; ১৯২১ চনত ৭০,০০০ আৰু ১৯৩১ চনত ৬৯,০০০। কিন্তু ১৯৪১ চনত জনসংখ্যা বৃদ্ধি হৈ ৮৬,২৪৯ হয় গৈ। ১৯৫১ চনত সংখ্যা আগতকৈও বাঢ়ে।

এনেদৰে জনসংখ্যা বঢ়া-টুটাৰ সঠিক কাৰণ নিৰূপণ কৰা সহজ নহয়। জনসংখ্যা কমি যোৱাৰ এটা কাৰণ হব পাৰে যে ৰাভাবিলাকে বহুতো সময়ত হিন্দু ধৰ্মত দীক্ষিত হৈ নামৰ পিছত ৰাভা শব্দটো লিখিবলৈ এৰি পেলাইছিল। ফলত ভুলক্ৰমে ৰাভাসকলক আন জাতিৰ লগত হয়তো সাঙুৰি দিয়া হৈছিল। আন এটা কাৰণ, বহুতো পুৰণি লিখকে ৰাভাক কছাৰী জনজাতিৰ ঠাল এটা বুলি কছাৰীৰ লগতে সাঙুৰি দিছিল। ফলত হয়তো বহুতো ৰাভাই ৰাভা হিচাবে পৰিচিত হোৱা নাছিল। জনসংখ্যা বৃদ্ধিৰ কাৰণো বহুত হ’ব পাৰে। তাৰে ভিতৰত অনুকূল অৱস্থাত প্ৰাকৃতিক নিয়মত জনসংখ্যা বৃদ্ধিৰ হাৰ এটা মূল কাৰণ।

এইখিনিতে এটা ঘটনালৈ মনত পৰিছে। ঘটনাটো হ'ল—এবাৰ বোলে এখন গাঁৱত কেইবাঘৰো মানুহে এজনা গুৰুৰ পৰা শঙ্কৰদেৱৰ মহাপুৰুষীয়া ধৰ্ম গ্ৰহণ কৰিলে। ধৰ্ম লোৱাত গুৰুৱে তেওঁলোকক নিজৰ উপাধিবোৰ ব্যৱহাৰ কৰিবলৈ নিদিয়া হ'ল। নামৰ পিছত অইন কিছুমান উপাধি লগাই দিলে। নামটো চাই মানুহবোৰক ৰাভা বুলি চিনিব নোৱাৰা হ'ল। তেতিয়া আটায়ে লগ লাগি গুৰুক কথাবোৰ বুজাই কলে। গুৰুৱে কোনোমতে নামানিলে। মানুহবোৰে বেয়া পালে আৰু লাহে লাহে তেওঁলোকে ধৰ্মৰ নীতিবোৰ নমনা হ'ল।

মই এখন গাঁৱত কেইঘৰমান মহাপুৰুষীয়া ৰাভা লগ পাইছিলোঁ। তেওঁলোকে এতিয়াও নামৰ পিছত ৰাভা লিখে।

অসমৰ জিলা কেইখনৰ ভিতৰত কামৰূপ, দৰং, গোৱালপাৰা আৰু গাৰো-পাহাৰ জিলাতেই ৰাভাৰ জনসংখ্যা বেচি। ১৯১১ চনৰ জনগণনালৈ চালে ৰাভাসকল কোন্ কোন্ জিলাত কি পৰিমাণে আছে বুজা যায়। গোৱালপাৰাত ৩২,৪১৫ ; কামৰূপত ২৫,০২৫, দৰঙত ১৩,০৭২, গাৰোপাহাৰত ৮,০৭৫ আৰু অন্যান্য জিলাত ৪৮৫ জন ৰাভা লোকে বাস কৰে। ইয়াৰ ভিতৰত আকৌ গোৱালপাৰা জিলাৰ ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰেহে সৰহ ভাগ ৰাভাক দেখা যায়। কোনো কোনোৱে গাৰোপাহাৰ জিলাৰ উত্তৰ সীমাৰ এই অংশটোক ৰাভাসকলৰ আদি বাসস্থান বুলি কয়। কিয়নো ৰাভাসকলে উত্তৰ দিশ বুজাবলৈ ভোটান পৰ্বত আৰু দক্ষিণ বুজাবলৈ তুৰা ( বৰ্তমান গাৰো পাহাৰৰ সদৰ ঠাই ) শব্দটো ব্যৱহাৰ কৰিছিল। অৰ্থাৎ এই দুই ঠাইৰ মাজত ৰাভাৰ বিস্তৃতি। চে বঙ্গে আৰু বঙ্গে কাটেৰ আখ্যানটোৱেও এই কথাকে মনত পেলাই দিয়ে।

## ৰাভাসকলৰ বিভিন্ন ভাগ

ৰাভাসকলৰ ভাগ কেইবাটাও। যেনে—ৰংদানী, পাতি, মাইটোৰী, বিটলিয়া, হানা, চোঙা, টোটলা, দাহুৰি, মদাহী ইত্যাদি। ইয়াৰ ভিতৰত প্ৰথম তিনিটা ভাগৰ দ্বাৰাই প্ৰকৃত ৰাভা সমাজ গঠিত। জনসংখ্যাৰ ফালৰ পৰাও এই তিনিটা ভাগেই ধনী। মই নিজে দক্ষিণ গোৱালপাৰাত বহুত দিন ঘূৰিছোঁ; কিন্তু কেতিয়াও ৰংদানী, পাতি, মাইটোৰী ভিন্ন অইন কোনো ৰাভা মানুহকে লগ পোৱা নাই। মই লগ পোৱা মানুহবোৰক সুধিলেও অইনবোৰ ৰাভাৰ বিষয়ে বিশেষ একোকে কব নোৱাৰে।



গুৱাহাটীৰপৰা গোৱালপাৰা অভিমুখে গৈ থাকিলে দুধনৈলৈকে প্ৰায় অকল পাতি ৰাভাৰ বসতিহে পোৱা যায়। দুধনৈৰপৰা সিফালে পাতি ৰাভাৰ সংখ্যা কমি ৰংদানীৰ সংখ্যা বাঢ়িবলৈ ধৰে। মেচপাৰাৰ লক্ষীপুৰৰ দক্ষিণ-পুব অংশলৈকে ৰংদানীৰ প্ৰাধান্য বেচি। আকৌ লক্ষীপুৰৰ দক্ষিণ-পশ্চিম অংশত বাস কৰে মাইটোৰী ৰাভাবিলাকে।

সামাজিক ৰীতি-নীতি, আচাৰ-ব্যৱহাৰলৈ লক্ষ্য কৰিলে দেখা যায় মাইটোৰী ৰাভাবিলাকে পুৰণি কৃষ্টি, আচাৰ নীতি কিছুদুৰ বজাই ৰাখিছে। পাতিবিলাকে সেইবোৰ তেনেই এৰি পেলাইছে। ৰংদানীসকল এই বিষয়ত পাতি আৰু মাইটোৰীৰ মধ্যস্থ অবস্থাত আছে।

## খেতি-বাতি, বোৱা-কটা

খেতি-বাতিয়েই ৰাভাবিলাকৰ প্ৰধান উপজীৱিকা। আহু, শালি খেতিয়েই প্ৰধান। কিছু পৰিমাণে মাহ, সৰিয়হ আৰু মৰাপাটৰ খেতি কৰাও দেখা যায়। কোনো ঠাইত শাক-পাচলি ৰোৱে। ধান, চাউল, শাক-পাচলি আদি হাটত বেচি যি পইচা পায় তাৰেই আন আন প্ৰয়োজনীয় সামগ্ৰী যোগাৰ কৰে। অসমৰ আন আন জনজাতিৰ দৰে ৰাভাসকলেও ভাতৰ পৰা এবিধ মদ তৈয়াৰ কৰে। এই মদ তেওঁলোকৰ বৰ প্ৰিয়। বিয়া-বাৰুত, আনন্দ-উৎসৱত, পূজা-পাতলত মদ নহলে নচলেই। আত্মীয়-স্বজন, মিতিৰ-কুটুম ঘৰলৈ আহিলে প্ৰথমেই মদৰ টেকোলীটো উলিয়াই অনা হয়। খেতিত পোৱা ধানৰ এটা বুজন অংশ মদ কৰিবলৈকে তেওঁলোকে খৰচ কৰে।

ধুনীয়া ধুনীয়া চানেকীৰ ৰং-বেৰঙৰ কাপোৰবোৰে, শৰীৰৰ বিভিন্ন অঙ্গত পিন্ধা অলঙ্কাৰবোৰে পৰিচয় দিয়ে ৰাভাবিলাকৰ সৌন্দৰ্য্যবোধ আৰু শিল্পকলাৰ প্ৰতি থকা তেওঁলোকৰ অনুৰাগ আৰু পাৰদৰ্শিতাৰ। ৰঙা, ক'লা, হালধীয়া, বেঙুনীয়া—নানা তৰহৰ ৰংবোৰ ৰাভাবিলাকে নিজেই প্ৰস্তুত কৰি লয় বনৰীয়া গছৰ পাত-শিপা আদিৰপৰা। সুতাও নিজেই কাটে কপাহৰপৰা। পিছে আজিকালি মিলৰ সুতাই হাতে কটা সুতাৰ প্ৰচলন কমাই দিছে।

প্ৰতিজনী ৰাভা তিৰোতাই ভাল বোৱনী। এবাৰ এখন মাইটোৰী গাঁৱত এজনী ছোৱালীয়ে তাঁতৰ কাপোৰত ধুনীয়া ফুল বাছি আছিল। আমি ছোৱালী-জনীক বাৰে বাৰে সুধিলোঁ, সেইবোৰ কিয় বইছে, কাৰ কাৰণে বইছে, ইমান-বোৰেৰে কি কৰিব, সুতাৰ দাম আৰু পাৰিশ্ৰমিক দিলে তেনেকুৱা ধুনীয়া

কাপোৰ এখন আমাকো দিব নেকি। ছোৱালীজনীয়ে একোকে নামাতে। মাত্ৰ তলমূৰকৈ লাজকুৰীয়া হাঁহি মাৰে। এনেতে তাইৰ পিতাক তালৈ আহিল। তেওঁৰ পৰা জানিলোঁ—অলপতে ছোৱালীজনীৰ বিয়া। সেই কাৰণে শহুৰেকৰ ঘৰলৈ নিবলৈ সেই ধুনীয়া ধুনীয়া কাপোৰবোৰ বইছে। আমাক কিয় দিব ?

কাপোৰ-কানি, গহনা আদিৰ বৈশিষ্ট্য মাইকীবিলাকেহে ৰাখিছে। পাতি ৰাভাবিলাকৰ মাজত খুব কমেইহে পুৰণি ধৰণৰ কাপোৰ-কানি দেখা যায়। ৰঙদানীবোৰ এই বিষয়ত মাজতে।

## খেল আৰু গোত্ৰ

আগতে কৈ অহাৰ দৰে ৰাভা জনজাতিটো কেইবাটাও ভাগত বিভক্ত ; সেইবোৰৰ ভিতৰত পাতি, ৰংদানী আৰু মাইটোৰীয়েই প্ৰধান।

এই ভাগবোৰ আকৌ কিছুমান সৰু সৰু গোত্ৰত বিভক্ত। গোত্ৰক ৰাভাবোৰে 'বাৰ' বা 'বাবাই' বুলি কয়। একে গোত্ৰৰ মানুহৰ মাজত যাতে কেতিয়াও বিয়া হ'ব নোৱাৰে, তালৈ সমাজে চোকা দৃষ্টি ৰাখে। কেতিয়াবা আকৌ দুটা বা ততোধিক 'বাৰ' লগ লাগি একো একোটা 'হুৰি' গঠন কৰে। একে 'হুৰি'ৰ মানুহৰ মাজতো বিয়া-বাৰু নিষিদ্ধ।

একে বাৰৰ মানুহ পাতি, ৰংদানী, মাইটোৰী, যি কোনো ভাগৰে হ'ব পাৰে। অৰ্থাৎ 'বাকচোক' বাৰৰ মানুহ পাতিবিলাকৰ মাজত থাকিবও পাৰে লগতে, ৰংদানী আৰু মাইটোৰী মানুহো 'বাকচোক' বাৰৰ হব পাৰে। কিন্তু কেইজনমান ৰাভাই কোৱা মতে চুৰচুঙ, হাটো আৰু ৰাইদোঙ বাবাইবোৰ অকল ৰংদানীবোৰৰ মাজতহে দেখা যায়।

## সমাজ-গাঁথনি ঃ পিতৃ মাতৃৰ প্ৰাধান্য

ৰাভা সমাজৰ কিছুমান কথালৈ লক্ষ্য কৰিলে এনে ধাৰণা হয় যেন ৰাভা সমাজ পোনতে মাতৃপ্ৰধান সমাজ আছিল। এতিয়া লাহে লাহে পিতৃপ্ৰধান সমাজলৈ ৰূপান্তৰিত হৈছে। কৰ্তৃত্ব, উত্তৰাধিকাৰ সূত্ৰ, স্থলাভিষিক্ত, বংশানুক্ৰম আৰু বিবাহৰ পিছত স্বামী-স্ত্ৰীৰ বাসস্থান—এইবোৰলৈ লক্ষ্য ৰাখি এখন সমান পিতৃপ্ৰধান নে মাতৃপ্ৰধান তাক নিৰ্ণয় কৰা হয়। ৰাভা সমাজৰ বিভিন্ন অঙ্গবোৰ খুটিনাটিকৈ চালে দেখা যায় যে ল'ৰা-ছোৱালীয়ে মাকৰ 'বাবাই'ৰ ভুক্ত হয়। অৰ্থাৎ যদি পিতাকৰ বাবাই হাটো আৰু মাকৰ বাবাই পাম হয় তেন্তে



ল'ৰা-ছোৱালীৰ বাবাই হব পাম। এই ক্ষেত্ৰত ৰাভাবোৰে মাতৃপ্ৰধান সমাজৰ ধাৰামতে চলে।

আকৌ আনহাতে পিতৃপুৰুষৰ সম্পত্তিৰ অধিকাৰী হয় পুত্ৰবোৰ। স্থলাভিষিক্তও হয় পিতৃপ্ৰধান সমাজৰ প্ৰথামতে। ঘৰৰ কৰ্তা বাপেক, মাক নহয়। গাঁৱৰ সমূহীয়া পূজা-পাতল আদিত পিতাকেহে পৰিয়ালৰ প্ৰতিনিধিত্ব কৰে। ঘৰুৱা পূজা, ধৰ্ম-সম্বন্ধীয় কৰ্ম আদিত পিতাকেহে আগ ভাগ লয়। বিয়াৰ পিছত ছোৱালী ল'ৰাৰ ঘৰলৈ গৈ থাকে। অৱশ্যে কোনো কোনো ক্ষেত্ৰত ল'ৰাকো ছোৱালীৰ ঘৰত থাকিবলৈ যোৱা দেখা যায় ; কিন্তু সেইটো প্ৰচলিত ৰীতি নহয়।

খাছিয়া আৰু গাৰোবিলাকে মাতৃপ্ৰধান সমাজৰ ৰীতি-নীতি মানি চলে। তেওঁলোকৰ সমাজত নাৰীৰ স্থান বৰ উচ্চ। ৰাভাবিলাকৰ মাজত নাৰীৰ স্থান তেনে ধৰণৰ নহলেও, নাৰী পুৰুষৰ বহতীয়া নহয়, পুৰুষে নাৰীক বোজা বুলিও নাভাবে। নাৰীৰ স্থান ভাল বুলিয়েই কব লাগিব।

## বিয়া-বাৰু

ৰাভাৰ বিবাহ পদ্ধতি অতি সহজ সৰল। বিয়াৰ সময়ত ছোৱালীৰ অভিভাবকক গা-ধন দিয়া প্ৰথা প্ৰচলিত আছে। টকাৰ হাৰ ঠাই বিশেষে বেলেগ বেলেগ। বিয়া কৰাবলৈ আহোঁতে দৰাই মূৰত বগা টুপী, গাত আলখাল্লাৰ দৰে দীঘল চোলা পিন্ধি হাতত ঢাল-তৰোৱাল লৈ আহে। বিয়ালৈ আহোঁতে ঢাল-তৰোৱালেৰে সু-সজ্জিত হৈ আহে। বিধবা বিবাহ আৰু বিবাহ বিচ্ছেদ দুয়োটা প্ৰথাই ৰাভা সমাজত প্ৰচলিত। বিচ্ছেদৰ কাৰণে মতা তিৰোতা উভয়ে সমান অধিকাৰ লৈ সমাজৰ দৰবাৰত গোচৰ কৰিব পাৰে। বিচ্ছেদৰ সময়ত স্বামী স্ত্ৰী দুয়োজনে দুয়োজনৰ ফালে পিঠি দি থিয় হৈ পিছফালে এখিলা পাণ লয়। পাণখিলাৰ এফালে এজনে আৰু আনফালে আনজনে ধৰি সমাজৰ নিৰ্দেশত টান মাৰি ফালি পেলাই দুয়োজনৰ মাজত থকা সম্বন্ধ চিৰদিনলৈ ছিঙি পেলায়। তেওঁলোকৰ বিশ্বাস, যিজনৰ হাতত পাণৰ বেছি অংশ যায়, সেইজনেই প্ৰথমে আকৌ ঘৰকৰাৰ সৌভাগ্যৰ অধিকাৰী হব। যি পক্ষৰ অনিচ্ছাত বিবাহ বিচ্ছেদ হয়, সেই পক্ষই আন পক্ষক অৰ্থদণ্ড দিব লাগে।

### পূজা-পাতল

হিন্দু ধৰ্মৰ প্ৰভাৱ ৰাভাসকলৰ মাজত ভালদৰেই পৰিছে। বহুতো হিন্দু দেৱ-দেৱীক তেওঁলোকে পূজা কৰে। দুৰ্গাপূজা, কালীপূজা আদিও লাহে লাহে তেওঁলোকৰ মাজত সোমাব ধৰিছে। এইবোৰৰ বাহিৰেও ৰাভাসকলৰ নিজস্ব বহু দেৱ-দেৱী আছে। সেই বিলাকক সময় আৰু ঠাই বিশেষে বেলেগ বেলেগ ধৰণে পূজা কৰা হয়। সকলোতকৈ ডাঙৰ পূজা হ'ল—'খকৃচি' পূজা। এই পূজা সকলো ঠাইতে নহয়; কেইডোখৰমান বিশেষ ঠাইতহে হয়। পূজাৰ কেইদিন ঠাইডোখৰ নাচ-গানেৰে উখল-মাখল লাগি থাকে। সকলোৱে মদ খাই আনন্দত মতলীয়া হৈ পৰে। পূজা কেইবাদিনো ধৰি চলে। এই উপলক্ষে খৰচো যথেষ্ট হয়; মাইটোৰী ৰাভাসকলে আকৌ খকৃচি পূজাৰ সময়ত ডেকা-গাভৰুক অবাধে মিলিবলৈ সুযোগ দিয়ে। ডেকা-গাভৰুৱে গোটেই দিনটো খেল-ধেমালি কৰি কটায়। ৰাতি নাচি-বাগি গীত গাই উজাগৰে থাকে। এই সুযোগতে ডেকা-গাভৰুৱে পৰস্পৰে প্ৰণয়াসক্ত হৈ জীৱনৰ সঙ্গী বাছি লয়। পূজা শেষ হোৱাৰ লগে লগে তেওঁলোকৰ বিবাহিত জীৱন আৰম্ভ কৰে। পূজা উপলক্ষ্যে গাহৰি, কুকুৰা আদি বলি দিয়া প্ৰথাও ৰাভা সমাজত প্ৰচলিত।

### শৱ-সংকাৰ

সাধাৰণতে ৰাভাসকলে মৃতকক পুৰি পেলায়। কদাচিতহে পুতি থোৱা দেখা যায়। মৃত্যুৰ পিছত শটো ধুই-পখালি নিকা কাপোৰ পিন্ধাই বিচনাত শুৱাই দিয়ে। তেনেকৈ এৰাতি ঘৰত ৰাখে। আত্মাৰ অস্তিত্বত ৰাভাসকলৰ বিশ্বাস আছে। সেয়েহে শৱ দাহ কৰি চাৰিওফালে চাৰিডাল বাঁহৰ খুটি পুতি নানা ৰঙৰ কাপোৰ আঁৰি দি ঘৰ এটাৰ দৰে কৰি দিয়ে। সেই ঠাইত আত্মাটো কিছুদিনলৈ থাকে বুলি তেওঁলোকে ভাবে। কেইবাদিনলৈ আত্মীয়-স্বজনে থোৱা বস্তু মদ আদি চিতাৰ ঠাইত দি আহে। সেইবোৰ খাই মেলি তাতে কিছুদিন থাকি আত্মা অইন ঠাইলৈ গুচি যায়।

### জন-বিশ্বাস

ভূত-প্ৰেতলৈ ৰাভাসকলৰ বৰ ভয়। যিবোৰ ঠাইত ভূত-প্ৰেত থকাৰ সম্ভাৱনা, সেইবোৰ ঠাইত পূজা-পাতল দি ভূত-প্ৰেতক সন্তুষ্ট ৰাখিবলৈ যত্ন কৰে। তেওঁলোকৰ বিশ্বাস ভূত-প্ৰেত আদি বেমাৰ আজাৰৰ কাৰণে দায়ী।



সেই কাৰণে কাৰোবাৰ কিবা বেমাৰ আজাৰ হলে পোনতে গৈ ওজাৰ কাষ পায়। ওজাই চাই মেলি কোন দেৱতাক পূজা দিলে ভাল হব কৈ দিয়ে। সেইদৰে পূজা-পাতলৰ ব্যৱস্থা কৰা হয়। অৱশ্যে আজিকালি ৰাভাসকলে ডাক্তৰী সাহায্য লোৱাও দেখা যায়। চৰকাৰে ঠায়ে ঠায়ে ডাক্তৰখানা আদি পাতি দি গাঁৱলীয়া ৰাইজৰ চিকিৎসাৰ ব্যৱস্থা কৰিবলৈ যত্ন কৰিছে। পিছে ৰাইজৰ বুজন ভাগটোৱে এই সাহায্যৰপৰা বঞ্চিত হৈ আছে। কোনো কোনোৱে আকৌ হাতৰ ওচৰতে ডাক্তৰী সাহায্য পালেও কৌটিকলীয়া সংস্কাৰ এৰি দৰৱ-পাতি খাব নোখোজে।

### ভাষা-উপভাষা

ভাষাৰ ফালৰপৰা ৰাভাসকলক 'তিবেতো-বাৰ্মান' ভাষা গোষ্ঠীৰ 'অসম বাৰ্মীজ' শাখাৰ অন্তৰ্ভুক্ত কৰিব পাৰি। ৰংদানী আৰু মাইটোৰী ৰাভাৰ নিজৰ উপভাষা (দোৱান) আছে। পাতিবোৰে নিজৰ দোৱান পাহৰি গৈছে; সকলোৱে অসমীয়া ভাষাক নিজৰ ভাষা হিচাবে লৈছে। আন আন ৰাভাসকলেও তেওঁলোকৰ দোৱান এৰি পেলাইছে। শিক্ষা বিষয়ত ৰাভা ৰাইজ পিছ পৰি আছে।

### শাৰীৰিক বৈশিষ্ট্য

ৰাভাসকল চুটি চাপৰ হৃষ্টপুষ্ট মানুহ। মূৰৰ চুলি ঠৰঙা ঢৌ খেলি যোৱা চুলিও দেখা যায়। দাড়ি গোফ নিচেই তাকৰ। গাৰ বৰণ তাম বৰণীয়া; মুখখন বহল আৰু চেপেটা। নাক মধ্যমীয়া ধৰণে দীঘলীয়া। মূৰ মধ্যমীয়া ধৰণে দীঘলীয়া। শাৰীৰিক বৈশিষ্ট্যৰ ফালৰপৰা চালে ৰাভাৰ লগত কছাৰী আৰু গাৰোৰ বিশেষ মিল দেখা যায়। তিনিওটা জনজাতি একেটা গোষ্ঠীতে পৰে। কোচ আৰু ৰাজবংশীবোৰৰ লগতো কোনো কোনো বিষয়ত ৰাভাৰ সাদৃশ্য আছে।

ৰাভা, কছাৰী, গাৰো, লালুং আদি বড়ো গোষ্ঠীৰ জনজাতিবোৰক মঙ্গোলীয় জাতিৰ বুলি কোৱা হয়। আগতেই কৈ অহা হৈছে, গাৰোসকলৰ মাজত প্ৰচলিত থকা কিম্বদন্তী মতে বড়ো গোষ্ঠীৰ মানুহবোৰ অসমৰ উত্তৰ দিশৰ পৰা উত্তৰে বা উত্তৰ-পশ্চিমে থকা পথেৰে অসমত সোমাইছিল; অৱশ্যে সিহঁতে একে

সময়তে আৰু একেটা পথেৰে অহা নাছিল। এই মঙ্গোলীয় মানুহবোৰেই কালক্ৰমত সৰু সৰু ভাগত বিভক্ত হৈ বিভিন্ন জনজাতিবোৰৰ জন্ম দিলে বুলি অনুমান হয়।

**জাতিগত সমন্বয়**

বাভা, কছাৰী, গাৰো আদি জনজাতিৰ মানুহবোৰক লক্ষ্য কৰিলে পোনতেই মাঙ্গোলীয় গোষ্ঠীৰ মানুহ যেন লাগিলেও সূক্ষ্মৰূপে বিচাৰ কৰিলে সেই মঙ্গোলীয় গোষ্ঠীৰ আঁৰত আন আন জাতি গোষ্ঠীৰ আকৃতিগত বৈশিষ্ট্য কিছুমান লুকাই থকা চকুত পৰে। সেই জাতি গোষ্ঠীৰ ভেদ্দিড গোষ্ঠী বুলি কোৱা হয়। অনুমান হয়, মঙ্গোলীয় জাতিৰ সেই মানুহবোৰ অসমলৈ অহাৰ আগতে ভেদ্দিড গোষ্ঠীৰ মানুহে অসমত বসবাস কৰিছিল। মঙ্গোলীয় মানুহবোৰে আদিৰ পুৰণি ভেদ্দিড জাতিৰ মানুহবোৰক সম্পূৰ্ণৰূপে বা আংশিকৰূপে নিজৰ মাজতে সামৰি লৈ সিহঁতক লুপ্ত কৰি পেলালে।

# লালুং

**শ্ৰীগোপালচন্দ্ৰ দাস**

**বৰ্তমান আৰু আদিম বাসস্থান**

উত্তৰে ব্ৰহ্মপুত্ৰ, পশ্চিমে ডিমৰীয়া ৰাজ্য, দক্ষিণে বৰ আমলি আৰু থাগৰিজান জিলাৰ পূবলৈকে লালুং জনজাতিৰ বসতি আছিল বুলি বুৰঞ্জীয়ে প্ৰমাণ কৰে। এই চাৰিসীমা বেষ্টিত ভূমিখণ্ড বৰ্তমান প্ৰায় নগাঁও জিলাকেই বুলিব পাৰি। সঁচাকৈয়ে নগাঁও জিলাৰ ভিতৰত লালুং জনজাতি লোকসকলক যিমান দেখা যায়, আন জিলাত তেওঁলোকৰ সংখ্যা তুলনাক্ৰমে নগণ্য। কামৰূপৰ দক্ষিণ-পূব অংশত, উত্তৰ লক্ষীমপুৰ মহকুমাৰ পূব অঞ্চলৰ তিনি চাৰিখন গাঁৱত আৰু তিতাবৰৰ ওচৰৰ মাত্ৰ এখন গাঁৱত অল্পসংখ্যক লালুঙৰ বসতি আছে। সম্ভৱ, বহু বছৰ পূৰ্বে নগাঁও জিলাৰপৰাই এই লোকসকল উঠি গৈ উক্ত ঠাই বিশেষত স্থায়ীভাৱে বসবাস কৰি আছে। বৰ্তমানৰ মিকিৰ পাহাৰ জিলাৰ পশ্চিম খণ্ডত আৰু জয়ন্তীয়া পাহাৰতো বহুত লালুং আছে। এওঁলোকক দোৱান মতে সাজুৱালি[১] অৰ্থাৎ পাহাৰবাসী বোলা হয়।

বুৰঞ্জীসকলৰপৰা জনা যায় যে ভৈয়ামলৈ অহা লালুংসকলৰ আদি বা উপৰিপুৰুষ জয়ন্তীয়াসকলহে। এনে মত অমূলক বুলিব নোৱাৰি, কিয়নো কথিত দোৱান পৰ্বত-ভৈয়ামৰ একেটাই। অৱশ্যে কালক্ৰমে শব্দৰ অপভ্ৰংশ হৈ কিছু সাল-সলনি হৈছে। দোৱানৰ বাহিৰেও আচাৰ-নীতি, ধৰ্ম-বিশ্বাস, পূজা-পাতল আদি পূৰ্বতে একেই আছিল। ভৈয়ামত হিন্দুৰ ৰীতি-নীতিয়ে প্ৰভুত্ব চলোৱাত বৰ্তমানৰ পাৰ্থক্য পৰিলক্ষিত হৈছে।

---

১। সাবুৱালি<হাজোৱাৰি [ তুলনীয় বড়ো কছাৰী—হাজো 'পাহাৰ'+ৱাহাৰি ( হাৰি ) 'জাতি' 'ফৈদ'—সম্পাদক

## নামটোৰ অৰ্থ

কথিত আছে যে দেৱাদিদেৱ মহাদেৱে এদিন লাওপানী খাই গাত ৰাগি ধৰিলত বাটতে লাং খাই পৰি আছিল। তেনে অৱস্থাত ছুয়ো কোৰাবিয়েদি মুখৰ লালবীজ ওলাইছিল। তেওঁৰ সেই লালৰপৰাই পুৰুষ-স্ত্ৰী দুজনাৰ সৃষ্টি হ'ল। লালৰপৰা উদ্ভৱ হোৱা হেতুকে এওঁলোকক লালুং বুলি কোৱা হ'ল। এই জনজাতিটোৰ আৰাধ্য দেৱতা 'ফা মাহাদেও' (পিতা মহাদেৱ)। কোনোৱে ব্ৰহ্মাৰ লালৰপৰা উৎপত্তি হোৱা বুলিও কয়। সেই কাৰণেহে হেনো লালুংবিলাকে ঈশ্বৰৰ পূজা আৰু দেৱদেৱীৰ উপাসনাৰ মন্ত্ৰ, সমাজৰ ৰীতি-নীতি মুখস্থ ৰাখিব পাৰিছে। মুখে মুখে চলি অহা এই মন্ত্ৰ আৰু নিয়ম-প্ৰণালী সমূহক এওঁলোকে বেদাং বুলি কয়। ই সঁচা কথা যে লালুঙৰ কোনো লিখিত শাস্ত্ৰ নাই।

আৰু একমতে দৈত্যকুলৰাজ বলিয়ে ধৰ্ম গ্ৰহণ কৰি প্ৰজাসকলকো নিজ ধৰ্ম দিবলৈ ধৰে। যি সকলে তেওঁৰ ধৰ্ম গ্ৰহণ কৰিবলৈ মান্তি নহৈছিল, তেওঁলোকক কপালত লাল দাগ দি খেদি পঠিয়াইছিল। এই লাল দাগ পোৱাসকলক পিছলৈ লালুং নামেৰে অভিহিত কৰা হ'ল।

## গঢ়-পিত আৰু শিক্ষা

মঙ্গোলীয় সকলেৰে লালুংবিলাকৰ গঢ়-পিত মিলে। বহল মুখ, নাক চেপেটা, দাড়ি গোফ কম, উচ্চতা মজলীয়া। গা আটিল, খাওকাল, গাঠলু। স্বভাৱ মৰাসাপৰ দৰে শান্ত, কিন্তু মানসিক আঘাতত ক্ষন্তেকতে ফেটী সাপৰ দৰে উগ্ৰ হয়। এওঁলোক কৰ্মঠ হলেও বুদ্ধিবৃত্তিত হীন, কাজেই দৰিদ্ৰ।

কুৰি শতিকাৰ শেষ ভাগতো শিক্ষাত এই জাতি তেনেই পিছ পৰা। তৃতীয় পঞ্চবাৰ্ষিক পৰিকল্পনাতো চৰকাৰৰপৰা আদায় কৰিব লগা সা-সুবিধা গ্ৰহণ কৰিবলৈ উপযুক্ত শিক্ষিত লোকৰ অভাৱ। আজিলৈকে এই জাতিত মাত্ৰ ৯ জন গ্ৰেজুৱেট আৰু স্নাতকোত্তৰ এজন। অসম চিভিল ছাৰ্ভিচত আজি পৰ্যন্তও এজনো লোক নাই আৰু অদূৰ ভৱিষ্যতে হোৱাৰো লক্ষণ দেখা নাযায়। মহিলা গ্ৰেজুৱেট আজিলৈকে ওলোৱা নাই।

## পৰিচয় আৰু গোত্ৰ

আদিতে হেনো জাতি দুটাহে আছিল, দেৱ আৰু দৈত্য। এই দৈত্য



কুলৰপৰাই এই জনজাতিৰ উৎপত্তি বুলিও কথিত আছে। এওঁলোকে নিজৰ টিওৱা (ওপৰলৈ তুলি নিয়া) বুলি পৰিচয় দিয়ে। এওঁলোকে অনালালুং-বিলাকক মিছু বোলে আৰু আপোন বোধ নকৰে, অলপ ঘিণ বা সন্দেহৰ চকুৰে চায়।

কিম্বদন্তী আছে যে আদিতে একে কুলৰে ১২ জনী বাই-ভনী কজা সাজু অৰ্থাৎ ৰঙা মাটিৰ পাহাৰত বাস কৰিছিল। এওঁলোকে যৌৱনকাল পাৰ হৈ যাবলৈ ধৰাত পতিৰ অভাৱত টাকুৰী কাটি কাটি নদীত জাপ দিবলৈ যায়। তেনেতে ঈশ্বৰে ১২ জন ডেকা আনি দি বাৰজনীক বিয়া কৰিবলৈ দিয়ে। এই বাৰ গৰাকী বাই-ভনীৰ পৰা বাৰ 'কুল' বা গোত্ৰ হয়। পিছলে এই বাৰ 'কুল'ৰ পৰা ঠাল-ঠেঙুলি বাঢ়ি নিম্নলিখিত 'কুল' বিলাক হয়গৈ, যেনে,—মচৰং, মাছেৰেং. মাগৰ, মাদুৰ্, লাহুৰ্, পুৰু, ছাগাৰা, মালৈ, ফাংচং, পুমা, দাফম্ৰ, মিথি, লৰ্ম্ফে, শুকাই, থৰৈ, আগাৰা, চঞ্চৰ, কচ, চলং, মুনি, মেলাং, কাথৰ, দাৰ্ফং, দাৰ্পাং, দাম্লং, আন্চং, আমচি, থলৰ্ আৰু লৱম্। ইয়াৰ ভিতৰত মছৰং আৰু মাছেৰেং কুলক শ্ৰেষ্ঠ বুলি কোৱা হয়। এই কুলৰ কোঁৱৰে ডেকা-ৰজা বা ৰজা হয়।

## বৰ-ঘৰ

নামঘৰ, মছজিদ, গীৰ্জা আদিৰ দৰে লালুংবিলাকৰ ঈশ্বৰ সেৱা-পূজা কৰা ঘৰটোক বৰঘৰ বোলে। ই খেলে খেলে নাথাকে। গোত্ৰ বা ফৈদ হিছাপেহে একোটা বৰঘৰ হয়। আন খেল বা আন গাঁৱত থকা মানুহেও নিজ গোত্ৰৰ বৰঘৰলৈ গৈহে সেৱা-পূজা চলায়। ইয়াত বিগ্ৰহ নাথাকে।

## থান

ধৰমতুল আৰু চাপৰমুখৰ মাজত, জোঙালবলহু গড়ৰ অলপ পশ্চিমে মহাদেওশাল নামেৰে এখন প্ৰসিদ্ধ থান আছে। পূৰ্বেই চহৰি ৰাজ্যৰ অন্তৰ্গত আছিল। ইয়াত সৰু-বৰ ভালেখিনি শিলৰ মূৰ্তি বিদ্যমান। মূৰ্তি-বোৰ বিকট হোৱাত আৰু সেন্দুৰেৰে ঢাক খাই থকাত কিহৰ মূৰ্তি ধৰা টান হৈ পৰিছে। আচৰিত কথা যে ইয়াত শিৱলিঙ্গ নাই। এই থানখনেই সকলো লালুঙৰ শিৰোমণি থান। ধৰ্ম-বিশ্বাস, ঈশ্বৰ-বিশ্বাসত বলীয়ান হৈ বা অভীষ্ট সিদ্ধিৰ মানসে লালুং লোকসকলে নৈবেদ্য সহকাৰে আহি সেৱা-সৎকাৰ কৰি আগেয়ে ধন্য মানিছিল। বিশেষকৈ বহাগৰ বিহুৰ শেষত হোৱা বাৰ্ষিকী মেলাৰ দিনা উক্ত থান দৰ্শন কৰি আনন্দত মতলীয়া হোৱাৰ লগে লগে কৃতকৃত্য

হৈছিল। কালৰ চকৰিয়ে পূৰ্বৰ আস্থা কমাই আনিছে। গতিকে আহ-যাহ পাতলিছে। এই থানত লালুঙৰ দেউৰীয়ে পূজা-সেৱা চলাই আহিছে। ইয়াত বিগ্ৰহৰ পূজা দিনৌ নহয়। সেৱা কৰা যাত্ৰী আহিলে দেউৰীক মাতি আনি পূজা দিয়ে। থানত টিনৰ এটা মজলীয়া ঘৰ আছে।

সমূহ লালুং জাতিৰ এইখানেই একমাত্ৰ থান হোৱাৰ চাই এইটো অনুমান কৰিব পাৰি যে জয়ন্তীয়াৰপৰা ভৈয়ামলৈ নামি আহোঁতে এই অঞ্চলতেই লালুং-বিলাক থূপ পাতি বাস কৰিছিল।

জাগীৰোডৰ তিনি মাইলমান ভাটীত ট্ৰাঙ্কৰোডৰ কাষৰতে দেওশাল নামৰ থানতো একে ধৰণৰ বহুতো শিলৰ মূৰ্তি আছে আৰু ইয়াতো মহাদেৱৰ পূজা চলে। এইখন দেওশাল, কিন্তু আগৰখন হ'ল মহাদেওশাল, গতিকে পিছৰ নামটোৱে নিজস্ব প্ৰাধান্য প্ৰমাণ কৰে। এই থান দুখনৰ বাহিৰে আন আন ঠাইত থকা থানবোৰ উল্লেখযোগ্য নহয়।

## পূজা-পাতল

মহাদেৱ একমাত্ৰ আৰাধ্য দেৱতা হলেও কেঁচাইখাঁতী গোসানী বা কালিকা মাৰক সকলো লালুঙে পূজা কৰে। এই পূজাত কোনো ব্যক্তি-বিশেষত দেও জকে (লম্ভে)। এই দেৱে মানুহজনৰ সৰ্ব শৰীৰ কঁপাই তোলে আৰু স্বাভাৱিক সত্তা হেৰুৱাই পেলায়। তেনে অৱস্থাত কোনোৱে দেশৰ বা কোনো লোকৰ অপায়-অমঙ্গলৰ বাবে লব লগা প্ৰতিবিধান বা উপায় সোধে আৰু দেৱে তাৰ যথাযথ উত্তৰ দিয়ে। এই দেৱে জঁকি জঁকি গোসানী-পূজাৰ বলি ( পঠা-ছাগলি ) কাটে। কোনো কোনো ক্ষেত্ৰত কাছ কাটি কালিকা-পূজা কৰে।

মহাদেৱ আৰু কালিকাত বাদেও লক্ষ্মীপূজা ( দোৱানত, টুথুতীয়া ), শনি পূজা, মাল পূজা, জংকং পূজা, বিচনী কুঁৱৰী পূজা, থল পূজা আদি পূজা কৰে। প্ৰবন্ধৰ কলেবৰ বৃদ্ধি হোৱাৰ ভয়ত পূজাসমূহৰ বিবৰণ দিয়া ন'হল। এই বিলাকলৈ চালে এওঁবিলাকক কিছু পৰিমাণে শাক্ত বুলিব পাৰি। পূজাৰ মন্ত্ৰ দোৱানেৰে মাতে। এইবোৰত বাহিৰেও ভিতৰসেৱা বুলি এক গোপনীয় প্ৰক্ৰিয়া ৰাতিৰ ভিতৰতে হয়। সম্ভৱ ই ৰাতিখোৱা প্ৰথাৰে একে।

## ৰাজ্য-শাসন

লালুংবিলাকৰ নিজৰ স্বাধীন ৰজা আছিল। জয়ন্তীয়া আৰু গোভা এই



দুখনেই স্বাধীন ৰাজ্য। নেলী, খোলা আৰু চহৰি নামৰ তিনিখন সৰু ৰাজ্য জয়ন্তীয়া ৰজাৰ কৰদ মিত্ৰ ৰাজ্য আছিল। গোভা ৰজাৰ অধীনত দুটা ফৈদৰ ১২ খন সৰু সৰু ৰাজ্য আছিল। এটা ফৈদৰ ৭ জন আৰু আনটো ফৈদৰ ৫ জন ৰজা আছিল। পিছলৈ সাতজনক সাতো ৰজা আৰু পাঁচজনক পাঁচো ৰজা নামে জনাজাত হয়। সাতো ৰজাই পশ্চিমত আৰু পাঁচো ৰজাই পূৱত ৰাজত্ব কৰিছিল। সাতো ৰজাৰ ৰাজ্য—(১) তেতেলীয়া, (২) কুমৈ, (৩) শুখনাগগ, (৪) তৰাণি কলবাৰি, (৫) বথৰা, (৬) ঘগুৱা, (৭) কছাৰী গাওঁ। পাঁচো ৰজাৰ ৰাজ্য হ'ল—(১) টোপাকুছি, (২) বাৰপূজীয়া, (৩) মিকিৰ গাওঁ, (৪) ফুলগুৰি, (৫) থাইগড়।

## কেইটামান বৈশিষ্ট্য

সপ্তাহৰ ভিতৰত বুধবাৰ দিনটোক সকলো শুভকাৰ্য্যৰে শুভদিন বুলি এওঁলোকৰ মাজত এটা বদ্ধমূল বিশ্বাস আছে। সংক্ৰান্তিৰ দিনা বুধবাৰ নপৰিলে মাঘ আৰু বহাগ বিহু এওঁলোকে পিছুৱাই নি মঙ্গলবাৰে উৰুকা আৰু বুধবাৰে বিহু পাতে। সেইদৰে আন সকাম-নিকাম, পূজা-পাতল, বিয়া-বাৰু আদিও বুধবাৰেহে পালন কৰে। আজিকালি কোনো ঠাইত সংক্ৰান্তিৰ দিনাই বিহু পাতিছে আৰু শুভদিন বুধবাৰ নহলে আন দিনতো বিয়া পাতিবলৈ ধৰিছে।

আন এটা বৈশিষ্ট্য এই যে নিজ কুল বা গোত্ৰৰ ভিতৰত কোনো কালে বিয়া-বাৰু সম্বন্ধ নাপাতে, তেতেহলৈ নিজ কুল য'তে নাথাকক বা যিমান পুৰুষৰে আঁতৰ নহওক। এনে কঠিন সমাজ বান্ধোন আন জাতি বা সম্প্ৰদায়ৰ মাজত বিৰল। যদি কোনো সগোত্ৰ যুৱক-যুৱতীয়ে প্ৰণয় বান্ধত বান্ধ খাই এৰাব নোৱাৰা অৱস্থাত পৰি গন্ধৰ্ব বিবাহ পাতে, সমাজে সিহঁতক নগুৰ-নাগতি কৰি সেই গাওঁ বা অঞ্চলৰ-পৰা বহিষ্কৃত কৰে। আজি-কালি সমাজ-বান্ধোনত কিছু শিথিলতা দেখা দিয়াত লালুং সমাজেও বাৰ খেলক মাতি প্ৰায়শ্চিত্ত কৰি সমাজভুক্ত কৰি লৈছে। কিন্তু এনে কাৰ্য্যত বৰ-কন্যা উভয় পক্ষই বিৰাট ক্ষতিগ্ৰস্ত হব লগা হয়, কিয়নো বাৰ খেলৰসমূহ ৰাইজক দায়-জগৰ শোধাই ২৷৩ দিন ধৰি সুৰা-আমিষ ভোজন কৰাব লাগে। সকলোতে এটা বাদ পেলোৱা বুলি নিয়ম আছে। গতিকে লালুং সমাজতো মছৰং আৰু মাছেৰং কুলৰ ভিতৰত একে একে কুলতে বিয়া-বাৰু পাতিব পাৰে যদিহে ঈশ্বৰ-সেৱা কৰা বৰঘৰ বৰ-কন্যাৰ বেলেগ বেলেগ হয়।

## উৎসৱ-পৰব

সৰহ সংখ্যক সাতো ৰজা আৰু পাঁচো ৰজা পিচলৈ হিন্দু ধৰ্মত দীক্ষিত হৈ

কোচ হয়। এই ৰজাসকলে বহাগৰ বিহুৰ শেষত নিজ নিজ এলেকাত এদিন মেলা বা গোসাঁই উলিওৱা নিয়ম প্ৰবৰ্তন কৰিলে। ৰজাৰ খেলৰ নামঘৰত থকা উপাস্য গোসাঁইৰ মূৰ্তি বাহিৰত সকলোকে দেখুৱাকে মেলা গোসাঁই উলিওৱা বোলে। এই দিনা দুপৰীয়া ধূপ-ধুনা আৰতি সহকাৰে গোসাঁইৰ মূৰ্তি পথাৰলৈ আনে। মূৰ্তিৰ পিছে পিছে ৰজাক স-সম্মানে দোলাত বা ঘোঁৰাত তুলি তালৈ নিয়ে। পাত্ৰ-বিষয়াসকল ৰজাৰ পাছে পাছে যায়। প্ৰজা বা ৰাইজে ৰজাঘৰত সঞ্চিত থকা পূৰ্বৰ ঢাক, বৰঢোল বজাই ঢাল-তৰোৱাল লৈ নাচি নাচি আহে। নিৰ্দিষ্ট ঠাইত ৰজাক আসন পাৰি বহুৱায়। অলপ আঁতৰতে গোসাঁইৰ মূৰ্তি ৰাখে। গোসাঁইৰ সম্মুখত নাম কীৰ্তন হয়। ৰজাৰ অলপ আঁতৰত পুৰণা ৰণবিদ্যাৰ আৰ্হিৰে ঢাল-তৰোৱাল খেলে। এই দৃশ্য বৰ উপভোগ্য হয়। ৰজা আৰু গোসাঁইক কোনোৱে সেৱা জনায়। এই ঠাইতে অনেক মনোহাৰী মাল আৰু খোৱাবস্তুৰ পোহাৰ মেলে। ঢোল, পেঁপা, তাল আদিৰে কোনো কোনোৱে নৃত্য-গীত কৰে। গোটেই বেলাটো ৰং-তামাচা কৰি গধূলি আগৰ দৰে গোসাঁই আৰু ৰজাক লৈ যায়। দূৰ-দূৰান্তৰপৰা এই মেলালৈ বহুলোকৰ সমাগম হয়।

তৈয়ামৰ লালুংসকলে সকলো অসমীয়া পৰ্বকে মানি চলিছে। মাঘৰ ভোগালী বিহু আৰু চ'তৰ ৰঙালী বিহু আনন্দ-উলাহেৰে পালন কৰে। বিহুৰ দিনা পুৰা নামঘৰ বা গোসাঁই ঘৰত সামূহিক বা গাইগুটীয়া ভাৱে হিন্দুৱে নাম-কীৰ্তন কৰাৰ পৰিবৰ্তে লালুংসকলে নিজ নিজ বৰঘৰত পূজা দিহে বিহুৰ জা-জলপান পিঠা-পনা উপভোগ কৰে। বৰঘৰত বিহুৰ জা-জলপান আৰু মদ দেৱতালৈ অৰ্পণ কৰা হয়।

বহাগৰ বিহুৰ দিনা খেতিৰ সঁজুলি-নাঙল, যুঁৱলি, মৈ আদি ভালদৰে ধুই প্ৰতি বংশ বা ফৈদৰ নিৰ্দিষ্ট মানুহ এঘৰৰ ভৰাল ঘৰৰ আগত জমা কৰি থয়। গধূলি কুকুৰা কাটি পূজা দিয়ে আৰু কুকুৰাৰ তেজ সঁজুলিবিলাকৰ ওপৰত ছটিয়াই দিয়ে। দুয়োটা বিহুতে ৩।৪ দিন আবেলি আবেলি নিৰ্দ্ধাৰিত ঠাইত কুকুৰা-যুঁজ পাতে। হৰা কুকুৰাটোক জিকাৰু ঘৰে নি খায় বা পোহে। আন খেলা-ধূলা ৰং-ৰহইচ আদি সৰ্বসাধাৰণ অসমীয়াৰে একেই।

## সামাজিক নীতি-নিয়ম

এই জনজাতিৰ খেলে খেলে থকা ডেকা-চাং বিলাকে আধুনিক ক্লাব ঘৰৰ কাম আংশিক পৰিমাণে সাধন কৰে: ইয়াত গৰম কালি ডেকা ল'ৰা বিলাকে দুপৰীয়াৰ ভাগৰ পলুৱায়, আহ্লাদ-আলাপ কৰে, পাচি-খৰাহি, চালনি আদি বৈ-বন কৰে।



ইয়াতেই আগন্তুক পূজা-পাতল পৰৱ আদিৰ কাৰ্য্যসূচী ৰচনা কৰে। পূজা-পাতলত হব লগা নৃত্য-গীতৰ আখৰা কৰে। ব'দ-বৰষুণৰ বাবে মুকলি ঠাইত সম্ভৱপৰ নহলে এই ডেকা-চাঙতে মুখিয়াল সকলে দায়-জগৰৰ বিচাৰ সোধে। দুখৰ বিষয় অনেক ঠাইত এই ডেকা-চাং বিলাক লুপ্ত হৈ আহিছে, তাৰ ঠাইত থিয়েটৰ হল নিৰ্মাণৰ কামে আগশাৰী পাইছে।

বিয়া-বাৰুৰ সকলো প্ৰথা হিন্দুৰে সৈতে একেই, মাত্ৰ সম্প্ৰদান কাৰ্য্যত হোম নোপোৰে। বুঢা-মেথাই কন্যা ঘৰত ৰভা তলত বৰ-কন্যাক আমৰণ এক স্ত্ৰী-পুৰুষে সুখে-স্বচ্ছন্দে থাকিবলৈ, সন্তানৰ জনক-জননী হবলৈ আশীৰ্বাদ দিয়ে। তাৰ পাছত বৰঘৰত দৰা-কন্যাক সেৱা কৰোৱায়।

জন্ম অশৌচ শুদ্ধি কৰাৰ যি ৰীতি আছে তাতো জাতিৰ এটা বৈশিষ্ট্য চকুত পৰে। নাড়ী সৰাৰ পাছতে কেচুৱাৰ অশৌচ খেদে। পুৱা বেলা গা-পা ধুৱাই মাকে কেচুৱাটো দুৱাৰ-দলিৰ বাহিৰলৈ আনে আৰু পূবলৈ মু-কৈ ধৰে। তিৰোতা পুৰোহিতে লৰা-কেঁচুৱাৰ হাতত ধৰাই চাৰি দিকে চাৰিপাত কাঁড় মৰায়। এই কাঁড়-ধেনু এই কাৰ্য্য কৰাৰ অলপ আগতে কৰাই থয়। কাঁড় মৰাৰ লগে লগে চাৰিজন দেৱতাৰ উদ্দেশ্যে মন্ত্ৰ মাতে। দেৱতা চাৰিজন হল—নৰেশ্বৰ ( নাৰায়ণ ), গৰেশ্বৰ ( অনন্ত ), হেমেশ্বৰ ( মহাদেৱ ) আৰু ধৰ্মেশ্বৰ ( যম )। কেঁচুৱাক ভালে-কুশলে ৰাখিবলৈ, সকলো অপায়-অমঙ্গল দূৰ কৰিবলৈ দোৱানেৰে মন্ত্ৰ মাতে। ল'ৰা কেঁচুৱাটোক কয়, 'বোপা, তোৰ ৰণ সদায় বাহিৰত' আৰু ছোৱালী কেঁচুৱাক কয় যে 'তোৰ ৰণ ঘৰতেই।' ছোৱালীৰ বেলিকা হাতত তুলা-ধুনা ছাটনি আৰু কাছি দিয়ে। আগৰ দৰেই ইয়াতো মন্ত্ৰ মাতে। আবহমান কালৰে পৰা চলি অহা এই ৰীতিয়ে এই জাতি যে যোদ্ধাৰ জাতি তাকে সূচায়। ছোৱালীৰ হাতত দিয়া ছাটনিয়ে প্ৰমাণ কৰে যে ভৱিষ্যতে নিখুঁত শিপিনী হব লাগিব, কাছিখনে পথাৰ আৰু গৃহ-কৰ্মত পটু হোৱাটো ইঙ্গিত কৰে। সঁচাকৈয়ে ব'ৱ-কাটিৱ নজনা ছোৱালীৰ এই জাতিত সমূলি আদৰ নাই, কোনোৱে বিয়া কৰিবলৈ ইচ্ছা নকৰে।

কেঁচুৱাৰ খুৱাই পেলোৱা চুলিবোৰ পেলাই নিদি গোবৰত সানি প্ৰধান দুৱাৰৰ বেৰত সকলোৰে চকুত পৰাকৈ লগাই থয়। গোবৰৰ মাজতে এটা কড়ি সুমুৱাই থয়। ইয়াৰ কি তত্ত্ব থাকিব পাৰে জনা নাযায়।

এই সংক্ৰান্তত যিটো কুকুৰা কটা হয় তাৰ জিভা, নাড়ী-ভুৰু চাই কেঁচুৱাৰ শুভাশুভ লক্ষণ নিৰ্ণয় কৰে।

মৰণাশৌচ কোনো নিৰ্দিষ্ট দিনত পালন নকৰে। আৰ্থিক অৱস্থা অনুযায়ী অশৌচ শুদ্ধি কৰাৰ দিন সোনকাল বা পলম হয়।

মতাৰ সকামত মতাই আৰু তিৰোতাৰ সকামত তিৰোতাই পুৰোহিতালি কৰে।

কোঁৱৰৰ পুত্ৰই বা ৰাজপুত্ৰই ৰজা হব নোৱাৰিছিল। কুঁৱৰীৰ পুত্ৰকহে ৰজা পতাৰ নিয়ম আছিল।

ছোৱালী অবিবাহিত হৈ থাকিলে বা ঘৰতে জোঁৱাই চপাই ৰাখিলে ছোৱালীও পৈতৃক সম্পত্তিৰ অধিকাৰিণী হ'ব পাৰে। পৰৰ ঘৰজীয়া হলে পুত্ৰ পৈতৃক সম্পত্তিৰপৰা বঞ্চিত হয়।

## আচাৰ-ব্যৱহাৰ, ঘৰুৱা জীৱন

থকা ঘৰ, বাচন-বৰ্তন আদি চাফ-চিকুণ কৰি ৰখাৰ প্ৰতি এই জাতি অতি যত্নপৰ। মাত-কথাবোৰ অলপ চুটা চুটা লাগে যদিও অমায়িক। এওঁলোক আতিথ্য-সৎকাৰ-অভিলাষী, নিজৰ ক্ষতি সাধন কৰিও পৰৰ উপকাৰ কৰে। অন্যান্য জনজাতিসকলৰ দৰে এই জাতিৰ লোকসকলো আজি কিছু দিনৰ আগলৈকে সহজ, সৰল, সত্যবাদী, কৰ্মৰত, পবিত্ৰ আছিল। মিছা কথা ক'বলৈ জিভা দোৱোল খাই গৈছিল। কিন্তু যুগকালে সবাৰে ওপৰত প্ৰভাৱ বিস্তাৰ কৰিলে। আগৰ ৰামো নাই, অযোধ্যাও নাই। কালৰ কুটিলা গতিয়ে এওঁলোককো ওপৰৰ সদ্গুণ-সমূহৰপৰা বঞ্চিত কৰি আনিছে।

এওঁলোকে পৰজন্মত অতিপাত বিশ্বাস কৰে। সদ্যজাত শিশুৱে কান্দি-কাতি অশান্তি-আমনি কৰি থাকিলে কোনোবা আপোন মৃত লোক জন্ম লব পাৰে ভাবি মঙ্গল চোৱায়। মঙ্গলত কোনো লোকৰ নাম ক'লে মান দান দি পৰম সন্মান কৰে। আচৰিত কথা, এনে কৰিলে কেঁচুৱাই পিয়াহ-পানী খায়, আপনি কৰিবলৈ এৰে। মৰিশালিত প্ৰেতাত্মা বাস কৰে বুলি বাঘ দেখা যেন ভয় কৰে। নোৱাৰাতহে মৰসাহ কৰি মৰিশালিৰ ওচৰেদি যায়।

## ভাষা-উপভাষা

এই জাতিৰ নিজস্ব স্বকীয়া দোৱান আছে। কোনেও আজিলৈকে লিখিত অৱস্থালৈ অনা নাই। ভৈয়ামৰ লোকসকলে দোৱান পাহৰি পেলাইছে। পাহাৰী-বিলাকে এই কাৰণে 'দোৱান পুৰি খোৱা' বুলি ভৈয়ামবাসীক গালি পাৰে।



## গীত-মাত

প্ৰত্যেক জাতিৰে গীত-মাত আছেই। এই জাতিতো এনে গীত বহুত আছে। কোনোটোৰ দুফাকি-এফাকি কাৰোবাৰ মনত আছে, বাকী অংশ পাহৰণিৰ গৰ্ভত। ইয়াৰ মূল কাৰণ হল কথা-ছবি। আজি-কালি চৰণীয়া পথাৰ, পকা ধানৰ পথাৰ, পৰ্বত-কন্দৰ বোলছবিৰ গীতে মুখৰিত কৰি তুলিছে। গতিকে মনপ্ৰাণ উথলি উঠা গীতত ৰাপ ক'ত থাকিব?

ডেকা বা গাভৰুবিলাকে হেদাৰি খেলি ধান দাওঁতে বা কোনো লোকৰ পথাৰত গাঁৱৰ সকলোৱে মিলি ধান দান লগা হলে "ল'হ লাই ঐ ল'হ লাই, লালী হিলালী লাই ঐ লালী হিলালী লাই" গীত সমস্বৰে সুৰ লগাই গায় আৰু মৃদু নৃত্য কৰে। এই গীত পথাৰতো গায় আৰু কেতিয়াবা বাটে বাটে ঘৰলৈকো গাই আহে। আজি-কালি এইবোৰ প্ৰায়ে উঠি গৈছে।

# নগাভূমিৰ জনজাতি

শ্ৰীহৰিপ্ৰসাদ ৰায়

অসমৰ পূব সীমান্তত দেখিবলৈ পাওঁ শাৰী শাৰী পৰ্বত এনে ভাৱে উত্তৰা-দক্ষিণাকৈ শাৰী পাতি আছে যেনিবা বহিঃ-শত্ৰুৰপৰা আমাক ৰক্ষা কৰিবৰ বাবেহে সৈন্য-বাহিনীয়ে শ্ৰেণীবদ্ধ ভাৱে থিয় হৈ আছে। ব্ৰহ্মদেশ আৰু অসমৰ মাজৰ এই ঠাইথিনি অটব্য অৰণ্য আৰু তাৰ মাজে মাজে পৰ্বতীয়া নৈবিলাক বৈ গৈছে। এই পৰ্বতৰ শৃঙ্গবিলাকত এজাতি মানুহে বাস কৰে। এওঁলোকক আমি নগা বোলোহঁক। অৱশ্যে 'নগা' শব্দটো আমাৰ শব্দ : ( নগ মানে পৰ্বত ) তাৰ মানে পৰ্বতত বাস কৰা মানুহ। কিছুমান কয়, 'নাঙঠ' বুজোৱা সংস্কৃত নগ্ন বা হিন্দীৰ নঙ্গা শব্দৰ বিকাৰ 'নগা' হ'ল। আৰু কিছুমানে কয়, নাগ ( সৰ্প )-লোকৰ বাসিন্দা : মহাভাৰতত উল্লেখ আছে যে দ্বাপৰ যুগত বৰ্তমানৰ নগা পৰ্বত বিশাল নাগলোক বা অঠাই পানীৰ হ্ৰদ আছিল আৰু ইয়াক পাতালপুৰী বুলিও কোৱা হৈছিল। কথিত আছে, বভ্ৰুবাহনে পিতাক অৰ্জুনৰ মূৰ কাটি ছুছেও কৰি দিয়াতো শ্ৰীকৃষ্ণৰ উপদেশ মতে বভ্ৰুবাহনে নাগলোকলৈ গৈ মণি আনি সেই মণিৰ পৰশত কটা মূৰ জোৰা লগাই পিতাক অৰ্জুনক পুনৰ্জীৱন দিব পাৰিছিল।

নগাসকল আমাৰ বুকুৰ কুটুম। ( নগাসকলৰ লগত আমাৰ মহাভাৰতৰ দিনৰেপৰা সম্বন্ধ আছিল। ) স্বাধীন অসমৰ আহোম ৰজাসকলে লঠা নগা সকলক মাটি-বৃত্তি দিয়াৰ কথা এতিয়াও পোৱা যায় আৰু ল'ৰা ৰজা চুলিকফাৰ অত্যাচাৰত দেশ উৎপীড়িত হোৱা সময়ত, ঘৃণীয়া হবৰ ভয়ত লাঙি গদাপাণি জানো পলাই গৈ মোককচাঙৰ ওচৰে-পাজৰে লুকাই থকা নাছিল! কবিৰ কল্পনাৰ ডালিমীৰ দেশ জানো আমাৰ পৰ! পিছে কালৰ কুটিল গতিত আমাৰ ভৈয়ামৰ মানুহবিলাকে মানৱ দ্বাৰা জুৰুলা হোৱা অৱস্থাত আত্মৰক্ষা আৰু আত্মপ্ৰতিষ্ঠাৰ বাবে ব্যস্ত থাকিব লগা হোৱাত নগা পৰ্বতৰ ফালে জানিবা



চকু দিবলৈ সময় নেপালে, আৰু এই দেশতে সাম্ৰাজ্যবাদী ইংৰাজে পৰ্বত-ভৈয়ামৰ মাজত অলীক লোৰ আঁৰ কাপোৰ পেলাই দিয়ালে আৰু ফিৰিঙ্গী বিদেশী মিছনেৰীবিলাকে পৰ্বতবিলাকত খোপনি পুতি ললে। দুখৰ বিষয়, এইদৰে অসম আৰু নগাবিলাকৰ মাজত পাৰ্থক্যৰ প্ৰাচীৰে মূৰ দাঙিবলৈ ধৰিলে।

## নগাৰ বেলেগ বেলেগ জাতি

নগাসকলৰ ভিতৰত আঙ্গামী, আও, চেমা, লঠা, এই কেইটা প্ৰধান শাখা, ইয়াৰ উপৰিও বহুতো নগা আছে ; যেনে জেলিয়াং, ৰেংমা, য়ুমচুঙ্গৰ, চাংতাম কন্যাক, ফোম, কাল্য কন্যাক, চাং, আৰু খেমুন্‌গান। মণিপুৰৰ নগাবিলাক হ'ল, (১) কাবুই ( এওঁলোকৰ নগা পাহাৰৰ জেলিয়াং সকলৰ লগত সমিল মিল আছে ) (২) মাও নগা, আৰু (৩) টাংখুল নগা।

উৎপত্তিৰ বিষয়ে নগাসকলৰ নিজৰ নিজৰ কিম্বদন্তি আছে। আঙ্গামীবিলাকে কয় যে তেওঁলোক কেজা কেনমা গাঁৱৰ ওচৰত ভূ-গৰ্ভৰ পৰা ওলোৱা! কেজা কেনমা গাঁৱত এডোখৰ বিৰাট চেপেটা পাথৰ আছিল, সেই পাথৰ ডোখৰৰ ওপৰত ধান বা চাউল নিজে নিজে দুগুণ হৈ গৈছিল হেনো। লঠাবিলাকেও নিজৰ উৎপত্তিৰ বিষয়ে ঠিক সেই উপকথাকে কয়, আৰু কয়, তেওঁলোকৰ উৎপত্তিৰ ভূ-গৰ্ভৰ স্থান আছিল বৰ্তমান মাও থানাৰ ওচৰত। চেমাবিলাকে কয়, তেওঁবিলাক বৰ্তমানৰ নগা ৰাজ্যৰ ওখ শৃঙ্গ জাপডো পৰ্বতৰপৰা ওলোৱা ; আওবিলাকেও নিজৰ উৎপত্তি স্থান তেনেকুৱা ঈশ্বৰ প্ৰদত্ত, চুংলিয়িমটি গাঁৱৰ ছ ডোখৰ শিললৈ আঙুলিয়ায়। শিল ছডোখৰক তেওঁলোকে 'লংতকক' বুলি কয়। সেই ছডোখৰ শিলৰ 'লংতকক' চৰায়ে বাথি থাকে হেনো।

আঙ্গামীবিলাকে নিজকে আঙ্গামী বুলি নকয় ; নিজকে তেওঁলোকে 'তেঙ্গিম্যে' বুলি কয়। বিদেশীক 'তেফ্ৰিম্যে' বুলি কয়। তেফ্ৰিম্যে বুলিলে আঙ্গামীত বাজে আন আটাইবিলাক মানুহকে ( নগাকো ) বুজায়। অঙ্গামীবিলাকে ভাৰতীয়-সকলক 'কেটিম্যে' ( ক'লা মানুহ ) বুলিহে কয়।

আও নগাবিলাকে নিজকে আওৰ বুলি কৈছিল, অৰ্থাৎ যি সকলে ডিখু নৈ পাৰ হৈ আহিছিল। যি দলটো অহা নাছিল সেই দলটোক মিৰিব বুলি কৈছিল অৰ্থাৎ তেওঁলোকে নৈ পাৰ হৈ অহা নাছিল। সেইবাবে অতীতৰ আওৰ বিলাকেই বৰ্তমানৰ আও নগা।

চেমা নগাবিলাক 'চেমোমী' গাঁৱৰ মানুহ। গাঁৱৰ নামৰপৰা চেমা নাম প্ৰচলিত হৈছে। লঠাবিলাকে নিজকে আম্মুং (বা মানুহ) বুলি কৈছিল। তেওঁলোকক বোধকৰোঁ লঠা নামটো অসমীয়াই দিয়া। আহোম ৰজাৰ ৰাজত্ব কালত পৰ্বতৰপৰা নামি আহি যাতে অসমীয়া মানুহবিলাকৰ ওপৰত অত্যাচাৰ নকৰে তাৰ বাবে আহোম ৰজা সকলে লঠা নগাবিলাকক ভূমি দানদি সৈমান কৰি ৰাখিছিল। তেতিয়া চাগৈ তেওঁলোকক তেনেই লঠামূৰীয়া দেখি লঠা নামটো দিয়া হৈছিল—অৱশ্যে এইটো মোৰহে অনুমান। কোনো কিতাপ-পত্ৰত আম্মুং বা আঞ্জুং সকলক লঠা নাম দিয়াৰ কাৰণ লিপিবদ্ধ অৱস্থাত পোৱা নাযায়।

## ভাষা-উপভাষা

নগাবিলাকৰ প্ৰত্যেকৰে বেলেগ বেলেগ দোৱান (উপভাষা) আছে। আঙ্গামী ভাষাত 'ইয়ালৈ আহা' এইদৰে কবলৈ হলে 'হামু ভৰল্যো' এইদৰে কোৱা যায়। আও দোৱানত 'আকং' 'চেমাত' 'হিলাকূল', বুলি মতা হয়। আঙ্গামীয়ে প্লেজ্যো' বুলি ধন্যবাদ দিয়ে; আও নগাই 'কাঙ্গা চুঙ্গুৰ' বোলে আৰু চেমা নগাই 'আকিবিচি আনি' (বৰ ভাল) এইদৰে শলাগি থয়। পিছে ইজাতিয়ে সিজাতিয়ে পৰস্পৰ কথা পাতোঁতে অৰ্থাৎ 'আওৰে', 'আঙ্গামীৰ'ৰ লগত নাইবা আঙ্গামীয়ে লঠা বা চেমাৰ লগত কথা পাতোঁতে অসমীয়াতেহে পৰস্পৰ ভাৱৰ আদান-প্ৰদান কৰিব পাৰে। কিয়নো ইজাতিৰ দোৱান সিটো জাতিয়ে নুবুজে। এওঁবিলাকে এইদৰে পৰস্পৰ মাজত যি ভাষা ব্যৱহাৰ কৰি আহিছে—তাক নগা-অসমীয়া বুলি ক'ব পাৰি। নগা-অসমীয়াৰ কেইটামান দৃষ্টান্ত দিয়া হ'ল :—

| অসমীয়া | নগা অসমীয়া |
|---|---|
| তোমাৰ নাম কি ? | তোমাৰ লাগা নাম কি ? |
| তুমি মোৰ বন্ধু। | তুমি আমাৰ লাগা ছকি। |

'সুখী' শব্দটোৰ অপভ্ৰংশ 'ছকি'। এই দুটি বাক্যৰ দৃষ্টান্ত চালে বুজিব পাৰি, অসমীয়া ভাষা, কৃষ্টি আমি চেষ্টা কৰা হলে কিমান সহজতে এওঁলোকক দিব পাৰিলোঁহেঁতেন।



## সমাজৰ গাঁথনি

নগাবিলাকৰ সমাজৰ ৰৰমূৰীয়াজন হল গাওঁবুঢ়া। গাওঁবুঢ়াৰ বাজেও আঙ্গামীবিলাকে নিজৰ পুৰোহিতৰ বা গাঁওৰ কেম'ভ'ক (উচ্চাৰণ Kemovo) মানে। কেম'ভ'ৰ বচন দৈৱ-বচন। কিবা উৎসৱ পাতিবলৈ হলে কেম'ভ'ৰ পৰা দিন-ক্ষণ নিৰ্দিষ্ট কৰি লব লাগে। শইচ কাটিবলৈ বা চপাই আনিবলৈ দিনক্ষণ কেম'ভ'ই হে চাই দিব লাগে। শইচ চপাই আনি কেম'ভ'ক আগভাগ যাচিব লাগে। বৰষুণৰ অভাৱত খেতি নষ্ট হবৰ উপক্ৰম হলে কেম'ভ'ই হাতত যাঠিডাল লৈ, কান্ধত বৰষুণৰপৰা আত্মৰক্ষা কৰিবৰ বাবে পাতৰ সাজ পিন্ধি বৰষুণ দেৱতাক প্ৰাৰ্থনা কৰি মন্ত্ৰ মাতে। মন্ত্ৰ গালে বৰষুণ দিয়ে। গাঁওত মেল পাতি ডাঙৰ ডাঙৰ দন কাজিয়া ভাঙি দিয়ে, নাইবা ডেকা-গাভৰুক জোৰা পাতি দিব পাৰে বা বিয়া ভাঙিও দিব পাৰে, ইত্যাদি। এই বিলাক কাম কেম'ভ' আৰু গাঁওবুঢ়াই মিলি মেল পাতি স্থিৰ কৰে।

## জন-বিশ্বাস

আমাৰ সমাজৰ নিচিনাকৈ নগা সমাজতো নানা জন-বিশ্বাস আছে। যেনে— সপোনত বাঘে খালে অমঙ্গল হয়। বাটত যাওঁতে সাপে বাট আগচি ধৰিলে বা সাপটো বাওঁ ফালে গলে অমঙ্গল হয়, ইত্যাদি।

## সপোনৰ প্ৰভাৱ

আঙ্গামী সমাজত সপোনে বহুত প্ৰভাৱ বিস্তাৰ কৰে। কোনোবা ন ঠাইত ঘৰ সাজিবলৈ হলে, নাইবা ন ঠাইত খেতিৰ মাটি ভাঙিবলৈ হলে সেই সেই ঠাইৰ মাটি আনি গাৰু শিতানত থৈ লগতে দা এখন ৰাখি ৰাতি শুব লাগে। ৰাতি সপোনত গছ-গছনি দেখিলে, পৰিষ্কাৰ পানী দেখিলে, নাইবা মঙহ দেখিলে অমঙ্গল হয় আৰু অতি সোনকালে কামখিনি কৃতকাৰ্য্য হয়। তাৰ বিপৰীতে যদি সপোনত শুকান গছ দেখে নাইবা পৰ্বতৰ পৰা পৰে, নাইবা যেই কোনে দুৰ্ঘটনাৰ সপোন দেখা যায়, তেনেহলে হিতে বিপৰীত হয়, সেই ঠাইত ঘৰ সাজিব নোৱাৰে, নাইবা ন ঠাই ভাঙি খেতি-বাতি কৰিব নোৱাৰে। বিয়াৰ বাবেও

সোঁৱৰণি আদি চোৱাৰ কাম সপোনেই কৰি দিয়ে অৰ্থাৎ বিয়াৰ প্ৰস্তাৱ লৈ দৰাৰ বা কন্যাৰ মাকে বা বাপেকে সপোনত মঙ্গল চায়। ভাল সপোন দেখিলেহে বাহি-জোৰা মিলে।

## দিন-গণনা

নগাবিলাকে জোনৰ গতি মতে মাহ, দিন হিচাব কৰে। আৰু খেতি কৰিবলৈ বা শস্য কৰলৈ প্ৰকৃতিৰ সহায় লয়। যেনে, ঠিক অমুক চৰায়ে মাতিবৰ সময়ত অমুক শস্য কৰ লাগে। অমুক ফুল ফুলিলে অমুক কাম কৰিব লাগে, ইত্যাদি।

## সাহিত্য-সঙ্গীত

নগাবিলাকৰ দোৱানে এতিয়াও ভাষাৰ স্থান পোৱা নাই ভাৰতীয় সংবিধান মতে। পিছে এওঁবিলাকৰ দোৱানবিলাকক উন্নতিৰ শীৰ্ষ স্থানলৈ নিবলৈ যথেষ্ট পৰিসৰ আছে। এওঁবিলাকৰ সাধু আৰু তৎসম্বন্ধীয় সঙ্গীত মুখে মুখে চলি আহিছে যদিও এতিয়াও বিলুপ্ত হোৱা নাই। এওঁবিলাকৰ এই গানবিলাকত কবিত্ব আছে, মাধুৰ্য্য আছে আৰু সাহিত্যৰ উৎগমৰ বাবে বিষয়বস্তু সকলো আছে। খনমা গাঁৱৰ আঙ্গামী নগাৰ গান দুশাৰীমান হৈছে—"থে্ চাম্যে পোৰ বমে কেন্যে"—

ছুটি নাৰী এক পুৰুষ<br>
কিনো কৰিবা ; চিৰন্তন<br>
সমস্যা আমাৰ।<br>
আনন্দ কৰ'া হেই-হো-হেইহো !!

আৰু এটি আও গীত এনে ধৰণৰ

অ নাৰ'লা, ক নকৃচংলা......"<br>
হে ফুলৰ নিচিনা ধুনীয়া-জনী<br>
আহা না। মোৰ হিয়াৰ জুইৰ<br>
উমনিত তোমাক হিম শীতল বতৰত উম দিম বুলি<br>
মই বৈ বৈ তোমাৰ অহা বাটলৈকে চাই আছো।



বছৰত ছটা ঋতু পৰিবৰ্তনৰ লগে লগে নগাবিলাকৰো কিবা নহয় কিবা উৎসৱ লাগিয়ে থাকে। বসন্তৰ আগমনত, আনন্দৰ নৃত্য-গীতৰ, ধান কৰৰ সময়ত শইচ চপোৱাৰ পিছত, প্ৰকৃতিৰ লগত খাপ খুৱাই এওঁলোকৰ সেই অনুপাতে নৃত্য-গীতৰ উৎসৱ আছেই। আঙ্গামীৰ উৎসৱ তেৰহুনিক আমাৰ ভোগালী বিহুৰ লগত তুলনা কৰিব পাৰি। আমাৰ ৰঙালী বিহু তেওঁলোকৰ 'চেক্ৰেন্যি'।

## ঘৰ-দুৱাৰ

নগাৰ ডাঙৰ মানুহৰ বা চহকী মানুহৰ দুৱাৰ-মুখত কটাকটি চিন বা ম'হৰ শিঙৰ চিন থাকে। আও, লঠা, চেমা নগাবিলাকৰ ঘৰবিলাক চাংঘৰ। আঙ্গামীৰ ঘৰবিলাক ওলোটা ইংৰাজী ভি ( V ) আখৰৰ আকাৰেৰে সজা, ঘৰৰ ছাল দুয়ো-ফালে মাটি চুই থাকে। আঙ্গামী গাঁওবিলাকত বৰ বতাহ। সেই কাৰণে বোধ-কৰো এনে ব্যৱস্থা। দুৱাৰ মুখত গৰু, ম'হ, কাটি লাওখোলা থোৱা নিয়মটো আটাই কেইজাতি নগাৰ মাজতে প্ৰচলিত।

এওঁলোকৰ ধানৰ ভঁৰাল গাঁৱৰপৰা আধা মাইলমান দূৰৈত থাকে, ইয়াৰ অৰ্থ হ'ল হঠাৎ গাঁৱত জুই লাগিলে প্ৰাণৰক্ষাৰ উপায় ধানখিনি যেন নষ্ট নহয়, এয়ে।

## মৃতকৰ সৎকাৰ

আঙ্গামী, চেমা, লঠা আৰু আন কেইবাটাও জাতিৰ নগা মানুহ মৰিলে ঘৰৰ ওচৰতে পুতি থয় ; আৰু মৃতকৰ সকলো সম্পত্তি কবৰৰ ওপৰত সজাই থয়। আও নগাবিলাকে কিন্তু মৃতকৰ মৰা শটো চাংঘৰ সজাই ওপৰ চাঙত থৈ দিয়ে, আৰু মৃতকৰ শৰীৰ গেলি পচি মাটিত পৰে, তাকে অন্যান্য জন্তুৱে খায়। এতিয়া অৱশ্য বৰ্তমান সভ্যতাৰ প্ৰভাৱ পৰাৰ লগে লগে এইবোৰ নাইকিয়া হব ধৰিছে। আদিতে তেওঁবিলাকে এই মৃতকৰ শৰীৰ ওখ চাঙৰ ওপৰত থৈ তলৰ পৰা জুই ধৰি ধোৱাদি শুকোৱাই থোৱাৰ প্ৰথা আছিল। একেজন পিতাকৰ কেইবাজনো পুতেক যদি থাকে, তেতিয়া অকামিলাবিলাকক লাজত পেলাবলৈ এই শাৰী বাক্য প্ৰযোজিত হৈছিল— 'ছেই! নিজৰ বাপেকৰ মৃত শৰীৰটোকো 'লপচাং' কৰিব নোৱাৰে, এনে অকৰ্মণ্য ল'ৰা!' মৃতকৰ শটো আও ভাষাত 'লপ' ( lop ) বোলে, চং

( chong ) হৈছে চাং বা ওখ ঠাই ; এই শটো ৰাখি তলৰপৰা জুইৰে ধোঁৱা দি শুকোৱা হৈছিল। আজিকালি অৱশ্যে এই প্ৰথা লুপ্তপ্ৰায়। মাত্ৰ এই প্ৰথাই নহয়, এওঁলোকৰ বহু পুৰণি প্ৰথা বৰ্তমান সভ্যতাৰ প্ৰভাৱ পৰাৰ লগে লগে নোহোৱা হব ধৰিছে।

আমাৰ নগা ৰাজ্যৰ নগা ভাইসকল প্ৰকৃতিৰ সন্তান ; আমাৰ কবিৰ কল্পনাৰ ডালিমীৰ দেশৰ সুন্দৰ, বগা, ৰঙচুৱা শকত-আৱত নগা আৰু বগী হাঁহিমুখীয়া কৰ্মপটু নাগিনীসকল নগাপাহাৰ টুৱেনচাঙৰ উল্লেখযোগ্য জনজাতি।

# আও নগা

শ্ৰীমহেন্দ্ৰনাথ সভাপণ্ডিত

যি নগা পাহাৰৰ যি নগা ভাইসকলৰ বুকুত 'ডালিমী'ৰ নিচিনা এখনি সৰল অন্তৰ, 'নৰোত্তম'ৰ নিচিনা এজন প্ৰিয় আৰু শ্ৰদ্ধাভাজন, সংশিষ্যৰ উদাহৰণ পাইছিলোঁ সেই ঠাইত তেনে হাজাৰ হাজাৰ বিশ্বাসী, আদৰ্শস্থানীয় লোকৰ অভাৱ নহব। কবিবৰ পদ্মনাথ গোহাঁঞিবৰুৱায়ো তাকেই প্ৰতিধ্বনিত কৰিছে তেওঁৰ কবিতাত,—

ইয়াতেই এদিন বহি ৰজা গদাধৰে
প্ৰাণৰ পুতলি এৰি বাঘৰ চোঙত,
অসমৰ ভাগ্য ৰেখা কৰিলে গণনা।

এয়ে হৈছে সুন্দৰ শ্যামল নগা পাহাৰৰ কথা চমুকৈ।

## 'নগা' শব্দৰ অৰ্থ

'নগা' শব্দৰ উৎপত্তি সম্বন্ধে নানা জনৰ নানা মত। গ্ৰীয়াৰ্চন চাহাবৰ মতে অহম বা আহোমবিলাক অসমলৈ অহাৰপৰাই এই দেশৰ নাম অসম হয়। কিন্তু বুৰঞ্জীৰ মতে আহোমবিলাক অসমলৈ অহাৰ বহুত আগতে কছাৰী জাতিৰ ৰজাই অসমত ৰাজত্ব কৰিছিল। কছাৰী ৰজাৰ ৰাজধানী আছিল ডিমাপুৰ। এসময়ত কছাৰীবিলাক বৰ পৰাক্ৰমী হৈ উঠিছিল। তেওঁলোকৰ ৰাজ্যৰ সীমা বহুদূৰ বিস্তৃত আছিল। আনকি পাহাৰ-পৰ্বতৰ বহুতো অংশ কছাৰী ৰাজ্যৰ অন্তৰ্গত আছিল। মাইবং কছাৰী নাম। মাইবং এসময়ত কছাৰী ৰাজত্বৰ সময়ত বৰ বিখ্যাত ঠাই হৈ পৰিছিল। ঐতিহাসিক প্ৰাধান্যও এই ঠাইৰ বৰ কম নহয়। মাইবঙত যথেষ্ট পৰিমাণে কাঁহ পিতলৰ সাজ-বাচন প্ৰস্তুত হৈছিল। এইটো বহুতৰে বিশ্বাস যে এই সাজ

বাচনবোৰ ভৈয়ামৰ মানুহে ব্যৱহাৰ কৰাৰ উপৰিও পাহাৰীয়াৰ লগতো ইয়াৰ বেচাকিনা চলিছিল। দুয়ন ঠাইৰ মাজত বন্ধুত্ব আৰু যোগসূত্ৰ স্থাপনৰ প্ৰধান উপায় হৈছে বেহা-বেপাৰ। কছাৰী মানুহৰ লগত এসময়ত নগাবিলাকৰ এনে-ধৰণৰ বেহা-বেপাৰৰ যোগেদি ঘনিষ্ঠতাৰ ভাৱ গঢ়ি উঠিছিল। কছাৰীবিলাকে নগাক 'নাগ্‌ৰা' [ নাগ্ৰা ] বুলিছিল।—ইয়াৰ অৰ্থ যুদ্ধপ্ৰিয় জাতি। বহুতে কয় যে ইয়াৰপৰাই বৰ্তমানৰ 'নগা' শব্দৰ উৎপত্তি।

বহুতে আকৌ ক'ব খোজে যে নগাবিলাকে প্ৰথমে সাপ পূজা কৰিছিল। নগ ( নাগ ) শব্দৰপৰা নগা হোৱা বুলি তেওঁলোকে অনুমান কৰে। কোনো কোনোৰ মতে নগ্ন শব্দৰপৰা 'নগা' শব্দৰ উৎপত্তি হৈছে। মিঃ পীলে কয় যে নগাৰ 'নক্' মানে 'দা'। কিন্তু আচিনোক্ মানে 'আমি'। অৱশ্যে আঙ্গামী বা আন কোনো ভাষাত নক্ শব্দৰ অৰ্থ মানুহ হ'ব পাৰে।

## নগাৰ বিভিন্ন ভাগ আৰু বসতি

এনে ধৰণৰ 'নগা' শব্দৰ উৎপত্তি সম্বন্ধে নানা মত দাঙ্গি ধৰা দেখিবলৈ পোৱা যায়। কিছুমানৰ মতে নগাবিলাক বৰ্ণিও দ্বীপৰ ড্যাক ( Dyak ) জাতিৰ মানুহ। এই ড্যাক আৰু নগা জাতিৰ মাজত ঘৰুৱা বস্তুৰ নাম, গাঁৱলীয়া আৰু সামাজিক পদ্ধতি, কাৰুকাৰ্য্য আদিৰ সামঞ্জস্য আছে। নগাবিলাকৰ মাজত বহুতো ভাগ আছে। সেইবোৰ হ'ল—আও, আঙ্গামী, চেমা, লোথা, কন্যাক, চাংতাম, ফম, চাং, ৰেংমা, মেমিজ, টাংখুল, মাও, মাৰাম, জেমি, মৈৰাও, মাৰিংচ, ইত্যাদি। প্ৰত্যেক ভাগৰ বা থেলৰ মানুহ বেলেগ বেলেগ ঠাইত বস-বাস কৰে। সেই হেতুকে আও মানুহ থকা ঠাইক আও অঞ্চল ( Ao Area ), লোথা মানুহ থকা ঠাইক লোথা অঞ্চল ( Lotha Area ), বুলি কোৱা হয়। মোককচাং অঞ্চল আও-প্ৰধান ; আও মানুহৰ বসতি এই অঞ্চলত বেছি। নগা পাহাৰৰ মুঠ লোকসংখ্যা বৰ্তমানে আঢ়ৈ লাখতো বেছি হব। ইয়াৰ জন-বসতি ঘন নহয়। গাঁৱৰ মানুহবোৰ প্ৰায় লগালগিকৈ বাস কৰে। অসংখ্য জান-জুৰি, শিল, পৰ্বত, গছ-গছনি আদিৰে প্ৰাকৃতিক দৃশ্য বৰ মনোৰম। এজন সৰ্বভাৰতীয় নেতাই অসমৰ বং-ৰূপহৰ মাজত নাচি বাগি থকা জনজাতি-সমূহক দেখা পাই কৈছিল—"অসমখন এখন দলিচা আৰু অসমৰ কেউকাষে বিয়পি থকা জনজাতিসমূহ দলিচাখনৰ বুকুত একে পাহ ধুনীয়া ফুল।" নগা জনজাতিৰ লোকসকলক প্ৰকৃতিৰ সন্তান বুলি কব পাৰি। প্ৰকৃতিয়ে তেওঁ-



লোকৰ জীৱনৰ প্ৰাণকেন্দ্ৰ। তেওঁলোকৰ বেছি ভাগৰে আৰ্থিক অৱস্থা টনকিয়াল নহয়। গাঁৱৰ মানুহবোৰ সহজ সৰল প্ৰকৃতিৰ। স্বভাৱসুলভ সৰলতা তেওঁলোকৰ বৈশিষ্ট্য। গাঁৱত চুৰি ডকাইতি নাই বুলি কলেও বঢ়াই কোৱা নহয়। কাজিয়া-পেচাল, দন্দ-হাই প্ৰায় নাই বুলিলেও হয়। বেছিভাগ মানুহেই খেতিয়ক। আজিকালি দোকান পোহাৰ দিয়া, আৰু আন ব্যৱসায়ত আগবঢ়া মানুহৰ সংখ্যাও ক্ৰমাৎ বৃদ্ধি হব লাগিছে। শিক্ষিত সমাজো আনৰ লগত সকলো বিষয়ত সমানে ফেৰ মাৰিবপৰা হৈছে। শিক্ষা বিষয়ত পাহাৰীয়া জাতিসমূহৰ ভিতৰত লুচাইবিলাকেই প্ৰথম স্থান অধিকাৰ কৰিব। নগাবিলাকে এই বিষয়ত দ্বিতীয় স্থান নেপালেও তৃতীয় স্থান যে অধিকাৰ কৰিব তাত সন্দেহ নাই।

মোককচঙ অঞ্চলত কেইবাটাও পৰ্বতমালা আছে। সেইবোৰৰ নাম উংবাংকং, লাংবাংকং, আচেটকং, জাফংকং, মেৰাংকং, জাংকিকং ইত্যাদি। যদিও শব্দটো সাধাৰণতে মোককচাং বুলি লিখা হয়—কিন্তু শুদ্ধ হল—মোককচঙ। ইয়াৰ অৰ্থ অপৰাজেয়।

কিছুমান আও গাঁৱৰ নাম—জাংকি, খেনচা, উংমা, আলিবা, লুংথম, মেকেলি, মোককচোং, চুংটিয়া, চুংলিয়েম চেন, চুংলিয়েম জেন, চাংটঙিয়া, চুচুইমলাং, মলংইমচেন, মলংইমজেন, বাৰমং ইত্যাদি।

চেমা গাঁৱৰ নাম—নপুটামি, লুমামি, আও-চকুলামি। লোথা গাঁৱৰ নাম—উমা, লাথুটি, মেৰাপানী, অকুটচু ইত্যাদি। আও গাঁওবিলাকৰ নামৰ পাছত সাধাৰণতে চেন্, জেন, আ, অং ব্যৱহাৰ হোৱা দেখিবলৈ পোৱা যায়। চেমা গাঁওবিলাকৰ নামৰ পাছত 'মি' যোগ হয়। চেমা ভাষাত 'মি'ৰ অৰ্থ ভূমি বা ঠাই।

## পুৰণি আখ্যান

আও সম্প্ৰদায়ৰ মাজত লংট্ৰক ( Longtrok )-ৰ পুৰণি আখ্যান এটা শুনিবলৈ পোৱা যায়। আও ভাষাত 'লং' ( Long ) শব্দৰ অৰ্থ শিল আৰু ট্ৰক মানে ছয়। Longtrok মানে 'ছয়শিলা।' ছয়শিলাৰ কথাটো এই :—

মোককচঙত চুংলিয়েম্‌টি নামৰ এখন পুৰণি গাঁও আছে। পোনপ্ৰথমে এই গাঁৱতে আও মানুহবিলাকে বসতি কৰিছিল বুলি এটা জনবিশ্বাস আছে।

সেইসময়ত তেওঁলোকৰ জনসংখ্যা নিচেই তাকৰ আছিল। এই ছয়শিলাৰপৰাই আও সমাজৰ উৎপত্তি হয় বুলি তেওঁলোকৰ পূৰ্বপুৰুষসকলৰ এটা বিশ্বাস থকাৰ কথা মই মানুহৰ মুখত শুনিবলৈ পাইছিলোঁ। বহুতে এইটো ধাৰণা কৰে যে চুংলিয়েমটিৰ সভ্যতাৰ আগতেও তেওঁলোকৰ অন্য এটা সমাজ-ব্যৱস্থা সুগঠিত আছিল। অৱশ্যে ই বুৰঞ্জীয়ে চুকি নোপোৱা কালৰ কথা। সেই সময়তো তেওঁলোকৰ বোলে ৰাজকীয় ব্যৱস্থা আছিল। ৰজাক আও কথাত 'চুবা' বুলি কয়। ৰজা নিজেই এজন প্ৰধান যোদ্ধা—তেওঁৱেই ৰাজ্যৰো শাসক। সেই অঞ্চলৰ শান্তি, ন্যায় আৰু শাসনৰ ভাৰ সম্পূৰ্ণভাৱে ৰজাৰ ওপৰত আছিল। তেওঁৱেই ধৰ্মৰো গুৰিয়াল। ৰজা সাধাৰণতে উচ্চ বংশৰ লোক আছিল। ৰাজ্য শাসনৰ বাবে তেওঁৰ তলত একোটা সৈন্য-বাহিনীও আছিল। প্ৰজাবিলাকক 'জামিৰ' বুলি কোৱা হৈছিল। ৰজাই তেওঁৰ সৈন্যবাহিনীৰ সহায়ত নতুন ঠাই দখল কৰি ৰাজ্যৰ তলতীয়া কৰিছিল। এই যুগত মানুহৰ মাজত মিলা-প্ৰীতিৰ ভাৱ নাছিল। সততে তেওঁলোকৰ মাজত দন্দ-হাই কাজিয়া পেচাল চলি আছিল। যুদ্ধবিৰতি আৰু সন্ধিৰ ব্যৱস্থা আছিল। যুদ্ধৰ ক্ষতিপূৰণস্বৰূপ নিৰ্দিষ্ট সংখ্যক গাহৰি আৰু লগতে আন আন বস্তু দিব লাগিছিল। টকাৰ পৰিবৰ্তে গাহৰিও জৰিমনা আৰু ক্ষতিপূৰণৰ বাবে গ্ৰহণ কৰাৰ ব্যৱস্থা আছিল।

## পোহনীয়া জন্তু

এতিয়াও প্ৰত্যেক নগা-পৰিয়ালতে গাহৰি পোহা দেখিবলৈ পোৱা যায়। গাহৰি নগা জনজাতিসকলৰ ব্যক্তিগত আৰু সামাজিক জীৱনত এটা এৰাব নোৱাৰা অঙ্গ। গাহৰিৰ উপৰিও গৰু, গাই কুকুৰা আদিও তেওঁলোকে পোহে। গাহৰি নগাবিলাকৰ এটা পৰম উপকাৰী জন্তু। বিয়া, সবাহ, ভোজ আদিত গাহৰি নহলে নহয়। গাহৰিৰ মঙহ নগাবিলাকৰ বৰ প্ৰিয় খাদ্য। মিঠাতেল বা ঘিঁউত গাহৰিৰ মঙহ ভাজি নাইবা স্কোৱাচ, আলু আদিৰ লগত গাহৰিৰ মঙহ সিজাই পৰম তৃপ্তিৰে তেওঁলোকে খায়। গাহৰি মঙহ মই নেখাওঁ বুলি কোৱাত এজনে কৈছিল—'ইমান ভাল আছে কেলে নেখায় না। খাৰি বেচি তেল থাকিছে।' গাহৰি নোখোৱা কথাটো তেওঁলোকে ভাবিবই নোৱাৰে।

গাহৰিৰ নোমবোৰো পেলনি নেযায়। সেইবোৰ ভালধৰণে কাটি পৰিষ্কাৰ কৰি বিদেশলৈ পঠাই দিয়ে। শ্ৰীহৃপঙ্গি চাংতাম মোককচঙৰ এজন কাৰবাৰী



লোক; তেওঁ এনে ধৰণেৰে গাহৰিৰ দীঘল নোম গোটাই কলিকতালৈ পঠাই ধন উপাৰ্জন কৰা কথা মই কব পাৰোঁ।

## নৃত্য-গীত

এতিয়া নগাবিলাকৰ নাচ-গানৰ বিষয়ে অলপ আলোচনা কৰোঁ। নগা-নাচ সকলোতে সমাদৃত। ২৬ জানুৱাৰী তাৰিখে ভাৰতৰ গণৰাজ্য দিবস আৰু ১৫ আগষ্ট স্বাধীনতা দিবস উপলক্ষে নতুন দিল্লীত প্ৰায়ে নগা-নাচ প্ৰদৰ্শন কৰা হয়। নগাবিলাকৰ প্ৰত্যেক সম্প্ৰদায়ৰ নিজা বৈশিষ্ট্য আছে—তেওঁলোকৰ নাচো বিভিন্ন। সাধাৰণতে নগাবিলাকৰ নাচ সমূহীয়া। কেইবাজনেও লগ লাগি নাচে। নাচোঁতে দা, যাঠি, আদি লোৱা দেখা যায়। নাচোনৰ সাজ-পোচাকো বেলেগ বেলেগ। আও মানুহে আও সাজ-পোচাক, চেমাই চেমাৰ, আৰু লোথাবিলাকে তেওঁলোকৰ জাতীয় সাজপাৰ পিন্ধি নাচোনত যোগ দিয়ে। নাচৰ ভিতৰত চেমা নাচেই আটাইতকৈ ভাল; চেমা নাচৰ বিশেষত্ব পদধ্বনিত। পদসঞ্চালনত এক অভূতপূৰ্ব কৌশল থকা যেন লাগে। ইজনে সিজনৰ হাতত ধৰি কোনো নিৰ্দিষ্ট বহল চাৰিউফালে ঘূৰি ঘূৰি নাচে। নাচোঁতে যথেষ্ট পৰিশ্ৰম হয়। মুখেৰেও শব্দ কৰি ভৰিৰ শব্দৰ লগত মিলাই এক আনন্দমুখৰ পৰিবেশৰ সৃষ্টি কৰে। অনেক সময়ত ভাগৰি নপৰালৈকে সশব্দে নাচি-বাগি কিৰিলি পাৰি ৰং-ৰহইচ কৰি নাচি থকা দেখিবলৈ পোৱা যায়।

মোককচঙত বহুতো নেপালী মানুহ আছে। বহুত দিনৰ আগৰেপৰা তেওঁলোকে ইয়াত বসতি কৰি আছিছে। শ্ৰীৰামিবায় নামৰ এজন নেপালী মানুহে বহুত দিনৰপৰাই মোককচঙত আছে। শ্ৰীৰামিবায়ৰ জন্মস্থান মোককচং। নেপালীবিলাকৰ কিছুমানে খৃষ্টধৰ্ম গ্ৰহণ কৰি নগা অধিকাৰী-সকলৰ লগতে মিলিজুলি দিন কটাইছে। কিছুমান গোৰ্খা মানুহে এতিয়াও হিন্দু-ধৰ্মৰ নীতি-নিয়মকে মানি চলা দেখিবলৈ পোৱা যায়। ইয়াত অসম ৰাইফলছৰ কাৰণে সুকীয়া ধৰ্মমন্দিৰ এটাও আছে। তাত পূজা-অৰ্চনা নিতৌ চলে। এজন পুৰোহিতো আছে। দুৰ্গাপূজা, কালীপূজা, দীপান্বিতা তেওঁলোকে পাৰ্ধ্যমানে পয়োভৰেৰে পাতে। কালীপূজাৰ ৰাতি দীপান্বিতা পাতি এখন বিচিত্ৰানুষ্ঠানৰ আয়োজনো কৰিছিল। এই বিচিত্ৰানুষ্ঠানত নেপালী ল'ৰা-ছোৱালীৰ উপৰিও বহুতো আও, চেমা, লোথা ল'ৰা-ছোৱালীয়েও যোগদান দিছিল। সেইদিনা ৰাতি ফটকাৰ আৱাজত বায়ুমণ্ডল তোলপাৰ লাগি উঠিছিল। মাইক'ৰ দ্বাৰা

প্ৰচাৰ কৰা গীত মাতৰ শব্দই মোককৃচঙৰ আকাশ নিনাদিত কৰি তুলিছিল। এনে ধৰণেৰে কালীপূজা আৰু দীপান্বিতা তেওঁলোকে মহাসমাৰোহেৰে পালন কৰিছিল। এনে উৎসৱ আৰু বিচিত্ৰানুষ্ঠানৰ দ্বাৰা মানুহৰ মাজত বন্ধুত্বৰ ভাব আৰু দৃঢ় কৰে আৰু ইজনে সিজনক বুজিবৰ সুবিধা পায়। বিভিন্ন সম্প্ৰদায়ৰ কলাকৃষ্টিৰ সংমিশ্ৰণে নতুন সংস্কৃতি গঠনৰ পথ মুকলি কৰে। লগতে অপ্ৰকাশিত হৈ থকা জাতীয় চেতনাই প্ৰকাশৰ থল বিচাৰি পায়। জাতীয় চেতনা জগাই তুলিবৰ বাবে সংস্কৃতি প্ৰধান বাহন। ইয়াৰ সহায়তে সমাজত ব্যক্তিসমূহৰ মাজত মৰম-চেনেহৰ টান বাঢ়ে আৰু বিপদে-সম্পদে সমভাগী হবলৈ সুবিধা আৰু অনুপ্ৰেৰণা লাভ কৰে।

### উৎসৱ-পৰ্ব্ব

পৃথিবীৰ সকলো জাতিৰে উৎসৱ পৰ্ব্ব আছে। সেই উৎসৱসমূহৰ নিজা বৈশিষ্ট্য আছে। অসম এখন বিভিন্ন জনজাতিৰ লোকৰ বাসস্থান আৰু ইয়াৰ সংস্কৃতিৰ এটা অপৰিহাৰ্য্য অঙ্গ তেওঁলোকৰ দ্বাৰাই পৰিপুষ্ট হৈছে। পৰ্বত-ভৈয়ামৰ উমৈহতীয়া সংস্কৃতিয়ে অসমৰ সংস্কৃতি। অকা, ডফলা, মিৰি, মিচিমি, আবৰ, কছাৰী, লুচাই, গাৰো, খাচী আৰু মিকিৰ জনজাতীয়সকলৰ অসমীয়া সংস্কৃতি আৰু সভ্যতালৈ দান অনুপম।

অসমীয়া মানুহৰ বিহুৱেই আটাইতকৈ ডাঙৰ জাতীয় উৎসৱ। বিহুক একপ্ৰকাৰ বসন্ত উৎসৱ বুলি ক'ব পাৰি। বিশেষকৈ ব'হাগ বিহুক। মাঘ আৰু ব'হাগ বিহুৱেই বছৰি অসমীয়া সমাজলৈ ন ন বাতৰি লৈ আহিব লাগিছে। অসমীয়া জাতীয় জীৱনৰ লগত এই বিহুৰ সম্বন্ধ নিৰৱচ্ছিন্ন। আও নগা-বিলাকৰ মাজত উৎসৱ-পৰ্ব্ব আছে—এই উৎসৱবোৰ বসন্তকালীন প্ৰজনন উৎসৱ।

প্ৰকৃতি আৰু মানুহৰ সম্বন্ধ অতি ঘনিষ্ঠ। প্ৰকৃতিক এৰি মানুহ থাকিব নোৱাৰে। প্ৰকৃতিৰ ৰাজ্যত আনন্দৰ উথল-মাথল লাগিলে তাৰ প্ৰতিধ্বনি মানৱ-সমাজৰ অন্তৰ-ৰাজ্যত হঠাতকৈ নোৱাৰে। ই স্বাভাৱিক কথা। সেই কাৰণেই ঋতু পৰিবৰ্তনৰ লগে লগে সাধাৰণতে উৎসৱাদি প্ৰতিফলিত হোৱা দেখা যায়।

খৃষ্টান ধৰ্ম গ্ৰহণ কৰা নগাসকলৰ বাবে বড়দিন বা খৃষ্টমাছ এটা অতি ডাঙৰ পৰ্ব। তদুপৰি নামমাত্ৰ হলেও গাঁৱে-ভুঞে দুই-চাৰিটা আন আন উৎসৱো পালন



কৰে। সেইবিলাকৰ ভিতৰত মোৱাটচু আৰু চুংৰেমঙৰ নাম উল্লেখযোগ্য। মোৱাটচু সাধাৰণতে ইংৰাজী মেইমাহৰ প্ৰথম সপ্তাহতে পৰে। ইয়াৰ অৰ্থ এই যে সামূহিকভাৱে আগন্তুক বছৰৰ খেতি-বাতি যাতে আশানুৰূপ হয়, তাৰ বাবে ভগবানৰ ওচৰত প্ৰাৰ্থনা জনায়। নগাবিলাকৰ খেতিয়েই প্ৰধান সম্বল। বছৰেকীয়া খেতিৰ সুফলৰ ওপৰতেই তেওঁলোকৰ সুখ-দুঃখ নিৰ্ভৰ কৰে। কৃষি-প্ৰধান সকলো দেশতে এই কথা খাটে।

চুংৰেমং আও নগাবিলাকৰ আন এঠা উৎসৱৰ নাম। আও কথাত চুংৰেমং শব্দৰ অৰ্থ 'ঈশ্বৰ'। গুটি গজি উঠাৰ পিছত নগাবিলাকে আকৌ ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনায় যাতে খেতি-পথাৰত কোনো ৰকমৰ বিঘিনি নহয়। জুলাই মাহৰ প্ৰথম সপ্তাহত এই উৎসৱ পালন কৰা দেখা যায়। এই উৎসৱত আনন্দ-মনেৰে ভোজ-ভাত খাই লৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ী সকলোৱে নিজ নিজ কামত আগবাঢ়ি যোৱা দেখা যায়।

নগৰৰ বেচিভাগ মানুহেই খৃষ্টান। গাঁৱৰপৰা নগৰৰ স্কুলত পঢ়িবলৈ অহা ছাত্ৰ-ছাত্ৰীবিলাকেও খৃষ্টান ধৰ্ম গ্ৰহণ কৰা দেখিবলৈ পোৱা যায়। এই থিনিতে এইটো উল্লেখ কৰিব পাৰি যে খৃষ্টান মিছনাৰীসকলে মূল ইংৰাজীত লিখা বাইবেলখন আও, চেমা, লোথা আদি বিভিন্ন ভাষাত অনুবাদ কৰি এই জনজাতীয় সকলৰ বোধগম্য কৰি গ'ল। গতিকে ইংৰাজী বাইবেল নপঢ়িলেও তেওঁলোকৰ ভাষাত লিখা বাইবেল পঢ়িয়ে সকলো কথা জানিবৰ সমৰ্থ হৈছে। বহুতো পাহাৰীয়া-মানুহে খৃষ্টান ধৰ্ম গ্ৰহণ কৰিলে; লিখা-পঢ়া কৰি, পৰিষ্কাৰ-পৰিচ্ছন্ন হৈ থাকিবলৈ শিকিলে। বেমাৰ-এজাৰ হলে ঔষধ-পাতিৰ ব্যৱহাৰ কৰিবলৈ শিকিলে। উন্নত ধৰণৰ জীৱন ধাৰণৰ বিষয়ে তেওঁলোকৰ সুস্থ ধাৰণা হবলৈ ধৰিলে। গাঁওবিলাক চাফচিকুণ হৈ আহিল। কিন্তু লগতে এইটোও স্বীকাৰ কৰিব লাগিব যে নগা আৰু অসমীয়াৰ নিকপ্‌কপীয়া সম্বন্ধৰ জৰৌড়াল এইবোৰৰ প্ৰতিক্ৰিয়াৰূপে আওপাকে সুলকিবলৈ ধৰিলে।

ৰাজনৈতিকভাৱে এতিয়া নগা পাহাৰ জিলাক অসমৰ পৰা বিচ্ছিন্ন কৰাৰ চেষ্টা কিছু কাৰ্য্যকৰী হলেও অসমীয়া মানুহৰ লগত নগা জনজাতিৰ আদান প্ৰদান আৰু সংস্কৃতিৰ যুগমীয়া প্ৰভাৱ চিৰদিনেই উজলি থাকিব। অসমৰ আমগুৰি, নকছাৰী, নামতি আলি, যোৰহাট, গোলাঘাট আদি ঠাইত বহুতো নগা মানুহ লগ পোৱা যায়। নগা পাহাৰৰ লগত ভৈয়ামৰ যোগাযোগ স্থাপনৰ প্ৰধানকৈ দুটা পথ আছে। এটা হ'ল মোককৃচং-আমগুৰি পথ আৰু আনটো কহিমা-ডিমাপুৰ

পথ। মোককচঙৰ পৰা কহিমালৈ যোৱা পোনপটীয়া পথ এতিয়াও হোৱা নাই। ডিমাপুৰেদি কেৱল কহিমালৈ যাব পৰা হয়। এতিয়া লোথা অঞ্চলত প্ৰধান ঠাই উখাই দি মোককচঙৰপৰা কহিমালৈ যাব পৰাকৈ এটা প্ৰবেশপথ নিৰ্মাণৰ ব্যৱস্থা চৰকাৰে হাতত লৈছে। মোককচঙৰপৰা টিউৱেনচাঙলৈ ৫২ মাইল দূৰ। টিউৱেনচাঙত ১৯৫৫ চনৰপৰা এখন চৰকাৰী হাইস্কুল প্ৰতিষ্ঠা হৈছে। মোককচঙ অঞ্চলত তলত নাম দিয়া ঠাইত একোখনি হাইস্কুল আছে ঃ—(১) মোককচঙ, (২) ইমপুৰ, (৩) জোনেভট, (৪) উখা, (৫) টিউৱেন চাং, (৬) ম'ন। ম'ন কন্যাক অঞ্চলত; নতুনকৈ ইয়াত এখন হাইস্কুল স্থাপিত হৈছে।

মোককচঙত নতুনকৈ এখন কলেজো এতিয়া প্ৰতিস্থাপন হৈছে। অসমৰ ভূতপূৰ্ব ৰাজ্যপাল ফজল আলিৰ পবিত্ৰ স্মৃতিত এই জনজাতীয় অঞ্চলত কলেজখন স্থাপন কৰা হৈছে; কলেজখনৰ নামকৰণো 'ফজল আলি কলেজ' বুলিয়ে কৰা হৈছে। সম্প্ৰতে কলেজখন মোককচঙ্ চৰকাৰী হাইস্কুলতে চলাৰ ব্যৱস্থা হাতত লৈছে। ল'ৰা-ছোৱালী এতিয়া ৩০ জন মান হৈছে। নগা পাহাৰত স্থাপন হোৱা এইখনেই প্ৰথম কলেজ। এই অঞ্চলৰ ছাত্ৰসংখ্যা আৰু হাইস্কুলৰ সংখ্যালৈ লক্ষ্য কৰি অনুমান কৰিব পাৰি যে এখন কলেজ সুন্দৰভাৱে ইয়াত চলিব পাৰে। কহিমাতো এখন কলেজ আৰম্ভ হৈছে।

নগাবিলাকৰ কথা কলেই তেওঁলোকৰ মূৰকটা প্ৰথালৈহে আমাৰ বেছিকৈ মনত পৰে। ডাঃ হাটনৰ কথাৰপৰা এইটো স্পষ্টকৈ বুজিব পাৰি যে তেওঁলোকৰ এই মূৰ চিকাৰ প্ৰথাৰ প্ৰধান কাৰণ হল শ্ৰেষ্ঠত্বৰ দাবী। নগাবিলাকৰ মাজত সেই সময়ত এইটো বিশ্বাস আছিল যে যি জনে যিমান মানুহৰ মূৰ কাটিব পাৰে তেওঁ সিমানেই শক্তিশালী আৰু বলী। নগাবিলাকৰ এই পুৰণি 'মূৰ চিকাৰ' কৰা প্ৰথাটোৰ প্ৰমাণ এতিয়াও ইয়াৰ গাঁৱে ভূঞে পোৱা যায়। গাঁৱৰ পুৰণি গাঁওবুঢ়া আৰু দোভাষীবিলাকৰ বহুতৰ ঘৰতে মানুহৰ কটা মূৰৰ জ'কা দেখিবলৈ পোৱা যায়। কোন্‌খন গাঁৱে কেতিয়া মূৰ চিকাৰৰ অভিযান আৰম্ভ কৰে তাৰ একো নিৰ্দ্ধাৰণ নাই। সকলো গাঁওবাসীয়ে এই অভিযান প্ৰতিৰোধ কৰিবৰ বাবে সদায় সচেষ্ট হৈ থাকিব লাগে। আক্ৰমনী মনোভাৱ লৈ কোনো দলৰ মানুহে আগবাঢ়ি গলে প্ৰতিৰোধী দলে সেই আক্ৰমণ ব্যৰ্থ কৰি তেওঁলোকক পৰাস্ত কৰিবলৈ যত্ন কৰে। প্ৰত্যেক গাঁৱৰে একোজন মূখীয়াল লোক থাকে। তেৱেঁই দলটো পৰিচালনাৰ ভাৰ লয়। এই পৰিচালক জনক আও কথাত 'টিৰ' বুলি কোৱা হয়। গাঁৱৰ ভিতৰত থকা এজোপা ডাঙৰ



গছৰ তলত কেইটামান মিহি, ঘূৰণীয়া শিল প্ৰতিষ্ঠা কৰা হয়। এই শিল কেইটা গছজোপাৰ তলত প্ৰতিষ্ঠা কৰি যুঁজিবলৈ যোৱা দলটোৱে সন্তৰ্পণে পূজা কৰে। এই শিল কেইটাৰ আগত আওবিলাকে দা, কুঠাৰ আদি অৰ্পণ কৰাৰ প্ৰথা দেখিবলৈ পোৱা গৈছিল। ইয়াৰ অৰ্থ এয়ে যে তেওঁলোকে যাতে শত্ৰুক ধ্বংস কৰিবৰ কাৰণে গাত বলশক্তি লাভ কৰিব পাৰে। কেতিয়াবা আকৌ এই পূজাত ক'লা কুকুৰা চৰাই আগবঢ়োৱাও দেখা যায়। তেওঁলোকৰ মাজত এইটো জনবিশ্বাস আছিল যে ক'লা কুকুৰা পূজাত দিলে শত্ৰুসৈন্য কণা হৈ পৰিব। কোনো কাম কৰিবলৈ লোৱাৰ আগতে সাধাৰণতে মানুহে ভগ্‌বানৰ নাম স্মৰণ কৰে। মূৰ চিকাৰ অভিযানত তেওঁলোকে একোটা ডাঙৰ ঢোল লৈ গৈছিল। পোন প্ৰথমে চিকাৰ কৰি অনা মানুহৰ মূৰবোৰ ঢোলটোৰ সমুখত লৈ বিজয়ী দলে আনন্দত আত্মহাৰা হৈ নাচিছিল আৰু ঢোল বজাই ৰং-ৰহইচ কৰি কিৰিলি পাৰিছিল।

শেষত চিকাৰ কৰা মানুহৰ মূৰবোৰ সেই অভিযানৰ গুৰিয়ালজনৰ ঘৰলৈ অনা হয়। তাতে দলটোৰ সকলো মানুহ আহি লগ লাগে। তাৰ পিছত এই বিলাক বিতৰণ কৰা হয়। যি যিমান সাহসী বুলি খ্যাতি অৰ্জন কৰিব পাৰে তেওঁ সিমান বেছিকৈ ইয়াৰ অংশ পায়। নগাবিলাকৰ এই মূৰ চিকাৰ কৰা প্ৰথা ইংৰাজসকল অসমলৈ অহাৰ আগলৈকে আছিল। গতিকে ইংৰাজশাসন অসমত প্ৰৱৰ্তিত হোৱা বুৰঞ্জী যিমান পুৰণি, নগা জনজাতীয় লোকসকলে এই কুপ্ৰথা সমাজৰ পৰা অন্তৰ্হিত কৰাৰ কালো সিমানেই। যি জোপা গছৰ তলত তেওঁলোকে অভিযান চলোৱাৰ পূৰ্বে পূজা অৰ্চনা কৰি লৈছিল সেই গছৰ ডালত এডাল মাৰিত এই কটা মূৰবোৰ বান্ধি ওলোমাই থোৱা হয়। এসপ্তাহ মানৰ পাছত তাৰ পৰা এই কটা মূৰবোৰ ঘৰলৈ নাইবা তেওঁলোকৰ খেলৰ মৰং ঘৰলৈ লৈ যোৱা হয়। বিয়া-বাৰু কৰোৱা যুঁজাৰুৱে চিকাৰ কৰা মূৰবোৰ তেওঁলোকৰ ঘৰলৈ নিয়ে। যি বিলাক অবিবাহিত, তেওঁলোকে মৰং ঘৰলৈ নি তাতে সেইবোৰ থয়। মৰং ঘৰ নগাবিলাকৰ জাতীয় জীৱনৰ এটি বিশিষ্ট অঙ্গ। এই অনুষ্ঠান বিশেষকৈ অবিবাহিত ডেকাবিলাকৰ কাৰণেহে। তেওঁলোকে মৰং ঘৰক একপ্ৰকাৰ শিক্ষানুষ্ঠান বুলিহে জ্ঞান কৰে। গাঁৱৰ সকলো বাৰ বছৰৰ বেছি বয়সীয়া ল'ৰাই এই মৰং ঘৰত আহি ৰাতি শুব লাগে। মৰং ঘৰত ভৰ্তি হোৱা সময়ৰ পৰা তেওঁলোকৰ সামৰিক শিক্ষাৰ প্ৰাৰম্ভণ হয়। এই ঘৰতেই সকলো ডেকাই তেওঁলোকৰ যুদ্ধৰ সাজপাৰ,

চিকাৰ কৰি অনা মানুহৰ মূৰ আৰু আন আন জন্তুৰ হাড়-মূৰো ৰখাৰ ব্যৱস্থা আছে। অবিবাহিত কালছোৱাত সকলো নগা ল'ৰাই এনে ধৰণে মৰং ঘৰত থাকি শিক্ষালাভ কৰিব লাগে।

দিনৰ ভাগত ডেকা ল'ৰাবিলাকে নিজ নিজ ঘৰত দৈনন্দিন লাগতিয়াল কাম-কাজ কৰি ৰাতি হলে আৰিচু বা মৰং ঘৰত আহি ৰাতিৰ কৰিবলগীয়া কামখিনি সম্পাদন কৰে। মৰং ঘৰত থকা কালছোৱাত সকলো প্ৰকাৰে ডেকাবিলাকৰ সাহ, বল আৰু শক্তি বঢ়াবৰ বাবে শিক্ষা দিয়া হয়। যুদ্ধশিক্ষাৰ আঁচনি মতে প্ৰতিদিনে যুৱকসকলক শিক্ষা দিয়া হয়। যুদ্ধৰ আৱশ্যকীয় কৌশলবোৰ ভালদৰে মৰং ঘৰত থকা সময়খিনিতে শিকোৱা হয়।

আও সমাজত এটি প্ৰবল জনবিশ্বাস আছে যে এই পৃথিবীত বহুতো ভূত-প্ৰেত ডাইনী-যোগিনী আদিৰ প্ৰভাৱ আছে। পৃথিবীৰ সকলো বস্তুতে এই ভূত-প্ৰেতৰ প্ৰভাৱ পৰিলক্ষিত হয়। বানপানী, ধুমুহা, ৰোগ-ব্যাধি, অন্যান্য প্ৰাকৃতিক দুৰ্য্যোগৰ কাৰণো ভূত-প্ৰেত আদিয়ে। আও নগাবিলাকৰ মতে 'লুজাবাই' পৃথিবীত থকা শ্ৰেষ্ঠ দেৱতা। তেৱেঁই এই পৃথিবীৰ অধিপতি। বাৰ্ষিক পালন কৰা লুজাবাইৰ পূজা উপলক্ষে আও নগাসকলে গাহৰি, কুকুৰা, কুকুৰ আদি বলি দিয়াৰ প্ৰথা আছে।

নগাবিলাকে ভঙা অসমীয়াৰে ইজনে সিজনৰ মনৰ ভাৱ প্ৰকাশ কৰে। ভৈয়ামৰপৰা যোৱা মানুহৰ লগতো এনে উপায়েৰেই তেওঁলোকে মনোভাৱ ব্যক্ত কৰে। তলত কেইটামান উদাহৰণ দিলোঁ।

| শুদ্ধ অসমীয়া | নগা অসমীয়া |
|---|---|
| তুমি কিয় ইয়াত বহি আছা ? | তোমাথান কেলে ইয়াতে বহি থাকিছে ? |
| এই কামটো বৰ টান। | কাম বেছি টান থাকিছে। |
| তেওঁ কামত বৰ পাৰ্গত। | তাৰতো বেচি কাম জানি আছে। |
| লাহে লাহে যোৱা। | আস্তে আস্তে যাবি। |
| মই কলমেৰে লিখিছো। | আমি কলম লগতে লিখিছে। |
| সেইখন কাৰ কিতাপ ? | সেইটো কাৰ লগা কিতাপ ? |
| তুমি ক'লৈ যোৱা ? | তোমাৰ ক'ত যাব ? |
| আমি ভাত খাইছো। | আমাথান ভাত খাইছো। |



পাহাৰত ভৈয়ামৰ দৰে শালি-খেতি কৰিব নোৱাৰি। শালি-খেতিক নগা মানুহে পানী-খেতি বুলিও কয়। ভৈয়ামৰ ওচৰত পাহাৰৰ নামনিত এনে শালি-খেতি হয়। জাংকিৰ ওচৰত শালি-খেতি হয় বুলি শুনিছো। জাংকি এখন গাঁৱৰ নাম। ভৈয়ামৰপৰা ওচৰত হোৱা হেতুকে এই ঠাই পানী-খেতিৰ উপযোগী। ন-কছাৰী ৰেল ষ্টেচনৰপৰা ইয়ালৈ বেছি দূৰ নহয়। পাহাৰৰ এচলীয়া মাটিত নগা মানুহে জুম খেতি কৰে। খন্তি আৰু দা খনেই তেওঁলোকৰ খেতিৰ আহিলা। খেতিৰ সময়ত টঙীঘৰ সাজি পথাৰতে মানুহ থাকিবলৈ লয়। সেই কাৰণে ৰাতিও কেতিয়াবা পথাৰৰ ফালে জুই দেখা যায়। বহুত মানুহে লগলাগি খেতি কৰে। প্ৰথমে খেতি কৰা মাটিৰ হাবি কাটি পিছত সেইবোৰ জুই জ্বলাই পুৰি দিয়ে। দাবেই তেওঁলোকে যিমানেই ডাঠ হাবি নহওক কাটি মুকলি কৰি লব পাৰে। তেওঁলোকৰ দাবোৰৰ এটা বিশেষত্ব আছে। আমি যেনেকৈ দা এখনৰ দুই পিঠিতে ধাৰ দি লওঁ তেওঁলোকে তেনেকৈ নলয়। দাৰ এপিঠিতহে ধাৰ দি লয়। আন পিঠিত ধাৰ বা চোক নাই। কুঠাৰৰ ব্যৱহাৰ দেখা নেযায়। দাবোৰ বৰ সৰু নহয়। হাবি কাটি মাটি মুকলি কৰাৰ পিছত খন্তিৰে চুৰুকি তাত ধান সিচা হয়। ল'ৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ী সকলোৱে সমানে খেতিৰ কাম কৰে। স্কুল বন্ধ হলে লৰা-ছোৱালীবোৰ ঘৰলৈ যায়। মই সিহঁতক প্ৰায়ে ভঙা অসমীয়াৰে সুধিছিলোঁ—'বস্তিতে যাই কেনে কি কৰিবি ?' সিহঁতে কৈছিল—'বস্তিতে যাই কেনে খেতি কাম কৰিব।' খেতি-বাতি কৰাত তেওঁলোকৰ বেছ আগ্ৰহ দেখা যায় ; কাৰণ খেতিয়েই সিহঁতৰ জীৱনটো। নতুনকৈ ওলোৱা গছ-বনৰ পুলিবোৰ, গজালি আদি চিকুনাই ধান সিচি দিয়া হয়। ধান খেতিৰ লগতে তেওঁলোকে আলু, কচু, আদা, গোমধান, ৰঙালাও, কবি, বেঙেনা, ছিৰাল, টিয়ঁহ, জলকীয়া, বিন, কেৰেলা, বিলাহী, নাচপতি, সুমথিৰা, নেমুটেঙা আদিৰো খেতি কৰা দেখা যায়। খেতি চপাওঁতে নিজ ইচ্ছাৰে গাঁৱৰ মানুহে ইজনে সিজনক সহায় কৰে। সেই কাৰণে খেতি চপোৱা কামটো কষ্টকৰ নহৈ আনন্দদায়ক হয়। গাঁৱৰ মতাতিৰোতা, ডেকা-গাভৰু, বুঢ়া-বুঢ়ী সকলোৱে গাঁৱৰ একোজন মানুহৰ ধান দোৱা আৰু চপোৱাত সহায় কৰে। ধাননিলৈ খোৱা সামগ্ৰী আদি লৈ যোৱা হয়। খোৱা সামগ্ৰীৰ ভিতৰত মাংস, শাক-পাচলিয়ে প্ৰধান।

নগাবিলাকে জলকীয়া খুব খায়। শুকান জলকীয়া খুন্দি আঞ্জাৰ লগত দি খায়। লাই শাকৰ পাতবোৰ বৰ ডাঙৰ হয়। একোখন পাততে এজনে ভাত খাব পাৰে। সেই পাতবোৰ সিজাই নিমখ হালধি নিদিয়াকৈ তৃপ্তিৰে খোৱা মই

দেখিছো। খৰিচা নগাবিলাকৰ বৰ প্ৰিয় বস্তু। খৰিচা আৰু জঙ্গকীয়াই তেওঁ-লোকৰ ভাতৰ আঞ্জা। নগাবিলাক আত্মনির্ভৰশীল। মানুহবিলাক যেনে শকত আৱত, স্বাস্থ্যবান, তেনে পৰিশ্ৰমীও। গাঁৱলীয়া মানুহৰ বিলাসিতা নাই। তেওঁলোকে অতি কম কাপোৰ ব্যৱহাৰ কৰে। আজিকালি নগৰত অৱশ্যে ডেকা-গাভৰুহঁতে বেচ সুন্দৰ চকুত লগা সাজপাৰ ব্যৱহাৰ কৰে। নগাবিলাকৰ প্ৰত্যেক ফৈদৰে কাপোৰ বেলেগ বেলেগ। চেমা কাপোৰবোৰৰ দাম বৰ বেছি।

কোনো টান কাম কৰোঁতে নগাবিলাকে মুখেৰে হেলো, হায়, হুঁ, হাঃ আদি শব্দ কৰা অভ্যাস আছে। কঠিন পৰিশ্ৰমৰ কষ্ট লাঘৱ কৰিবলৈ সম্ভৱতঃ এনে শব্দ কৰে। শুনিবলৈ বেছ ভাল লাগে।

যি নগা জনজাতিৰ মাজত ডালিমীৰ নিচিনা এখন সৰল অন্তৰ, নবোত্তমৰ নিচিনা এজন প্ৰিয় আৰু সৎ শিল্পৰ উদাহৰণ পোৱা যায়, তেনে দেশত হাজাৰ হাজাৰ বিশ্বাসী আদৰ্শস্থানীয় লোকৰ অভাৱ নহব—এয়ে আমাৰ আন্তৰিক বিশ্বাস।

# কন্যাক নগা

**শ্ৰীৰমেশ শৰ্মা**

কন্যাক নগা শাখাটো বৰ্তমান নগা ৰাজ্যৰ টুৱেনচাং জিলাত বাস কৰে। নগা ৰাজ্যত তেওঁলোকে এটা ডাঙৰ সমাজৰ সৃষ্টি কৰিছে। পূৰ্বে যাতায়াতৰ যথেষ্ট সুবিধা নথকা বাবে এই কন্যাক অঞ্চলটো অনুন্নত হৈ আছিল। নগা পাহাৰত বাস কৰা নগাসকলৰ ভিতৰত বহুতো শাখা-প্ৰশাখা আছে। আনুমানিক গণনা হিচাপে কন্যাক নগাৰ সংখ্যা প্ৰায় ৭৫০০০ জন। গভীৰ পাহাৰত বসতি কৰিও কন্যাকসকলে সীমাত থকা আন নগাসকলৰ লগত এটা স্থায়ী সংঘ কৰি লৈছে। অসমৰ অইন জনজাতীয়সকলৰ দৰে তেওঁলোকে বেছি কাপোৰৰ অপব্যয় নকৰে। তেওঁলোকে ব্যৱহাৰ কৰা জন্তুৰ ছালৰ পৰিধান অইনৰ তুলনাত নিচেই চুটি। জীৱিকা নিৰ্বাহৰ বাবে খোৱা বস্তু উৎপাদন কৰাত তেওঁলোকে যথেষ্ট শক্তি আৰু টকা-পইচা খৰচ কৰিব পাৰে; কিন্তু কাপোৰ সূতা কিনি লাহ-বিলাহত কেতিয়াও ধনৰ অপব্যয় নকৰে।

## খেতি-বাতি

কন্যাক অঞ্চলত খাদ্যৰ অভাৱ এতিয়াও সমাধান হোৱা নাই। তেওঁলোকে ওখ পাহাৰবোৰত ঝুম খেতি কৰে, আৰু তাৰপৰা খুব কম শস্যহে উৎপাদন হয়। প্ৰধানতঃ তেওঁলোকে বতৰৰ ওপৰতে নিৰ্ভৰ কৰিব লাগে। কাৰণ তাত বৰষুণৰ বৰ অভাৱ। ৰাজ্যৰ শাসনভাৰ নিজৰ হাতলৈ অহাৰ আগতে খাদ্যশস্যৰ অভাৱত বনৰীয়া ফল-মূল খাব লগা হোৱা বছৰকেইটাৰ কথা তেওঁলোকে আজিও পাহৰা নাই।

## পুৰণি শাসন পদ্ধতি

কন্যাকসকলৰ শাসন প্ৰণালীৰ কিছুমান আচৰিত নিয়ম আছে। সিহঁতৰ মুখ্যজনক 'আঙ্গ' বুলি জনা যায় আৰু তেৱেঁই গাঁৱৰ প্ৰকৃত শাসক। এই আঙ্গ

এজন স্বেচ্ছাচাৰী শাসক আৰু তেওঁৰ কথাই গোটেই গাঁওখন আৰু ঘৰুৱা বিবাদ আদিত বলবৎ থাকে। এই শাসকজনে বাহাদুৰীকৈ থাকে। প্ৰায় ২০০ ফুট দীঘল ৫০ ফুট বহলৰ ওখ গাঁওৰ ভিতৰতে ধুনীয়া ঘৰত এওঁ বাস কৰে।

আঙৰ ৰাজপ্ৰাসাদ সদায় গাওঁবাসীয়ে সজাই দিয়ে। মুঠতে আমাৰ গাঁও-বুঢ়াৰ দৰেই এওঁৰ কাম। কিন্তু আমাৰ গাঁওবুঢ়াতকৈ পৰ্বতীয়া জাতি হিচাপে তেওঁ কিছুমান বেছি সুবিধা পায়। তথাপি তেওঁক আমি গাঁওবুঢ়া বুলি কব পাৰোঁ। বিনা পইচাতে নিজৰ খেতি-পথাৰত কাম কৰা মানুহ পোৱাৰ উপৰিও গাঁওবাসীৰ পৰা কৰ আদায় কৰে। যি কোনো মানুহে চিকাৰত পোৱা জন্তুৰ মূৰটো তেওঁক ভেটী দিয়ে। যিমান বাৰ তেওঁ ইচ্ছা কৰে বিয়া কৰাব পাৰে। এওঁৰ প্ৰথম পত্নীৰ লৰা সন্তানবিলাকেহে তেওঁৰ ধনসম্পত্তিৰ গৰাকী। এজন আঙ্গে আন এজন আঙ্গৰ ছোৱালীহে বিয়া কৰাব আৰু তাইকে অকল (আমাৰ ভাবাত) গাঁওবুঢ়া বুলি জনা যাব। এই গাঁওবুঢ়াজনৰ আৰু কিছুমান কৰ্তব্য আছে। তেওঁ দুখীয়া বিলাকক ৰক্ষা কৰিব লাগে আৰু দৰ্কাৰ হলে সিহঁতক ভৰণ-পোষণো দিব লাগে। তেওঁ গাঁৱত শৃঙ্খলা বজাই ৰাখে আৰু দোষীবোৰক শাস্তি দিয়ে। গাঁৱৰ ডেকাবোৰে তেওঁৰ সৈন্য। সিহঁতে গাঁওবুঢ়াৰ ঘৰতে থাই-বৈ থাকি তেওঁক শাসনকাৰ্য্যত সহায় কৰে।

গাঁওবুঢ়াই গাঁৱৰ সকলো ব্যৱস্থাপনা কৰাৰ উপৰিও মাজে সময়ে ওচৰৰ নোক্টে অঞ্চললৈ যায়। কন্যাকসকলৰ মতে নোক্টেবিলাকো তেওঁলোকৰ একে ফৈদৰ জনজাতি। কিন্তু সিহঁতৰ তেনে কোনো প্ৰমাণ নাই। যাঠী, খৰাহী আদিৰ দৰে শিল্পই তেওঁলোকৰ সাংস্কৃতিক দৃশ্যাৱলীৰ নিদৰ্শন দিয়ে।

## পুৰণি বিশ্বাস

কন্যাকসকলৰ মতে এসময়ত তেওঁলোক চীনদেশ বা ব্ৰহ্মদেশৰ অধিবাসী আছিল। বহুদিন আগেয়ে পাটকাই পৰ্বত পাৰ হৈ আহি এই পাহাৰত বসতি কৰিবলৈ ধৰিলে। কন্যাকসকলে লৰা-ছোৱালীৰ আগত কোৱা আন এটা গল্প আছে। তেওঁলোকে বিশ্বাস কৰে যে পূৰ্বে আকাশত দুজন ভাই-ককায়ে বাস কৰিছিল। এসময়ত সৰু ভায়েক জনে চিকাৰৰ উদ্দেশ্যে পৃথিবীলৈ নামি আহি তাত বসতি কৰিবলৈ ধৰিলে। ককায়েকে ভায়েক হেৰুৱা বুলি তেওঁক বিচাৰি আহি পৃথিবী পালেহি।

সৰু ভায়েকে এই কাৰ্য্যত মুঠেই ভাল নাপালে আৰু ককায়েকক মাৰিবলৈ



ষড়যন্ত্ৰ কৰেবলৈ ধৰিলে। দুয়ো ভায়েকে ধনু আৰু কামানেৰে তুমুল যুদ্ধ কৰিলে। সৰু ভায়েক ৰণত পৰিল আৰু সেই ককায়েকজনেই আজিৰ কন্যাক সকলৰ পূৰ্বপুৰুষ বুলি কয়। তেওঁলোকৰ মতে আহোম আৰু ইংৰাজসকল অসমলৈ অহাৰ আগেয়ে তেওঁলোকে আজিৰ যুগৰ কামানৰ আবিষ্কাৰ কৰে। এই কথা ভিত্তিহীন যেন লাগে। বন্দুক তৈয়াৰ কৰা বিদ্যা অসমত কেনোৱে জনা নাছিল। আনকি আহোমসকলেও এই বিদ্যা মোগল বন্দীসকলৰ পৰাহে শিকি লৈছিল। সমতলৰ মানুহৰ লগত ঘনিষ্ঠ সমন্ধ থকা হেতুকে কন্যাক-বিলাকে বহুদিন পিছতহে এই বিদ্যা শিকি লয়। এতিয়াও আনকি হাজাৰ হাজাৰ কন্যাকে ওচৰৰ সমতল অঞ্চললৈ দৈনন্দিন ব্যৱহাৰৰ বাবে নিমখ আৰু অন্যান্য বস্তু কিনিবলৈ নামি আহে। তাৰ উপৰিও নগা পাহাৰত বহুতো অংশৰ মানুহে নগা-অসমীয়া ভাষা কয়, যাৰ ফলত নামনিৰ লগত তেওঁলোকৰ সম্বন্ধ বাঢ়ি গৈছে।

কন্যাকসকলে সদায় পৃথক হিচাপে থাকিব বিচাৰে যাতে সমতলবাসীৰ ৰীতি-নীতিয়ে তেওঁলোকৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰে।

## পূজা-পাতল

তেওঁলোকে শিল-সভ্যতা ভাল পায় আৰু সেই বাবেই আজিও শিলৰ মূৰ্তি বিশ্বাস কৰি আহিছে। তেওঁলোকে জাঙ্গে আৰু চাহাঙ্গ নামে দুজন দেৱতাক পূজা কৰে। এই শিলবোৰ সাধাৰণতে তেওঁলোকে ওচৰৰ পহাৰৰপৰা আনে। কন্যকসকলে মৃত্যুৰ পিছৰ জীৱন বিশ্বাস কৰে আৰু মানবাত্মা চিৰঞ্জীৱী বুলি ভাবে। তেওঁলোকে মৃত্যুক ডাঙৰ বস্তু বুলি নধৰে বৰঞ্চ তাক গৌৰৱ বুলিহে ভাবে।

যুদ্ধত হোৱা মৃত্যু তেওঁলোকে মহৎ বুলি ধৰে। কোনো কন্যাকৰ মৃত্যু হলে শটো মণি-মুকুতা হাৰ আদিৰে বিভূষিত কৰে। শটো চাং এখনত পৰ্বতৰ টিঙলৈ তুলি নিয়া হয়। তাৰ মূৰটো কাটি স্মৃতিৰক্ষাৰ্থে ৰাখি থয় আৰু দেহটো শগুণ আদি অন্যান্য প্ৰাণীক খাবলৈ দিয়ে। মূৰটো ৰখাৰবাবে তেওঁলোকে এটা উৎসৱো পাতে।

## বিয়া-বাৰু

কন্যাক সমাজত তিৰোতাক বেছি অধিকাৰ দিয়া হোৱা নাই। আনকি বিয়াৰ সময়তো তিৰোতাৰ অনুমতি লোৱা নহয়। তাত কইনাৰ দৰ কম।

আমাৰ দৰে তেওঁলোকে ছোৱালী উলিয়াই দিওঁতে কিছুমান অলঙ্কাৰ আৰু ঘৰুৱা সা-সজুঁলী লগত দিয়ে। জীয়েকে পৈতৃক সম্পত্তিৰ অধিকাৰী হব নোৱাৰে। লোকৰ তিৰোতাৰ ওচৰ চপা সেই ঠাইৰ এটি ডাঙৰ অপৰাধ। তেনেকুৱা অপৰাধীয়াক গধুৰ জৰিমনা কৰা হয়। বিবাহ বান্ধ চিঙাৰ অনুমতি আছে।

## শিল্প-কলা

কন্যাকসকল শিল্পকলাত পাকৈত। তেওঁলোকে কিছুমান কাঠৰ পুতলা তৈয়াৰ কৰে। তেওঁলোকৰ থৰাহীবোৰ ধুনীয়া। গাঁৱলীয়' জুপুৰীবোৰত কিছুমান মানুহৰ প্ৰতিবিম্ব কাটি থোৱা হয়। মন বোলা গাঁও এখনত মৃত আঙ্গ আৰু তেওঁৰ ঘৈণীয়েকৰ ছবি ডাঙৰ ডাঙৰ কাঠৰ বেৰত কাটি থোৱা আছে। নোনোপাৰ পুত্ৰ নামৰ কন্যাক এজনে কাঠৰ পুতলা সজোৱা বিদ্যাটো শিকোৱা বুলি তেওঁলোকে কয়। নোনোপালৈ তেওঁলোকৰ মাজত এটা সাধুকথাও আছে। নোনোপা মাকৰ গৰ্ভত এগাহ হোৱা সময়ত গাঁওবাসীয়ে কলাকণী বুলি অভিহিত কৰি ঘৰৰপৰা উলিয়াই দিছিল। পিছত আকৌ এবাৰ এনে ধান চুৰ কৰা অভিযোগত গাঁওবুঢ়াই তাইক এটা জলপ্ৰপাতত পেলাই দিছিল। তাই বনত থামুচি ধৰি কোনোমতে জীয়াই আছিল। তাকে দেখি গাঁৱৰ কিছুমান দয়ালু লোকে তাইক বুটলি ওচৰৰে গুহা এটাত লুকাই ৰাখিলে। তাতেই নোনোপাৰ জন্ম হয়। তেওঁক তুলি-তালি ডাঙৰ-দীঘল কৰিহে মাকে চিৰবিদায় মাগিলে। মাকৰ অবিহনে তেওঁ নিঃসহায়, নিৰাশ্ৰয় হৈ পৰিল। তেওঁ যেন মৃত্যুৰ জীয়াতু ভুগিব লগা হৈছে। কোনো মানুহে তেওঁক লগ নিদিয়ে। দুখে-বেজাৰে অকল নিজৰ ভাগ্যক ধিয়াই নিৰ্জন গুহাটোত চকুপানী মচি থাকে। তাৰ পিছত তেওঁ মাকৰ ছবি মনত আঁকি লৈ এই মহাসঙ্কটৰ পৰা উদ্ধাৰ হোৱা উপায় বিচাৰিব ধৰিলে।

অলপ দিনৰ ভিতৰত তেওঁ কাঠৰ পুতলা তৈয়াৰ কৰা বিদ্যাটো শিকি ললে। এদিন তেওঁ নিৰ্ভয়ে আহি গাঁওবুঢ়াবো লগ ধৰিলে। গাওঁবুঢ়াবো ল'ৰাজনৰ ওপৰত দয়া ওপজিল আৰু তেওঁৰ মাকক কৰা অত্যাচাৰৰ বাবে ক্ষমা প্ৰাৰ্থনা খুজিলে, তাৰ পাছত তেওঁক গাঁৱবাসীক লগতে থাকিবলৈ অনুৰোধ কৰিলে। তেতিয়াৰ পৰাই এই পিতৃহীন ল'ৰাটোৱে কন্যাক সমাজত আদৰৰ পাত্ৰ হৈ পৰিল। অলপ দিনৰ ভিতৰতে তেওঁ এজন ডাঙৰ যোদ্ধা হৈ পৰিল। তেওঁ



যুদ্ধলৈ যোৱাৰ আগতে সেউজীয়া লতাৰ ৰঙৰ মুখমণ্ডল সজাই লৈছিল বাবে আজিকালিও কন্যাক যোদ্ধাসকলে সেই প্ৰথা মানি চলে।

কন্যাকসকল ভাল গায়ক বা নাচনিয়াৰ নহয়। তেওঁলোকৰ মুষ্টিমেয় কেইটামান গীত আছে, যাক আঙ্গামী বা চেনা নগাৰ লগত তুলনা কৰিব পাৰি। তেওঁলোকৰ সৰহভাগ গীতেই গাঁওবুঢ়াক উদ্দেশ্য কৰি গোৱা। কন্যাক অঞ্চল আগতে আৰু এতিয়াও বৰ শান্তিপূৰ্ণ। তেওঁলোকে শাসনৰ খেলিমেলি পছন্দ নকৰে। এই গণ্ডগোলৰ সময়ত তেওঁলোকে অসৎবিলাকৰ কাৰণে দুৱাৰ বন্ধ কৰি দিছিল। যি কোনো কন্যাকে চিকাৰ আৰু মদত বৰ সন্তুষ্ট হয়। এইটো তেওঁলোকৰ জন্মগত স্বভাৱ।

# টাংখুল নগা

শ্ৰীবীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য

বেছিভাগ টাংখুল নগাই মণিপুৰৰ দক্ষিণ-পূব অঞ্চলৰ উখ্ৰুল মহকুমাত বাস কৰে। শতিকাৰ আৰম্ভণিতে মিছনেৰী পেটিগ্ৰু আৰু পলিটিকেল এজেন্ট টি. চি. হড্চনে যি ভৌগোলিক পৰিবেষ্টনীৰ মাজত টাংখুলসকলক বাস কৰা দেখিছিল আজিও প্ৰায় একে পৰিবেষ্টনীৰ মাজতে তেওঁলোকক পোৱা যায়। হডচনৰ বিবৰণী আজিও হুবহু মিলে। পূব-উত্তৰে মানদেশীয় আৰু তাৰ কাষতে থকা ছোমৰা অঞ্চল, পশ্চিমে থৌবাল, উত্তৰ-পূবে আঙ্গামি বসতি অঞ্চল, দক্ষিণে টাংখুল হুন্ডুং আদি গাঁৱে বেৰি থকা ঠাইখনেই এতিয়াও টাংখুলৰ বাসভূমি। যোৱা চাৰি দশকৰ ভিতৰত হোৱা বিভিন্ন পৰ্য্যায় আৰু জনসংখ্যা বৃদ্ধিৰ ফলস্বৰূপে অৱশ্যে গাঁৱ ভঙা-পতা আৰু নতুন গাঁৱ স্থাপনো হৈছে। চিনাকেহহোল বুলিবৰ অতীতৰ শতেক স্মৃতি বিজড়িত হাটখন এতিয়াও ন পমুৰাৰ বসতি স্থল। এনে ধৰণৰ বিভিন্ন উদাহৰণৰ পৰা ধাৰণা হয় যে প্ৰেটিগ্ৰুৰে দেখি যোৱা গাঁৱৰ সংখ্যা এতিয়া বাঢ়িছে। হডচনে ১৯০৯ কি ১৯১০ চন মানত মণিপুৰৰ ৭০০০ বৰ্গমাইল পৰ্বতীয়া অঞ্চলত প্ৰায় একলাখ নগা কুকিৰ বাস বুলি অনুমান কৰিছিল। কিন্তু এতিয়া প্ৰায় নগাৰ সংখ্যাই সিমানখিনি হব। ইয়াৰ ভিতৰত ছোমৰাবাসীসকলৰ সৈতে ধৰি মুঠ টাংখুলৰ সংখ্যা পঞ্চাশ হেজাৰৰ ওচৰা-ওচৰি হলেও একো আচৰিত হবলগীয়া কথা নহয়।

টাংখুল নগাসকলৰ সৈতে আন আন নগাসকলৰ সাদৃশ্য নিৰ্ণয় কৰা বৰ টান। কোনো কোনো পণ্ডিতৰ অনুমান যে নগা নামটো জনজাতীয় নহয়, অসমীয়া মানুহেহে দিয়া। শিৱসাগৰ আৰু লক্ষীমপুৰ অঞ্চলৰ দাঁতি-কাষৰীয়া পৰ্বতীয়া মানুহবোৰক অসমীয়া মানুহে নগা বুলি মাতিবলৈ লোৱা বাবে এই জনজাতিবোৰ নগা বুলি অভিহিত হয়। আজি নগা শব্দটোৱে ভালেমান জনজাতিক ৰাজনৈতিক সূত্ৰেৰে গাঁথি থবলৈ প্ৰেৰণা পাইছে। নৃতত্ত্ববিদ্ সকলেও নগা-



সকলৰ মাজত প্ৰত্যক্ষ বিজ্ঞানসম্মত সম্বন্ধ আবিষ্কাৰ কৰিব পৰা নাই। নগাবিলাকৰ মাজত যিবোৰ কিংবদন্তি প্ৰচলিত আৰু সেইবোৰে কিছু পৰিমাণে অতীত বুৰঞ্জীৰ আভাস দিয়ে।

## উৎপত্তিমূলক আখ্যান

কিছুমান কিংবদন্তিৰ মতে টাংখুলবিলাক পূবৰপৰা উঠি আহিছিল। হডছন আদিয়ে ই প্ৰবাদৰ সৈতে দক্ষিণ-পূৰ্ব এছিয়াত চীনদেশ মঙ্গোলীয় লোকৰ দ্বাৰা আক্ৰান্ত হোৱা যুগ ধৰি পশ্চিমৰপৰা পূবলৈ যোৱা ভগনীয়া সোঁতৰ সৈতে এই প্ৰবাদৰ সম্বন্ধে স্থাপন কৰিবলৈ যি কৰিছে, সি এতিয়াও অনুমান-সাপেক্ষ। গেইটৰ মতে শ্যান আক্ৰমণকাৰীসকল অসমলৈ আহোঁতে বাটত নগা গাঁৱৰ ওপৰত অত্যাচাৰ কৰি আহিছিল। এই কথা সঁচা হলে আহোমতকৈ নগাসকল অসমলৈ আগতে অহা বুলি অনুমান কৰিব পাৰি। কিন্তু তথাপিও পোন্ধৰ যোলটা নগা জন-জাতিৰ মাজত আত্মীয়তা বিচাৰি উলিওৱা সহজ কথা নহয়। গ্ৰিয়াৰছনৰ মতে নগাসকলৰ ভাষাবোৰ তিবেত-বৰ্মান গোষ্ঠী সম্ভূত, কিন্তু তাৰ মাজতো যিবোৰ ভাষাগত বৈচিত্ৰ দেখা গৈছে, সেই-বোৰৰ পৰা নগা জনজাতিবোৰৰ ভাষাগত ঐক্য আবিষ্কাৰ কৰিবলৈ এতিয়াও কোনো চেষ্টা হোৱা নাই। হডচনে দেখুওৱা মতেই ক'ব পাৰি যে হিমালয়ৰ নামনিত থকা জনজাতি সকলোবোৰৰ মাজত ভাষাগত সাদৃশ্য বৰ্তমান। এনে স্থলত এটি সুসিদ্ধান্ত কৰা টান। অৱশ্যে ইয়াৰ ভিতৰতে নগাসকলৰ উৎপত্তি, উপাখ্যানসমূহৰ ভালেমান কথাই আমাক ঐক্য আবিষ্কাৰ কৰিবলৈ প্ৰেৰণাও যোগায়। টাংখুল আৰু এজাতি মাও নগা উভয়ে মাইকেল টুঙ্গম গাঁৱৰ পৰা উঠি অহা বুলি দাবী কৰে। দক্ষিণ টাংখুল আৰু মাৰিং নগাই ইম্ফলৰ পুলিচ লাইনৰ ওচৰৰ শিল এটাৰপৰা ওপজা বুলি কয়। ইয়াৰ বাহিৰেও টাংখুলবিলাক এটা গুহাৰপৰা অহা বুলি টাংখুল দুইএজনে কোৱা মই শুনিছো। হড্চনে মাৰিংবিলাকৰ মাজতো তেনে উপাখ্যান এটি প্ৰচলিত আছে বুলি গম পাইছিল। কিছুমান উপখ্যানে আকৌ নগা, কুকি আৰু মণিপুৰী একে বাপেকৰ ল'ৰা আছিল বুলি অনুমান কৰে। এইবোৰ কথাই এটি অস্পষ্ট অতীতৰ ইঙ্গিত দিয়ে যদিও, তাক বুৰঞ্জী বুলিবলৈ সাহস নহয়। এইবোৰ উপাখ্যানৰ বিচাৰ কৰি হডচনে অনুমান কৰিছে যে এই উপাখ্যান-বোৰে নগাবিলাক যে অতীজতে অন্ন ক'ৰবাৰ পৰা উঠি আহিছিল, তাকহে প্ৰমাৰ

কৰে। বিভিন্ন নগা জনজাতিৰ সমাজত তুলনামূলক বিচাৰ কৰি নৃতত্ত্ববিদ্-সকলে যিবিলাক তথ্য আৱিষ্কাৰ কৰিছে, যেইবোৰে সকলো নগাৰ উৎপত্তি স্থল বা পূৰ্বপুৰুষ এক বুলি দেখুৱাব পৰা নাই। সিবিলাকৰ সমাজ, ঘৰুৱা জীৱন, ৰীতি-নীতি, বিশ্বাস আৰু অনুষ্ঠানসমূহৰ বিষয়ে আৰু গবেষণা চলালে হয়তো এই বিষয়ে স্পষ্ট সিদ্ধান্ত লোৱা সম্ভৱপৰ হব। নগাসকলৰ মাজত ঐক্য আবিষ্কাৰ কৰা যিমান কষ্টসাধ্য, তেওঁলোকৰ প্ৰত্যেকৰে মাজত দুই এটি বৈশিষ্ট্যলৈ আঙুলিয়াই এটিক আনটোৰপৰা বেলেগাই চোৱা সিমান সহজসাধ্য। উদাহৰণস্বৰূপে কব পাৰি যে শাৰীৰিক গঠন, ভাষা, চুলি প্ৰসাধন, নিষেধ আচাৰ আদিবোৰলৈ মন কৰিলে টাংখুলসকলক আনৰপৰা বেলেগ বুলি ধৰিব পাৰি। টাংখুলবোৰৰ চুলি প্ৰসাধন অভিনৱ, দীঘল টিকনিৰে সৈতে মূৰৰ দুই দাঁতিয়ে বহুত ওপৰলৈকে চুলি চাটি মাজত কপালৰপৰা তালুৰ তললৈকে চুলি ৰাখে। এওঁলোকে ছাগলী নেখায়। গাত এখন বিশেষ ধৰণৰ বঙানীলা 'জিংথাম' কাপোৰ লয়, গাৰ বৰণ মুগা, আকৃতি প্ৰকৃতি মঙ্গোলীয়া। ইয়াৰ বাহিৰেও এটি চকুত লগা অনুষ্ঠান টাংখুল সকলৰ আছে। ই হৈছে গাভৰু-চাং। সম্ভৱতঃ আন কোনো নগাৰ মাজত গাভৰু-চাং বা লংনাই, ডেকা চাংহে আছে। কিন্তু টাংখুল নগাইতৰ এইবোৰ বৈশিষ্ট্য বাহ্যিক, তাৰে ভালেমান এতিয়া পশ্চিমীয়া সভ্যতাৰ পৰশত জঁয় পৰিলে।

## গ্ৰাম্য অৰ্থনীতি

টাংখুল গাঁওবোৰৰ সীমা জান-জুৰিয়ে নিৰ্দ্ধাৰণ কৰে, তাৰ লগে লগে সীমা মূৰিয়লীত থকা নৈবোৰতো মাছমৰা ঘাট নিৰ্দিষ্ট থাকে। মাটিৰ আৰু মাছ মৰাৰ ওপৰত এনেবোৰ স্বত্ব বহুদিনীয়া। জনজাতীয় অৰ্থনীতিৰ মূল ভেটি মাটি; এই মাটিৰ গৰাকী গাঁও—বিশেষতঃ যিবোৰ গাঁৱত ঝুমখেতি হয়। থলপীয়া খেতি হোৱা ভাগত মাটিৰ স্বত্ব যদিও খেতিৰ গৰাকী, তথাপি গাঁও কৰ্তৃপক্ষৰ কৰ্তৃত্ব তাৰ ওপৰত একেবাৰে নোহোৱা নহয়। গাঁওবোৰ সাধাৰণতে পৰ্বতৰ ওখা টিঙতহে পতা হয়; একোটি ফৈদৰ মানুহ প্ৰায়ে ওৰা-ওউচৰিকৈ একেলগে বাস কৰা দেখা যায়। ঘৰবোৰ পাইন গছৰ তক্তাৰে সজা, মূধচটো পোন নহয়, পিছফালে হেলনীয়া। পুৰণি ধৰণৰ ঘৰবোৰত সাধাৰণতে তিনিটা ভাগ থাকে। মুখৰ কোঠাতোত উৰাল থাকে, কোঠাটো সাধাৰণতে তুহঁৰে ভৰা দেখা যায়, পোহনীয়া গাহৰি আৰু কুকুৰাবোৰৰ ভিতৰলৈ অবাধ প্ৰৱেশ



আছে। মাজ কোঠাটোত চৌকা থাকে; এই চৌকাৰ জুই কাচিতহে বন্ধ হয়। পুৱাৰপৰা গধুলিলৈকে ইয়াত মানুহৰ আলাপ-আলোচনাও চলে। জুহালৰ ওপৰত এখন ওলমোৱা চাঙ থাকে,—এই চাঙখনত নানাবিধ নিত্য-প্ৰয়োজনীয় দ্ৰব্য দেখা যায়। শোৱা চাংবোৰ ওখ, একোজোপা বৃহৎ গছ কাটি তাৰপৰা বহল তক্তা তৈয়াৰ কৰা হয়। ধান আদি গাঁৱৰ দাঁতিত ভঁৰাল সাজি থোৱা দেখা যায়, আগেয়ে বোলে মাটিৰ তলত পোতা ব্যৱস্থাও আছিল। ঘৰবোৰ খেৰৰ, কৰা, চাল গাঁথি আদি সকলো মজবুত। ধনী বা খুলাকৃপাবোৰৰ ( অৰ্থাৎ গাঁওবুঢ়া ) ঘৰৰ ওপৰত ম'হৰ শিঙৰ দৰে দুটি জোঙা বস্তু ৰাখে, অখ্ৰীষ্টানবোৰে ধনৰ বা প্ৰতাপৰ বাহাদুৰি দেখুৱাবলৈ লঠঙা-লঠঙ ফেৰেঙনি মলা ( ডালপাত কটা ) গছ কিছুমান পোতে। সেই বোৰৰ লগত শিল পূজাও হয়। আগ কোঠাৰ কাঠৰ বেৰত মূৰ কটাদিনৰ চিন-মোকাম দেখা পোৱা যায়। উখ্ৰুলৰ খুলাকৃপাৰ ঘৰত মই নিজে বাইশটা মানুহৰ মূৰ দেখিছিলোঁ। যোৱা তিনিকুৰি বছৰে শিৰচ্ছেদৰ ঘটনা এই অঞ্চলত হোৱা নাই। গাঁৱৰ মাজে মাজে কোনো ঠাইত আজৰি পৰত মুকলিত বহি কথা-বতৰা পাতিবলৈ একোখন বহা চাং থাকে। গাঁৱৰ মাজৰ বাটবোৰ অপৰিষ্কাৰ; বাটৰ দুয়ো মূৰে ওলোৱা সোমাৱা ঠাইত মৃতকৰ স্মৃতিচিহ্ন স্বৰূপ শিল কিছুমান পোৱা যায়। আও বা আঙ্গামী নগাৰ দৰে এওঁলোকৰ ইয়াত মৰং ঘৰ নাই, মাত্ৰ গাঁৱৰ অবিবাহিত গাভৰুবোৰ শুবৰ বাবে একোটা নিৰ্দিষ্ট ঘৰ থাকে—যত সিহঁতে নিশা সূতা কাটি, মেল মাৰি ৰাতি দুপৰলৈকে আনন্দত কটায় আৰু তাৰ পিছত শোৱে। সাধাৰণ তিৰোতাৰ পোছাক হল কঁকালত কাচন, গাত এখন টাংখুল বৰকাপোৰ, মূৰত খোপা। গাভৰু অৱস্থাত উত্তৰৰ টাংখুল গাঁৱৰ ছোৱালীবোৰে বোলে শৰীৰত নানাবিধ ৰেখা অঁকাই লৈছিল আৰু কপালৰ চুলি কাটিছিল। তেনেকুৱা ছোৱালী আজিও আছে। খোপা পিন্ধা গাভৰু কতো নেদেখিলোঁ। টাংখুলবিলাকৰ মাজত ভালেমান কুটীৰ-শিল্পও পোৱা যায়। তাৰে ভিতৰত তাঁতী, কমাৰ আৰু কুমাৰৰ ব্যৱসায়েই প্ৰধান। ইয়াৰ বাহিৰেও উত্তৰৰ গাঁওবোৰত লোণৰ পুং পোৱা যায় আৰু মানুহে তাৰ পৰা লোণ সংগ্ৰহ কৰে। আজিকালি এই ব্যৱসায়বোৰ, বিশেষকৈ কাপোৰ আৰু লোণৰ শিল্প ভালদৰে নচলা হোৱাত সেইবোৰৰ আগৰ গুৰুত্ব লোপ পাইছে। তাঁত শিল্পৰবাবে অতীতত পশ্চিমৰ ফালৰ উখ্ৰুল, টলয়, চামতল, ফাদাঙ, টুইনেম এই কেইখন গাঁও আছুতীয়াকৈ থোৱা আছিল। এওঁলোকে সৰ্বমুঠ দহবিধ কাপোৰ তৈয়াৰ কৰিছিল। এই গাঁওকেইখনৰ মানুহ স্থানান্তৰিত হলে ক'ৰবাত কাপোৰৰ ব্যৱসায় পৰি যায় বুলি

মানুহে এই কেথন গাঁৱৰ ছোৱালীক বাহিৰত বিয়া নিদিছিল। টাংখুলৰ ঘৰে ঘৰে তাঁতশাল পোৱা যায়।

## খেতি-বাতি

খেতিৰ ভিতৰত টাংখুলে নকৰা খেতি নাই ; ধান, ঘেঁহু, যৱ, আদা, জলকীয়া, কচু, কপাহ, লাও, ধপাত আদি বিবিধ খেতি কৰি টাংখুল খেতিয়কে বাৰমাহ বন কৰে, বহি নেথাকে। হবিবোৰ সম্পদেৰে পৰিপূর্ণ। বনবীয়া তেজপাত, লা, গছ, পাইন আকি অনেক বহুমূলীয়া গছ এই অঞ্চলত দেখা যায়। জীৱজন্তুৰ বিষয়ে সেই কথা কব নোৱাৰি। এওঁলোকৰ মানুহবোৰে শোক কোৱামতে যোৱা যুদ্ধত বোলে বৰ বৰ বাঘ কেইটাও মৰিল। তেওঁলোকে চিকাৰ কৰি নোখোৱা জন্তু এই অঞ্চলত নাই বুলিলেই বঢ়াই কোৱা নহয়। টাংখুলবোৰ মাংসাহাৰী, আগেয়ে মেকুৰী বা ছাগলী খোৱাত বাধা-নিষেধ আছিল। নতুন দিনত পুৰণি বিশ্বাস সম্পূর্ণৰূপে লোপ পোৱা নাই যদিও সেইবোৰ ক্ৰমাং শিথিল হৈ পৰিছে।

## খেল-ধেমালি, নৃত্য-সংস্কৃতি

টাংখুলবিলাকৰ আটাইতকৈ প্ৰিয় খেল হৈছে ৰচি টনা। বিয়াই সবাহে মাল-যুঁজো হয়। পুৰণি সমাজত সামাজিক নৃত্যৰ প্ৰচলনো আছিল ; গীত-সাধু-কথাতো তেওঁলোক চহকী ; কিন্তু পশ্চিমীয়া উদাৰনৈতিক সভ্যতাৰ পৰশত সেই-বাৰ মৰহি পৰিবলৈ ধৰিছে। কাৰণ জীপ নিদিলে এনে বস্তু আপদাল কৰা টান।

টাংখুলবোৰে যি অস্ত্ৰ-শস্ত্ৰ ব্যৱহাৰ কৰে তাৰ ভিতৰত দুমুখীয়া যাঠী আৰু দা প্ৰধান। চিকাৰত কোনো কোনোৱে বিহকাঁড়ো ব্যৱহাৰ কৰে। যোৱা বাৰ মহাসমৰত জোপ পাতি জাপানী ধৰাৰ গোপন কৌশল দেখুৱাই টাংখুল সকলে যি খ্যাতি অৰ্জন কৰিছে, তালৈ চাই তেওঁলোকৰ মাজত গৰিলা যুঁজৰ কলা-কৌশলৰ প্ৰাৰম্ভিক জান আছে বুলি ধৰিব পাৰি। সাধাৰণ ঘৰুৱা জীৱনত দাৰেই সকলো কাম চলে। দাই নগাৰ ভাতমুঠিৰ আচল আহিলা ; খেতি কৰোঁতে টাংখুলবোৰে সৰু জোঙাফাল এচটাত বাঁহৰ নলী খুৱাই লৈ অস্ত্ৰ তৈয়াৰ কৰে।

পুৰণি টাংখুলসকলে এতিয়াও কাণৰ লতিত, ডিঙিত, হাতত, ভৰিত, কঁকালত, অলঙ্কাৰ ব্যৱহাৰ কৰে। আগৰ যুঁজৰ সময়তো বিশেষ ধৰণৰ বেশ-ভূষা ব্যৱহৃত হৈছিল। এই অলঙ্কাৰবোৰ বাঁহ, বেত, বহুমূলীয়া সোণ আদিৰে বনোৱা হয়।



মানুহবোৰে সময় বুজি মূৰত পাখিলগোৱা মুকুট একোটিও পিন্ধে। এইবোৰক লুহুপা বোলে।

## সামাজিক গাঁথনি

টাংখুল সমাজ পিতৃপ্ৰধান। সমাজৰ গোট হৈছে একোটি পৰিয়াল। বিয়াই এই পৰিয়াল ভাঙে। বৰ পুতেক পুৰণি ঘৰৰ অধিকাৰী হয় ; জীয়াৰীবোৰ লোকৰ ঘৰলৈ গুলাই যায়। বাপেকৰ ফালৰ পৰিয়ালবোৰ গোটখাই একোটি ফৈদ হয় ; ফৈদৰ ভিতৰত বিবাহ নিষেধ। বিভিন্ন ফৈদৰ ভিতৰতহে দৰাকন্যা বচা নিয়ম। পুৰণি ৰীতিমতে পুতেকে বিয়াৰ লগে লগে বাপেকক সম্পত্তিহীন কৰি ঘৰৰপৰা উলিয়াব পাৰে। তদুপৰি গাঁৱৰ বিষয়াবোৰো বিয়াৰ লগে লগে নিৰ্বাচিত হয়। খুলাকৃপাৰ বিবাহতেই উত্তৰাধিকাৰ সূত্ৰে পুতেকলৈ হস্তান্তৰিত হোৱাৰ নিয়ম। গীৰ্জা আৰু স্কুলৰ প্ৰভাৱত গাঁওবোৰত মানুহবোৰ 'গেনা'-মানোতা আৰু খৃষ্ট-ধৰ্মী এই দুটি ভাগত বিভক্ত হৈছে। আগেয়ে বিয়াবোৰ গাঁৱৰ ভিতৰতে সংঘটিত হৈছিল, এতিয়া গোটেই জনজাতিটোৰ মাজতে পাত্ৰ নিৰ্বাচন কৰিব পাৰি। ডেকা-গাভৰুৱে আপোন খুচিত বিয়া কৰিব পৰা স্বাধীনতা আগতকৈ বাঢ়িছে। তিৰোতাৰ গা-ধন দিয়া প্ৰথাৰ আদৰ কমি গৈছে। শিক্ষিত দৰাই গা-ধন দি তিৰোতা কিনিবলৈ ঘৃণা কৰে। ঘটকালিৰ প্ৰথা হলে এতিয়াও বৰ্তমান। উলিয়াই দিয়া ছোৱালীৰ প্ৰতি মাকৰ ফৈদৰ মানুহে সদায় এটি দায়িত্ব-বোধৰ ভাৱ পোষণ কৰা বাবেই, ছোৱালী জনীৰ অস্থিৰো মূল্য আছে। স্বাভাৱিক মৰণত মৰা তিৰোতাৰ বাবে গিৰিয়েকে 'মণ্ডু' বা দণ্ড ভৰে। 'মণ্ডু' ভৰিলে পৰকালতো সেইজনী তিৰোতাকে পুনৰ লাভ কৰে বুলি টাংখুল নগাৰ পুৰণি বিশ্বাস। টাংখুলসকলৰ মাজত বহু-বিবাহৰ চিন পোৱা যায়। বৰলাই আৰু বাৰী তিৰোতাই পুনৰ বিবাহ কৰিব পাৰে। বাৰী তিৰোতাই দেওৰেককো পতিৰূপে গ্ৰহণ কৰাত বাধা নাই। ল'ৰাৰ ওপৰত পিতৃৰ দাবী অধিক। দম্পতিৰ মাজত কোনো এক পক্ষৰ জগৰ হলে, বিবাহ-বিচ্ছেদো হব পাৰে। বৈবাহিক জীৱনৰ কিছুমান বাধা-নিষেধ মানি চলিব লাগে। টাংখুল নগাৰ মাজত পূৰ্বপুৰুষৰ পূজা প্ৰধানতঃ ফৈদৰ সমূহীয়া দায়িত্বত পালিত হয় বাবেই, তোলনীয়া পো ৰখাৰ নিয়ম বৰকৈ প্ৰচলিত নহয়। পৈতৃক-সম্পত্তি অগ্ৰজত্বৰ ভেটিত বৰ পুতেকৰ হাতলৈ যায়। অনুজসকলেও সম্পত্তিৰ ভাগ পায়। জীয়াৰী আৰু বাৰী তিৰোতাই পোহপাল পাবৰ জোখাৰে অস্থাৱৰ সম্পত্তিৰ ভাগ লাভ কৰে। বৰ্তমান খৃষ্টধৰ্মাৱলম্বীসকলৰ মাজত বাপেকক পুতেকইতে বিয়া-বাৰুৰ পাছত উলিয়াই পঠিওৱা দস্তৰ লোপ পাইছে।

## বিচাৰ-পদ্ধতি

একে ফৈদত নৰ-হত্যা কৰাৰ দৃষ্টান্ত কম। কেতিয়াবা আকস্মিক হত্যাৰ বাবে ছটা গৰুলৈকে জৰিমনা ভৰিব লাগে। বেলেগ গাঁৱৰ বা বেলেগ ফৈদৰ মানুহে নৰহত্যা কৰিলে তাৰ ফলত গাঁওবোৰৰ ভিতৰত খৰিয়ালৰ সূত্ৰপাত হয়। সাধাৰণ মৰামৰিৰ বিচাৰ প্ৰতিশোধ গ্ৰহণৰ দ্বাৰা নিষ্পত্তি হয়। যৌন ব্যভিচাৰৰ দোষ হলে আগেয়ে মৃত্যুদণ্ড পৰ্য্যন্ত বিহা হৈছিল যদিও এতিয়ালৈ গতাটোৰে কন্যাদানৰ মূল্য আৰু ৰাজহুৱা জৰিমনা ভৰিলেই দোষ খণ্ডে: গিৰিয়েকটোক পাঁচোটা আৰু গাঁৱক এটা গৰু দিলেই সমাজ সন্তুষ্ট হোৱা দেখা যায়: হাতে হাতে ধৰা পৰা চোৰকো আগেয়ে মৃত্যুদণ্ড বিহা হৈছিল; কিন্তু আজিকালি জৰিমনাহে কৰে। বছৰেক গলে ধৰুৱাই ধাৰৰ টকা দুগুণ পৰিশোধ কৰাৰ নিয়ম।

আজিকালি কছাৰীত বিচাৰ হবলৈ আৰম্ভ হোৱাত পুৰণি বিচাৰ পদ্ধতিৰ জ'কাটোহে বৈছেগৈ। ফৈদৰ বুঢ়াবোৰে গাঁৱৰ ঘাই মেলুৱৈ হৈ বিচাৰ চলায়, গঞাই তাত যোগ দিয়ে। গঞাবোৰে পূৰ্বাপৰ দস্তুৰ অনুসৰি বিচাৰৰ পদ্ধতি কৰে। বিভিন্ন পক্ষৰ কথাৰ সত্যাসত্য নিৰ্ণয় হোৱাৰ পিছত শপত খোৱাৰ নিয়ম। টাংখুলবোৰে কাজিং কাৰেই, আৰু কামিও, আদি দেৱতাৰ নামত শপত খোৱাৰ উপৰিও শিল, দা আৰু বাঘৰ দাঁতেতো বোলে শপত খায়। আজিকালি নানা ৰকমৰ সলনি হোৱাত শপত-শাস্তি আদিৰ ব্যৱস্থা কি তাক কোৱা টান।

## অন্যান্য ৰীতি-নীতি

টাংখুলৰ মাজত পুৰণি যুঁজ-বাগৰ এতিয়া আৰু নাই। জাতীয় প্ৰতিৰক্ষাৰ দিনত গাওঁবোৰৰ ভিতৰুৱা যুদ্ধ অপ্ৰচলিত হৈ পৰিছে। সম্ভৱতঃ পুৰণি যুঁজ-বাগৰবোৰ ন্যায়-সমৰ আছিল। যুঁজৰ কাল পৰিসৰ আৰু অস্ত্ৰ-শস্ত্ৰ এই সকলোবোৰ বিষয়ে বিবদমান পক্ষ কেইটিৰ মাজত আলোচনা হয়। যুঁজাৰুবোৰো যুঁজৰ আগে-পিছে 'গেনা' হৈ পৰে। শিৰশ্চেদৰ প্ৰথাটোও এই প্ৰসঙ্গত উল্লেখযোগ্য। এই প্ৰথা এতিয়া লুপ্ত হল।

আগৰ টাংখুল সমাজৰ মতে পাপ, ৰোগ আৰু মৃত্যু পৰস্পৰ বিচ্ছিন্ন ঘটনা নহয়। সমাজৰ অলিখিত আইন ভঙ্গই পাপ। সেই আইন ভঙ্গ হলেই আকৌ ৰোগ বা মৃত্যু হোৱাৰ আশঙ্কা। সেই কাৰণে ইয়াৰ প্ৰতিষেধক স্বৰূপে গেনা, উৎসৱ আৰু শান্তিৰ ব্যৱস্থা কৰা হৈছিল। টাংখুলবোৰৰ পুৰণি বিশ্বাসমতে মানুহ মৰিলে ছিৰহিফ্‌ৰ বা ছিৰই পৰ্বতৰ নামনিয়েদি ভূতটো গৈ কাজাইবাম পায়গৈ।



কাজাইবামৰ দেৱতা ককৃটুৱে ধনী দুখীয়া আৰু চোৰ-যুঁজাৰুৰ ভিতৰতে ভেদা-ভেদ কৰিব পাৰে। দেহাৰপৰা ওলাই যোৱা দেহাতীত ভাগক তেওঁলোকে পখিলা আৰু মৌমাখিৰ ৰূপত কল্পনা কৰে। কাজাইবামৰ দুৱাৰ মুখত বোলে এটি বাটৈ টোকা চৰায়ে সদায় টোক্‌টোকাই থাকে।

## শৱ-সংকাৰ : দেও-ভুত

টাংখুলৰ আদিম দস্তুৰ মতে, সাধাৰণতে ঘৰৰ বাহিৰতহে মৃতকৰ শৱ-সংকাৰ কৰা হয়। নিৰ্দিষ্ট জোখৰ, শিলে ভৰা গাঁতত বাটৰ সমল লগত দি মৰাশ পোতা হয়। ম'হ মাৰি মৃতকৰ খোৱাৰ দিহা কৰে। তিনি দিনৰ মূৰত ভূতটো ঘূৰি আহে। এমাহ কি বহুদিনৰ মূৰত গাঁৱৰ মানুহ এজনক 'থিলা কাপো' বা মৃতকৰ প্ৰতিনিধি স্বৰূপে বৰণ কৰে। কাগি-কাছাম বা বৰভোজ নোহোৱালৈকে ভূতটো গাঁৱতে থাকে। খেতি চপোৱাৰ পাছত হোৱা দহদিনীয়া বৰভোজত বিদায় দিহে ভূতটোক কাজাইবামলৈ খেদোৱা হয়। পুৰণি বিশ্বাসত পূৰ্বজন্মৰো স্থান আছে। মৃতকৰ উদ্দেশ্যে শিলৰ স্মৃতি-চিহ্ন নিৰ্মাণ কৰা হয়। আদিম বিশ্বাস মতে টাংখুলবোৰৰ কেবাজনো দেৱতা আছে। বজ্ৰপাতৰ দেৱতাজন খঙাল, বেমাৰ-আজাৰৰ দেৱতা কামিওই বোলে হাতত দণ্ড লৈ থাকে। অচিন ৰোগ, ঘাম-গাৰ, অন্ধতা, বাক্‌শক্তিহীনতা, অকাল-বাৰ্দ্ধক্য আদি হলে মেইবাই কামিওৰ নামৰ কুকুৰা মাৰি মন্ত্ৰৰ দ্বাৰাই 'লাই' খেদে। 'লাই' হৈছে যত অপায়-অমঙ্গলৰ মূল। মেইবাই স্বপ্নৰো ব্যাখ্যা কৰে। সপোনত ম'হ দেখিলে বোলে মেল-মোকৰ্দমাত হাৰে। গাঁৱৰ পুৰোহিত আৰু সৰ্বমঙ্গল-বিধায়ক লোক হল খুলাক্‌পা। মেইবা হৈছে আদিম বৈজ্ঞানিক। সি বন-দৰবো জানে আৰু অবুজ কথাৰ ব্যাখ্যাও কৰে। বিয়াত দুই পক্ষৰ মাল যুঁজ কৰাই হৰা জিকাৰ ফল মতে শুভাশুভ নিৰ্ণয় কৰা হয়। ভূত খেদাৰৰ বাবে ঘৰৰ আগত গছ ৰোৱা হয়। টাংখুল সৃষ্টিতত্ত্বৰ মতে পৃথিবীখন পানীৰপৰা ওলোৱা, ভুইকঁপ দেৱতাৰ গা জোকাৰণিত সাগৰৰ বুকত পৰ্বত ফুটি ওলাল। ইয়াৰ উপৰিও আদিম বিশ্বাস অনুসৰি ব্যক্তিৰ জন্মোৎসৱ, নামকৰণ, প্ৰজনন নিয়ন্ত্ৰণ কৰিবৰ বাবে জননেন্দ্ৰিয়ত আঙঠি পিন্ধোৱা উৎসৱ, আদি কেইবাটিও সামাজিক তাৎপৰ্য্যপূৰ্ণ উৎসৱ আছিল। কিন্তু বৰ্ত্তমান অনুষ্ঠানবোৰ লুপ্তপ্ৰায়। খৃষ্ট ধৰ্মৰ প্ৰভাৱ বাঢ়ি অহাৰ লগে লগে পুৰণি দেৱ-দেৱতাবিলাকৰ ওপৰত বিশ্বাস ক্ৰমাৎ কমি আহিছে।

অৰ্থনীতিয়ে টাংখুলৰ বছৰেকীয়া পঞ্জিকা নিৰ্দ্ধাৰণ কৰে। জনজাতি গাঁও,

ফৈদ, ঘৰ আৰু ব্যক্তি-প্ৰধানতঃ এই কেইটি সামাজিক গোটকে ভেটি কৰি কেতবোৰ 'গেনা' প্ৰতিপালিত হয়। প্ৰতি বছৰত তিনি মাহ মান কাল গেনাই লয় বুলি মোক এজন শিক্ষিত নগাই কৈছিল। এতিয়া অৰ্থ নৈতিক আৰু ধৰ্মমূলক কাৰণত এই প্ৰথাবোৰ বাধ্যতামূলক হব নোৱাৰে বুলি মণিপুৰ চৰকাৰে ঘোষণা কৰিছে। কাঠিয়া পৰাৰ পৰা ধান চপোৱা কাললৈকে চাৰি পাঁচটা মান গেনা আছে; তাৰে ভিতৰত কঠিয়া পৰা, ভুঁই ৰোৱা, ধান দোৱা, ধান চপোৱাৰ সময়ৰ চাৰিটাই প্ৰধান। বৰষুণ নামিলে বৰষুণৰ বাবেও গেনা কৰাৰ নিয়ম প্ৰচলিত। ভাত মুঠিৰ বাবে সমস্ত সামাজিক শক্তি নিয়োজিত কৰাই এই উৎসৱবোৰৰ মূল উদ্দেশ্য যেন অনুমান হয়। ইয়াৰ বাহিৰেও ভাল চিকাৰ, ৰোগ নিবাৰণ, অবুজ, আৰু অপ্ৰাকৃতিক ঘটনাৰ দ্বাৰা সংঘটিত বিপদ নিবাৰণ, মৃতকৰপৰা জীৱিতসকলক আঁতৰাই অনাৰ বাবে মানসিক প্ৰস্তুতি, ভুঁইকপ, গ্ৰহণ, ফৈদৰ মঙ্গলাকাংখ্যা, জন্মোৎসৱ, ল'ৰাৰ কাণ ফুটোৱা আদি ঘৰুৱা কৰ্তব্য, বিশিষ্ট ব্যক্তিৰ ব্যক্তিত্ব নিৰাপদে ৰখা, খাদ্যাচাৰ আদি অনেক বিষয়ক উপলক্ষ কৰিও গেনাৰ উৎপত্তি হৈছিল। এই সকলোবোৰৰ মূলতে আছিল জনজাতীয় জীৱনধাৰণ প্ৰণালীৰ প্ৰয়োজনৰ দাবী। আজি ধনতান্ত্ৰিক অৰ্থনীতিৰ প্ৰভাৱত তেওঁলোকৰ মাজত ন প্ৰয়োজনৰ উদ্ভৱ হোৱাত গেনাৰ পুৰণি প্ৰভাৱ ক্ৰমাৎ লোপ পাই আহিছে। টাংখুল পঞ্জিকাও এতিয়া জাতীয় পঞ্জিকাৰ অঙ্গ হৈ পৰাৰ সম্ভাৱনাই দেখা দিছে।

বৃটিছ শাসনে প্ৰৱৰ্তন কৰা গৃহ-কৰে টাংখুল খুলাকপাৰ পুৰণি সন্মান কমালে। নতুন শাসক শ্ৰেণীৰ প্ৰভাৱত গ্ৰাম্য শাসনৰ অৱনতি ঘটিল। হডচনৰ মতে ই সামাজিক ৰীতি-নীতিবো পৰিবৰ্তন কৰাবলৈ বাধ্য কৰিছে। গৃহ-কৰৰ ভয়ে বাপেকৰ বিয়াৰ পাছত নতুন ঘৰলৈ উলিয়াই পঠিওৱা দস্তুৰ লোপ পেলালে; কাৰণ নতুন ঘৰ মানেই নতুন কৰ। হডচনে আকৌ টাংখুল গাভৰু-চাঙৰ উৎপত্তিৰ মূলতো গৃহ-কৰৰ ভয়েই বুলি অনুমান কৰে।

# মণিপুৰী

শ্ৰীমানবেন্দ্ৰনাথ ফুকন

মণিপুৰ এখন-বুৰঞ্জী প্ৰসিদ্ধ ৰাজ্য। মহাভাৰতত ইয়াৰ উল্লেখ পোৱা যায়। মহাভাৰতৰ বিখ্যাত কাঁড়ীবীৰ তৃতীয় পাণ্ডৱ অৰ্জুনৰ পত্নী চিত্ৰাঙ্গদাৰ জন্ম এই ৰাজ্যতেই হয়। পাণ্ডৱৰ অশ্বমেধ যজ্ঞৰ ঘোঁৰা বন্দী কৰা বভ্ৰুবাহন এই দেশৰে বজা আছিল। দ্বিতীয় মহাসমৰৰ ইংৰাজ জাপানৰ অসমত ইও এখন ৰণথলী আছিল। এই গুৰুত্বপূৰ্ণ অথচ প্ৰাকৃতিক সৌন্দৰ্য্যৰে পৰিপূৰ্ণ মনোৰম দেশখন অসমৰ দক্ষিণ কোণত অৱস্থিত। এই মণিপুৰৰ পুবে ব্ৰহ্মদেশ, দক্ষিণে ব্ৰহ্মদেশ আৰু মিজো-পাহাৰ, পশ্চিমে কাছাৰ জিলা আৰু উত্তৰে নগা পাহাৰ। ২৩°৫০´ আৰু ২৫°১০´ উত্তৰ সমান্তৰাল ৰেখা, ৯৩°১০´ আৰু ৯৪°৩০´ পূব দ্ৰাঘিমা ৰেখাৰ ভিতৰত অৱস্থিত এই মণিপুৰ ৰাজ্যখনৰ নামাকৰণ কেইবা ধৰণেও হয় বুলি কয়। মণিপুৰ শব্দটোৰ অৰ্থ এটা মণি বা মুকুতাৰ পৰা অহা বুলি কয়। মহাভাৰতৰ মতে মণিপুৰৰ পুবে মহিন্দ্ৰ পাহাৰ নামে এখন ওখ পাহাৰ আছিল, সেই পাহাৰৰ নামৰপৰা অপভ্ৰংশ হয় মহীন্দ্ৰপুৰ আৰু তাৰ পাছত মণিপুৰ নামেৰে এই দেশ আজিও জনাজাত।

## প্ৰাকৃতিক পৰিবেশ

প্ৰকৃতিৰ সেউজীয়া পাহাৰ, নীলা হ্ৰদ আৰু নানা ফল-ফুল, চৰাই-চিৰিকতিৰে ভৰা মণিপুৰখন কেনে মনোৰম। ইয়াৰ পাহাৰবিলাক নীলা শাৰীৰে সৈতে চাহ-গছেৰেই ভৰা। মণিপুৰৰ হাবিত ৰবৰ আৰু শালগছ পোৱা যায়। চাহ, শাল কাঠ আৰু ৰবৰৰ পৰা মণিপুৰৰ যথেষ্ট আয় হয়।

ইয়াৰ লগতগ্ হ্ৰদ আৰু বিলবোৰ বনৰীয়া ৰাজহাহ, বনৰীয়া হাঁহ আৰু নানা ধৰণৰ নানা বিধৰ চৰায়ে চৰি থাকে। ইয়াৰ হাবিত বনৰীয়া কুকুৰা, পহু, বনৰীয়া হাতী আৰু বাঘ পোৱা যায়।

কৰ্ণেল মেক্‌কলিকৰ মতে মণিপুৰ ঠাইখন বহুত পৰ্বতীয়া জাতিৰ বাসস্থান আছিল। এওঁলোকৰ প্ৰধান জাতিকেইটা আছিল, 'কোমোল', 'লোৱাংগ', 'মইবাং' আৰু মৈতে ( মৈথে ) জাতিটোৱে আটাই কেইটা জাতিৰে ওপৰত আধিপত্য চলাইছিল, সেইবাবে তেওঁলোকৰ নামেই মণিপুৰীসকল জনাজাত হ'ল। মণিপুৰ দেশখন ৭,০০০ বৰ্গমাইলৰে আগুৰা পাহাৰ আৰু ১,০০০ বৰ্গমাইলৰে আগুৰা সমভূমিৰে এখন ৰম্যভূমি। ১,০০০ বৰ্গমাইলৰে আগুৰা ঠাইখনক মণিপুৰীসকলে 'মৈতৈ লিপক্‌' বা মৈতৈসকলৰ বহুল সমতল ভূমি বুলি কয়।

১৯০১ চনৰ হিছাপ মতে মণিপুৰৰ জনসংখ্যা আছিল ২৮,৪৪৬৫ জন। তাৰে ১৮০,৯৬০ জনে ভৈয়ামত আৰু ১০৩,৫০৫ জনে বাস কৰে পাহাৰত। ১৯৫১ চনৰ হিছাপ মতে মণিপুৰৰ জনসংখ্যা ৫৭৭,৬৩৫ জন হয়গৈ। সেই হিচাপে ১৯০১ চনৰপৰা ১৯৫১ চনলৈ মণিপুৰৰ জনসংখ্যা ২৯৩,১৭০ জনলৈ বৃদ্ধি হয়।

বুৰঞ্জীত পোৱা যায় যে, ৰাজনৈতিক কাৰণতেই হওক বা অন্য কাৰণতেই হওক, বহুত মণিপুৰী লোক ব্ৰহ্ম, কাছাৰ, ছিলেট আৰু ঢাকাত বসতি কৰিছেগৈ। অসম, বঙ্গ, আৰু উত্তৰ প্ৰদেশতো মণিপুৰীসকলৰ বসতি আছে।

## পৌৰাণিক আখ্যান

মণিপুৰীসকলৰ উৎপত্তি সম্বন্ধে কেইবাটাও ধাৰণা আছে। বহুতে কয়, তেওঁলোক হিন্দু ঋষি-মুনিসকলৰ বংশধৰ। এই ধাৰণামতে তেওঁলোকৰ আদি পুৰুষসকলৰ বংশাৱলী এই ধৰণে নিৰূপণ কৰে,—

তেওঁলোকে কয়,—নাৰায়ণৰ নাভিৰপৰা ব্ৰহ্মাৰ উৎপত্তি হয়। মৰীচি মুনি ব্ৰহ্মদেৱৰ অঙ্গৰপৰা জন্ম হয়। মৰীচি মুনিৰ পুতেক কশ্যপ মুনি, কশ্যপ মুনিৰ পুতেক সূৰ্য্য, সূৰ্য্যৰ পুতেক স্বৰ্বণ মুনি, স্বৰ্বণৰ পুতেক ইন্দ্ৰমুনি, ইন্দ্ৰমুনিৰ পুতেক চিত্ৰকেতু, চিত্ৰকেতুৰ পুতেক চিত্ৰধ্বজ, চিত্ৰধ্বজৰ পুতেক চিত্ৰবীজ, চিত্ৰবীজৰ পুতেক চিত্ৰসৰ্ব, চিত্ৰসৰ্বৰ পুতেক চিত্ৰৰথ, চিত্ৰৰথৰ পুতেক চিত্ৰভানু, চিত্ৰভানুৰ জীয়েক আছিল চিত্ৰাঙ্গদা, চিত্ৰাঙ্গদাৰ পুতেক বভ্ৰুবাহন, বভ্ৰুবাহনৰ পুতেক সুপ্ৰবাহু, সুপ্ৰবাহুৰ পুতেক পাখাংবা। এই পাখাংবা বা খৰিতাই মণিপুৰৰ প্ৰথম ৰজা আছিল বুলি তেওঁলোকে কয়।

কৰ্ণেল মেক্‌কালেকৰ মতে মণিপুৰ ঠাইখন বহুত পৰ্বতীয়া জাতিৰ বাসস্থান আছিল। তেওঁলোকৰ প্ৰধান জাতিসকল আছিল কোমোল, লোৱাং, মইবা



আৰু মৈতৈ। এই জাতিবিলাক মণিপুৰলৈ বেলেগ বেলেগ ঠাইৰপৰা আহিছিল। তেওঁলোকৰ ভিতৰত প্ৰথমে কোমোল সকলে আধিপত্য বিস্তাৰ কৰিছিল। কোমোলসকলৰ পিছত মইবাংসকলে, অৱশেষত মৈতেসকলে সকলোৰে ওপৰত আধিপত্য বিস্তাৰ কৰিলে, শেষত তেওঁলোকৰ নামেই মণিপুৰবাসীসকল জনাজাত হ'ল।

কিন্তু কেপ্টেইন পেম্‌বাৰটন চাহাবে তেওঁলোকক চীনদেশৰ ঠাৰ্‌টাৰসকলৰ বংশধৰ বুলি কয়। হডচন চাহাবৰ মতে তেওঁলোক দাঁতি কাষৰীয়া পৰ্বতীয়া জাতিসকলৰ বংশধৰ। তেওঁ কয় যে, এই জাতিবিলাকৰ ভাষাৰ লগত মণিপুৰীসকলৰ ভাষাৰ কিছু মিল আছে। এইটো জনা যায় যে মইবাঙসকল দক্ষিণ ফালৰপৰা আহিছিল ( য'ত কুকিসকল থাকে ), কোমোলসকল মুৰিঙ্গ-সকল থকা পূৱকালৰপৰা আহিছিল। মৈতৈ আৰু লোৱাঙ্গসকল কৌপুমি বিলাক থকা উত্তৰ-পশ্চিম ফালৰপৰা আহিছিল। মুৰিঙ্গ, কুকি আৰু কৌপুমি-বিলাকৰ ভাষা প্ৰায় একে। সেইদৰে বৰ্তমান মণিপুৰীসকলৰ ভাষাও সেই ভাষাৰ লগত মিলে। এনেদৰে ভাষাৰ সামঞ্জস্য থকাৰ কাৰণে মণিপুৰীসকল এই দাঁতি কাষৰীয়া জাতিসকলৰ বংশধৰ বুলিব পাৰি। কিংবদন্তিৰ উপৰিও মণিপুৰীসকলৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি বৰ্তমান দাঁতি কাষৰীয়া পাহাৰীয়া জাতিবিলাকৰ লগত মিলে। কিছুমান ক্ষেত্ৰত তেওঁলোকৰ নগাসকলৰ লগতো মিল আছে। কাৰণ মণিপুৰীসকলে 'ফুম্‌বান্ কাবা' বা সিংহাসন আৰোহণ উৎসৱত ৰজা-ৰাণীক নগা পোছাক পিন্ধায়। ৰজা-ৰাণীক নগা-পোছাক পিন্ধোৱাৰ বিষয়ে মেজৰ জেনেৰেল্ চাৰ্ জেমচ্ জনষ্টন্ চাহাবে এইদৰে ব্যাখ্যা কৰিছে, যে এসময়ত এজন নগা ৰজাই মণিপুৰত ৰাজত্ব কৰিছিল; সেই নগা ৰজাই মণিপুৰবাসীসকলৰ কৃষ্টি সভ্যতা গ্ৰহণ কৰিছিল যদিও তেওঁৰ নগা ৰীতি-নীতিবিলাক একেবাৰে এৰিব পৰা নাছিল। সেইবিলাকৰ ভিতৰত ৰজা-ৰাণীয়ে পিন্ধা নগা পোছাকো এবিধ এৰিব নোৱাৰা সামগ্ৰী আছিল। এইজনা ৰজাৰ দিনৰেপৰা মণিপুৰত ৰাজসিক উৎসৱ পতাৰ সময়ত ৰজা-ৰাণীয়ে নগা-পোছাক পিন্ধাটো প্ৰচলন হয় বুলি তেওঁ মত প্ৰকাশ কৰে।

ডক্টৰ ব্ৰাৰ্চণৰ মতে এসময়ত মণিপুৰখন পানীৰে ভৰা আছিল। লাহে লাহে যেতিয়া পাহাৰৰ দাঁতিয়ে দাঁতিয়ে কিছু ঠাই পানীৰ তলৰপৰা ওলাই পৰিছিল, তেতিয়া দাঁতি কাষৰীয়া পাহাৰীয়া মানুহবিলাকে তাত পাম কৰিছিলগৈ। কিন্তু যেতিয়া গোটেই ঠাইখিনিতে পানী নাইকিয়া হল বা পানী শুকাই গ'ল, তেতিয়া

দাঁতি কাষৰীয়া পাহাৰীয়া মানুহবিলাকে তাত বসতি কৰি নিগাজীকৈ থাকিবলৈ ধৰিলৈ। এইদৰে বেলেগ বেলেগ জাতিৰ মাজত সংঘৰ্ষ হৈ বেলেগ বেলেগ কৃষ্টি সভ্যতাৰ আদান-প্ৰদানৰ ফলতেই মণিপুৰী জাতিৰ উৎপত্তি হয় বুলি ডক্টৰ ব্ৰাৰ্চণে মত প্ৰকাশ কৰে।

## শাৰীৰিক গঠন

মণিপুৰীসকল সাধাৰণতে মঙ্গোলীয়ান সকলৰ আকৃতিৰ। মণিপুৰীসকলৰ শাৰীৰিক গঠন সুন্দৰ আৰু তেওঁলোক সুঠাম দেহৰ। তেওঁলোক মধ্যমীয়া ধৰণৰ ওখ। মতামানুহবিলাক সাধাৰণতে ৫'-৭" ইঃ ওখ হয়। মণিপুৰীসকল সাধাৰণতে বহল মুৰৰ, মতামানুহৰ মুখখন বহল হনু ওলোৰা। কপাল মধ্যমীয়া ধৰণৰ বহল। চকু সৰু, চেলা উবি মধ্যমীয়া আৰু বেলেগ বেলেগ, কিছুমান বৈপৰা চেলাউবিৰ মানুহো আছে। নাক মধ্যমীয়া ধৰণৰ দীঘল। ওঠ মধ্যমীয়া ধৰণৰ, কাণ মধ্যমীয়া আৰু থুতৰি ঘূৰণীয়া। তেওঁলোকৰ বুকু বহল। দাড়ি গোঁফ খুব কম আৰু চুলি কলা আৰু মোটা ধৰণৰ। মাইকীমানুহবিলাক সাধাৰণতে ৫'-৩" ইঃ ওখ হয়। তেওঁলোকৰ মুৰ বহল, কপাল মধ্যমীয়া, চকু সৰু, নাক বহাল, গালৰ হাড় ডাঙৰ, চেলাউৰী মধ্যমীয়া, ওঠ মধ্যমীয়া, চুলি ক'লা আৰু মোটা। মাইকীমানুহবিলাকো বেচ হৃষ্ট-পুষ্ট আৰু শকত। তেওঁলোকৰ গাৰ বৰণ তামবৰণীয়া। আজি-কালি মণিপুৰত সুন্দৰ আকৃতিৰ ওখ মানুহো দেখিবলৈ পোৱা যায়।

## ভাষা-সাহিত্য

মণিপুৰীসকলৰ নিজা ভাষা আছে। তেওঁলোকৰ ভাষা তিব্বত-বৰ্মাৰ ঠাল বুলি কব পাৰি ; আন কিছুমানে তেওঁলোকৰ ভাষা কুকি-চীন ঠালৰপৰা বেলেগ বুলি কয়। মণিপুৰীসকলৰ কিছুমান শব্দ বৰ্মী ভাষা আৰু কিছুমান শব্দ তিব্বতবাসী সকলৰ লগত মিলে। বড়ো ( কছাৰী ) সকলৰ ভাষাৰ লগতো তেওঁলোকৰ কিছু সামঞ্জস্য আছে। নগা ভাষাৰ লগতো তেওঁলোকৰ মিল আছে যদিও কাচিন ঠালৰ লগত তেওঁলোকৰ ভাষাৰ সম্বন্ধ বেছি। ডক্টৰ গ্ৰিয়াৰছনৰ মতে এওঁলোকৰ ভাষাৰ কুকি-চীন ঠালবিলাকৰ লগত বহুত ক্ষেত্ৰত মিল আছে যদিও ইয়াক কুকি-চীন্ ভাষাৰ এটা বেলেগ ঠাল বুলি কব পাৰি। তেওঁলোকৰ বহুতে অসমীয়া ভাষাও কব পাৰে। অসমীয়া মানুহৰ লগত ব্যৱসায় বণিজ্য



কৰিবৰ কাৰণেই অসমীয়া ভাষা শিকে ; শিক্ষিত সমাজত ইংৰাজী ভাষাই চলে। কাৰণ ইয়াত শিক্ষাৰ মাধ্যম হৈছে ইংৰাজী।

## শিক্ষা

আগতে মণিপুৰত শিক্ষা লবৰ কাৰণে তেনে কোনো স্কুল বা কলেজ নাছিল। তেওঁলোকৰ শিক্ষাৰ স্থান আছিল ডেকাচাং ; তাতেই তেওঁলোকে খাপে খাপে শিক্ষালাভ কৰিছিল। তেওঁলোকে কমাৰ, কুমাৰৰ শিক্ষাও লাভ কৰিছিল। আজি-কলিও মণিপুৰীসকল নানাৰকম কাৰুকাৰ্য্যপূৰ্ণ কুটীৰশিল্পৰ কামত পাকৈত। আজি-কালি মণিপুৰত নিম্ন প্ৰাইমাৰী স্কুলৰপৰা হাইস্কুল, কলেজ আদিও হৈছে।

স্কুলত মণিপুৰীসকলৰ শিক্ষাৰ মাধ্যম মণিপুৰী আৰু কলেজত শিক্ষাৰ মাধ্যম ইংৰাজী। মণিপুৰত নানাধৰণৰ কাৰিকৰী শিক্ষাৰ অনুষ্ঠানবিলাকো গঢ়ি উঠিছে। তেওঁলোকে নাচ-গানৰ শিক্ষাও একাগ্ৰতাৰে কৰে। তেওঁলোকৰ মাজত শিক্ষাৰ প্ৰতি ধাউতি বৰ বেছি দেখা যায়। আজি ভাৰতৰ প্ৰায়-বিলাক বিশ্ববিদ্যালয়তে মণিপুৰী ছাত্ৰক অধ্যয়ন কৰা দেখা যায়। সাধাৰণ শিক্ষা লাভ কৰি তেওঁলোকে গভৰ্ণমেন্টৰ নানা ধৰণৰ বিষয়া—হাকিম, মুন্সিফ হৈ শাসন কাৰ্য চলাইছে। কাৰিকৰী শিক্ষা লাভ কৰাসকলে ৰাজকীয় আৰু অৰাজকীয় কামত মকৰল হৈ দেশৰ কামতে ব্যস্ত থাকে।

১৯৫১ চনত মণিপুৰত ৫ বছৰৰপৰা ১৫ বছৰৰ শিক্ষিতৰ সংখ্যা আছিল ২৩০ জন, ছোৱালীৰ সংখ্যা আছিল ৮০ জনী। ১৫ বছৰৰপৰা ওপৰৰ লৰাৰ শিক্ষিতৰ সংখ্যা আছিল ২৬৫ আৰু ছোৱালীৰ সংখ্য আছিল ২৫ জনী। কিন্তু এতিয়া তেওঁলোকৰ মাজত শিক্ষিতৰ সংখ্যা বহুত বেছি হৈছে।

## বিষয়-বাব আৰু ব্যৱসায়-বাণিজ্য

যুগৰ পৰিবৰ্তনৰ লগে লগে সমাজৰো পৰিবৰ্তন হোৱাটো একোটা সমাজৰ দীৰ্ঘকাল জীয়াই থকাৰেই লক্ষণ। যুগৰ লগতে খোজ মিলাই যি সমাজে খোজ মিলাব নেজানে, সেই সমাজৰ অস্তিত্ব হেৰুৱাৰ সম্ভাৱনাই বেছি। আজি মণিপুৰী জাতিটোৱে আধুনিক সমাজৰ লগত খোজ মিলাওঁতে তেওঁলোকৰ অতীতৰ ৰীতি-নীতি কিছুমান ত্যাগ কৰি, সমাজৰ কিছুমান নতুন পদ্ধতি ৰচনা কৰি পৃথিবীতে সক্ৰিয় ভাবে জীয়াই থকাৰ যথেষ্ট উৰ্বৰ মস্তিষ্কৰে পৰিচয় দিছে।

আগতে মণিপুৰীসকলৰ যি ডেকাচাং আৰু তাৰ নায়ক বা উদ্যোক্তসকল আছিল আজি সেই ডেকাচাং আৰু নাই। তেওঁলোকৰ ৰজা, আৰু গাৱঁৰ ৰয়লিয়াল হিচাবে যি বেলেগ বেলেগ শ্ৰেণী বিভাগ আছিল, সেইবিলাকো নাইকিয়া হল। গাওঁবিলাকত আগতে যি নিন্ গদাউ, 'খোল্ লাকৃপা', লোপ্ লাকৃপা' আদি গাৱঁৰ গাওঁবুঢ়া, পুৰোহিত আছিল, সেইবিলাক নাই। অৱশ্যে আগৰ 'নিন্‌গদাউ', অৰ্থাৎ গাওঁবুঢ়াৰ যি কাম আছিল, সেই কাম-কাজ আজি-কালি এজন গৱৰ্ণমেণ্ট মনোনীত চৌকিদাৰে কৰে। আগৰ গাওঁবুঢ়াই যেনেকৈ মাটিৰ খাজনা বা কৰ-কাটল আদি গৱৰ্ণমেণ্টক সোধোৱাব আৰু গাৱঁৰ নানা পৰিস্থিতিৰ অৱস্থা জনোৱাব কাম কৰিছিল এতিয়া চৌকিদাৰে সেইবোৰ কাম কৰে।

মণিপুৰীসকল আগতে সম্ভৱতঃ প্ৰকৃতি-উপাসক আছিল। তেওঁলোকৰ পূজা-পাটল আদি এজন পুৰোহিতে কৰিছিল; সেই পুৰোহিতজনক তেওঁলোকে 'মেইবা' বুলিছিল। আজি-কালি তেওঁলোকে হিন্দুধৰ্ম গ্ৰহণ কৰাত 'মেইবা' বা পুৰোহিতসকলৰ কাম-কাজ অৰ্থাৎ আগৰ পূজা-পাৰ্বণৰ কাম নাইকিয়া হ'ল যদিও, 'মেইবা'সকলে আজি-কালি বেজ আৰু মঙ্গলতীৰ কাম কৰে।

মণিপুৰীসকলৰ প্ৰধান ব্যৱসায় হল খেতি। তেওঁলোকে ধান, মাহ, সৰিয়হ আদি নানাধৰণৰ খেতি কৰে। তেওঁলোকে বেলেগ বেলেগ ধৰণৰ কুটীৰ-শিল্প কৰে,—যেনে মাটিৰ বাচন তৈয়াৰ কৰা, বেত-বাঁহৰ চকী-মেজ তৈয়াৰ কৰা, হাতীদাঁতৰ খাৰু-মণি তৈয়াৰ কৰা, কপাহ আৰু পাটৰ কাপোৰ-কানিবোৰ, চামৰাৰ জোতা, পেটি, ঘোঁৰাৰ জিন্ তৈয়াৰ কৰা, সোণ-ৰূপৰ অলঙ্কাৰ তৈয়াৰ কৰা, ঘড়ী-তলা আদি মেৰামতি কৰা কামত ব্যস্ত থাকে। কাপোৰ বোৱা, মাটিৰ বাচন আৰু শিলৰ বাচন-বৰ্তন তৈয়াৰ কৰা কাম তেওঁলোকে আগতেও কৰিছিল।

আগতে মণিপুৰত ৰজা আৰু যি মন্ত্ৰী-পৰিষদ আছিল, আজি তাৰ ঠাইত চীফ-কমিছনাৰ, ডি, চি, আৰু ডিষ্ট্ৰিক্ট কাউন্সিল্ স্থাপিত হৈছে। এই ডিষ্ট্ৰিক কাউন্সিলৰ উপদেশ আৰু পৰামৰ্শ অনুযায়ী চীফ্-কমিছনাৰে শাসন কাৰ্য্য চলায়।

মণিপুৰৰ বহুত ছাত্ৰই আজি-কালি সাধাৰণ শিক্ষা লোৱাৰ ফলত তেওঁলোকে ৰাজকীয় হাকিম-মুন্সিফ্ আদি কামত মকবল হৈছে। কাৰীকৰী শিক্ষাত



শিক্ষিতসকলে ইঞ্জিনিয়াৰ, ডাক্তৰী আদি কামত চৰকাৰী বা বে-চৰকাৰী ভাবেই ব্যস্ত থাকে। বহুত মণিপুৰী ছাত্ৰই কলেজবিলাকত অধ্যাপক (প্ৰফেচাৰ) আদি কামত নিযুক্ত হোৱাও দেখা যায়।

মণিপুৰী লৰা-ছোৱালীবিলাকক নাচ আৰু গানত বৰ আগ্ৰহান্বিত দেখা যায়। তেওঁলোকক নাচ-গানত পাকৈত একোটা দলে এজন শিক্ষকৰ তত্ত্বাৱধানত, অসমৰ বিভিন্ন ঠাই আৰু বাহিৰৰ ঠাইলৈও গৈ তেওঁলোকৰ নাচ-গান দেখুৱাই কৃতিত্ব অৰ্জে, লগে লগে ধন উপাৰ্জনো কৰে।

কিছুমান মণিপুৰীয়ে মাছ মৰাটোও এটা ব্যৱসায় হিচাবেই গ্ৰহণ কৰে। বজাৰলৈ যোৱা আৰু বজাৰ কৰাটো মণিপুৰী মাইকীমানুহবিলাকৰ কামৰ ভিতৰতেই পৰে। বহুত মণিপুৰীয়ে আজিকালি সৈন্য বিভাগত চাকৰি কৰাৰ উপৰিও ব্যৱসায়-বাণিজ্য আৰু ঠিকা-ঠুকুলি আদি নানা বিষয়-ব্যৱসায়ত ৰত থাকে।

১৭৫১ চনৰ হিচাব মতে দেখা যায় যে ১০,০০০ জন লোকৰ ভিতৰত ৬৯৮ জন মণিপুৰী লোকে কুটীৰ-শিল্পৰ উপাৰ্জনৰপৰাই জীৱন-ধাৰণ কৰিছিল; ৪১৮ জনে ব্যৱসায়-বাণিজ্যৰ পৰা, ৫৩ জনে গাৰ-খাটনি দি, আৰু ৪৮৬ জনে অন্যান্য কাম-কাজ-চাকৰি-বাকৰি কৰি জীৱন-ধাৰণ কৰিছিল। মণিপুৰৰ প্ৰায় ৭,১২১ জনে নিজৰ মাটিত খেতি কৰি প্ৰায় ১০০০ জনে আনৰ মাটিত খেতি কৰি, ২৪ জনে আনৰ ঘৰত হালোৱা কাম কৰি আৰু, প্ৰায় ২০০ জনে নিজৰ মাটিৰপৰা পোৱা কৰ-কাটলৰ পৰা জীৱন-ধাৰণ কৰিছিল। মণিপুৰীসকলে এইদৰে নানা কাম-কাজ, ব্যৱসায়-বাণিজ্যত ব্যস্ত থকাত তেওঁলোকৰ আৰ্থিক অৱস্থা আগতকৈ বহুত উন্নত হোৱা বুলি কব পাৰি।

### অলঙ্কাৰ-পাতি আৰু সাজ-পাৰ

মণিপুৰীসকলৰ অলঙ্কাৰ-পাতি আৰু পোছাক-পৰিচ্ছদৰ বিষয়ে কবলৈ যাওঁতে তেওঁলোকে কেনে পৰিপাটি এই বিষয়েও কব লাগিব। তেওঁলোকৰ পোছাক-পৰিচ্ছদ কেনে পৰিপাটি আৰু সৌন্দৰ্য্যৰ প্ৰতি কেনে সচেতন এই কথাষাৰ আমি তেওঁলোকৰ নিজৰ মূৰৰ চুলি থিনিৰ প্ৰতি লোৱা সাৱধানৰ পৰাই জানিব পাৰিম।

মণিপুৰীসকল সঁচাকৈয়ে সৌন্দৰ্য্যপ্ৰিয়। তেওঁলোকৰ প্ৰতিটো কামতেই, প্ৰতি যোৰ পোছাকতেই তেওঁলোকৰ যে সৌন্দৰ্য্যবোধ আছে তাৰ প্ৰমাণ পোৱা

যায়। দেশ আৰু কাল ভেদে মানুহৰ পোছাক-পৰিচ্ছদো বেলেগ বেলেগ হয়। ক'লা চুলিখিনি আটোম-টোকাৰিকৈ ৰখাটোও অলঙ্কাৰ আৰু পোছাকৰ ভিতৰতে পৰে।

মণিপুৰী পুৰুষসকলে চুলি পাছ ফাললৈ ফণিয়াই। কপালৰ ওচৰৰ চুলিখিনি চুটিকৈ কাটে আৰু পাচফালে চুলিখিনি খোপা বান্ধে। সৰু ল'ৰাবোৰৰ চুলিবোৰ চুটিকৈ কাটে। আজিকালি ডাঙৰ লৰা বা স্কুল কলেজত পঢ়া ল'ৰাই পাছফালে খোপা নেবান্ধে, তেওঁলোকে চুলিবোৰ অসমীয়া লৰাৰ দৰেই চুটিকৈ কাটে।

মণিপুৰী ছোৱালীবোৰৰ, বিশেষকৈ ১০ বছৰ বয়সলৈকে ছোৱালীবোৰৰ কপালৰ ওচৰৰ চুলিবোৰ চুটিকৈ কাটে। কিন্তু পাছফালে দীঘলকৈ বান্ধিবলৈ দিয়ে। ১০ বছৰ পৰা ১৮ বছৰলৈকে অৰ্থাৎ বিয়া হোৱাৰ আগলৈকে ছোৱালীবোৰৰ দুই কাণৰ ওচৰৰ চুলিবোৰ দীঘলে বাঢ়িবলৈ দিয়ে। পাছফালৰ চুলিখিনি খোপা বান্ধে, নাইবা এনেয়ে ওলোমাই ৰাখে; কিন্তু কপালৰ ওচৰৰ চুলিখিনি আগফালে ফণিয়ায় আৰু চকুৰ চেলাউৰীৰ ঠিক্ এক ইঞ্চি ওপৰত সমানকৈ কাটে।

বিয়া হোৱা মাইকী মানুহবিলাকে চুলিবোৰ দীঘলকৈ ৰাখে আৰু পাছফালে ফণিয়াই খোপা বান্ধে। আজিকালি মণিপুৰী ছোৱালীবিলাকেও অসমীয়া ছোৱালীৰ দৰে পাচফালে বেণী বান্ধে।

মণিপুৰী পুৰুষসকলে অসমীয়া পুৰুষসকলৰ দৰেই ধুতি পাঞ্জাৱী চোলা পিন্ধে; তেওঁলোকে পাগুৰীও মাৰে। জাৰকালি তেওঁলোকে গৰম চাদৰ নাইবা আলোৱান ব্যৱহাৰ কৰে। তেওঁলোকৰ ধুতি আৰু পাঞ্জাবীবোৰ কপাহ বা পাটৰ সূতাৰে তৈয়াৰী। তেওঁলোকৰ পুৰুষসকলেও গলপতা কাণফুল আদি পিন্ধে।

আজিকালি স্কুল কলেজৰ ল'ৰাবিলাকে আৰু অন্য চাকৰিয়াল সকলে লংপেণ্ট, পাইজামা, কামিজ, কোট, নেকটাই, জোতা-মোজা আদি পিন্ধে; অৱশ্যে এওঁলোকে আগৰদৰে সোণৰ অলঙ্কাৰ ডিঙিত বা কাণত পিন্ধা অভ্যাসটো এৰি দিছে।

মণিপুৰী মাইকীমানুহৰ পোছাকবোৰ অসমীয়া মাইকী মানুহৰ পোছাকৰ লগত প্ৰায় একে; পাৰ্থক্য খুব কমেইহে দেখা যায়। তেওঁলোকে অসমীয়া মেখেলাৰ নিচিনা এখন কাপোৰ বুকুৰ ওপৰত মেঠনী মাৰি পিন্ধে। তলফালে কাপোৰ খনৰ মুৰ দুটা দুই-তিনি ইঞ্চিমান ওপৰলৈকে লগ-লগাই চিলাই কৰা।



এই কাপোৰখন ভৰিৰ সৰু গাঁথিৰ ওপৰত পিন্ধে। কাপোৰখনৰ ওপৰৰ আৰু তলৰ পাৰিটো বহল। পাৰি দুটা ৰঙীন সূতাৰে নানা কাৰুকাৰ্য্যৰে 'ডিজাইন্' কৰা ফুলেৰে বচা। এই কাপোৰখন কপাহ বা পাটৰ সূতাৰে বৈ লয়। এই কাপোৰখনক তেওঁলোকে 'ফানেক' বোলে। সৰু ছোৱালীবোৰে এই ফানেক-খন কঁকালত পিন্ধে। বুঢ়ী মানুহবিলাকে চোলা বা 'ব্লাউজ্' প্ৰায় নিপিন্ধেই; কাচিৎহে পিন্ধে। এই ব্লাউজটো তেওঁলোকৰ কঁকালৰ ওপৰতে থাকে। 'ফানেক' আৰু ব্লাউজৰ ওপৰত তেওঁলোকে এখন চাদৰ অসমীয়া মাইকীমানুহে লোৱাৰ দৰেই লয়। বিয়া নোহোৱা গাভৰুসকলে চাদৰখন গাত মেৰিয়াই লয়। গাভৰু ছোৱালীবোৰৰ চোলা ব্লাউজবোৰ ক'লা, নীলা, সেউজীয়া আদি বেলেগ বেলেগ ৰঙৰ। চাদৰবিলাকো তেওঁলোকৰ কপাহ-পাটৰ সূতাৰে সুন্দৰকৈ পাৰি দি বৈ লয়।

**ঘৰুৱা সামগ্ৰী**

মণিপুৰীসকলৰ প্ৰধান সঁজুলি তেওঁলোকৰ দা'খন। ইয়াৰে তেওঁলোকে বেলেগ বেলেগ ধৰণৰ কাম কৰিছিল। কৃষি, কুটীৰ শিল্প আৰু যুদ্ধক্ষেত্ৰতো ইয়াক ব্যৱহাৰ কৰিছিল। তেওঁলোকৰ ঘৰ-দুৱাৰবোৰ কাঠ আৰু বাঁহৰে তৈয়াৰ কৰি লৈছিল। ঘৰৰ চালখন তেওঁলোকে খেৰেৰে চিয়ায়; তেওঁলোকে ঘৰবিলাক পূব-মুৱা কৰি সাজে আৰু সেইফালে এখন বাৰান্দা দিয়ে। দিনৰ বেলাত তেওঁলোকে সেই বাৰান্দাতে বহে। তেওঁলোকৰ ঘৰবিলাকৰ খিৰিকী নেথাকে; আগফালে আৰু পাছফালে দুখন দুৱাৰ থাকে। ঘৰৰ মুখিয়াল মানুহজনৰ বিছনাখন চাৰিটা খুটাৰ ওপৰত এচটা ডাঙৰ কাঠৰে তৈয়াৰী কৰে। তেওঁলোকৰ কাপোৰ-কানি থোৱা বাকচবোৰ কাঠৰে তৈয়াৰ কৰি লৈছিল।

আজি-কালি তেওঁলোকে বতাহ অহা-যোৱা কৰিবৰ কাৰণে ঘৰবিলাকত খিৰিকী দিছে। তেওঁলোকে উন্নত প্ৰণালীৰে টিন-পাত লগোৱা ইটাৰ পকাঘৰো তৈয়াৰ কৰিছে। তেওঁলোকৰ মঠ-মন্দিৰবিলাক ইটাৰে তৈয়াৰী। তেওঁলোকৰ নাচঘৰবিলাক চেগুণ কাঠেৰে মজবুতকৈ তৈয়াৰ কৰে। তেওঁলোকে আজিকালি খাট্-পালেঙো তৈয়াৰ কৰি লৈছে। টিনৰ বাকচ আৰু চামৰাৰ চুটকেছো ব্যৱহাৰ কৰে।

তেওঁলোকৰ প্ৰত্যেক ঘৰৰ মাইকী মানুহেই একোগৰাকী সুনিপুণ শিপিনী। তেওঁলোকে নিজৰ আৰু পৰিয়ালৰ মানুহৰ কাৰণে নানা ৰকমৰ কাপোৰ বৈ লয়।

যায়। দেশ আৰু কাল ভেদে মানুহৰ পোছাক-পৰিচ্ছদো বেলেগ বেলেগ হয়। ক'লা চুলিখিনি আটোম-টোকাৰিকৈ ৰখাটোও অলঙ্কাৰ আৰু পোছাকৰ ভিতৰতে পৰে।

মণিপুৰী পুৰুষসকলে চুলি পাছ ফাললৈ ফণিয়াই। কপালৰ ওচৰৰ চুলিখিনি চুটিকৈ কাটে আৰু পাচফালে চুলিখিনি খোপা বান্ধে। সৰু ল'ৰাবোৰৰ চুলিবোৰ চুটিকৈ কাটে। আজিকালি ডাঙৰ লৰা বা স্কুল কলেজত পঢ়া ল'ৰাই পাছফালে খোপা নেবান্ধে, তেওঁলোকে চুলিবোৰ অসমীয়া লৰাৰ দৰেই চুটিকৈ কাটে।

মণিপুৰী ছোৱালীবোৰৰ, বিশেষকৈ ১০ বছৰ বয়সলৈকে ছোৱালীবোৰৰ কপালৰ ওচৰৰ চুলিবোৰ চুটিকৈ কাটে। কিন্তু পাছফালে দীঘলকৈ বান্ধিবলৈ দিয়ে। ১০ বছৰ পৰা ১৮ বছৰলৈকে অৰ্থাৎ বিয়া হোৱাৰ আগলৈকে ছোৱালীবোৰৰ দুই কাণৰ ওচৰৰ চুলিবোৰ দীঘলে বাঢ়িবলৈ দিয়ে। পাছফালৰ চুলিখিনি খোপা বান্ধে, নাইবা এনেয়ে ওলোমাই ৰাখে; কিন্তু কপালৰ ওচৰৰ চুলিখিনি আগফালে ফণিয়ায় আৰু চকুৰ চেলাউৰীৰ ঠিক্ এক ইঞ্চি ওপৰত সমানকৈ কাটে।

বিয়া হোৱা মাইকী মানুহবিলাকে চুলিবোৰ দীঘলকৈ ৰাখে আৰু পাছফালে ফণিয়াই খোপা বান্ধে। আজিকালি মণিপুৰী ছোৱালীবিলাকেও অসমীয়া ছোৱালীৰ দৰে পাচফালে বেণী বান্ধে।

মণিপুৰী পুৰুষসকলে অসমীয়া পুৰুষসকলৰ দৰেই ধুতি পাঞ্জাবী চোলা পিন্ধে; তেওঁলোকে পাগুৰীও মাৰে। জাৰকালি তেওঁলোকে গৰম চাদৰ নাইবা আলোৱান ব্যৱহাৰ কৰে। তেওঁলোকৰ ধুতি আৰু পাঞ্জাবীবোৰ কপাহ বা পাটৰ সূতাৰে তৈয়াৰী। তেওঁলোকৰ পুৰুষসকলেও গলপতা কাণফুল আদি পিন্ধে।

আজিকালি স্কুল কলেজৰ ল'ৰাবিলাকে আৰু অন্য চাকৰিয়াল সকলে লংপেণ্ট্, পাইজামা, কামিজ, কোট, নেকটাই, জোতা-মোজা আদি পিন্ধে; অৱশ্যে এওঁলোকে আগৰদৰে সোণৰ অলঙ্কাৰ ডিঙিত বা কাণত পিন্ধা অভ্যাসটো এৰি দিছে।

মণিপুৰী মাইকীমানুহৰ পোছাকবোৰ অসমীয়া মাইকী মানুহৰ পোছাকৰ লগত প্ৰায় একে; পাৰ্থক্য খুব কমেইহে দেখা যায়। তেওঁলোকে অসমীয়া মেখেলাৰ নিচিনা এখন কাপোৰ বুকুৰ ওপৰত মেঠনী মাৰি পিন্ধে। তলফালে কাপোৰ খনৰ মূৰ দুটা দুই-তিনি ইঞ্চিমান ওপৰলৈকে লগ-লগাই চিলাই কৰা।



এই কাপোৰখন ভৰিৰ সৰু গাঁথিৰ ওপৰত পিন্ধে। কাপোৰখনৰ ওপৰৰ আৰু তলৰ পাৰিটো বহল। পাৰি দুটা ৰঙীন সূতাৰে নানা কাৰুকাৰ্য্যৰে 'ডিজাইন্' কৰা ফুলেৰে বচা। এই কাপোৰখন কপাহ বা পাটৰ সূতাৰে বৈ লয়। এই কাপোৰখনক তেওঁলোকে 'ফানেক' বোলে। সৰু ছোৱালীবোৰে এই ফানেক-খন কঁকালত পিন্ধে। বুঢ়ী মানুহবিলাকে চোলা বা 'ব্লাউজ্' প্ৰায় নিপিন্ধেই; কাচিৎহে পিন্ধে। এই ব্লাউজটো তেওঁলোকৰ কঁকালৰ ওপৰতে থাকে। 'ফানেক' আৰু ব্লাউজৰ ওপৰত তেওঁলোকে এখন চাদৰ অসমীয়া মাইকীমানুহে লোৱাৰ দৰেই লয়। বিয়া নোহোৱা গাভৰুসকলে চাদৰখন গাত মেৰিয়াই লয়। গাভৰু ছোৱালীবোৰৰ চোলা ব্লাউজবোৰ ক'লা, নীলা, সেউজীয়া আদি বেলেগ বেলেগ ৰঙৰ। চাদৰবিলাকো তেওঁলোকৰ কপাহ-পাটৰ সূতাৰে সুন্দৰকৈ পাৰি দি বৈ লয়।

**ঘৰুৱা সামগ্ৰী**

মণিপুৰীসকলৰ প্ৰধান সঁজুলি তেওঁলোকৰ দা'খন। ইয়াৰে তেওঁলোকে বেলেগ বেলেগ ধৰণৰ কাম কৰিছিল। কৃষি, কুটীৰ শিল্প আৰু যুদ্ধক্ষেত্ৰতো ইয়াক ব্যৱহাৰ কৰিছিল। তেওঁলোকৰ ঘৰ-দুৱাৰবোৰ কাঠ আৰু বাঁহৰে তৈয়াৰ কৰি লৈছিল। ঘৰৰ চালখন তেওঁলোকে খেৰেৰে চিয়ায়; তেওঁলোকে ঘৰবিলাক পূব-মূৰা কৰি সাজে আৰু সেইফালে এখন বাৰান্দা দিয়ে। দিনৰ বেলাত তেওঁলোকে সেই বাৰান্দাতে বহে। তেওঁলোকৰ ঘৰবিলাকৰ খিৰিকী নেথাকে; আগফালে আৰু পাছফালে দুখন দুৱাৰ থাকে। ঘৰৰ মূখিয়াল মানুহজনৰ বিছনাখন চাৰিটা খুঁটাৰ ওপৰত এচটা ডাঙৰ কাঠৰে তৈয়াৰী কৰে। তেওঁলোকৰ কাপোৰ-কানি থোৱা বাকচবোৰ কাঠৰে তৈয়াৰ কৰি লৈছিল।

আজি-কালি তেওঁলোকে বতাহ অহা-যোৱা কৰিবৰ কাৰণে ঘৰবিলাকত খিৰিকী দিছে। তেওঁলোকে উন্নত প্ৰণালীৰে টিন-পাত লগোৱা ইটাৰ পকাঘৰো তৈয়াৰ কৰিছে। তেওঁলোকৰ মঠ-মন্দিৰবিলাক ইটাৰে তৈয়াৰী। তেওঁলোকৰ নাচঘৰবিলাক চেগুণ কাঠেৰে মজবুতকৈ তৈয়াৰ কৰে। তেওঁলোকে আজিকালি খাট্-পালেঙো তৈয়াৰ কৰি লৈছে। টিনৰ বাকচ আৰু চামৰাৰ চুটকেছো ব্যৱহাৰ কৰে।

তেওঁলোকৰ প্ৰত্যেক ঘৰৰ মাইকী মানুহেই একোগৰাকী সুনিপুণ শিপিনী। তেওঁলোকে নিজৰ আৰু পৰিয়ালৰ মানুহৰ কাৰণে নানা ৰকমৰ কাপোৰ বৈ লয়।

তেওঁলোকে তাঁত শালখন মুকলি বাৰান্দাতে পাতে। মণিপুৰীসকল মাটিৰ আৰু শিলৰ পাত্ৰ তৈয়াৰ কৰাত পাৰ্গত। তেওঁলোকে আজিকালি চামৰাৰ জোতা, পেটি, ঘোৰাৰ জিন্ আদিও তৈয়াৰ কৰে।

তেওঁলোকৰ বহুতেই বিভিন্ন কাৰুকাৰ্য্য-খোদিত সোণ-ৰূপৰ অলঙ্কাৰ তৈয়াৰ কৰে; কাঠ-বাঁহ, হাতীদাঁত, লো আদিৰে অনেক ৰকমৰ আৱশ্যকীয় বস্তু তৈয়াৰ কৰি লয়। আগতে তেওঁলোকে কাঠৰ আৰু মাটিৰ পাত্ৰত ভাত-পানী খাইছিল। আজিকালি কাঁহৰ কাঁহী, বাটি, পিতলৰ টৌ, বতলহী, চীনামাটিৰ কাপ-প্লেট, লোৰ কেৰাহী আদি ব্যৱহাৰ কৰে। এইবিলাক বস্তু তেওঁলোকে কাছাৰ জিলা বা অন্যান্য ঠাইৰপৰা আমদানি কৰে। আগতে তেওঁলোকে নিমখৰ নাদৰ পৰা নিমখো তৈয়াৰ কৰি খাইছিল। ভাত তেওঁলোকৰ প্ৰধান খাদ্য। ধানখেতি তেওঁলোকে বহুল ধৰণেৰেই কৰে। ধান, মাহ, সৰিয়হ খেতিয়েই তেওঁলোকে প্ৰধানকৈ কৰে। তেওঁলোকে ফল-মূলৰ খেতিও কৰে। নাঙল তেওঁলোকৰ খেতিৰ প্ৰধান সঁজুলি। তেওঁলোকে গৰুৰে আৰু ম'হেৰে হাল বায়। মাছ তেওঁলোকৰ খাদ্য। মাছ ধৰিবৰ কাৰণে তেওঁলোকে খোকা, পল, চেপা, জাল, যাঠী আদি ব্যৱহাৰ কৰে। তেওঁলোকে নৈ বিল আদিত মাছ ধৰে। তেওঁলোকে বাঘ-ভালুক আদি চিকাৰ কৰে। গৰু, ম'হ, ছাগলী, হাঁহ, পাৰ আদি তেওঁলোকৰ প্ৰধান পোহনীয়া জন্তু। আগতে তেওঁলোকে মদ আৰু মাংস বেছি পৰিমাণে খাইছিল। হিন্দু ধৰ্ম লোৱাৰ পাছত মদ আদি মাদক দ্ৰব্য এৰি পেলাইছে। তামোল-পান, ধঁপাত আদি খোৱাত তেওঁলোক অভ্যস্ত।

মণিপুৰীসকল খেলা-ধূলাত পাকৈত। তেওঁলোকে আজিকালি কেৰম্, দবা, ফুটবল, ক্ৰিকেট বল, বাচকেট বল, হকি আদি সকলো উন্নত ধৰণৰ খেলা খেলে। ঘোৰা দৌৰ আৰু নাও খেলা অভ্যাসতো তেওঁলোকৰ আগৰেপৰাই আছে। তেওঁলোকে বেলেগ বেলেগ ধৰণৰ বাজনা বজায়। তেওঁলোকৰ ঢোল পাঁচ ধৰণৰ আছে। সেইদৰে তাঁৰৰ বাজনা বা বীণ কেবা ৰকমৰো আছে। এইবিলাক বেলেগ বেলেগ নিয়মেৰে বেলেগ সময়ত বজায়। আজিকালিৰ আধুনিক ধৰণৰ ভায়লিন্, চেতাঁৰ, এচৰাজ বজোৱাত তেওঁলোক পাৰ্গত।

### শাসন-ব্যৱস্থা আৰু সমাজ-পদ্ধতি

মণিপুৰীসকলৰ পৰিয়ালবিলাক কেইবাধৰণৰো থাকে,—সৰল পৰিয়াল, যুটীয়া পৰিয়াল আৰু বহল পৰিয়াল। তেওঁলোকৰ সৰল পৰিয়ালটোত মাক-



বাপেক আৰু তেওঁলোকৰ ল'ৰা-ছোৱালী থাকে। যুটীয়া পৰিয়ালটোত দুই-তিনিজন বিয়া কৰা বা বিয়া নকৰোৱা ভাই ককাই আৰু তেওঁলোকৰ লৰা-ছোৱালী থাকে। বহল পৰিয়ালটোত মাক দেউতাক, পুতেক বোৱাৰীয়েকহঁত আৰু নাতিনীয়েকহঁত থাকে। একোটা পৰিয়ালৰ পুৰুষ মহিলা সকলে ভাগে ভাগে কাম কৰি যি উপাৰ্জন কৰে সকলোৱে একেলগে খোৱা-বোৱাত খৰচ কৰিছিল। একোটা পৰিয়ালৰ চৌকা জুইৰ আথল একেটাই আছিল; আৰু আটাইকেইগৰাকী তিৰোতাই লগ-লাগি ৰন্ধা-বঢ়াৰ কাম কৰিছিল। যুটীয়া পৰিয়ালবিলাকৰ বেলেগ বেলেগ পৰিয়ালবোৰৰ উপাৰ্জন বেলেগকৈ ৰাখিছিল—অৱশ্যে খোৱা-বোৱাৰ কাৰণে আটায়ে খৰচ কৰিছিল। যুটীয়া পৰিয়ালবোৰৰ ঘৰৰ মুখিয়াল জনেই ঘৰৰ গৰাকী আছিল। সেইদৰেই ঘৰৰ মুখিয়াল তিৰুতাগৰাকীয়েই ঘৰ চলোৱাত চকু দিছিল। আজিকালি সৰল পৰিয়ালৰ সংখ্যা বেছি যদিও যুটীয়া পৰিয়াল বা বহল পৰিয়ালো যথেষ্ট আছে। তেওঁলোকৰ মতাতিৰোতাৰ সমান অধিকাৰ যদিও পুৰুষসকলৰ ক্ষমতা বেছি সকলো ক্ষেত্ৰতে।

মৈতৈসকল সাতটা খেলত (ক্লেন) বিভক্ত। এই খেলবিলাক হ'ল 'নিন্-গঠাজা', 'কোমোল', 'লোৱাং', 'এনগম্', 'মইৰাঙ্গ', 'খাবানান্বা' আৰু 'চেঙলেই'। তেওঁলোকে এই খেলবোৰক 'চচলেই' বোলে। এই প্ৰত্যেক খেলৰে কিছুমান সৰু সৰু ভাগ আছে। এই ভাগবিলাকক তেওঁলোকে 'জেমনাক' বোলে। তেওঁলোকৰ বিশ্বাস যে অতীজতে তেওঁলোকৰ দহোটা খেল আছিল। তাৰে তিনিটা খেল লোপ পোৱাত সাতোটা হল। তেওঁলোকৰ কোমোল আৰু লোৱাং খেল দুটাৰ সম্বন্ধ থকা বুলি কয়; সেই কাৰণে তেওঁলোকৰ মাজত বিয়া-বাৰু নহয়। তেওঁলোকৰ বেলেগ বেলেগ খেলবিলাকৰ আদি বাসস্থানৰ নামানুসৰি হোৱা বুলি বিশ্বাস কৰে। তেওঁলোকে কয় যে যি তিনিটা খেল লোপ পালে সেই কেইটা খেল ব্ৰহ্মদেশৰ দাঁতি কাষৰীয়া ঠাইত বাস কৰিছিল। ব্ৰহ্মদেশৰ আক্ৰমণৰ ফলত এই খেল কেইটা ব্ৰহ্ম সৈন্যৰ হাতত পৰে আৰু তেওঁ-লোকক সকলোকে ব্ৰহ্মদেশলৈ ধৰি লৈ যায়। ফলত মণিপুৰত তেওঁলোকৰ অস্তিত্ব লোপ পায়।

মৈতৈ সকলৰ এৰেখেলৰ ভিতৰতে বিয়া নহয়। তেওঁলোকৰ একেখেলৰ বিভিন্ন ভাগৰ মাজতো বিয়া নহয়; বেলেগ বেলেগ খেলৰ মাজত বিয়া হয়। কিন্তু পৰ্বতীয়া অন্য জাতিৰ লগত তেওঁলোকৰ বিয়া নহয়। একে খেলত বিয়া হলে তেওঁলোকে দণ্ড বিহে আৰু পাপ হয় বুলি তেওঁলোকৰ বিশ্বাস। প্ৰত্যেক

খেলেই তেওঁলোকৰ পূৰ্বপুৰুষসকলক পূজা দিয়ে। নিজৰ খেলৰ মানুহৰ আপদ-বিপদত খেলৰ মানুহে সহায় কৰে যদিও আজিকালি ওচৰ-চুবুৰীয়া সম্বন্ধীয়া মানুহে বেছিকৈ সহায় কৰে। বিয়া-বাৰুৰ দ্বাৰা বেলেগ বেলেগ খেলৰ মানুহৰ লগত সম্বন্ধবোৰ বেছি গাঢ় হোৱা দেখা যায়। অৱশ্যে বিয়া-বাৰুৰ দ্বাৰা বেলেগ খেলৰ লগত হোৱা দূৰ সম্বন্ধীয় মানুহতকৈ নিজৰ খেলৰ মানুহক তেওঁলোকে বেছি আপোন বুলি ভাবে।

মণিপুৰীসকলৰ গাওঁবিলাক সুসংগঠিত। আগতে তেওঁলোকৰ গাওঁবিলাকত বেলেগ বেলেগ কামৰ কাৰণে বেলেগ বেলেগ বিষয়া আছিল। এই বিষয়াসকলৰ কিছুমান শাসনকাৰ্য্যত আৰু কিছুমান ধৰ্মসম্বন্ধীয় কামত ব্যস্ত আছিল। তেওঁ-লোকৰ গাঁৱৰ ঘাই বিষয়াজনক 'নিন্‌গডাউ' বোলে। নিন্‌গডাউৰ পাছত সেনাপতি, তেওঁলোক দুজনৰ পিছত 'খেনিলাকপা' আৰু 'লোপ্‌লাকপা'। তেওঁ-লোকৰ পিছত 'খোনজাহানবা', তেওঁৰ পিছত 'যুবানপা, বা মদপৰিচালক, এওঁ অতিথিক অভ্যৰ্থনা কৰাৰ কামত নিযুক্ত হয়। তেওঁলোকৰ পিছত 'পাখান্‌লাক্‌পা' বা অবিবাহিত ডেকাসকলৰ আৰু ডেকা-চাঙৰ পৰিচালক। তেওঁৰ পিছত 'নাহাৰাকপা'—এওঁৰ কাম সৰু সৰু লৰাবিলাকৰ ওপৰত চকুৰখা। এওঁলোকৰ পিছত 'টিলই হানজাবা', 'টিলই হিদাং', 'হিনবা', 'হিকবা', 'ল-মি বাকপা', 'ন-মি-হিদাং' আদি বিষয়াসকলৰ কাম হৈছে পথাৰত খেতি কৰা আৰু গাঁৱৰ নাওবিলাক মেৰামতি কৰা। আজিকালি গাওঁবিলাকত একোজন চৌকিদাৰ নিযুক্ত কৰে। সেই চৌকিদাৰজনৰ কাম হৈছে গাঁৱৰ অভাব অভিযোগ বা গাঁৱৰ অৱস্থাৰ কথা চৰকাৰক জনোৱা আৰু গাঁৱৰ কৰ-কাটল তুলি চৰকাৰক শোধোৱা। তেওঁ এই কামৰ বাবে পুৰস্কাৰ পায়।

অতীজতে মণিপুৰীসকলৰ শাসনকাৰ্য্য শৃঙ্খলাবদ্ধ আছিল আৰু বেলেগ বেলেগ কামৰ ভাৰ বেলেগ বেলেগ মানুহৰ হাতত দিয়াৰ কাৰণে শাসনকাৰ্য্য সুচাৰুৰূপে চলিছিল। সেই সময়ত তেওঁলোকৰ মাজত শ্ৰেণীবিভাগ আছিল। তেওঁলোকে ছটা শ্ৰেণীত বিভক্ত হৈছিল। পঞ্চম শ্ৰেণীটোক 'আহালোপ' অৰ্থাৎ বুঢ়াসকলৰ শ্ৰেণী, দ্বিতীয়টোক 'নাহাৰোপ' অৰ্থাৎ ডেকাসকলৰ শ্ৰেণী, তাৰ পাছত 'লাইফাম্‌', 'থাবাম', 'হিতাক ফাজবা' অৰ্থাৎ ধপাত তোলাৰ শ্ৰেণী, আৰু পটচাং অৰ্থাৎ প্ৰহৰীৰ শ্ৰেণী। এই শ্ৰেণীবিলাক ১৫১০ খৃঃ 'কয়ৰেঙ্গবা' ৰজাৰ ৰাজত্ব কালতেই হয়। এই শ্ৰেণীকেইটাতে সৈনিক বিভাগৰে 'লান্‌-লোপ্‌' নামেৰে এটা সৈন্যৰ দল তৈয়াৰ হৈছিল। এই সৈন্যৰ দলটোৱেই যুদ্ধ-বিগ্ৰহ কৰিছিল।



'লান্‌-লোপ্‌' অৰ্থাৎ সৈন্যবিলাকক যুদ্ধৰ কামত লগাইছিল যদিও দেশৰ শান্ত অৱস্থাত তেওঁলোকক দেশৰ উন্নয়নৰ কামতো খটুৱাইছিল, কিন্তু যুদ্ধৰ আধুনিক সা-সৰঞ্জাম আবিষ্কাৰৰ লগে লগে নতুন অস্ত্ৰ-শস্ত্ৰৰে সজ্জিত সৈন্যবাহিনী গঠন হল। তেতিয়াৰেপৰা 'লান্‌-লোপ' দলক সক্ৰিয় যুদ্ধৰ কামৰপৰা বিৰত ৰখা হ'ল। এই আধুনিক অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত দলটোক 'লাল্‌মি' বুলি মণিপুৰীসকলে কয়। এইদৰে 'লাল্‌মি' এটা নতুন দল তেওঁলোকৰ মাজত উদ্ভৱ হল।

মণিপুৰীসকলৰ ৰজাই ধৰণী স্বৰূপ। ৰজাই দৰবাৰত বা ৰাজসভাত সভা-পতিত্ব কৰাৰ বাহিৰে অন্য কাৰ্য্যভাৰ সম্পূৰ্ণৰূপে মন্ত্ৰীমণ্ডলৰ ওপৰতেই গতাই দিছিল। ৰজাৰ বৰপুতেকে যুৱৰাজৰ কাম কৰিছিল। দ্বিতীয় পুতেক সেনাপতি, তৃতীয়জন কটোৱাল, চতুৰ্থজন ঘোৰাৰ অধ্যক্ষ, পঞ্চমজন হস্তীৰ অধ্যক্ষ আদি বিষয়া আছিল। এই পদাধিকাৰীসকল বিচৰালয়ৰ সভ্যও আছিল। এওঁলোক ৰাজপৰিয়ালৰ নহবও পাৰে। এওঁলোকেই সকলো ধৰণৰ বিচাৰ কৰিছিল। ৰজা চন্দ্ৰাকীৰ্তি সিংহৰ দিনত 'আৱাপোৱেল' নামে এজন পৰদেশ-সচিবৰ পদ সৃষ্টি কৰিছিল।

বৰ্তমান মণিপুৰত ৰজাৰ কোনো শাসন নাই। এতিয়া ই এখন কেন্দ্ৰশাসিত ৰাজ্য। এই ৰাজ্য অসমৰ ভৌগোলিক সীমাৰ ভিতৰত যদিও শাসন-ব্যৱস্থা সুকীয়া। এই ৰাজ্য এখন চীফ্‌ কমিচনাৰে শাসন কৰে। তেওঁৰ তলত ডি, চি, আৰু অন্যান্য চৰকাৰী বিষয়াসকল থাকে। চীফ্‌ কমিচনাৰক বুদ্ধি আৰু পৰামৰ্শ দিবৰ কাৰণে এখন ডিষ্ট্ৰিক্ট কাউন্সিল থাকে। এই কাউন্সিলৰ প্ৰতিনিধি সকল কিছুমান ৰাইজৰ নিৰ্বাচিত লোক আৰু কিছুমান চৰকাৰে মনোনীত কৰা লোক। এই প্ৰতিনিধিসকলে চৰকাৰৰ কামত সহায় কৰে। এওঁলোকে প্ৰতিনিধিত্ব কৰাৰ বাবে বানচ পায়।

## টকা, মাটি-বাৰী, সম্পত্তি

অতীজতে তেওঁলোকৰ বেছি ভাগ বস্তুৱেই সমূহীয়া সম্পত্তি হিচাবে ব্যৱহাৰ কৰিছিল। যি সময়ত তেওঁলোকৰ মাজত শ্ৰেণীবিভাগ আছিল, সেই সময়ত সমূহীয়াকৈ সমূহৰ কাৰণেই খাটিছিল। ভাৰতত বেদযুগত যেনেকৈ ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ আদি চাৰিটা ভাগৰেই বেলেগ বেলেগ দায়িত্ব আছিল; সেই দৰে আহালোপ, নাহাৰোপ, লাপমি আদি দলবিলাকৰ সমূহৰ স্বাৰ্থৰ কাৰণেই বেলেগ বেলেগ ধৰণেই কাম ভাগ বটাই লৈছিল। 'ল-মি-হিদাং', 'ন-মি ৰাকপা'

আদি দলবোৰৰ সমূহীয়াভাৱে পথাৰত খেতি কৰা আৰু গাঁৱৰ নাওবিলাক মেৰামতি কৰাৰ দায়িত্ব আছিল। এইদৰে নাও, খেতিৰ মাটি, যুদ্ধ-বিগ্ৰহৰ কাৰণে যাঠি, ধনু, কাঁড়, দা, ঢাল আদি সমূহীয়া বস্তু ব্যৱহাৰ কৰিছিল। তেওঁলোকৰ যুটীয়া পৰিয়ালবিলাকৰ দা, যাঠি, চৰু কেৰাহী, কাঁহী বাটি আদি যুটীয়া পৰিয়াল-টোৰ সমূহীয়া বস্তু আছিল। অৱশ্যে কাপোৰ-কানি, গহনা-গাঠি আদি প্ৰত্যেকজন লোকৰ বেলেগ বেলেগ আছিল।

গাঁৱৰ ডেকাচাং, নাচঘৰ, মঠ-মন্দিৰ আদি প্ৰত্যেকটো গাঁৱৰে সমূহীয়া বস্তু ঘৰত পোহপাল দিয়া গৰু, ম'হ, হাঁহ-পাৰ আদি পৰিয়ালটোৰ সমূহীয়া ধন। মণিপুৰৰ মাটি অতীজতে ৰজাৰ আছিল। ৰজাৰ ইচ্ছামতেই মাটিবিলাক প্ৰজাৰ মাজত বিলাই দিছিল। ৰজাৰ তলত 'ফেনান্-চেলোমৱা' নামেৰে এজন ৰাজবিষয়া আছিল। তেওঁৰ হাতত মাটি বিতৰণ কৰা আৰু মাটিৰ কৰ-কাটলৰ ভাৰ আছিল। মাটিবিলাক গাওঁ হিচাবে ভাগ কৰি একোজন গাওঁবুঢ়াক সেই মাটিৰ কৰ তোলাৰ ভাৰ দিয়ে। গাওঁবুঢ়াই কৰ-কাটল তুলি ৰজা-ঘৰত সোধাইছিল। গাওঁবুঢ়াই এই কামৰ বাবে ৰজা-ঘৰৰপৰা সন্মান পাইছিল; পুৰস্কাৰ পোৱাৰ কোনো নিৰ্দ্ধাৰিত নিয়ম নাছিল। ৰাজ-বিষয়াসকলে তেওঁলোকৰ ভৰণ পোষণৰ কাৰণে মাটি-সম্পত্তি পাইছিল। তেওঁলোকেও ইয়াৰ বাবে ৰজাক কৰ দিব লাগিছিল। চৰকাৰী শাসন-ব্যৱস্থা পৃথক হোৱাত সমূহীয়া সম্পত্তিৰ ঠাইত ব্যক্তিগত সম্পত্তিয়ে ঠাই লৈছে।

তেওঁলোকৰ সমূহীয়া সম্পত্তিবিলাক বংশৰ পিছত বংশ ধৰি সমূহীয়া হিচাবেই ৰক্ষা কৰিছিল। ব্যক্তিগত বা পৰিয়ালৰ সম্পত্তিবোৰ দেউতাকৰ মৃত্যুৰ পিছত পুতেকহঁত লাভ কৰিছিল। সাধাৰণতে বিয়াৰ পিছত পুতেক-বোৱাৰীয়েক বেলেগ হৈ বেলেগ ঘৰ-দুৱাৰ সাজি বাস কৰে; এইদৰে পুতেকহঁত বেলেগ হৈ যোৱাত সৰু পুতেকেই দেউতাকৰ লগত থাকে। সৰু পুতেকে বিয়াৰ পিছতো দেউতাকৰ লগতে থকা দেখা যায়। সেই কাৰণে সৰু পুতেকেই দেউতাকৰ মৃত্যুৰ পিছত আন কেইটা ককায়েকতকৈ বেছি সম্পত্তি লাভ কৰে। ছোৱালীয়ে দেউতাকৰ সম্পত্তিৰ ভাগ নেপায়। অৱস্থা অনুযায়ী পুতেকহঁতৰ মাজত সম্পত্তিবোৰ ভাগ হয়। বৰ্তমান ভাৰতৰ সংবিধানৰ হিন্দু আইনৰ প্ৰায় ভাগ নিয়মেৰেই তেওঁলোকৰ মাজত সম্পত্তি ভাগ হয়।

তেওঁলোকৰ মাজত দাসত্ব প্ৰথা আছিল। তেওঁলোকৰ দাস দুই প্ৰকাৰৰ আছিল; এবিধ স্থায়ী আৰু আনবিধ অস্থায়ী। যিবিলাকে টকা ধাৰ লৈ মহাজনক ধাৰ সোধাব নোৱাৰিছিল, তেওঁলোকে ধাৰ সাৰিবৰ কাৰণে মহাজনৰ ঘৰত চাকৰ খাটিব লাগিছিল। এইবিধ হ'ল অস্থায়ী। আনবিধ হ'ল মহাজনৰ সম্পত্তি; মহাজনে এওঁলোকক বেচা-কিনা কৰিব পাৰিছিল।



## বিবাহ-পদ্ধতি

মণিপুৰীসকলে ল'ৰা-ছোৱালী জন্মৰ সময়ত সাধাৰণ বৈষ্ণৱীয় নিয়মকেই পালন কৰে। তথাপি ঘৰৰ মুখীয়ালজনে সেই সময়ত পূজা দিয়ে। *মণিপুৰী সকলৰ বিয়া কেইবা ধৰণেৰে হয়ঃ প্ৰজাপতি, গন্ধৰ্ব, ৰাক্ষস আদি। মৈতেই সকলৰ তেওঁলোকৰ নিজা খেলৰ মাজত বিয়া নহয়। তেওঁলোকৰ বেলেগ বেলেগ খেলৰ মাজত বিয়া হয়। তেওঁলোকৰ মাজত বহু-বিবাহ প্ৰচলন আছিল। প্ৰবাদ আছে যে মণিপুৰী ৰজাৰ তিনিগৰাকী প্ৰধান ৰাণী আৰু ১০৮ গৰাকী সহকাৰী ৰাণী আছিল। প্ৰধান তিনি গৰাকী ৰাণীক 'মহাৰাণী' বা 'আপানবি' আৰু বাকী-বোৰক 'নাইমালোবি' বোলে।

তেওঁলোকৰ মাজত এটা প্ৰথা আছে যে মাকক যিটো খেলৰপৰা বিয়া কৰোৱা হয় সেই খেলটোৰপৰা পুতেকলৈ ছোৱালী বিয়া নকৰায়। এই নিয়মটো মাত্ৰ এটা পুৰুষলৈকেহে হিচাব কৰে। নাতি-পুতিয়ে সেই খেলত বিয়া কৰাব পাৰে। তেওঁলোকৰ মাজত এটা ৰহস্যজনক নিয়ম আছে যে যদি নীচ কুলৰ মতামানুহৰ উচ্চকুলৰ মাইকীমানুহৰ লগত বিয়া হয়, তেন্তে মতামানুহজনক ঘৈণীয়েকৰ খেলত উঠাই লয়। তেওঁলোকৰ মাজত বিধবা-বিবাহ প্ৰচলন হয়। কিন্তু অন্য পৰ্বতীয়া জাতিৰ দৰে গিৰীয়েকৰ ভায়েকে বিয়া কৰাব নোৱাৰে। বিধবা-বিবাহত কোনো উৎসৱ আদি নহয়। তেওঁলোকৰ এটা নিয়ম আছিল যে, প্ৰথম গৰাকী ঘৈণীয়েকে দ্বিতীয় গৰাকীৰ দুগুণ অংশ পায়।

তেওঁলোকৰ সাধাৰণ বিবাহ পদ্ধতি হৈছে প্ৰজাপতি; লৰা-ছোৱালীৰ মাক-দেউতাকে যা-যোগাৰ কৰাৰ পাছত বিয়াৰ প্ৰস্তাৱ কৰে। এই প্ৰস্তাৱ দিয়া নিয়মটোক তেওঁলোকে 'যথাংথাৱা' বোলে। তাৰ পাছত দৰাঘৰৰপৰা ছোৱালী-ঘৰলৈ তিনিবাৰকৈ মিঠাই আৰু মাংস পঠিয়ায়। ইয়াক তেওঁলোকে 'হেইজাপত' বোলে। বিয়াৰ দিনা দৰাই ছোৱালী ঘৰলৈ যায়। বিয়াত দৰাকন্যা একেলগে বহে আৰু পুৰোহিতৰ লগে লগে মন্ত্ৰ পাঠ কৰে। তাৰ পাছত সপ্ত প্ৰদক্ষিণ অৰ্থাৎ কন্যাই দৰাৰ চাৰিওফালে সাত পাক ঘূৰে আৰু দৰাৰ গাত ফুল ছটিয়ায়। তাৰ পাছত তেওঁলোকে উভয়ে উভয়কে মাল্য প্ৰদান কৰে। লগুণ গাঁথি দিয়াৰ পাছত

তেওঁলোকক ৰান্ধনী ঘৰলৈ লৈ যোৱা হয়। ৰান্ধনী ঘৰত দুয়ো বহে আৰু পৰস্পৰে পৰস্পৰক মিঠাই খুৱায়। খোৱা-বোৱা হোৱাৰ পাছত ছোৱালী দোলাত তুলি দৰাঘৰলৈ নিয়ে। এনেদৰেই তেওঁলোকৰ প্ৰজাপতি বিবাহ পালন কৰে।

আগতে মণিপুৰীসকলে মৰা মানুহ কবৰ দিয়াৰ নিয়ম আছিল। আজিকালি হিন্দুধৰ্মৰ প্ৰভাৱ পৰাত তেওঁলোকে মৰা মানুহ খৰি দিয়ে বা পুতি থয়। মৰা মানুহ তেওঁলোকে ঘৰৰ দুৱাৰ মুখেদি নুলিয়াই বেৰ ফালিহে বাহিৰলৈ উলিয়ায়। মৰা মানুহৰ জীৱটো দেও-ভূত হয় বুলি তেওঁলোকে বিশ্বাস কৰে।

আগতে ১২ বছৰ বয়সীয়া ৰজাৰ লৰাক তেওঁৰ সাহস আৰু শক্তি পৰীক্ষা কৰিবৰ কাৰণে হাবিত খৰি কাটিবলৈ পঠাইছিল। ৰজাৰ ল'ৰাই হাবিত ১২ মুঠা খৰি কাটিলে তেওঁক উপযুক্ত ডেকা বুলি ধৰে। আজিকালি উপযুক্ত বয়স হলে লগুণ দি মানুহৰ শাৰীত ধৰে। অৱশ্যে আটাইবোৰে লগুণ নলয়। ছোৱালী-বিলাকক শাস্তি হোৱাৰ পাছতেই উপযুক্ত গাভৰু বুলি ধৰে।

## ধৰ্মবিশ্বাস

মণিপুৰীসকল অতীজতে জড়োপাসক আছিল। সেই সময়ত পূজা-সেৱা কৰিবৰ কাৰণে তেওঁলোকৰ পুৰোহিত আছিল। এক পুৰোহিতসকলক তেওঁলোকে 'মেইবা' বোলে। তেওঁলোকৰ মাজত চাৰিজন দেৱতাৰ নাম বিশেষকৈ পোৱা যায়। 'লাইনাম' বা মেঘ দেৱতা, 'উমাং নাই' বা হাবি দেৱতা, 'ইমোং নাই' বা ঘৰ দেৱতা আৰু বেলেগ বেলেগ খেলৰ দেৱতাসকল; এই কেইজন দেৱতাৰ উপৰিও পৰ্বত দেৱতা, হ্ৰদৰ দেৱতা আৰু ভূত-প্ৰেত তেওঁলোকে বিশ্বাস কৰে।

মণিপুৰীসকলৰ প্ৰত্যেক খেলবে পূৰ্বপুৰুষসকলক পূজা কৰাৰ নিয়ম আছে। লোৱাংসকলৰ পূৰ্বপুৰুষক তেওঁলোকে 'লোৱাং-নকৃপা' বোলে। খোমান্‌সকলৰ পূৰ্বপুৰুষক তেওঁলোকে 'খোমান নকৃপা' বোলে। তেওঁলোকৰ প্ৰত্যেক খেলৰ দেৱতাসকলক বেলেগ বেলেগ ফুলেৰে পূজা কৰে। প্ৰত্যেক খেলৰে মুৰব্বীজন সেই খেলৰ পুৰোহিত হয়। তেওঁ খেলৰ পূজা-পাটলাদি কৰে। ৰজাক তেওঁ-লোকে গোটেই মণিপুৰী জাতিটোৰে পুৰোহিত বোলে। তেওঁলোকৰ মাইকী পুৰোহিতসকলে বিশেষকৈ মঙ্গল চায় আৰু সাপ পূজা কৰে। পুৰোহিতসকলে বেজৰ কামো কৰে; তেওঁলোকে প্ৰকৃতি পূজাও কৰে। মণিপুৰখন আৱৰি থকা পাহাৰবিলাক তেওঁলোকে কোনো দেৱতাৰ বাসস্থান বুলি পূজা-পাতল দিয়ে। যেতিয়া পাহাৰৰ ওপৰত বিজুলী মাৰে, তেতিয়া তেওঁলোকে দেৱতাই বন্দুক মৰা



বুলি কয়। পাহাৰৰ বৰফবিলাক দেখিলে দেৱতাই কাপোৰ মেলিদিয়া বুলি কয়। তেওঁলোকে পৃথিৱীৰ ভিতৰত ভূঁইকঁপ দেৱতা থকা বুলি ভাৱে। যেতিয়া ভূঁইকঁপ হয়, তেওঁলোকে ভূঁইকঁপ দেৱতাক প্ৰাৰ্থনা কৰে।

তেওঁলোকে হিন্দুধৰ্ম লোৱা বহুত পলম হৈছে যদিও বহুতেই পোন্ধৰ শতিকাৰ মাজ ভাগতেই লোৱা বুলি কয়। ৰজা 'পেমহেইবাহে' হিন্দুধৰ্ম ৰাজকীয় ধৰ্ম হিচাবেই গ্ৰহণ কৰিছিল। এতিয়া তেওঁলোকৰ মাজত হিন্দুধৰ্মৰ প্ৰভাৱ ভালদৰেই পৰিছে যদিও আগৰ পূজা-পাৰ্বণবিলাকো তেওঁলোকে পালন কৰে। মণিপুৰত বৌদ্ধ ধৰ্মৰ চিন পোৱা নেযায়।

## উৎসৱৰ পয়োভৰ

কৰ্ণেল মেক্‌কালেকৰ মতে 'চুচেবা' বা ক্যোকাতালা মণিপুৰৰ প্ৰধান উৎসৱ। এই উৎসৱ তেওঁলোকে হিন্দুধৰ্ম লোৱাৰ পাছৰপৰাই পালন কৰে। এই উৎসৱত তেওঁলোকে ৰজাক উপহাৰ দিয়ে। ৰজায়ো বেলেগ বেলেগ কামত কৃতকাৰ্য্য হোৱা লোকক নানাৰকম সম্মানসূচক পুৰস্কাৰেৰে বিভূষিত কৰে। ফাকুৱাত মতা-তিৰোতা সকলোৱে ৰাজধানীত গৈ আনন্দ উৎসৱ কৰে।

## লাইহাৰাওবা

তেওঁলোকৰ আন এটা ধৰ্ম সম্বন্ধীয় উৎসৱ হৈছে লাইহাৰাওবা। এই উৎসৱত পুৰোহিতৰ পিছে পিছে মতা-মাইকী সকলোৱে আগৰ দিনীয়া নাচৰ পোছাক পিন্ধি ঘূৰি ঘূৰি নাচে। মাইকীমানুহবিলাকে হাতৰ ফল-মূল বেদীত উছৰ্গা কৰে। কেতিয়াবা তেওঁলোকে দেৱতাৰ মূৰ্তিও তৈয়াৰ কৰি দেৱতা থকা বুলি বিশ্বাস হোৱা ঠাইত নি থাপনা কৰি পূজা কৰে।

তেওঁলোকৰ আন এটা উৎসৱ হল 'চইৰওৱা'। এই উৎসৱ সৰগ পূজাৰ লগত সম্বন্ধ থকা বুলি কয়। এই উৎসৱ অসমীয়া বহাগ-মাহৰ আৰম্ভৰ লগে লগে আৰম্ভ হয়। এই উৎসৱটো 'চেনামেহি' অৰ্থাৎ জগতৰ শাসনকৰ্তাক সন্মান জনাবৰ কাৰণে পালন কৰে। এই উৎসৱৰ দিনত তেওঁলোকে ঘৰ-দুৱাৰ পৰিষ্কাৰ কৰাৰ বাহিৰে অন্য কাম নকৰে। সেইদিনা তেওঁলোকে নতুন কাপোৰ-কানি পিন্ধে আৰু পুৰণা মাটিৰ পাত্ৰবিলাক পেলাই দিয়ে। তেওঁলোকে সেইদিনা আলহি-অতিথি নোশোধে। এই দিনতে তেওঁলোকে 'চাহিটাবা' অৰ্থাৎ গোটেই বছৰটোৰ পাপৰ ভাৰ লবৰ কাৰণে এজন মানুহ তেওঁলোকৰ মাজৰ পৰা বাছি লয়। এই

মানুহজনৰ ভাগ্যৰ ওপৰতে গোটেই জাতিটোৰ সেই বছৰৰ ভাগ্য নির্ভৰ কৰে। গতিকে পুৰোহিতে মঙ্গলাদি চাই ভাল মানুহ এজন বাছি উলিয়ায়। সেইদিনা নতুন আৰু পুৰণি দুয়োজন 'চাহিটাবা'ই ৰাইজৰ মাজত ৰজাক দেখা কৰে। সমাজৰ মাজতে পুৰণাজনে নতুন 'চাহিটাবা'জনক কার্য্যভাৰ গটাই দিয়ে। নতুন চাহিটাবাই ৰজা, পুৰোহিত আদি সন্মানিত লোকক ফল-মূলৰ উপহাৰ দিয়ে। 'চাহিটাবা' ৰজাৰ আৰু ৰাইজৰপৰা সন্মান আৰু উপহাৰ পায়। নতুন চাহিটাবাই কার্য্যভাৰ লোৱাৰ পাছতেই উৎসৱো সামৰণি পৰে।

## মণিপুৰী নৃত্য-গীত

মণিপুৰীসকল নাচ-গানত পার্গত। মণিপুৰী নৃত্যই ভাৰতীয় নৃত্যকলাত এক নতুন ধাৰা সৃষ্টি কৰিছে। এই নাচৰ কোমলতা আৰু লয়লাস মন কৰিবলগীয়া। এই নৃত্য ভাৰতীয় কথাকলি, ভাৰতনাট্যম্ আদি নাচৰ লগত নিমিলে। আজিকালি মণিপুৰী নৃত্য ভাৰতৰ সকলো ঠাইতে জনাজাত হৈ পৰিছে।

# নৰা-তুৰুং-আইতনীয়া

শ্ৰীসৰ্বানন্দ ৰাজকুমাৰ

## নৰাৰ পৰিচয়

নৰাবিলাক আহোমসকলেৰে সৈতে একে স্তাইখান ( শ্যান ) জাতিৰ লোক ; কিন্তু বৌদ্ধধর্মী। বর্তমানৰ বৰ্মাদেশৰ অন্তর্গত মুংকঙত ( আহোম ভাষাত 'মুং' মানে 'দেশ' আৰু 'কং' মানে 'ঢাকঢোল' ; এতেকে 'মুঙ্কঙ' মানে 'ঢাক-ঢোলৰ দেশ' ) ১৮শ শতিকাৰ শেষ ভাগলৈকে নৰাবিলাকৰ স্বাধীন ৰাজ্য আছিল। তেওঁবিলাক মুংকং আৰু তাৰ অন্তর্গত 'হুকং' ( আহোম ভাষাত 'ৰুক্' মানে 'ছয়' আৰু 'কং' মানে 'ঢাকঢোল'। 'ৰুক' শব্দটো 'হুক্' হৈছে। এতেকে 'হুকং' মানে ছটা ঢাকঢোলৰ দেশ। ) উপত্যকাৰপৰা অসমলৈ অহিছিল। মুংকং দেশৰ ৰজা আৰু আহোম ৰজাই দুয়োকো দুয়ে 'ভাই ৰজা' বুলিছিল। আহোমৰ প্ৰথম ৰজা স্বৰ্গদেৱ চুকাফাৰ নিচাদেৱেক ( মাকৰ ককায়েক ) পামেউপুং মুংকং দেশৰ ৰজা আছিল। চুকাফা নিচাদেৱকৰ ৰাজ্যত ডাঙৰ হৈছিল। বহুতৰ মতে স্বৰ্গৰাজ লেংদন্-প্ৰদত্ত আহোমৰ কুলদেৱতা 'চোমদেও' ( চুমদেও হব লাগে ; আহোম ভাষাত ও-কাৰ নাই। ) পামেউ-পুঙৰ হাতত আছিল। পামেউপুঙৰ পুত্ৰ চুখান্‌ফা বা চুখ্ৰান্‌ফা ওৰফে নাইচান্‌ফা পিতৃৰাজ্যত ৰজা হোৱাত চুকাফাই চোমদেওক হস্তগত কৰি, সেই ৰাজ্য ত্যাগ কৰি, পাটকাই পৰ্বত পাৰ হৈ ১২২৮ খ্ৰীষ্টাব্দত সৌমাৰত প্ৰৱেশ কৰি, আহোম ৰাজ্য স্থাপন কৰিলে। আহোম ৰজাৰ সৈতে নৰা ৰজাৰ মাজে সময়ে যুদ্ধ হৈছিল যদিও দুই ৰজাৰ ভিতৰত সেইদৰে বৈবাহিক সম্বন্ধও স্থাপন হৈছিল আৰু দুয়ো ৰজাৰ কটকী প্ৰীতিপূৰ্বক স্বৰ্গদেৱ কমলেশ্বৰসিংহৰ দিনলৈকে ( ১৭৯৫-১৮১০ খ্ৰীঃ ) পত্ৰ-সন্দেশ লৈ যাতায়াত কৰিছিল।

১৪০১ খ্ৰীষ্টাব্দত আহোমৰ বৰগোহাঁই থাওমুং তাত্যান্‌বিন্ আৰু নৰা ৰজাৰ বৰগোহাঁই তাচিন্‌প্ৰও যুদ্ধ কৰিবলৈ আগ বাঢ়ি আহি যুদ্ধ নকৰি নংন্যাং হ্ৰদৰ

পাৰত কুকুৰা কাটি শপত খাই সন্ধি কৰি, পাটকাই পৰ্বতকে দুয়ো ৰাজ্যৰ সীমা নিৰ্দ্ধাৰণ কৰি, সেই ঠাইতে দুয়ো ৰৰগোহাঁইৰ দুটা প্ৰতিমূৰ্তি শিলত কটাই ৰাখিছিল। পূৰ্বে এই পৰ্বতৰ আহোম নাম আছিল 'ডই কাওৰং' ( নটা পৰ্বত গোট খোৱা )। কুকুৰা কাটি শপত খোৱাৰ ( আহোম ভাষাত 'পাটকাই চেংকউ' মানে 'কুকুৰা কাটি শপত খোৱা' ) পৰা এই পৰ্বতৰ নাম 'পাটকাই' হল। মুংকং অসমৰ গাতে পাটকাইৰ পূবে লাগি থকা দেশ। বৰ্তমান মুংকং দেশৰ নাম 'মউগং'-এ ৰক্ষা কৰিছে।

অতীজত নৰাসকল আহোমসকলেৰে সৈতে একে জাতিৰ, একে ভাষা-ভাষী আৰু একে ধৰ্মাৰ মানুহ আছিল। বোধ হয় আহোমসকল অসমলৈ অহাৰ পাছতহে নৰাসকল বৌদ্ধধৰ্মত দীক্ষিত হল। নৰাসকল অসমলৈ কেতিয়া আহিল সঠিক জনা নাযায়। হয়তো স্বৰ্গদেৱ চুকাফাৰ লগতো কিছু নৰা মানুহ আহিছিল আৰু তেওঁবিলাক আহোমসকলৰ লগত মিলি গল। বুৰঞ্জীত পোৱা যায় যে স্বৰ্গদেৱ চুহুংমুঙে ১৫২৪ খ্ৰীঃত নৰা ৰজাৰ ভনীয়েকক বিয়া কৰাইছিল আৰু তেওঁ নৰা ৰজালৈও আহোমৰ এগৰাকী কন্যা দিছিল। সেই সময়তে কিছু নৰা মানুহ অসমলৈ আহিব পাৰে। ১৫৭৬ খ্ৰীষ্টাব্দত স্বৰ্গদেৱ চুখাম্ফাই এগৰাকী নৰা ৰাজকুমাৰী বিয়া কৰাইছিল। সেই কন্যাৰ লগত নৰাকোৰঁৰ, নৰাবাইলুং আদি আৰু ১০০০ নৰা মানুহ অসমলৈ আহিছিল। তাৰ পাছতো কেইবাজনা স্বৰ্গদেৱে কেইবাগৰাকী নৰা ৰাজকুমাৰী বিয়া কৰাইছিল। সেই ৰাজকুমাৰীসকলৰ লগতো কিছু নৰা মানুহ অসমলৈ আহিব পাৰে। স্বৰ্গদেৱ ৰাজেশ্বৰসিংহৰ দিনত ( ১৭৫১-৬৯ খ্ৰীঃ ) বকতিয়ালৰ গেন্ধেলা কীৰ্তিচন্দ্ৰ বৰবৰুৱাই নিজক প্ৰকৃত আহোম বুলি প্ৰমাণ কৰিবলৈ নৰা দেশৰপৰা কিছু মানুহ অনাইছিল। বহুতে বৰবৰুৱাই নৰাদেশৰপৰা অনা মানুহবিলাকক 'ফাকিয়াল' বুলি কব খোজে।

অসমলৈ অহা সৰহ-সংখ্যক নৰা মানুহ আহোমৰ কোনো নহয় কোনো এক খেলত ভুক্ত হৈ সম্পূৰ্ণ আহোম হল। যিসকল নৰা মানুহ আগৰ ৰীতি-নীতি ধৰ্মত থাকিল সেইসকল পৃথক হৈ থাকিল। শিৱসাগৰ মহকুমাৰ দিছাংপানী, চলাপথাৰ আদিত আৰু যোৰহাট মহকুমাৰ তিতাবৰ আৰু মৰিয়ণীৰ মাজত পূৰ্বৰ ৰীতি-নীতিত থকা নৰাসকল আছে। তেওঁবিলাক বৌদ্ধ। প্ৰত্যেক গাঁৱতে বৌদ্ধ বিহাৰ আছে। তেওঁবিলাক চাংঘৰত থাকে আৰু পিন্ধন-উৰণত খাম্‌টি আৰু ফাকিয়ালসকলৰ দৰে। তেওঁবিলাকে তাই ভাষা কয় আৰু তাই আৰু পালি ভাষা শিকে। তেওঁবিলাকৰ আৰ্থিক অৱস্থা ভাল নহয়। খেতিয়েই তেওঁ-



বিলাকৰ প্ৰধান ব্যৱসায়।[১]

## তুৰুংসকলৰ চমু পৰিচয়

আহোমসকলৰ দৰে তুৰুংসকলো তাইখাম জাতিৰ কিন্তু বৌদ্ধধৰ্মী। পাটকাই পৰ্বতৰ পূবে বৰ্মাদেশৰ তুৰুংপানী নদীৰ কাষৰপৰা তেওঁবিলাক উনৈশ শতিকাৰ আগ ভাগত অসমলৈ আহিছিল। খামটিসকলে তুৰুংসকলক তেওঁলোকৰ এটি এটি খেল বুলি কয়। যোৰহাট মহকুমাৰ তিতাবৰ আৰু গোলাঘাট মহকুমাৰ বৰপথাৰ অঞ্চলত কেইখনমান তুৰুং গাঁও আছে। তেওঁবিলাক শিক্ষাত পাছপৰা। তেওঁবিলাকৰ আৰ্থিক অৱস্থা ভাল নহয়। খেতিয়েই তেওঁবিলাকৰ প্ৰধান ব্যৱসায়।

## আইতনীয়াৰ চিনাকি

আইতনীয়া ( আইটনীয়া ) সকল আহোমসকলৰ দৰে তাইখাম ( শ্যান ) জাতিৰ লোক ; কিন্তু বৌদ্ধধৰ্মী। তেওঁবিলাকৰ আদি বাসস্থান বৰ্মাদেশৰ চিন্দুইন নদীৰ ওপৰ ভাগত থকা আইতন অঞ্চলত। বোধহয় তেওঁবিলাক খামটিসকলৰ পাছত অষ্টাদশ শতিকাৰ শেষভাগত নাইবা উনৈশ শতিকাৰ আৰম্ভণিত অসমলৈ আহিছিল। খামটিসকলে আইতনীয়াসকলক তেওঁলোকৰ এটি খেল বুলি কয়। তেওঁবিলাক গোলাঘাট মহকুমাৰ সৰুপথাৰ, বৰপথাৰ আদি অঞ্চলত বাস কৰে। খেতিয়েই তেওঁবিলাকৰ প্ৰধান ব্যৱসায়। তেওঁবিলাকৰ ভিতৰত শিক্ষিতৰ সংখ্যা কম আৰু তেওঁলোকৰ আৰ্থিক অৱস্থা ভাল নহয়।[২]

---

(১) ১৮৭১ চনৰ "ৰিপৰ্ট অন ডি চেঞ্চাছ অৱ আসাম"-ত ছাৰ এডৱাৰ্ড গেইটে 'নৰা খামজাং' শিতানত নৰা লোকসকলৰ বিষয়ে চমুকৈ আলোচনা কৰি গৈছে ( ২৮৪—২৮৫ পৃষ্ঠা )। তুৰুং আৰু আইতন শিতানতো যথাক্ৰমে তুৰুং আৰু আইতনীয়াৰ চিনাকি উক্ত ৰিপৰ্টত আছে।—সম্পাদক

(২) নৰা-তুৰুং-আইতনীয়াৰ জনজাতীয় বৈশিষ্ট্যৰ বিষয়ে ছাৰ এডৱাৰ্ড গেইট, লেঃ গৰ্ডন প্ৰমুখ্যে পণ্ডিতৰ বিবৰণৰ ভিত্তিত 'ভূমিকা'ত আনুষঙ্গিক কথা সন্নিবেশ কৰা হৈছে।—সম্পাদক

# নক্টে

## ডক্টৰ শ্ৰীমহেশ্বৰ নেওগ

### টিৰাপ ঃ পুৰণি কথা, পুৰণি বিৱৰণ

টিৰাপ সীমান্ত বা পাটকাই অঞ্চলৰ লগতে প্ৰাচীন কালৰেপৰা অসম উপত্যকাৰ সম্পৰ্ক আটাইতকৈ সৌহাৰ্দ্যপূৰ্ণ আৰু গভীৰ আছিল। আহোম যুগ আৰু ব্ৰিটিছৰ যুগতো এই অঞ্চলৰ লগত ভাল সম্বন্ধ আছিল। টিৰাপ সীমান্ত অঞ্চলত প্ৰধানকৈ চাৰিটা জনজাতিৰ নিবাস—চিংফৌ, নক্টে, ৱাঞ্চো আৰু টাংছা। লোহিত সীমান্ত আৰু টিৰাপৰ সীমাৰ দুই পাৰে চিংফৌসকল থাকে। তেওঁলোকৰ কথা সুকীয়া প্ৰসঙ্গত আলোচনা কৰা হ'ব। নক্টে আৰু ৱাঞ্চোসকল নগা জনজাতি। কানি ভাল পোৱা টাংছাসকলৰ সাজপাৰৰ মিল আৰু সম্পৰ্ক দক্ষিণ ব্ৰহ্মদেশৰ লগত। উনবিংশ শতকৰ পাশ্চাত্য ভ্ৰমণকাৰী আৰু গৱেষকসকলে এই অঞ্চলৰ জনজাতিসমূহক পূৰ্বাঞ্চলৰ নগা নামেৰে অভিহিত কৰিছে, অৱশ্যে চিংফৌসকলক তেওঁলোকে সুকীয়াকৈ ধৰি আহিছে। উত্তৰ পাটকাই অঞ্চলৰ নগাসকল আৰু চিংফৌসকলে ব্ৰিটিছ শাসকসকলক পোনৰেপৰা অৰ্থাৎ যোৱা শতিকাৰ চতুৰ্থ দশকৰপৰাই আহুকাল দি আছিল আক্ৰমণ আদি কৰি। ব্ৰিটিছ শাসন আৰম্ভ হোৱাত পূৰ্বৰ দাস-প্ৰথা নোহোৱা হোৱাত চিংফৌৰ দফা গামে ওচৰৰ নগা লোক কিছু ধৰাই আনিছিল। ১৮৩৭ চনত ব্ৰিটিছ অফিচাৰে তেওঁৰ বিৰুদ্ধে অভিযান কৰিব লগীয়া হয় আৰু ইয়াৰ পিছতো পূৰ্বাঞ্চলৰ নগাসকলক চিংফৌসকলৰপৰা ৰক্ষা কৰাৰ চিন্তা কৰিব লগা হৈছিল। ১৮৭১ খ্ৰীষ্টাব্দৰ লক্ষীমপুৰৰ উপায়ুক্তৰ প্ৰতিবেদনৰপৰা জনা যায় তেওঁৰ এলেকাত সাতটা সুকীয়া সুকীয়া ফৈদৰ ( clan ) ২,৮৬৫ টা ঘৰত ১৪,৩৮৩ জন নগা লোক বাস কৰিছিল। ফৈদকেইটা হ'ল—নামচঙীয়া, বৰ-ডুৱৰীয়া, দাদুম, জবকা, বানফেৰা, টুপিগঞ্জ ( ? Toopigonnja ) আৰু শলগুৰীয়া ( ? Holagonnja )। কিন্তু আটাইকেইটা জনজাতি শিৱসাগৰ অঞ্চলৰ ( বৰ্তমান টিৰাপৰ )।



### ৰাজনৈতিক সম্বন্ধৰ সূত্ৰ

শিৱসাগৰৰ দক্ষিণৰ পৰ্বতৰ নগাসকলৰ ওপৰত আহোমসকলে এসময়ত আধিপত্য বিস্তাৰ কৰিছিল। পুৰন্দৰসিংহৰ দিনতো এই অঞ্চলৰ লোণপুঙৰ লোণৰ ভাগ ৰজালৈ আহিছিল। নগা ৰজাসকলক নগা-কটকী নামৰ কৰ্মচাৰীৰ তলে ভৈয়ামত নগা-খাত আৰু মাছৰ বিল উপভোগ কৰিবলৈ দিয়া হৈছিল আৰু আন আহোম বিষয়াৰ দৰে তেওঁলোকে পাইকৰ ওপৰতো স্বত্ব পাইছিল। এইদৰে চুক্তিৰ ভিতৰলৈ অহা নগাসকলক বৰী আৰু তাৰ দক্ষিণ অঞ্চলৰ নগাসকলক আবৰী বোলা হৈছিল। বৰীসকলে ভৈয়ামৰ লগত বেহা-বেপাৰ চলাইছিল। আবৰীসকলেও বৰীসকলৰ যোগে কাৰবাৰ চলাইছিল। ব্ৰিটিছৰ যুগতো প্ৰায় এই ব্যৱস্থাই বৈছিল।

পুৰন্দৰ ৰজাৰ দিনত নগাসকলে ৮৫টা লোণ-পুঙৰ বাবে যি কৰ-কাটল দিব লাগিছিল ১৮৪১ খ্ৰীষ্টাব্দত ব্ৰিটিছ চৰকাৰে তাক বেহাই দিলে। গৱৰ্ণৰ-জেনেৰেলৰ এজেণ্টৰ মুখ্য সহায়ক ব্ৰডি চাহাবৰ মতে এই বাবেই নগাসকল মইমতীয়া হৈ উঠিল। সেই বছৰৰ মাৰ্চ মাহত টিক আৰু কাপং ( Kapung ) ডুৱাৰৰ নগাই ৰৰহাটলৈ যোৱা ভৈয়ামৰ মানুহক আক্ৰমণ কৰে। ব্ৰডি চাহাবে পুনৰ নগা-সকলক শাসনৰ ভিতৰলৈ আনে। এই সময়ত টিক-ডুৱাৰৰ মুলুং ৰজা আৰু নামচাঙৰ চাংনৈ ৰজাই সকলোতকৈ প্ৰবল আছিল। দিখৌ নৈ আৰু জয়-পুৰৰ মাজত সকলো নগাই নামচাং ৰজাক কৰ-পচা দিছিল। ১৮৪২ খ্ৰীষ্টাব্দত নামচাং আৰু বৰডুৱৰীয়া ৰজাৰ অধীনৰ এদল নগাই ( Khettree Nagas ) এখন বৰী গাঁও আক্ৰমণ কৰাত ব্ৰডিয়ে পুনৰ অভিযান চলাব লগীয়া হয়। ১৮৪৪ চনত ব্ৰডিয়ে দিখৌ আৰু দৈয়াঙৰ মাজৰ নগা জনজাতিবোৰৰ মাজত ভ্ৰমণ কৰে। এই অঞ্চলৰ নগাসকলৰ নাম আৰু গাঁৱৰ সংখ্যা তেওঁ দিছে—নাম-চঙীয়া ( টিৰাপৰ নামচঙীয়া নহয় ), দোপদৰীয়া, Charmgaya বা Asringaya, হাতীগুৰীয়া ( আওৰ নামান্তৰ ), দৈয়ঙীয়া বা তৰহটীয়া আৰু পানীহটীয়া। দৈয়ঙীয়া আৰু পানীহটীয়া নগা লঠাৰ অন্তৰ্গত। এই সকলো পশ্চিমাঞ্চলৰ নগা। এই অঞ্চলৰ নগা-কটকীৰ সংখ্যা আছিল ৮৮ জন। ব্ৰডি চাহাবে পুব আৰু পশ্চিম অঞ্চলৰ নগাৰ বিৰুদ্ধে ইয়াৰ পিছতো কেইবাটাও অভিযান চলাব লগীয়া হৈছিল। ১৮৭৫ চনত পূৰ্বাঞ্চলৰ নগা পৰ্বত জৰিপ কৰিবলৈ যাওঁতে লেফটেনাণ্ট হ'লকম্ব্ আৰু লগৰ ৮০ জন মানুহক নিছু গাঁৱৰ ৱাঞ্চো

নগাই হত্যা কৰে। সেই বছৰেই আৰু পিছৰ বছৰতো গাঁওখনক আৰু ওচৰৰ আন গাঁৱকো নানাভাৱে শাস্তি দিয়া হয়।

উত্তৰ-পূব সীমান্ত অঞ্চলৰ আঠ লাখমান প্ৰজাৰ ভিতৰত ঊনপঞ্চাশখন গাঁৱৰ নক্টেসকলৰ সংখ্যা বাৰ হাজাৰমান হ'ব। নক্টেসকলৰ মাজত নিজৰ উৎপত্তি সম্পৰ্কে আখ্যান চলিত আছে। লাপটাং গাঁৱৰ ৰাজকুমাৰৰপৰা নামচাং, বৰদুৱৰীয়া আৰু লাপটাং ৰজাৰ উৎপত্তিৰ বিষয়ে অলপ কথা শুনিলো। সেই কথায়ো ভৈয়ামৰ লগত সিসকলৰ সম্বন্ধকে উক দিয়ালে। এই তিনিঘৰ ৰজা গুবিতে এক। আদিজন ৰজা পাটকাই পৰ্বত পাৰ হৈ হুকং উপত্যকাৰপৰা আহিছিল। তেওঁ পোনতে লাপটাঙতে (সদৰ ঠাই, খুনছাৰপৰা গাঁওখন দেখি থাকি) বৈ তাৰ প্ৰজাক শাসন কৰিবলৈ ধৰে। প্ৰজাই তেওঁক মানি লয়; ৰজাৰ অতুল প্ৰভাৱ বিস্তাৰিত হয়। কিন্তু কিবা কথাত প্ৰজাৰ মন বেয়া হ'ল। এবাৰ বিহুৰ সময়ত তাৰে কোনোবাজনে গীতৰ যোগেদি ৰজাক মৰাৰ ইঙ্গিত আনসকলক দিবলৈ ধৰাত, ৰজাৰ মিতিৰ এজনেও গানৰ সুৰতে ৰজাক সেই ইঙ্গিত বুজাই দিলে। ৰজাই সেই শিকনিমতে লাপটাং এৰি লগত ৰাণী আৰু পুতেকক লৈ খুনছালৈ পলাল। তাৰপৰা আজি ইঠাই, কালি সিঠাই কৰি নিন্নু, কামহুৱা, ন্যাঙ্গু, নিআওচু, চান্নু, বানফেৰা আদিয়েদি ঘূৰি ভৈয়ামলৈ নামি আহোম ৰজাৰ লগ লাগিলহি। ইতিমধ্যে প্ৰজাই নিজে এজন ৰজা পাতি লৈছিল। আহোম ৰজাই সকলোকে নিজৰ ঠাইলৈ মাতি নি বিচাৰ পাতিলে আচল ৰজাক ভিতৰত ৰাখি। কিন্তু সমাজৰ মাজৰপৰাই লাপটাঙৰ নতুন ৰজা পলাল। আহোম ৰজাই আচল ৰজাক শপত-শাতি দি পুনৰ লাপটাঙতে পাতিলে।

সেই একেজন ৰজাৰ পুতেকসকলৰ মাজত বিবাদ লাগি ভাগ হৈ লাপটাং, নামচাং আৰু বৰদুৱৰীয়া এই তিনিঘৰ ৰজা হ'ল। পিছৰ নাম দুটা দেখাতে অসমীয়া। লাপটাং, বৰদুৱৰীয়া, নামচাং, খুনছা আৰু কাইমাইৰ (খুনছা সদৰৰপৰা দেখা পোৱা আন এখন গাওঁ)—এইবোৰৰ আৰু একোটাকৈ নাম আছে—যথাক্ৰমে লংঠা, খালা, থিংয়ান্, সৰু খুন্মা আৰু মিংদ। লাপটাং, নামচাং আৰু বৰদুৱৰীয়া ৰজাঘৰ ওপৰৰ কাহিনীৰপৰা সাধাৰণ নক্টেসকলেৰে একে তেজৰ নহয় বুলি ভাবিবৰ কাৰণ থকা যেন লাগে। খুনছা আদি চাঙৰ ৰজা কিন্তু আচল নক্টে।



**ভৈয়ামৰ লগত সম্পৰ্ক**

পুৰণি কাগজ-পত্ৰত নক্টেসকলক নামচঙীয়া নগা, বৰদুৱৰীয়া নগা, পানীদুৱৰীয়া নগা আদি নামেই অভিহিত কৰা হৈছে। ১৮৮৪ চনত ছহাজাৰ নামচঙীয়া আৰু তিনি হাজাৰ বৰদুৱৰীয়া আছিল বুলি অনুমান কৰা হৈছিল। এই দুটা দলৰ মাজত ভিতৰি ভিতৰি সদায় কাজিয়া চলি আছিল ১৮০৮ চনত নামচাঙৰ এদল লোকে দিল্লি গাঁৱৰ ছজন মানুহ ধৰি নি তাৰে দুজন মাৰি পেলাইছিল। পূব-দক্ষিণৰ সকলো জনজাতিৰ মাজত ভৈয়ামৰ লগত নক্টেসকলৰ সম্পৰ্ক সকলোতকৈ গাঢ়। বিশেষকৈ ব্যৱসায়-বাণিজ্যৰ সম্পৰ্কত তেওঁলোকে অতি প্ৰাচীন কালৰেপৰা ভৈয়ামৰ লগত জড়িত হৈ আছে। এওঁলোকৰ মাজত অসমীয়া ভাষাৰ প্ৰচলন সৰ্বাধিক। আমাৰ সামাজিক সম্পৰ্কও এওঁলোকেৰে বেছি। নামচঙীয়া, বৰদুৱৰীয়া আৰু পানীদুৱৰীয়া নক্টেসকলেই ঘাইকৈ ভৈয়ামৰ লগত সম্বন্ধ উজ্জ্বল কৰি ৰাখিছিল।

নক্টে ৰজাৰ বিষয়াসকলৰ বাববোৰৰ নামকৰণ একেবাৰেই অসমীয়া—সন্দিকৈ (মন্ত্ৰী), বৰা, সাতোলা। আমালৈ বাৰেঘৰীয়া গোসাঁয়ে কৈ পঠাইছিল বোলে সিসকলে সেই উপাধি ধৰি মাতিলেহে সন্তোষ পায়। বিষয় কেইখনত প্ৰশাসনীয় আৰু একলেজিয়াষ্টিকেল্, দুইটা বোল আছে। গোসাঁইৰ সাজো অৰ্থাৎ কৰ-পঁচাও তেওঁলোকে তুলিব লাগে। লাপটাং, নামচাং, বৰদুৱৰীয়া ৰজাৰ চাঙত প্ৰতিখনৰ চাৰিটা চুবুৰী। চাৰি চুবুৰীত চাৰিজন সন্দিকৈ, আঠজন বৰা।

**নক্টে ৰজাসকল**

নামচাং, বৰদুৱৰীয়া আৰু লাপটাং, তিনিও চাঙৰে ৰজাৰ বংশ মূলত এক আছিল বুলি জনা যায়, কিন্তু খুনছা, পানীদুৱৰীয়া আদি নক্টে গাঁৱৰ ৰজাসকল বেলেগ। স্থানীয় প্ৰৱাদমতে নামচাং, বৰদুৱৰীয়া আৰু লাপটাঙৰ ৰজাসকলে (খুনবাও) আহোম ৰজাৰপৰা বিশেষ সাহায্য আৰু মিত্ৰতা উপভোগ কৰিছিল শত্ৰুৰপৰা বিশেষ ভয় পোৱাত এবাৰ আহোম ৰজাৰ ওচৰলৈ গৈ জনোৱাত আহোম ৰজাই নক্টে ৰজাক পুনৰ ৰাজত্ব পোৱাত সহায় কৰিছিল। জনা গ' লাপটাং গাঁৱৰ ওচৰত আঢ়ৈ ফুটমান ওখ এজন বীৰৰ এটা মূৰ্তি আৱিষ্কৃত হৈছে। সেয়া বোলে কোনো আহোম বিষয়াৰ প্ৰতিকৃতি হ'ব পাৰে। আহোম ৰজাই সজোৱা এটি ভগা মন্দিৰ দিহিং নৈৰ পাৰত আছে বুলি, চুৱা নামে গাঁৱত শিলত কটা এক নাৰীমূৰ্তি আছে বুলি আৰু পুল্লুং গাঁৱৰ তিনি মাইলমান আঁতৰত হাবিত

চল্লিশটা গোলাকাৰ খোদিত শিল আছে বুলি জানিব পৰা গ'ল। এইবোৰৰ বিষয়ে এতিয়াও ভাল অনুসন্ধান হোৱা নাই। নামচাং ৰজাৰ ঘৰত বহুতো আহোম ভাষাৰ পুথি আছে বুলি জনা গৈছে। কোনোৰ মতে দক্ষিণৰপৰা পাটকাই পৰ্বত পাৰ হৈ আহোঁতেই নক্টেসকলে এই পুথিবোৰ লৈ আহিছিল। আনফালে আহোম ৰজাৰ লগত এওঁলোকৰ সম্পৰ্ক থকা সময়ত বা মানভগনত পুথিখিনি নামচাঙলৈ যোৱাও অসম্ভৱ নহয়। নক্টে ৰজাসকলৰ মাজত আগৰেপৰা নানা বিভেদ হোৱাৰ কথাও প্ৰৱাদৰপৰা জানিব পৰা যায়। খুনছাৰ ৰজা আগতে খেলা বোলা গাঁৱত আছিল; কিন্তু বৰডুৱৰীয়া খেলেৰে কাজিয়া লগাত কুৰি বছৰমান আগতেহে বৰ্তমান টিৱাপৰ সদৰলৈ আহিছে। নামচাঙৰ গাঁওখন আগতে আখুনথিং নামে ঠাইত আছিল; হাতীৰ উপদ্ৰৱ আৰু বসন্তৰ প্ৰকোপত কুৰি বছৰমান আগতে বৰ্তমান ঠাইলৈ আহে। এতিয়াও এওঁলোকে শিপিনী পথাৰত খেতি কৰেগৈ।

### সাজ-পাৰ

Descriptive Ethonology of Bengal কিতাপত (১৮৭২) ই. টি. ডেলটন চাহাবে নামচঙীয়া ৰজা আদি নক্টে ৰজাসকলৰ বৰ্ণনা দিছে। এই ৰজাসকলে ভৈয়ামৰ হিন্দু মানুহৰ দৰেই সাজ-পাৰ কৰে। কিন্তু তেওঁলোকে ঘৰত থকা সময়ত ৰজাৰ উপযোগী জকমকীয়া সাজ-পাৰ পিন্ধে। তেওঁলোকে শামুক, শঙ্খ আদি কাটি তৈয়াৰ কৰা সৰু কিৰীটি এটা মূৰত পিন্ধে। মাজ-মূৰত বেত-বাঁহ আদিৰে সজা ক'লা ৰঙৰ আৰু ৰঙা দাঁতিৰে ম'ৰা পাখি আৰু ৰঙাকৈ বোলোৱা ছাগলীৰ নোম লগোৱা এটা টুপী। ডিঙিত, হাতৰ মুঠিত আৰু বাহুত মণি, শামুক, শঙ্খ, পিতল আৰু বেতেৰে কৰা নানা অলঙ্কাৰ ওপচাই পিন্ধে। কঁকালত পিতলেৰে সজা চক্‌চকীয়া বহল পেটী পিন্ধে বহুতে কড়ি আদি লগোৱা এখন কাপোৰ এই পেটীৰপৰা ওলমাই লয়। ৰঙাকৈ বোলোৱা বেতৰ গোঁঠনিৰে ভৰিবোৰ মেৰিয়াই লয়। ৰঙাকৈ বোলোৱা ছাগলীৰ নোম খুউৱা নালেৰে এখন সৰু কুঠাৰ, এডাল বহল-মূখীয়া যাঠি (তাক আগৰপৰা গুৰিলৈকে ছুটি-দীঘল বণকোৱা ছাগলীৰ নোমেৰে ধুনীয়া কৰি লোৱা হয়) আৰু চাৰি-পাঁচ ফুট দীঘল ম'হৰ ছালেৰে কৰা এখন ঢালেই এওঁলোকৰ অস্ত্ৰ-শস্ত্ৰ। ৰঙা ক'লা সূতাৰে বোৱা কাপোৰৰ হাত নোহোৱা চোলা, ইটা-বৰণীয়া লেংটি আৰু কঁকালত কেইবামেৰো মেৰিওৱা পেটীৰে নক্টেসকলৰ সুগঠিত শৰীৰ



থাপ খাই পৰে। তিৰোতাসকলৰ সাজ-পাৰ পুৰুষতকৈ বহুত সৰল। তেওঁলোকৰ সাজ-পাৰৰ ভিতৰত বহুতধাৰ মণি আৰু কঁকালৰপৰা ওলমি পৰা এখন কাপোৰেই যাই। নামচাং গাঁৱৰ তিৰোতাসকলে ভৈয়ামৰ দৰে মেখেলা-চাদৰ আদি ব্যৱহাৰ কৰিবলৈ ধৰিছে।

আজিকালি বিশেষকৈ যিসকল নক্টেৰ শিক্ষা লাভ হৈছে বা ভৈয়ামৰ লগত ঘনাই সম্পৰ্ক হৈছে, সেইসকলে আধুনিক সাজ-পাৰ গ্ৰহণ কৰিছে। আমি দেখা পাইছিলো—বৰডুৱৰীয়া ৰজাৰ সাজ-পাৰ একেবাৰেই আধুনিক। মাত্ৰ মূৰৰ খোপাটিয়ে পুৰণি ঐতিহ্য সুঁৱৰি আছে। তাহানি কালৰ অসমীয়া বোৱাৰীৰ দৰে সকলো নক্টেৰ পুৰুষ আৰু তিৰোতাই জুইত দিয়া জেওৰাৰপৰা ওলোৱা ৰসেৰে ৰং কৰি দাঁতবোৰ ক'লা কৰি লয়। পুৰুষসকলে মাজ-মূৰত দীঘলকৈ চুলি ৰাখে। আগৰ দিনত অসমীয়া মানুহেও এনেকৈ চুলি ৰাখিছিল। এতিয়াও দক্ষিণ ভাৰত, উৰিষ্যা আদিত এনে ফেচন আছে। কোনোৱে ভাৱে নক্টেসকলে বৈষ্ণৱ-ধৰ্ম গ্ৰহণ কৰি দীঘলকৈ চুলি ৰখাটো শিকিলে।

আনসকল নগাৰ দৰে নামচঙীয়া আৰু বৰডুৱৰীয়া নক্টেসকলে মুখত 'টেটু' বা আঁক নিদিয়ে। কিন্তু তেওঁলোকে বাহু, হাতৰ মুঠি, শৰীৰৰ ওপৰৰ ভাগ আৰু কৰঙণত 'টেটু' আঁকে।

### খেতি-বাতি আৰু লোণৰ পুং

খেতি-বাতি নক্টেসকলৰ জীৱনৰ প্ৰধান অৱলম্বন। খেতিৰ ভিতৰত ধান-খেতিয়েই প্ৰধান। তাৰ ভিতৰতো কনি ধানৰ হাৱাম বা পৰ্বতৰ গাৰ আওঢলীয়া পথাৰকে বেছি দেখা যায়। ঝুম খেতিয়েই টিৱাপৰ সাধাৰণ নিয়ম, কামেঙৰ মনপাসকলৰ দৰে নক্টে আৰু ৱাঞ্চোসকলে পৰ্বতৰ গাত খলপা কাটি খেতি নকৰে।

নামচঙীয়া, বৰডুৱৰীয়া আৰু পানীডুৱৰীয়াসকলৰ মাজত থকা লোণ-পুঙৰ কথা ডব্লিউ ৰবিনছন চাহাবে তেওঁৰ Descriptive Account of Assam (১৮৪১) কিতাপত বৰ্ণনা কৰিছে। এই জনজাতিসকলে অসম ৰজাৰ দিনৰেপৰা ভৈয়ামলৈ লোণ নি ধান চাউল সলাই আনিছিল। এই বিনিময় প্ৰথাৰপৰা ভৈয়াম আৰু জনজাতিসকলৰ মাজত সদ্ভাৱ-সম্প্ৰীতি গঢ় লৈ উঠিছিল। তেওঁলোকৰ পাৰ্বত্য অঞ্চললৈ ভৈয়ামৰ মানুহ যোৱা আৰু ভৈয়ামৰ হাট-বজাৰলৈ জনজাতিৰ লোক অহা কোনো বাধা-নিষেধৰ ভিতৰত

নপৰিছিল। ৰজাঘৰৰপৰা পুঙৰ লোণৰ ওপৰত যথেষ্ট কৰ-কাটল বহুৱা হৈছিল। কৰ সংগ্ৰহ কৰা বিষয়াসকল পুঙত গৈ উপস্থিত আছিল। তেওঁলোকে লোণৰ কৰ লোৱাৰ উপৰিও লোণৰ সলনি ভৈয়ামৰপৰা নিয়া বস্তুৰ বাবেও কৰ আদায় কৰিছিল। ইংৰাজে দেশ লোৱাৰ পিছত গৱৰ্ণৰ জেনেৰেলৰ এজেণ্ট লেফ্‌টেনাণ্ট্‌ ৱাৰ্ত্তি চাহাবে কৰ উঠাই দি তাৰ পৰিবৰ্তে লোণ লোৱা নিয়ম কৰিছিল। ৰবিনছনে লিখা সময়ত এইদৰে মাহেকত ৬৫২ মোন ৩৮ সেৰ ১১ ছটাক পৰ্বতীয়া লোণ পোৱা গৈছিল। মোনত ৫ টকাকৈ ধৰি আৰু খৰচ বাদ দি বছৰেকত এই লোণৰপৰা লাভ হৈছিল ১৮২৪০৮/৪ পাই। ৰজাৰ দিনত প্ৰায়বিলাক লোণ-পুঙৰে গৰাকী আছিল জনজাতিসকল। কিছুমানৰ স্বত্ব ৰজা আৰু সিসকলৰ মাজত সমানে বৰ্তিছিল। এনে পুঙৰপৰা ৰজাৰ মানুহে নিৰ্দিষ্ট এটা সময়ত লোণ-পানী উলিয়াইছিল আৰু তেনে নিৰ্দিষ্ট আন এটা সময়ত জনজাতি লোকে লোণ উলিয়াব পাৰিছিল। পুৰন্দৰসিংহ ৰজাই এই লোণৰ ব্যৱসায় লাভজনক দেখি তাৰ কাৰণে পাইক নিয়োগ কৰিছিল। নক্টেসকলে লোণ-পানী উতলাই লোণ উলিওৱা পদ্ধতিটো বৰ ভাল ধৰণৰ নাছিল আৰু তাৰপৰা বহুত লোণ হানি হৈছিল বুলি ৰবিনছনে লিখিছে।

বৰদুৱৰীয়াৰ লৈ যাওঁতে জানিব পাৰিলো গাঁৱৰ কাষৰে-পাজৰে চাৰি-পাঁচ ঠাইত লোণ-পুং আছে। ডেকা ৰজাই লোণ-পানী চুঙাত উতলাই কৰা এচপৰা লোণ উপহাৰ দিছিল।

### গাঁও আৰু মৰং

নক্টে গাঁওবিলাক বেলেগ-বেলেগ টিলাৰ প্ৰায় ওপৰ ভাগত অৱস্থিত। ঘৰবোৰ বিশেষ শৃঙ্খলাত সজোৱা নহয়, প্ৰায় সকলো ঘৰেই থোপা পাতি থাকে। বৰদুৱৰীয়া গাঁওখনত ১৬৫ ঘৰমান মানুহ হ'ব, তাতে চাৰিটা চুবুৰী। প্ৰতি চুবুৰীত একোজন বৰা আৰু একোটা মৰং আছে। নামচাং গাঁৱত ২৫ ঘৰমান মাত্ৰ মানুহ। খুনছাৰ ৰজাৰ ঘৰ গাঁৱৰ মৰঙতকৈও ডাঙৰ। আমি ৰাতি ৰজাৰ লগত জুহালৰ কাষত বহোঁতে দেখা পালো, জুহালৰ ধোঁৱা লগা ওপৰৰ কাঠ-বাঁহ টকৌপাত ক'লা হৈ চিক্‌মিকাই আছে। সিবোৰত আৰু ঘুণে ধৰিব নোৱাৰে। কিন্তু জুইৰ ধোঁৱাই হ'লে তেওঁলোকৰ কানি-কাপোৰৰ ৰং নষ্ট কৰি পেলায়। এওঁলোকৰ ঘৰবোৰ চাংঘৰ। সমুখৰ বহল কোঠাটোত মানুহ-



তুহুহ বহিব পাৰে। ভিতৰফালে সৰু সৰু কোঠা ভাগ কৰি থকা-খোৱাৰ দিহা কৰা হয়। ঘৰৰ সমুখৰ মুকলি আগচাং বিশেষ মন কৰিব লগীয়া। ইয়াতে ধান-চাউল আদি শুকুৱাব বা ৰ'দ লোৱাৰ বিশেষ সুবিধা। ঘৰৰ ভিতৰত ভোজ দিয়া ম'হৰ শিং, চিকাৰ কৰি অনা বনৰীয়া ছাগলী-পহু আদিৰ মূৰ শাৰী-শাৰীকৈ সজাই থোৱা থাকে ৰজাৰ ঘৰত।

নক্টেসকলৰ মাজত মৰং অনুষ্ঠান এতিয়াও সজীৱ হৈ আছে। খুনছাৰ মৰং চাবলৈ আমি সাজ-লাগি ভঙাৰ পিছত গৈছিলো। ডেকাসকল তেতিয়া গোট খাবলৈ ধৰিছে। তেওঁলোকৰ পিঠিৰ জপাৰ ওপৰত বন্ধা টিলিঙাই দূৰৰপৰা শব্দ কৰি আহিছে। তেওঁলোকৰ মুখে-মুখে গগনা আৰু হাতে প্ৰতি এচটা খৰি। ৰাতিটোলৈ লগা লাওপানীকণো তেওঁলোকে আনিবলৈ পাহৰা নাই। ৰাতি গাঁৱৰ সকলো ডেকা মৰঙত গোট খাই ঠায়ে ঠায়ে শুই পৰে। দুই-এজন মাথোন সাৰে থাকে। মৰঙৰ বৰ-বৰ খুটাত মানুহ, বাঘ আদিৰ চিত্ৰ কটা আছে; সেই বিলাকৰ বিশেষ তাৎপৰ্য্য আছে। বৰদুৱৰীয়া ৰজাৰ ঘৰৰ সমুখৰ মৰঙটো চাইছিলো। প্ৰকাণ্ড এজোপা গছৰ ভিতৰখন খুলি তৈয়াৰ কৰা নাৱৰ নিচিনা ঢোল হিছাপে ব্যৱহাৰ কৰা ঠামটো বৰ ডাঙৰ। পূৰ্বৰ কালত এনে ঠামত মৰঙৰ ডেকাবোৰে মাৰিবে কোবাই গাঁওখনক বিপদৰ জাননী দিছিল। বৰদুৱৰীয়াৰ ডাঙৰ ঠামটোৰ তলত দুটা হাতীৰ লাওখোলা পৰি আছে। মৰঙৰ চালত লগোৱা দীঘল এচটা পাতৰ ওপৰত এশৰো ওপৰ মানুহৰ মূৰ তুলি থোৱা আছে। মৰঙৰ সমুখত কিছুমান চটীয়া শিল পোতা আছে। শত্ৰুৰ মূৰ এটা কাটি মৰঙত থ'লে এনেকুৱা একোচটা শিল মৰঙৰ আগ ঠাইত থ'ব লাগে। মৰঙৰ সমুখৰ এডোখৰ ঠাইত অসমীয়া লোটা এটা, বৰকাঁহ এখন, তামোলৰ টেমা-বটা এটা আৰু বন্দুকৰ নলী এডাল পৰি আছে; এইবোৰ কোনো মৃতক ৰজাৰ সম্পত্তি। তাক কোনেও এতিয়া ছুব নেপায়। মৰংবিলাক পুৰুষসকলৰ বীৰত্বৰ ভঁৰালৰ নিচিনা। ই ডেকাসকলৰ ঠাই আৰু নক্টেসকলৰ মূৰকটা প্ৰথাৰ লগত জড়িত। ১৯৪৫ চনলৈকে বোলে ইয়াত মূৰ কটা প্ৰথা চলি আছিল। মৰঙত বোলে তিৰোতাৰ প্ৰৱেশ নিষেধ। নামচাঙৰ ডেকাচাং আমি দেখা পাওঁতে নাছিল, ভাগি গৈছে। মূৰবোৰ এখন চালি কৰি ৰখা হৈছে। ডেকা ৰজাৰ ঘৰত কাঠৰপৰা কৰা সুন্দৰকৈ কটা চঁচা মানুহ, ঘৰিয়াল, সাপৰ মূৰ্ত্তি কেইটামান সজাই ৰখা হৈছে। এইবিলাক প্ৰাচীন ৰণ-প্ৰথাৰ লগত সংশ্লিষ্ট।

## মৃত্যু আৰু গেনা

নক্টে আৰু ৱাঞ্চোসকলৰ মাজত মৰা শ পোতা, পোৰা আৰু চাঙত তুলি থোৱা নিয়ম আছে। আমি বৰদুৱৰীয়া গাঁৱলৈ সোমাই যাওঁতে দেখা পালো, এচলাডুচলা নতুন জেওৰা বাটত খুচি থোৱা আছে। গাঁৱৰ ওচৰ চপাৰ লগে লগে তাৰ ঘনতা বাঢ়ি গ'ল। গাওঁ পাই দেখিলো গাঁৱৰ মুখিয়াল মানুহে কাঁম চাঁচি আছে। আমি যোৱাৰ আগৰ চাৰি দিনৰ ভিতৰত গাঁৱৰ দুজন বুঢ়া লোক মৰিছিল। ৰজাৰ ওচৰত মানুহ মৰা ঘৰত ক্ৰন্দনৰ ঊৰ্মি উঠিছে আৰু মাজে মাজে বৰকাঁহ আৰু বন্দুকৰ শব্দ কৰা হৈছে। এনে শব্দই ভূত-প্ৰেতক আঁতৰাই ৰাখে। সাধাৰণতে গাঁৱত মানুহ মৰিলে, কেইদিনমানলৈ গেনা হয়। এই গেনাৰ সময়ত গাঁৱৰ মানুহবোৰ বাহিৰ হোৱা বা গাঁৱলৈ অন্য মানুহ অহা নিয়ম নহয়।

## খাদ্য

নক্টেসকলৰ প্ৰধান খাদ্য শালিধান আদিৰ চাউল, আলু-কচু, মাছ-মঙহ। আলু-কচু, মাছ-মঙহ শুকুৱাই এওঁলোকে বহু দিনলৈকে ৰাখে। এওঁলোকে শুকতি মাছ (ঙ্গা) গুৰি কৰি চুঙাত খুন্দি জুহালৰ চাঙত তুলি বহুত দিনলৈকে ৰাখে। বিশেষকৈ ভোজ দিবলৈ হ'লে, ম'হ মৰা হয়। গোমাংস এওঁলোকৰ মাজত নচলে।

## উছৱ, বিয়া-বাৰু, শৱ-সৎকাৰ

নক্টেসকলৰ প্ৰধান উৎসৱ হ'ল লকু। নামচাঙৰ লকুত নক্টেসকলে একুৰা ডাঙৰ জুই ধৰে। জুইৰ চাৰিওকাষে গাঁৱৰ গাভৰু আৰু পুৰুষ ঘূৰি ঘূৰি হ' অ' হ' অ' অ' বুলি সুৰ ধৰি নক্টে ভাষাত লকুৰ গীত গায়। তাৰ মাজে মাজে আহে শুধ অসমীয়া গীত। জয়পুৰৰ পনটন আদি গাঁৱৰ নক্টেসকলে অসমীয়া বিহুৰ হুচৰিও গায়।

ভৈয়ামৰ দৰে টিৰাপৰ নক্টেসকলেও ঢোল আৰু গগনা বজাই লকুৰ বিহু-নাম গায়, বিহুনাচ নাচে। লকু পাঁচটা। পাঁচোটা তেওঁলোকৰ খেতিৰ আৰম্ভ বা সমাপনৰ লগত সংশ্লিষ্ট। আহুধান সিঁচাৰ বতৰত এপ্ৰিলত হয় কাপ্ খুট্ লকু। জুলাই মাহত কণিধান দোৱাৰ বতৰত নাচ-গানেৰে হয় ৰং-ল' লকু। আহুধান চপাই অক্টোবৰ মাহত তেওঁলোকে পাতে চান লকু, নবেম্বৰ মাহত ঝুমখেতিৰ হাবামৰ বাবে মাটি ভাঙিবলৈ ধৰোঁতে নতুন ধানৰ বিহু পাতে খাতচা লকু।



জানুৱাৰী মাহত কণিধান সিঁচি চাওা লকু পাতি নক্টে ডেকা-গাভৰুৱে নাচে আৰু ৰচি বান্ধি খেলে। অনেক ঠাইত নক্টে গীতৰ মাজে মাজে অসমীয়া গীত-মাতৰ প্ৰচলন এতিয়াও আছে।

নক্টেসকলৰ বিয়া আৰম্ভ হয় তামোল-পাণ কটাৰে; তাৰ পিছত লকুৰ সময়ত কইনাৰ ঘৰলৈ লাওপানী পঠাবৰ নিয়ম; তাৰ পিছত গাহৰি-মেথন কাটি ৰাইজক খুৱাই গা-ধন দি বিয়া পতা হয়। থৰি দিয়া, কবৰ দিয়া আৰু চাঙত তুলি ৰখা— শৱ সৎকাৰৰ তিনিওটা প্ৰথাই নক্টেসকলৰ মাজত আছে। সকলোৱে ঘৰতে মানুহ মৰিলে ৰাখিবৰ বাবে এডোখৰ ঠাই (লপটকৰং) আছে। ইয়াত মৰা ৰখা হয়, ৰজাৰ ঘৰ হ'লে মৰা কেইবাদিনলৈও ৰাখে, নৃত্য-গীত আদি কৰে আৰু প্ৰেত খেদাবলৈ কাঁহ কোবাই, বন্দুক মাৰে, পূজা-পাতল কৰে। অন্ত্যেষ্টি সকাম মৃত্যুৰ লগে লগেই হয়। থৰি দিয়াবিলাকে এমাহৰ পিছতো তেনে সকাম পাতে। দুখীয়াসকলে এবছৰৰ পিছতো কৰিব লগীয়া হয়।

## গুৰু খুনবাও নৰোত্তম

হুকং উপত্যকাৰপৰা আহি টিৰাপত নক্টেসকলৰ ওপৰত ৰাজত্ব কৰা ৰজাজন কিমান দিনৰ আগৰ, অনুমান কৰিবৰে উপায় নাই। কিন্তু শ্ৰীৰামদেৱৰ ভকত হোৱা নৰোত্তম ৰজাৰ বংশৰপৰাই লাপটাং, নামচাং আৰু বৰদুৱৰীয়া ৰজা বংশ হোৱা বুলি ঐতিহ্যই কয়। শ্ৰীৰামদেৱৰ চৰিতৰপৰা একেদিনাই এই দুজনা গুৰু-শিষ্যৰ জন্ম আৰু একেদিনাই তেওঁলোক দুইৰো বৈকুণ্ঠ প্ৰয়াণ বুলি বুজিব পাৰি। শ্ৰীৰামদেৱৰ জন্ম নাহৰকটীয়াৰ বালিসত্ৰত ১৫৮৭ শকত। তেওঁ চাৰিকুৰি বছৰ জীয়াই আছিল আৰু দুকুৰি বছৰৰ সত্ৰীয়া আছিল। গতিকে তেওঁৰ মৃত্যু ১৬৬৭ শকত, আৰু ধৰ্মাধিকাৰ হোৱাৰ সময় ১৬২১ শক। মুঠতে ১৬২১ শকৰপৰা ১৬৬৭ শকৰ মাজত নগা ৰজা লথা খুন্বাৱে শ্ৰীৰামদেৱৰ ওচৰত শৰণ লয়হি।

শ্ৰীৰামদেৱ কাল-সংহতিৰ গোসাঁই। ভৱানীপুৰীয়া গোপালদেৱ আতাৰ আজ্ঞাপৰ চাৰিজন মহন্তৰ এজন শ্ৰীকৃষ্ণ (কাটনীপাৰ)। আনমতে শ্ৰীকৃষ্ণদেৱৰ সত্ৰ বৰবাম (দিহিং নৈৰ পুবপাৰে ম'হমাৰি মেৰবিলৰ মাজত) আৰু কাটনীপাৰৰ লগত বাৰে-ঘৰৰ বংশ-সম্বন্ধ নাই। শ্ৰীকৃষ্ণদেৱৰ জ্যেষ্ঠ পুত্ৰ সুদৰিশন বাৰেঘৰ সত্ৰতে ৰ'ল, মাজু পুত্ৰ বিজয়ানন্দৰপৰা বুদবাৰী সত্ৰ আৰু উদাসীন সুনন্দদেৱৰপৰা হয় কাটনীপাৰ সত্ৰ।

শ্রীকৃষ্ণদেৱৰ আজ্ঞাপৰ বৰকৃষ্ণদেৱৰপৰা ম'ৰামৰা সত্ৰ আৰু তেওঁৰ পুত্ৰ জগমোহনৰপৰা চেঁচামুখ বা চেচাঁ সত্ৰ হয়। চেঁচা, চলিহা (বাৰেঘৰ), বুদবাৰী আৰু কাটনীপাৰ শ্রীকৃষ্ণদেৱৰপৰা হোৱা সত্ৰ। ফুলেশ্বৰী 'বৰৰজাৰ' দিনত বাবঘৰ মহন্তই শক্তি আৰোপ কৰে আৰু চলিহা-কাকতীয়ে জমি দি পতাৰ বাবে সত্ৰৰ নাম যথাক্রমে বাৰেঘৰ আৰু চলিহা হয়। বৰ্তমানৰ নাহৰকটীয়াৰপৰা আঠ মাইল নিলগত শলগুৰি আলিৰ কাষত সুদৰিশনে সত্ৰ পাতে; এয়ে বাৰেঘৰ সত্ৰ। আঘোণীবাৰীৰপৰা ডুমাইলমান উজাই কেন্দুগুৰিত সুদৰিশনৰ পুত্ৰ শ্রীৰামদেৱে বালি-সত্ৰ পাতে। ইয়াত এতিয়া থান আছে। ইয়াতে শ্রীৰামদেৱ আৰু নৰোত্তম ৰজাৰ মিলন হয়।

শ্রীৰামদেৱ স্বয়ং শ্রীকৃষ্ণ আৰু নৰোত্তম ৰজা হ'ল ভক্ত অৰ্জুন। সেই পূৰ্বপুণ্যৰ অনুপ্রেৰণা মনত উথলি উঠাত তেতিয়াও লখা খুনবাও নামৰ নগা ৰজাই দেওগিৰিৰপৰা দিহিং নৈয়েদি ভটীয়াই তেওঁৰ লগৰীয়া প্রজা-সকলেৰে হুৰহুৰকৈ সত্ৰলৈ সোমাই আহিল। ৰজাই গোসাঁইত শৰণ ভিক্ষা কৰিলে। গোসাঁয়ে পূৰ্বত মহাপুৰুষে নৰনাৰায়ণ ৰজাক শৰণ নিদিয়াৰ কথা কৈ শৰণ দিবলৈ মান্তি নহ'ল। লখা খুনবাও আত্মহত্যা কৰিবলৈ ওলাল। শ্রীৰামদেৱে তেতিয়া ৰজাৰ এক পৰীক্ষা ল'লে। সত্ৰত নৃসিংহযাত্রা কি কালিদমন ভাও হৈছিল। শ্রীৰাম আতা সাত-জোৰা গায়ন-বায়নৰ মাজত ফটা তাল, চিৰা পাগুৰি, মলিয়ন অঙ্গবস্ত্র পিন্ধি গায়ন উঠিল। তেনেৰূপতে নগা ৰজাই গুৰুজনক চিনি উলিয়ালে। তেওঁ নিজ প্রজাই সৈতে শৰণীয়া হ'ল। সত্ৰৰপৰা ৰজাক সোণৰ কাম কৰোৱা ৰূপৰ থাৰু, গামখাৰু, উন্টি আদি উপহাৰ দিয়া হৈছিল। ৰজাৰ কোনো কৰ নাই; কিন্তু তেওঁৰ প্রজাই কৰ-পঁচা দি ভজে।

নৰোত্তম বংশৰ নামচাং ৰজাৰ তলত সৰু ৰজা ৩৪ জনমান, বৰডুৰৰীয়া ৰজাৰ তলত ২৫ জনমান আৰু এই সৰু ৰজাসকলৰ তলতো চাৰি পাঁচ ছজন মানকৈ ৰজা আছে। এই সকলো ৰজাৰ তলত থকা প্রায় নক্টেসকল বাৰে-ঘৰীয়া সত্ৰৰ শিষ্য মহাপুৰুষীয়া। তাৰে কিছু লোক ভৈয়ামতো গাঁও পাতি আছেহি—জয়পুৰত পন্টন গাঁও, কোঁৱৰ বাম গাঁও, ডিলি বাগানৰ ওচৰত চাইকৰ গাঁও, ৰঙাগৰা পানীদৰীয়া গাঁও, গৰীয়া বাম গাঁও, বৰুৱাছালি মৌজাত দেওপানী গাঁও, লেৰেলা গাঁও ইত্যাদি। ৰজাসকলৰ ৰাজ্যত গাঁৱে গাঁৱে নামঘৰ আছে। নক্টেসকল সাধাৰণতে খাদ্য বিষয়ত উদাৰ হ'লেও নামঘৰত



নিবামহীয়াকৈহে সেৱা-পূজা আদি কৰে। তেওঁলোক শৰণ-ভক্তিতে আছে, ভজন-ভক্তি বিশ্বাস নকৰে।

এনেকৈ জনজাতীয় লোকসকলৰ মাজত নিৰহ-নিপানী বৈষ্ণৱ ধৰ্ম সম্প্রসাৰিত হোৱাৰ ফলত সেই ধৰ্ম ঠায়ে ঠায়ে আহাৰ-বিহাৰ, আসন-বসনত কিছু স্থিতিস্থাপক হ'বলৈ বাধ্য হ'ল। জনজাতিৰ মাজত খাদ্য আদি বিষয়ত বৈষ্ণৱ ধৰ্মই আৰু বহল সৰ্তৰ সন্ধি কৰিব লগীয়াত পৰিল। আনকালে অসমৰ বৈষ্ণৱ সম্প্রদায়ৰ অন্তৰ্গত কোনো কোনো শাখাত প্রত্যক্ষভাৱে জনজাতীয় প্রভাৱ পৰিল। ৰাতি-খোৱা সম্প্রদায়ৰ নগা-ৰহাৰ (য'ত অময়া ভকতসকলে কলপাত মাত্র শৰীৰৰ আৱৰণ ৰূপে ব্যৱহাৰ কৰে বুলি শুনা যায়) তেনে প্রভাৱেই নিশ্চয়।

শ্রীৰাম আতা আৰু নগাৰ নৰোত্তমৰ এই মিলন মহামিলনৰ সুৰ হৈ বাজিল। চাৰিকুৰি বছৰ বয়সত দুয়ো নৰ-নাট সামৰিলে। বালি-সত্ৰত শ্রীৰাম আতাৰ দেহ আৰু তিনি-চাৰিদিনৰ বাটৰ আঁতৰৰ দেওগিৰিত নৰোত্তম ৰজাৰ দেহ চিতাত উঠিল। কিন্তু সকলোৱে চৰ্ম-চক্ষুৰেই দেখা পালে দুইখন চিতাৰ ধূম্র একত্র হৈ বৈকুণ্ঠ ধিয়াই ওপৰলৈ উঠিছে; তেতিয়া সকলোৱে ক'লে, "গোসাঁই ছিৰীৰাম নগা নৰোত্তম সঙ্গে বৈকুণ্ঠলৈ যায়।"

ৰজা লখা খুনবাৰে ভক্তিৰ মাহাত্ম্যত নৰোত্তম হৈ দিহিঙৰ দেওগিৰি পৰ্বতৰ-পৰা বছৰে ভৈয়ামৰ গুৰুঘৰলৈ আহিবলৈ টিপাম, উষাপুৰ, টেঙাখাতেদি চয়াঙৰ আলি নামে এটি আলি বন্ধাইছিল। সেই আলি এতিয়া ঠায়ে ঠায়ে ওলাইছে, ঠায়ে ঠায়ে ওলোৱা নাই।[১]

---

১. গ্রন্থপঞ্জী: Verrier Elwin, A Philosophy for NEFA; মহেশ্বৰ নেওগ: টিৰাপৰ টিঙে টিঙে (অসম বাণী), পাটকাই পৰ্বতৰ প্রেম-অমৃতৰ নদী (আমাৰ প্রতিনিধি)

# ৱাঞ্চো

## ডক্টৰ শ্ৰীমহেশ্বৰ নেওগ

### বসতি আৰু সাধাৰণ পৰিচয়

কন্যাকসকলেৰে সাজ-পাৰ আৰু তেজৰো মিল থকা ৱাঞ্চোসকল একালে টুৱেনচাং আৰু আনকালে বৰ্মাৰ সীমালৈকে জুৰি থকা পাটকাইৰ ওখ শাৰী-বোৰত থাকে। নিচু, চেন্নুৱা, নিআউছা, নিছা নিআউনু আদি ৱাঞ্চোসকলৰ লেখত ল'ব লগীয়া গাঁও। ৱাঞ্চোসকলৰ সংখ্যা বৰ্তমানে কুৰি হেজাৰমান হ'ব বুলি অনুমান কৰা হৈছে। এওঁলোকে বৰ বাহুবলী আৰু সাজে পাৰে দেখি সন্তোষ লগা মানুহ।

### গাঁও, সমাজ, শ্ৰেণী-বিভাগ

১৮৭৪-৭৫ চনৰ General Report on the Topographical Surveys of Indiaত আৰ্. জি. চৈডৱৰ্থ চাহাবে ছেন্নুৱা গাঁৱৰ এটা বৰ্ণনা দিছে। ছেন্নুৱাৰ ৱাঙ্গাম বা ৰজাৰ নাম ছৱাং। গাঁওখন এটা ওখ টিলাৰ ওপৰত অৱস্থিত। তাৰ তিনিফালৰ দাঁতিকেইটা তিনি চাৰি শ ফুটলৈকে ওখ কৰা। ব্ৰিটিছৰ ফৌজৰ আক্ৰমণৰ ভয় থকা বাবে গাঁৱলৈ সোমোৱা বাটত বাঁহ পুতি গড়ৰ নিচিনা কৰা হৈছে আৰু সেই গড়ৰ ভিতৰফালে যুঁজৰ কাৰণে সাজু হৈ মানুহ থিয় হৈ আছে। ৱাঙ্গামৰ ঘৰটো গাঁৱৰ টিলাটোৰ আটাইতকৈ ওপৰত। গাঁৱৰ প্ৰতি-ৰক্ষাৰ কাৰণে গাঁৱৰ দাঁতিত ঠায়ে ঠায়ে পাঞ্জি বা বাঁহৰ হুল পুতি থোৱা আছে। নিচু গাঁৱলৈ যাওঁতেও এনে ধৰণৰ পাঞ্জি পোতা পোৱা গৈছিল। নিচু গাঁৱৰ দৃশ্য মনোৰম। তাৰ দাঁতিত প্ৰায় ডেৰ হাজাৰ ফুট ওখ এটা পৰ্বতৰ শাৰী আৰু কেইটাও কল্‌কলাই থকা জুৰিৰে এডোখৰ সমথল।

এশ ঘৰমান ঘৰোৱাহীতে নিআউছা গাঁৱত প্ৰায় সাত শ লোক থাকে। ঘৰবোৰ সৰু সৰু, টকৌপাতৰ চাল, প্ৰায় বাঁহৰেই সজা চাংঘৰ। গাঁৱৰ ডেকাচাং



বা মৰং ( ৱাঞ্চো ভাষাত টুঙ্খ্ং ) সোমালো। শত্ৰু মানুহৰ মূৰ, চিকাৰৰ নানা জন্তুৰ মূৰ, বৰ ডাঙৰ গছ খুলি কৰা ঢোল ( ঠাম ) আদি দেখা পালো।

নিআউছাৰ ৰজা শ্ৰীনিআমটোৰ ঘৰ মৰঙতকৈও ডাঙৰ। ৰজাৰ গা বৰ ভাল নহয়, বিষাই আছে, দৰৱ-জাতি হ'লে খোৱা নাই ; এনেয়ে ভাল হ'ব—এই আশা। ৰাণীৰ সংখ্যা পাঁচ। শুনিলো, ওচৰৰে বৰ্তমান নিচু ৰজাৰ শ্ৰীনিআকপঙৰ কুঁৱৰী বোলে ডেৰ কুৰি। ৰজাৰ কৌণাকাৰ টুপীত তিনিষোৰ বৰা গাহৰিৰ দাঁত ; লগতে মানুহৰ গোঁঠা চুলি একোছাও দেখা পালো, ৰজাৰ মুখত 'টেটু'ৰ ৰং, তেওঁ দুটা শত্ৰুৰ মূৰ কাটি থৈছে ডেকা কালতে। ৱাঞ্চোসকলৰ মাজত তেওঁলোকৰ প্ৰধান ৱাঙ্গাম বা ৰজাৰ প্ৰভাৱ অতুলনীয়। একোজন ৰজাৰ তলত কেইবাখনো গাঁও থাকে। এওঁৰ শক্তি কেতিয়াবা থৰ্ব কৰিব পাৰে ৱাপা বাং চাম নামৰ গাঁও-সভাই। ৱাঞ্চোসকলৰ মাজত কঠোৰ শ্ৰেণীবিভাগ দেখা পোৱা যায়। তেনে শ্ৰেণী তিনিটাৰ মাজত বিয়া-বাৰু হোৱাও অনিয়ম। একে-বাৰে তলত শ্ৰেণীৰ ৱাংহামবিলাক বহুতীয়াৰ দৰে।

### সাজপাৰ আদি

'টেটু' বা আঁক ৱাঞ্চোসকলৰ মাজত বিশেষ প্ৰচলিত। কপাল, গাল, ঠুঁটৰি, কাণৰ তল, বুকু, বাহু আদিত এই আঁক দিয়া হয়। মতা মানুহে কাণৰ কাষৰ চুলি কাটি মাজৰখিনি মূৰৰ ওপৰত খোপাকৈ বান্ধি বৰা আদিৰ হাড়ৰ একোটা ছাগলীৰ নোম লগা পিন মাৰি থয়। ভাল ঘৰৰ তিৰোতাই চুলি দীঘলকৈ ৰাখে। কিন্তু সাধাৰণ তিৰোতাই হ'লে মূৰ খুৰাই থাকে। কাপোৰ-কানি ব্যৱহাৰ এওঁ-লোকৰ মাজত বৰ কম, কন্যাকসকলৰ দৰেই। কিন্তু এওঁলোকৰ তিৰোতাই বোৱা লেংটি আৰু মোনা চকুত লগা বিধৰ। ৱাঞ্চোসকলৰ ৰংচঙীয়া মোনাবোৰ বহুত দিন যায়। সিবোৰত মানুহৰ ছবিও তোলা হয়। পূৰ্বৰ ৰণজয়ৰ স্মৃতিৰে সাধাৰণ ৱাঞ্চোসকলে ধাতু, গছৰ বাকলি আদিৰে সাধাৰণ কিৰীটিৰ নিচিনা এটা টুপী কৰি পিন্ধে ; তাৰ শিথাত বহু-বাঞ্ছিত পাকৈচোৱাৰ পাখি থাকিবই। এওঁলোকে আন নগাসকলৰ দৰে গছৰ গুটি-পাত আদিৰে নানা ৰং কৰি পৰ্বতীয়া ছাগলীৰ দীঘল নোম বোলাই যাঠি, টোকোন, মোনা আদিত ব্যৱহাৰ কৰে।

এওঁলোকৰ মৰংবিলাকো ডাঙৰ ডাঙৰ, কিন্তু ৰজাৰ ঘৰবোৰতকৈ প্ৰায়ে সৰু। নক্তৈসকলৰ মৰঙৰ দৰে ইয়াত গাঁৱৰ বিয়া নোহোৱা ডেকা লৰাবোৰ থাকে। কোনো ঠাইত ছোৱালীৰ মৰঙো আছে।

ৰাঙ্কোসকলে কাপোৰ-কানি বিশেষ ব্যৱহাৰ নকৰে ; কিন্তু হাতীদাঁত, বৰাৰ দাঁত, হাড়, মণি, কড়ি আদিৰে গোঁঠা অলঙ্কাৰে তেওঁলোকৰ গাৰ বহু অংশ ঢাকি পেলায়। পাকৈচোৰা আদি চৰাই পাখি আৰু ফুল-পাতৰ ব্যৱহাৰো মন কৰিব লগীয়া। কোনোৱে একো নাপালে চুলিত বা কাণত গছৰ কুঁহি এটাকে খুচি লয়। কাঠেৰে মানুহৰ প্ৰতিকৃতি কৰি মূৰত, গাত, বা খোপাত আঁৰি লয়। নিঅাউছা গাঁৱলৈ যাওঁতে তাৰ ৰজাই উপহাৰ দিছিল তেওঁৰ বৰবাণীয়ে গোঁঠা এধাৰ মালা—বেতৰ সূতৰ নিচিনা সোণবৰণীয়া এবিধ বস্তুৰে কৰা কেইবাগছীয়া 'চেইন'। আমি চাঙৰপৰা নামোতে ৰাঙ্কো ডেকাৰপৰা ক'লা-বগা পোৱাল-ৰঙীয়া মণি কিনিছিলো ; ডেকাইতে সতকাই বেচিব নোখোজে কাৰণ সেইবোৰ গুঁঠি দিয়া সিহঁতৰ মৰমৰ 'হোৱালীয়ে খং কৰিব !' নক্টে, ৰাঙ্কো সকলোৱেই জুইত শুকান জেওৰা দি তাৰপৰা ওলোৱা ৰসেৰে দাঁতবোৰ ক'লা কৰি বণকাই লয়—তাহানি কালৰ অসমীয়া বোৱাৰীৰ দৰে।

**শৱ-সৎকাৰ**

আঙ্গামি, ছেমা, ৰেংমা, লঠা আৰু টাংখুল নগাসকলে আগৰেপৰা মৰা শ মাটিত পোতে কিন্তু আও, ফোম, কন্যাক আদিয়ে গাঁৱৰ কাষত এখন ওখ চাঙৰ ওপৰত মৃত দেহ তুলি থৈ দিয়ে বাঁহৰ কামী আৰু টকৌপাতৰ ঢাকনি দি। টিৰা-পৰ নক্টে আৰু ৰাঙ্কোসকলৰ মাজত মৰা শ পোতা, পোৰা আৰু চাঙত তুলি থোৱা তিনিওটা প্ৰথাই আছে। নিঅাউছা গাঁৱৰ মৰিশালি ( জুকুপ ) চাবলৈ গ'লো। ওচৰা-উচৰি কেইবাখনো চাঙত শ কেইটামানৰ অৱশিষ্ট ঢাক খাই আছে, ওচৰতে শিলৰ দ'মৰ মাজত শৱৰপৰা সৰি পৰা মূৰবোৰ পুতি থৈছে। প্ৰতিখন চাঙৰ ওচৰত মৃতকৰ ব্যক্তিগত সম্পত্তিবোৰ আঁৰি থোৱা আছে—কাৰণ সিপুৰীত ঘৰ সাজিবলৈ, খৰি পুৰিবলৈ দাখন লাগিব, চিকাৰ কৰিবলৈ বন্দুকটো লাগিব, ইত্যাদি। শিল আৰু মূৰৰ দ'মৰ ওচৰতে এজোপা গছত আওজাই থোৱা আছে কিছুমান বাঁহৰ আগৰ মূঠা। এইবোৰ হেনো ওজিয়াক বিহুৰ সময়ত নাচি নাচি আনি তাত থোৱাহি হৈছে। গছজোপাৰ এধানমান নামনিত এটা সৰু ঘৰ ( ৰূপ-পাম ) ; তাত মৃতকসকলৰ আত্মীয়সকলে গধুলি গধুলি মৃতকসকলক সঙ্গ দিয়েহি আৰু প্ৰাৰ্থনা কৰে। ৰাঙ্কোসকলৰ চাঙত মৃত দেহ থোৱা প্ৰথা ইতিকিং কৰা বাবে ১৮৭৫ চনৰ ১ ফেব্ৰুৱাৰীত টোপোগ্ৰাফিকেল ছাৰ্ভে অৱ্ ইণ্ডিয়াৰ দলৰ লেফ্টেনেণ্ট হলকম্ব্ চাহাবক লগৰ আশীজন লোকে সৈতে নিঙ্গু আদি গাঁৱৰ গঞাসকলে হত্যা কৰে।



**খেতি-বাতি আদি**

ৰাঙ্কোসকলৰ মাজত আন জনজাতিৰ দৰে ঝুম প্ৰথাৰ খেতিয়েই চলে কিন্তু এই পদ্ধতিৰ বাবে নতুন নতুন হাবি-মাটি লাগি থাকে আৰু ফলত আজিকালি তেওঁলোকৰ মাজত তাৰ অভাৱে দেখা দিছেহি। তিৰোতাসকলে খেতিৰ পথাৰ বা হাবামত সৰহভাগ কাম কৰে। মতা মানুহ হাবিলৈ খৰি বিচাৰি যায়। দা, যাঠি আৰু বন্দুক লৈ বনৰীয়া জন্তু চিকাৰ কৰি ফুৰাও তেওঁলোকৰ ডাঙৰ কাম। সেই কামত তেওঁলোক বিশেষ পটু। নিঅাউছা গাঁৱত আমি দেখা পাইছিলো পুৱাতে তিৰোতাসকলে শাৰী হৈ হাবামলৈ যোৱা। তেওঁলোকে দিনৰ দিনটো হাবামত কাম কৰে ; গধুলিহে ঘৰলৈ ঘূৰে।

চাউল, আলু-কচু, সকলো ধৰণৰ মাছ-মঙহ এওঁলোকৰ খাদ্য ; বিশেষ এজাতি মাছকহে তেওঁলোকে মানুহৰ অৱতাৰ বুলি জ্ঞান কৰি নাখায়।

**ধৰ্ম-বিশ্বাস, বৰ্ণ-প্ৰথা, উৎসৱ**

ৰাঙ্কোসকলে আকাশত থকা এজন ডাঙৰ দেৱতাক মানে। এওঁ উপকাৰী দেৱতা ; কিন্তু পৃথিৱীত থকা এজন দেৱতাই তেওঁক বিৰোধ কৰি চলে।

পুৰণি ৰণ-প্ৰথা আৰু মূৰ কটা নিয়ম ৰাঙ্কোসকলৰ মাজত প্ৰৱলভাৱে চলিছিল। কোনো ডেকাই মূৰ কটা অভিযানত যোগ দিব নোৱাৰিলে বিয়া কৰিব নোৱাৰিছিল। গতিকে পিছলৈ নিয়ম হ'ল মানুহৰ মূৰ কাটি অনাৰ বদলি শত্ৰুৰ পথাৰত মানুহৰ মূৰ্তি লুকাই থৈ তাকে আক্ৰমণ আৰু বন্দী কৰি আনিলেই মূৰ কটা অভিযানৰ সমানে পুণ্য হ'ব।

নিঅাউছা গাঁৱত শেষ মূৰ কটা অনুষ্ঠান হৈছিল ১৯৫৬ চনত। অনুষ্ঠানটোৰ লগত সম্পৰ্কিত নৃত্য অৱশ্যে এতিয়াও হয়। নক্টৰ দৰে ৰাঙ্কোসকলে ৰণ-জয়, খেতিৰ শ্ৰীবৃদ্ধি কামনাৰ উৎসৱ, খেতি চপোৱা আৰু ভোজৰ উপলক্ষত নৃত্যগীত কৰে। তেওঁলোকৰ ওজিয়াক ( ফেব্ৰুৱাৰী-মাৰ্চত ), চাচাংবেলাই ( মাৰ্চত ) আৰু চংথুলে ( এপ্ৰিলত, প্ৰায় বহাগ বিহুৰে একে সময়ত ) তিনিটা বিহুৰ দৰে প্ৰধান উৎসৱ আছে। ইয়াৰ ভিতৰত প্ৰথমটোৱেই আটাইতকৈ ডাঙৰ হয়।

ৰণ-জয়, খেতিৰ আৰম্ভ, খেতিৰ শেষ, ভোজ আৰু বিয়াৰ সময়ত ৰাঙ্কোসকলে নাচে।[১]

---

১. গ্ৰন্থপঞ্জী : Verrier Elwin, A Philosophy for NEFA, 1959, India's North-East Frontier in the Nineteenth Century, 1959.

# টাংছা

ডক্টৰ শ্ৰীমহেশ্বৰ নেওগ

## বসতি, বিভাগ, সম্পৰ্ক

টাংছাসকলে টিৰাপ সীমান্ত অঞ্চলৰ ভাৰত-ব্ৰহ্ম সীমান্ত চুই থকা মাজভাগৰ এটা ডাঙৰ অংশ অধিকাৰ কৰি আছে। প্ৰকৃততে টাংছা এটা ডাঙৰ জনজাতি, আৰু তাৰ ভিতৰতে বহুত উপজনজাতি সোমাই আছে—লুংচাং, মোছাং, বন্‌ৰাং, মোকলুম, লুংগ্ৰি, ইত্যাদি। এই উপজনজাতিবোৰ সিঁচৰতি হৈ থকা গাঁওবোৰত আঁতৰে আঁতৰে বাস কৰে আৰু বহুতো কথাত আন কি ভাষাৰ বিষয়তো সুকীয়া সুকীয়া হৈ পৰিছে। তেওঁলোকৰ বিশ্বাসমতে টাংছাসকলে আদিম ঘৰ ব্ৰহ্মৰো সিপাৰে পূবৰ মাছই ছিন্‌ৰাপুম নামে পৰ্বতত আছিল। পিছত এওঁলোকে ভাল ঠাই বিচাৰি ব্ৰহ্মইদি বুঢ়ীদিহিং, টিৰাপ, নামচিক আদি নৈৰে বিধৌত অঞ্চললৈ আহে। এওঁলোকৰ কোনো ঠাল এতিয়াও ব্ৰহ্মত আছে। এওঁলোকৰ ব্ৰহ্মৰ লোকৰ লগত বিয়া-বাৰু চলে আৰু চুলি কটাৰ ফেচনতো বৰ্মীসকলেৰে সাদৃশ্য আছে। টাংছাসকল বৰ ওখ নহয়, সাধাৰণতে গাঁথলু আৰু মঙ্গোলীয় চেহেৰাৰ লোক।

টাংছাসকলে এফালে ব্ৰহ্মৰ লগত আৰু আনফালে অসমৰ ভৈয়ামৰ লগত তেওঁলোকৰ বেহা-বেপাৰ চলায়। কাপোৰ-কানি, চাহ-পাত, লোণ আৰু মণি দি তেওঁলোকে ব্ৰহ্মৰপৰা দা, জাল, যাঠি, কটাৰী, আৰু কানি আনে। ভৈয়ামলৈ তেওঁলোকে আনে ছাগলী, কুকুৰা, কাপোৰ আদি আৰু ইয়াৰপৰা কিনি নিয়ে লোণ, সূতা, মণি, কাপোৰ আৰু আন খোৱা বস্তু আদি।

## ন-পুৰণি সাজপাৰ

টাংছা পুৰুষসকলৰ প্ৰাচীন সাজপাৰ হ'ল এটা হাত নোহোৱা চোলা, এডাল লেংটি আৰু এখন মূৰত বন্ধা কাপোৰ (খুফাক)। খুফাকখন থামটিসকলে মূৰত মৰা কাপোৰৰ দৰে। টাংছা তিৰোতাসকলে ৰঙা, ক'লা, বগা আৰু



নীলা সূতা মিলাই বোৱা ডেৰহাতমান দীঘল এখন ধুনীয়া কাপোৰ (খোছা বা খাটছা) কঁকালৰপৰা ওলমাই পিন্ধে। ইয়াৰ উপৰি নীলা ৰঙৰ সূতা দি বোৱা আৰু দুখন কাপোৰ তেওঁলোকে কঁকালৰ ওপৰ ভাগত পিন্ধে। টাংছা তিৰোতাৰ সাজ-পাৰ ঘনাই পৰিৱৰ্তন হ'ব লাগিছে আৰু তেওঁলোকে কলৰ কাপোৰ বেছিকৈ ব্যৱহাৰ কৰিবলৈ ধৰিছে। আজিকালি মেখেলাৰ দৰে এখন ক'লা কাপোৰ, এটা ব্লাউজ আৰু তাৰ ওপৰত ছাটি মাৰি লোৱা এখন বগা কাপোৰ আৰু মূৰত এখন খুফাক তেওঁলোকে ব্যৱহাৰ কৰে। এওঁলোকৰ তাঁতবোৰ থামটিসকলৰ নিচিনা, কিন্তু তাৰ ব্যৱহাৰ কমি আহিছে।

টাংছাসকলৰ শৰীৰৰ অন্য আভৰণ নক্টে আৰু ৱাঞ্চোসকলৰ লগত নিমিলে। তেওঁলোকে কাণত মণি আৰু ভৰিত ক'লাকৈ বোলোৱা বেতৰ সূতৰ বেৰি (বিৰি), কঁকালতো তেনে বেৰি আৰু মূৰত ধনেশ চৰাই'ৰ পাখি আৰু বৰা-গাহৰিৰ দাঁত লগোৱা টুপী ব্যৱহাৰ কৰে। টুপী আৰু কঁকালৰ বেৰিৰ ব্যৱহাৰ কমি আহিছে। পুৰুষসকলে মূৰৰ চুলি ওপৰলৈ তুলি খোপা-বন্ধা এটা লক্ষ্য কৰিব লগীয়া বিষয়। অসমীয়া জাংফাই কেৰুৰ নিচিনা তিৰোতাসকলৰ জাংফাই কেৰু চকুত লগা। আগৰ দিনত তেওঁলোকে বেত বা কাঠৰপৰা কৰা ক'লাকৈ বোলোৱা কাণৰ অলঙ্কাৰ ব্যৱহাৰ কৰিছিল। নানাবিধ মণিৰ হাৰ আৰু ঘূৰণীয়া সিকি-আদমহীয়া আদি গুঁঠি লোৱা ডিঙিৰ অলঙ্কাৰ এওঁলোকৰ প্ৰিয়। মণিৰে কৰা ভৰিৰ বেৰিও তিৰোতাসকলে ব্যৱহাৰ কৰা দেখা যায়।

## খেতি আৰু গাঁও

টাংছাসকলৰ প্ৰধান উপজীব্য হ'ল কৃষি। তেওঁলোকে চাহ-পাতো কৰে। তিৰোতাসকলে তাঁত বৈ কিছু কাপোৰ-কানি উলিয়ায়। ঝুম খেতি এওঁলোকৰ মাজতো ঘাইকৈ প্ৰচলিত। শালিধান, কণিধান, গোমধান আৰু কচু এওঁলোকৰ খেতিৰ ঘাই উৎপাদন। কুকুৰা, গাহৰি, ম'হ আদিৰ মঙহ এওঁলোকৰ প্ৰিয় খাদ্য। ভৈয়ামত প্ৰচলিত পানীৰ ভাপত সিজোৱা ভাত এওঁলোকৰ মাজত চলে। চাহো টাংছাসকলৰ বৰ প্ৰিয়। মদো (ছাই বা ছুৰে, লাহো) চলে; কিন্তু বৰ বেছিকৈ নহয়। কানি এওঁলোকৰ মাজত অলপ বেছিকৈ চলে। কানিৰ খেতিও টাংছাৰ মাজত আছে।

পৰ্বতৰ নামনি ভাগত খেলি-মেলিকৈ ঘৰ-সাজি টাংছাসকলে গাঁও পাতে। আন জনজাতিৰ দৰে এওঁলোকৰ ঘৰবোৰ চাংঘৰ; কিন্তু সন্মুখৰ মুকলি চাংখন

কেতিয়াবা এওঁলোকে সন্মুখত নিদি পাছফালেও সাজে। ঘৰবোৰৰ তিনিটা ঘাই অংশ—প্ৰথম অংশ মানুহ-দুনুহ বহা চ'ৰাৰ দৰে, দ্বিতীয় অংশত এটা বাটেৰে সংযুক্ত কেইবাটাও থকা-শোৱা কোঠা আৰু পিছফালে ধানবনা কোঠা। থকা-শোৱা কোঠাবোৰৰ প্ৰতিটোতে একোখনকৈ জুহাল থাকে। ঘৰবোৰ জিঙু পাতেৰে ছোৱা হয়। এই ঘৰৰ বাহিৰেও ভঁৰাল আদি ঘৰ সুকীয়াকৈ সজা হয়।

### গাভৰু-চাং

আগৰ দিনত বিশেষকৈ গাঁৱৰ প্ৰতিৰক্ষা গাঁওখনৰ ডেকাবোৰ বাতি একেলগে থাকিবৰ বাবে ডেকাচাং বা মৰং অনুষ্ঠান আছিল। টাংছাসকলে ডেকা-চাঙক লুপ্‌পং বোলে; কিন্তু তেওঁলোকৰ লুপ্‌পং আজিকালি নোহোৱা হৈছে। ছোৱালীহঁতৰ গাভৰুচাং (লুপ্ বা লিক্ বা লিক্‌প্যা) আজিও আছে; ইয়াৰ যোগেদি ডেকা-গাভৰুৰ প্ৰেম-প্ৰীতি চলে।

টাংছাসকলৰ মাজত বিয়া অনুষ্ঠান নিয়মিতভাৱে আছে। তিৰোতা বন্ধ্যা নহ'লে এওঁলোকে বহু-বিবাহ সমৰ্থন নকৰে। তেওঁলোকৰ মাজত গণতান্ত্ৰিকভাৱে সমাজক শাসন কৰে থাফুৱা, থাফং বা থাপো নামৰ সমিতিয়ে; এই সমিতিৰ সভ্য আৰু প্ৰধানক (লুং ৱাং, ঙোৱা বা লোৱাং) গাঁৱৰ লোকসকলে নিৰ্বাচন কৰে। সাধাৰণতে এই সমিতিয়ে দোষীক জৰিমনা কৰিয়ে শাস্তি দিয়ে।

টাংছাসকলে এজন পৰমেশ্বৰ আৰু আন দেৱতা আৰু উপদেৱতাৰ অস্তিত্বত বিশ্বাস কৰে আৰু বেমাৰ-আজাৰ ভূত-প্ৰেতৰ কাৰ্য্য বুলি জ্ঞান কৰে। নক্টে আৰু ৱাঞ্চোসকলৰ দৰে টাংছাই মৃতদেহ চাঙৰ ওপৰত তুলি নথয়, পোতে বা পোৰেহে।

### উপভাষাৰ আধিক্য

টাংছাসকলৰ বিভিন্ন উপজনজাতিৰ মাজত সুকীয়া সুকীয়া উপভাষা অৰ্থাৎ দোৱান চলে। একমতে টাংছা ভাষাবোৰ ভোট-বৰ্মী গোষ্ঠীৰ অন্তৰ্গত অসম আৰু বৰ্মাৰ শাখাৰ ভিতৰত পৰে। তেওঁলোকৰ দোৱানবোৰৰ মাজত ইমান পাৰ্থক্য আছে যে চাঙে চাঙে কথা হওঁতে কেতিয়াবা চিংফৌ ভাষা আৰু কেতিয়াবা অসমীয়া ভাষা ব্যৱহাৰ কৰে। ভৈয়ামৰ লগত সম্পৰ্ক থকাসকলে অসমীয়া ভাষা পৰিষ্কাৰকৈ ক'ব পাৰে। আজিকালি তেওঁলোকৰ মাজত হিন্দীৰ প্ৰচলনো হৈছে।



টাংছাসকলৰ নানা উছৱৰ ভিতৰত কৃষিৰ লগত সংশ্লিষ্ট তিনিটা ডাঙৰ উছৱেই প্ৰধান। এই উৎসৱ কেইটাৰ নাম চাঙে চাঙে সুকীয়া। এই কেইটা হয় কঠীয়া সিঁচাৰ আগে আগে, ন খোৱা বা নতুনকৈ ধান দোৱাৰ সময়ত আৰু ধান সিঁচাৰ পিছত কঠীয়াবোৰ এবেগেতমান ওখ হ'লে। এই উৎসৱবোৰত পুৰোহিতৰ বিশেষ প্ৰাধান্য দেখা পোৱা যায়। উৎসৱত খোৱা-বোৱো আৰু গীত-মাত আৰু পূজা চলে। টাংছাসকল কানীয়া হ'লেও তেওঁলোকৰ মাজত যুদ্ধ কৰা আৰু শত্ৰুক আক্ৰমণ কৰি মূৰ কাটি অনা প্ৰথা প্ৰচলিত আছিল। আক্ৰমণৰ আগতে কুকুৰা-গাহৰি কাটি, মঙল চাই আৰু ভোজ খাই শত্ৰুৰ মূৰ আৰু হাত কাটি আনি সপ্তম দিনা এটা উছৱ পাতি গাঁৱৰ সীমাৰ বাহিৰত সেইবোৰ পুতি-থৈছিল। এওঁলোকৰ বিশ্বাস, শত্ৰুৰ এই মূৰ কটা প্ৰথাই শস্যৰ শ্ৰীবৃদ্ধি সাধন কৰে।

কানি খোৱা অভ্যাসে টাংছাসকলক দুৰ্বল কৰি পেলাইছে। আনফালে লুপ্‌পং বোলা ডেকাচাঙৰ বিলোপে তেওঁলোকৰ পূৰ্বৰ শক্তিশালী ঐতিহ্য পাহৰৰ চিনাকি দিছে। তেওঁলোকৰ পূৰ্বৰ নৃত্যসমূহো প্ৰায় পাহৰণিৰ গৰ্ভত সোমাইছে।[১]

---

১. গ্ৰন্থপঞ্জী: Verrier Elwin, A Philosophy for NEFA, 1959, The Art of the North-East Frontier of India, 1959; Parul Dutta, The Tangsas, 1960.

# খাম্‌টি

ডক্টৰ শ্ৰীমহেশ্বৰ নেওগ

## লোহিত সীমান্ত

ইল্যু বা লোহিত, ডিগাৰু, কুণ্ডিলপানী, কামলাংপানী, বেৰেং আদিৰ পানীয়ে ধুৱাই-ধৌৱাই থোৱা লোহিত সীমান্ত বিভাগ মনোৰম সৌন্দৰ্য্যৰ স্থান। লোহিতৰ মোহ অসমীয়া তথা ভাৰতীয়ৰ বাবে নানাভাৱে প্ৰৱল। সি হ'ল কুণ্ডিল নগৰ, শিশুপাল নগৰ, ব্ৰহ্মকুণ্ড বা পৰশুৰাম কুণ্ডল প্ৰদেশ, পুৰণি 'মিতুৰ' খামটি, চিংফৌ, মিচিমিসকলৰ, মিৰি-পাদামৰ ঘৰ, আৰু সবাবো উপৰি আমাৰ অৰ্থনৈতিক আৰু জন-সাংস্কৃতিক জীৱনক জীপ দি থকা বৰনৈৰ আদিভূমি। লোহিত সীমান্ত ভূমিৰ গুৰুগম্ভীৰ ৰাজবাণীৰ সৌন্দৰ্য্য অতুলনীয়। এই সীমান্ত অঞ্চলটো আগৰপৰাই জনাজাত। ইয়াৰ দুটা প্ৰধান অংশ দিবাং উপত্যকা আৰু লোহিত-ডিগাৰু উপত্যকা। পুৰণি মানচিত্ৰত দিবাং উপত্যকাক মিধি বা চুলি-কটা মিছিমিৰ (ইদু) বাসভূমি ৰূপে দেখুওৱা হৈছে আৰু তাৰ পূৱলৈ ক্ৰমে ডিগাৰু মিছিমি (টাৰাওন? টাওৰাঁ) আৰু মিজু মিছিমিৰ (কামান) বসবাস। এই মিছিমিসকলৰ বাহিৰেও জিলাখনত ছিয়াং সীমান্তৰ আদিসকলৰ পাদাম শাখাৰ বহুতো লোক আছে; খামটি আৰু চিংফৌ, এই দুটি বৌদ্ধ জনজাতিৰ লোক আছে; আৰু প্ৰায় তিনিশমান তিব্বতী প্ৰজাও আছে। উইল্‌কক্স (১৮২৬), গ্ৰিফিথ্ (১৮৩৬), হাওলাট (১৮৪৫), কুপাৰ্ (কুপাহ চাহাব ১৮৬৮, ১৮৬৯) আদি চাহাবসকলে এই সীমান্তৰ বিভিন্ন অঞ্চল ভ্ৰমণ কৰিছিল। ১৮৫৪ চনত মছিয়ঁ ক্ৰিক্ আৰু বাউৰি নামে দুজন ফৰাচী পাদুৰীক কামান মিছিমিৰ এটা কৈদৰ গাম কাইছাই তিব্বতৰপৰা ঘূৰি আহোঁতে হত্যা কৰে আৰু পিছৰ বছৰ গামক ইডেন চাহাবে ধৰি ফাঁচী-কাঠত তোলে। নৈ-নলাৰ ঘনতা আৰু ইয়াৰ পৃথিৱীৰ ঘনাই কাণ-মূৰ জোকৰা অভ্যাসৰ কাৰণেও আগৰ দিনত আৰু আজিও এই সীমান্তত ফুৰা-চকা কৰা ধেমালিৰ কথা নহয়। ইয়াৰ মাটি আন কি পৰ্বতবোৰো বালিচহীয়া; মাজে মাজে সেই দেখি পৰ্বতৰ খহনীয়



হয়, আৰু লগে লগে ভূইকঁপো হয়। কুপাৰ চাহাবে এনে কঁপনিৰ কথা লিখিছে; মিছেজ্ কিংডন-ৱাৰ্ডে তেওঁৰ My Hill So Strong পুথিত ১৯৫০ চনৰ ১৫ আগষ্টৰ ভূঁইকঁপৰ চালনি-জোকাবণিৰ লগৰ খহনীয়াৰ যি বিৱৰণ দিছে পঢ়িলেই গা কঁপি উঠে। ৰাওলাটে তেওঁ মিছিমি পৰ্বতলৈ যোৱাৰ আগৰ বছৰ এখন গাঁও (Macrus) পৰ্বতৰ খহনীয়াত নষ্ট হোৱা কথা লিখিছে। ১৯৪৮ চনত মিঙ্গৰাটাং নামে এখন লোহিত উপত্যকাৰ গাঁও খহনীয়াই গ্ৰাস কৰে, আৰু কেম্প্‌বেল্ নামৰ এছিষ্টেণ্ট পলিটিকেল অফিচাৰ আৰু এহেজাৰ লোকৰ জীৱন নষ্ট হয়। ১৯৫৮ চনত আইৰিপানী গাঁৱত পৰ্বত খহনীয়াই এজন ইঞ্জিনিয়াৰকে ধৰি ৫২ জন মানুহ গ্ৰাস কৰে।

## খাম্‌টিৰ পৰিচয়, মূল, পৰিক্ৰমণ, বসতি

খামটি (খামটি) জনসংখ্যা বৰ্তমানে পাঁচ হাজাৰমান বুলি অনুমান কৰা হৈছে। ডেলটনে লিখিছিল, উত্তৰ-পূব সীমান্তৰ জনজাতি-সমূহৰ মাজত খামটিসকলেই জ্ঞান, কলা আৰু সভ্যতা বিষয়ত সবাতোকৈ আগ বঢ়া। কুপাৰ চাহাবে লিখিছিল, খামটিসকলক 'ট্ৰাইব্' নাম দিবৰ বিশেষ কোনো অৰ্থ নাই, কাৰণ তেওঁলোকৰ মাজত বন্য স্বভাৱৰ পৰিৱৰ্তে সংস্কৃতিৰ ভাল বিকাশ দেখা পোৱা যায় আৰু তেওঁলোকৰ সমাজৰ কিছুমান নিয়মৰপৰা পৃথিৱীৰ সভ্য জাতিয়েও শিকিব লগীয়া বস্তু বহুত আছে। বৌদ্ধধৰ্মৰ প্ৰভাৱত এওঁলোকৰ মাজত শিক্ষাও বহুত দিনৰপৰা চলি আহিছে।

খামটিসকল বিৰাট তাই জাতিৰ এটি শাখা। এওঁলোকে আদিতে আনসকল তাইৰ দৰে চীনৰ পশ্চিমলৈ বাস কৰিছিল। এই তাই বা শ্যান জাতিৰ এটি প্ৰধান শাখা হ'ল শ্যাম দেশৰ লোকসকল; এওঁলোকক ব্ৰহ্মৰ লোকে শ্যান্‌গ্যাই অৰ্থাৎ শ্যানসকলৰ ভিতৰত ডাঙৰ শাখা বোলে। এসময়ত ত্ৰিপুৰা, য়ুনান আৰু শ্যামক ছুই পং নামে এখন শ্যান ৰাজ্য আছিল বুলি মণিপুৰৰ বুৰঞ্জীত পোৱা যায়। এই ৰাজ্যৰ ত্ৰয়োদশ ৰজা চুকেমফাৰ ৰাজত্বত (৭৭৭ খ্ৰীষ্টাব্দ—), তেওঁৰ ভায়েক সেনাপতি ছামলোনফা কাছাৰ, মণিপুৰ, ত্ৰিপুৰা বশ কৰি ব্ৰহ্মপুত্ৰ উপত্যকা জয় কৰে। কিন্তু এই বুৰঞ্জীৰ আঁত এতিয়া হেৰাই গৈছে। ১২২৮ চনত চুকাফাৰ অধীনে অহা শ্যানসকলে এই উপত্যকাত ৰাজ্য প্ৰতিষ্ঠা কৰি আহোম নামে জনা-জাত হয়। অষ্টাদশ শতিকাত ব্ৰহ্মৰ ৰজা আলমপ্ৰাই পং সাম্ৰাজ্য ছিন্ন-ভিন্ন কৰি পেলায়, আৰু শ্যানসকলৰ কিছু শাখা অসমলৈ আহে। ফাকে বা ফাকিয়াল,

খামজাং বা খাময়াং ( সদিয়া ), নবা, তুৰুং, আইতনীয়া আৰু খামটিসকলে তেওঁ-লোকৰ মূল ঠাইৰ ধৰ্ম আৰু সংস্কৃতি লৈ অসম প্ৰৱেশ কৰে। এওঁলোকৰ মূল ঠাই যিয়েই হওক, সম্ভৱতে তেওঁলোক আহিছিল উত্তৰ ব্ৰহ্মৰ ওপৰ ইৰাৱতী নৈৰ স্নি খা শাখাৰ পাৰৰ মুং-খামটি-লং বা বৰখামটি বা মান্‌চি দেশৰপৰা। তেওঁলোকৰ মাজত প্ৰচলিত প্ৰৱাদমতে বৰখামটি দেশত তেওঁলোক কেইবা শতিকাও আছিল। 'মুং' মানে দেশ, 'টি' মানে ঠাই, 'খাম' শব্দৰ এটা অৰ্থ সোণ আন এটা অৰ্থ থাক্ বা লাগি থাক্। প্ৰৱাদমতে বৰখামটি দেশত হেনো এজোপা সোণৰ গুটি লগা লোহাৰ গছ আছিল। খামটিসকলে পোনতে যোৰহাটৰ দক্ষিণ অঞ্চলত বাস কৰিবলৈ লৈছিল। তাৰপৰা তেওঁলোক টেঙাপানী নৈৰ পাৰলৈ আহে, কিন্তু সম্ভৱতঃ চিংফৌসকলৰপৰা হেঁচা পাই সদিয়ালৈ যায়। গৌৰীনাথসিংহৰ ৰাজত্বত এই সময়তে মায়ামৰীয়া বিদ্ৰোহত ৰাজ্যত খেলিমেলি হোৱাত খামটি-সকলে আহোমৰ সদিয়াখোৱা গোহাঁইক খেদি নিজৰ মাজৰপৰা সদিয়াখোৱা গোহাঁই এজন লয় ( ১৭৯৪ চন )। খামটি সদিয়াখোৱা গোহাঁইক আহোম ৰজাই আৰু পিছত ব্ৰিটিছেও স্বীকৃতি প্ৰদান কৰে। ডেভিড্ স্কট চাহাবে চৌচালুম সদিয়াখোৱা গোহাঁইক এনে স্বীকৃতি দি সদিয়া অঞ্চলৰ অসমীয়া প্ৰজাৰ-পৰা কৰ-কাটল তুলিবলৈ দিয়ে আৰু চৰকাৰৰপৰা দিয়া অস্ত্ৰ-শস্ত্ৰেৰে দুশ মানুহৰ এটা পল্টন ৰাখিবৰ দায়িত্ব আৰু অধিকাৰ দিয়ে। ১৮২৪ চনত ব্ৰিটিছৰ চিংফৌ-অভিযানত খামটিসকলৰ সাহায্যত চৰকাৰ বৰ সন্তুষ্ট হৈছিল। আনফালে খামটিসকলে বৰখামটিৰ আপোন মানুহৰ লগত সম্পৰ্ক ৰাখি চলাত চৰকাৰৰ মনত সন্দেহো হৈ থাকিল। ১৮৩০ চনত এদল চিংফৌ আৰু বৰখামটিৰ লোকে অসম আক্ৰমণ কৰোঁতে সদিয়াখোৱা গোহাঁইৰো তাত যোগ আছিল বুলি ওলাইছিল। কেপ্টেইন নিউফ্‌ভিল ( নবীন ) চাহাবে এই আক্ৰমণ ব্যৰ্থ কৰে। ১৮৩৫ চনৰ মে মাহত ২৩০ জন মুংলাৰি খামটি আহি দহ বছৰ কৰ নিদিয়াকৈ অসম দেশত থাকিবলৈ বিচাৰে। সেই বছৰতে আগৰ গোহাঁই ঢুকোৱাত চৌবাংফাট সদিয়াখোৱা গোহাঁই হয়। গোহাঁইৰ আৰু মটকৰ বৰ-সেনাপতিৰ মাজত চৈখোৱা অঞ্চল লৈ কাজিয়া হোৱাত চৰকাৰে ঠাইখিনি আটক কৰি থয়, কিন্তু সদিয়াখোৱাই বলেৰে তাক দখল কৰাত তেওঁৰ বিষয়-বাব গুচাই তেওঁক স্থানান্তৰিত কৰা হয় আৰু সদিয়াৰ শাসন চৰকাৰে পঞ্চায়তৰ যোগে বা প্ৰত্যক্ষভাৱে কৰিবলৈ লয়। খামটি-চিংফৌসকলক তেওঁলোকৰ গামৰ শাসনলৈ এৰি দিয়া হ'ল আৰু তেওঁলোকৰপৰা কৰ লোৱাও প্ৰচলন কৰা নহ'ল। দেখাত



খামটি গোহাঁইসকল সন্তুষ্ট হ'ল। তেওঁলোকে চিংফৌ-দমনত সহায় কৰা দেখি আগৰ সদিয়াখোৱা গোহাঁইক সদিয়াত থাকিবলৈ দিয়া হ'ল ; কিন্তু তেওঁ কৰ-কাটল তোলা আৰু দাস ৰখা স্বত্ব ঘূৰাই নাপালে। ১৮৩৭ চনত গোহাঁয়ে সেই অঞ্চলৰ জনজাতিসকলক গোট খুৱাই ব্ৰিটিছক খেদাৰ ষড়যন্ত্ৰ কৰা বুলি ধুন্দুক-ঘানাককৈ শুনা গ'ল, কিন্তু তাৰ প্ৰমাণ পোৱা নগ'ল। ১৮৩৯ চনৰ ১৯ জানুৱাৰীত সদিয়াৰ ভাৰপ্ৰাপ্ত কৰ্নেল হোৱাইটে এখন দৰবাৰ পাতিছিল। তালৈ সকলো খামটি গোহাঁয়ো আহিছিল। সিদিনাই ৰাতি গোহাঁইসকলৰ তলে পাঁচ শ খামটিয়ে থানা আক্ৰমণ কৰে আৰু হোৱাইট্ চাহাবক বধ কৰে। আন আশীজন লোক নিহত আৰু আহত হয়। কিন্তু খামটিসকলে তেওঁলোকৰ এই জয় কামত নলগাই তেওঁলোকৰ আগৰণুৱা তাও গোহাঁই আৰু কাপ্তান গোহাঁইৰে দিবাঙৰ মিচিমিসকলৰ মাজত সোমালগৈ। আৰু এদল খামটিৰ বিদ্ৰোহ চৰকাৰে চিংফৌ, মটক আৰু আবৰৰ সহযোগত দমন কৰিলে। সদিয়াৰ বিদ্ৰোহীদলৰ এজন গোহাঁই চৌকিঙে আত্মসমৰ্পণ কৰি চৰকাৰী পল্টনক দিবাঙলৈ বাট দেখুৱাই লৈ গ'ল ; তাওকে মুখ্য কৰি সকলো বিদ্ৰোহী তাৰপৰাও পলাব লগীয়া হ'ল। তাৰে বিদ্ৰোহত যোগ নিদিয়া বাবে মুলুক খামটিৰ গামক মাৰি মুলুক খামটিক তেওঁৰ লগত পৰ্বতলৈ যাবলৈ বাধ্য কৰিছিল ; এতিয়ালোকৰ দুশ লোকক মুকলি কৰি দিয়া হ'ল। ৯০০ মান বিদ্ৰোহীয়ে তেওঁলোকৰ অস্ত্ৰ-শস্ত্ৰ পেলাই প্ৰাণৰ ভয়ত শৰণ লোৱাত তেওঁলোকক লুইতৰ ভাটীলৈ লখীমপুৰ জিলাত স্থাপন কৰা হয়। ১৮৩৯-৪০ চনত পৰ্বতত থকা বিদ্ৰোহীৰ পিছত চৰকাৰী সেনাই খেদা দিব লগা হৈছিল। ১৮৪৩-ৰ ডিচেম্বৰতহে শেষ দলটোৱে আত্মসমৰ্পণ কৰে। এওঁলোকক অসম আৰু মিচিমি ৰাজ্যৰ মাজত এখন বেৰাৰ দৰে সদিয়াত থাকিবলৈ দিয়া হ'ল। ১৮৮৪ চনত খামটিসকলৰ অৱস্থান মেকেঞ্জিয়ে এনেভাৱে বৰ্ণনা কৰিছে—সদিয়াখোৱাৰ ভাই-ভাগী কাপ্তান গোহাঁইৰ তলে সদিয়াৰ ওপৰে চুণপোৱাত এদল, আগতে টেঙাপানীৰ পাৰত থকা আৰু এতিয়া চৈখোৱা-ঘাটত লুইতৰ দক্ষিণে স্থাপন কৰা এমুঠিমান মুংলাৰি খামটি, চৌতাং গোহাঁইৰ তলে ডামাডজিত পতা তৃতীয় এদল, আৰু সদিয়াখোৱাৰ পুত্ৰ ভদীয়াৰ তলে লখীমপুৰৰ পশ্চিমাঞ্চলত থাপিত কৰা চতুৰ্থ এটা দল। এইদৰে সিঁচৰতি কৰাৰ ফলত খামটিসকলৰ সকলো সংহতি-শক্তি নষ্ট হৈ যায়। সদিয়া-চুণপোৱা অঞ্চলত এতিয়া খামটি লোক নাই ; তেওঁলোক অইন ঠাইলৈ উঠি গৈছে কিম্বা স্থানীয় মিচিমিৰ লগত মিলি পৰিছে। টেঙাপানী বা টেং নৈৰ পাৰৰ চৌখাম গাঁও

এখনি সমৃদ্ধ খামটি গাঁও। প্ৰাক্তন এম্, পি, শ্ৰীচৌখামুন গোহাঁই চৌখামৰ লোক। ১৮৬৮-৬৯ চনত কুপাৰ চাহাবে টেঙাপানী নৈৰ পাৰতে বিদ্ৰোহী সদিয়াখোৱা গোহাঁইৰ পুত্ৰ চৌচাম গোহাঁইক লগ পাইছিল।

**শাৰীৰিক গঠন আদি**

বাট্লাৰে খামটিৰ চেহেৰা-পাতি বৰ্ণনা দি কৈছে, তেওঁলোক মধ্যমীয়া ওখ, মুখৰ গঢ় আৰু ৰং আনতকৈও চীনাসকলৰ লগত মিলে কিন্তু তেওঁলোকতকৈ সামান্যভাৱে ক'লা। তেওঁলোক কৰ্মঠ, বুদ্ধিমান আৰু যুদ্ধপ্ৰিয় লোক। কুপাৰে চৌচাম গোহাঁইৰ ৰূপ বৰ্ণাইছে,—গোহাঁইৰ বয়স ডেৰ কুৰিমান হ'ব। তেওঁ পাতল গা-গাৰি আৰু সুগঠিত হাত-ভৰিৰে ওখই ছ'ফুটতকৈও অলপ অধিক হ'ব। পোন হৈ কঢ়া খোজ-কাটল ল-নি। ওখ, মিহি কপালখনে বুদ্ধিশক্তিৰ পৰিচয় দিয়ে। আনফালে শিল্পীয়ে হাতে অঁকাৰ দৰে ধুনীয়া চেলাউৰিযোৰে গভীৰ, উজ্জ্বল, ক'লা চকুযোৰক এটা কোমল স্পৰ্শ দিছে। নাকটো চুঁচি-কটা; ওপৰ ওঁঠ দীঘল ঢৌ যেন হৈ বৈ পৰিছে আৰু অহঙ্কাৰৰ ভাব ব্যঞ্জিত হৈ উঠিছে। তেওঁৰ সৰু কিন্তু দৃঢ় মুখখনে এটি কঠোৰতাৰ ভাব ধাৰণ কৰিছে। ৰবিন্‌ছনৰ মতে খামটিৰ মাজত শুৱনী তিৰোতা বেছি নাই। আনকালে কুপাৰে পুৱাৰ স্নানৰ পিছত খামটি গাভৰুৰ সৌন্দৰ্য্যৰ প্ৰশংসা কৰি কৈছে যে তেওঁলোকৰ সৌন্দৰ্য্যৰ ওচৰত য়ুৰোপীয় সুন্দৰীয়ে হাৰ মানিব লাগিব। কোনোজনীৰ মুখৰ বৰণ গাখীৰত সেন্দুৰ পৰি হোৱা ৰঙৰ দৰে উজ্জ্বল। অসমলৈ অহাৰ পিছত খামটি নামচুন বা গোহাঁইসকলে অসমীয়া ছোৱালী বিয়া কৰিছিল। ডেলটনে লিখিছে, এনে পৰিণয়ৰ ফল কোনো পৰিয়ালত ল'ৰা-ছোৱালীৰ চেহেৰাৰ কোমলতাত আৰু মুখৰ গঢ়ৰ উন্নতিত পৰিলক্ষিত হয়। এছ্. ই. পীলে খামটি-সকলৰ গাৰ ৰং অসমীয়া মানুহতকৈ ধেলা আৰু কিঞ্চিত হালধীয়া-চানেকীয়া বুলি উল্লেখ কৰিছে; তেওঁলোকৰ চুলি আৰু চকু ক'লা; মুখ পৰিষ্কাৰ; গোঁফৰ যত্ন বিফল; গালৰ হাড় উঠঙা; নাক বেছিভাগৰ চেপেটা; চকু সৰু; মতামাইকী উভয়ে মঙহাল শৰীৰৰ।

সাজ-পাৰ

খামটিসকলৰ সাজ-পাৰৰ নানা পৰিৱৰ্তন সময়ৰ সোঁতত হ'ব লাগিছে। তেওঁ-লোক আদিতে চীনদেশৰ ওচৰত থাকোঁতে চীনাসকলৰ দৰে দীঘল ঠেঙা পিন্ধি-ছিল; আজিৰ তৰোৱাল-খেল, যুদ্ধ আদিতো চীনৰ আদৰ্শ সোমাই আছে। তাৰ পিছত তেওঁলোকে উজনি বৰ্মাৰ মুংখামটি প্ৰদেশত হাবিত কাম কৰিবলৈ



লওঁতে দীঘল ঠেঙা এৰি আঁঠুৰ ওপৰত পৰা কাপোৰ পিন্ধিবলৈ ল'লে আৰু বৰ্মাৰ লোকৰ দৰে লুঙিৰ দৰে কাপোৰ আদিও গ্ৰহণ কৰিলে। অসমলৈ অহাৰ পিছতো তেওঁলোকৰ সাজ-পাৰৰ কিছু পৰিৱৰ্তন ঘটিছে। পুৰুষসকলে গাত লিপিট খাই পৰা বগা বা ঘোৰ নীলা ৰঙৰ কঁকাললৈকে পৰা এটা চোলা পিন্ধে। কঁকালত নীলা, সেউজীয়া, হালধীয়া ৰঙৰ সূতাৰে ( নিয়মমতে পাঁচটা ৰং থাকিব লাগে ) বোৱা লুঙিৰ দৰে এখন পাটৰ কাপোৰ পিন্ধে। এই কাপোৰ খনৰ পুতলটো সমাজত পিন্ধোতাৰ স্থানে নিৰ্ণয় কৰে। কান্ধত এওঁলোকে এখন ডাঙৰ পাতল চাদৰ পেলাই লয়। মখমলৰ দৰে জিলজিলীয়া পাতল শুধ বগা আগজোঙা পাগুৰিয়ে মূৰৰ ওপৰলৈ তুলি বন্ধা চুলিৰ খোপাটো ঢাকি ধৰে। সোঁ কান্ধৰ তলেদি সৰকাই বাওঁ কান্ধৰপৰা ওলমাই লোৱা এডাল বেতেৰে গোঁঠা ৰচিৰপৰা এখন দা ওলমি থাকে। ইও তেওঁলোকৰ সাজ-পাৰৰ এটা অঙ্গ। পুৰুষসকলে তিৰোতাৰ দৰে কাণত জাংফাই কেৰু আৰু হাতত সোণ-ৰূপৰ খাৰু পিন্ধে। বাট্লাৰে খামটিসকলৰ এখন সাধাৰণ ধুতি পিন্ধাৰ কথা উল্লেখ কৰিছে। সম্ভ্ৰান্ত খামটিসকলে বৰ্মাৰ লোকসকলৰ পাটছো নামৰ নানা-ৰঙীয়া কাপোৰো পৰিধান কৰে।

তিৰোতাসকলৰ সাজ-পাৰ বৰ আটোমটোকাৰি। তেওঁলোকৰ মূৰৰ চুলি পুৰুষতকৈ দীঘল আৰু যত্ন লোৱা কাৰণে কিচ কিচ কৰে ক'লা ( কুপাৰৰ ভাষাত raven black ); তেওঁলোকৰ খোপাটো হয় সেই বাবেই বৰ ডাঙৰ। তেওঁ-লোকে পুৰুষৰ দৰে খোপাটো বান্ধিলেও ৰূপৰ অলঙ্কাৰ আৰু সৰু সৰু কাচৰ মণিৰে তাক ধুনীয়া কৰি থয় আৰু দুই মূৰ ওলমি থকা ফুলাম একোডাল 'টাছেল' খোপাত ধুনীয়াকৈ মেৰাই লয়। তেওঁলোকে বৰ্মাৰ তিৰোতাৰ দৰে সাজ-পাৰ নিপিন্ধে। তেওঁলোকৰ ক'লা কাপোৰৰ মেখেলাখনেও তেওঁলোকক এটা গাম্ভীৰ্য্য দিয়ে। পীলে তেওঁলোকৰ লগত অসমীয়া তিৰোতাৰ সাজ-পাৰৰ সাদৃশ্য-লক্ষ্য কৰিছে। ডেল্টনৰ মতে অসমীয়া মানুহে শ্বানসকলৰপৰা মেখেলা মৰা ৰীতি শিকে। খামটি তিৰোতাই কঁকালত এখন ৰঙীন চাদৰ মেৰিয়াই লয় আৰু দীঘল হাতৰ পাটৰ বা কপাহী এটা জাকিত চোলা পিন্ধে। এওঁলোকে কাণত চকচকাই থকা জাংফাই কেৰু আৰু ডিঙিত পোৱাল আদি মণি একোধাৰ পিন্ধে। কোনোৱে ৰূপৰ বা সোণৰ একোচকলা অলঙ্কাৰো পিন্ধে। তেওঁলোকে ৰূপৰ বা সোণৰ গধুৰ খাৰু পিন্ধে। বৰ্মাৰ উত্তৰ সীমান্তত থকা খনিৰপৰা অলঙ্কাৰ কৰিবৰ কাৰণে ৰূপ আৰু সোণ পোৱা হৈছিল। বৰখামটি দেশত বছৰি ৮,০০০

তোলামান ৰূপ ওলোৱা এটা থনি থকাৰ কথা উইলকক্সে লিখিছে। সাধাৰণতে তিৰোতাসকলে মূৰত কাপোৰ নলয়; কিন্তু দুই-এগৰাকীয়ে চিংফৌ বা টাংছা-সকলৰ দৰে সৰু কাপোৰ এখন মূৰত মেৰিয়াই লোৱা দেখা যায়। মূৰৰ ওপৰত তুলি খোপা বন্ধাটো বোলে বিবাহিতাসকলৰহে স্বত্ব।

ওপৰত বৰ্ণিত খামটিসকলৰ সাজ-পাৰ ক্ৰমাৎ এৰা পৰিছে আৰু তাৰ ঠাইত আধুনিক সাজ-পাৰ সোমাইছে।

খামটিসকলৰ অস্ত্ৰাভৰণৰ লগৰ খামটি ফলাই দা বৰ চোকা আৰু অতি উত্তম তীখাৰে কৰা। একোখন দাৰ কটা অংশ এহাতমান দীঘল, তাৰ নালৰপৰা আগলৈ ক্ৰমাৎ মুখখন বহল হৈ যায়। এনে দা আগতে বৰ্মাৰপৰা আহিছিল। দাখন সাধাৰণতে ওলমাই লওঁতে সমুখৰ ফালে পৰে যাতে সোঁহাতখনে কোনেও নেদেখা-কৈয়ে তাৰ নালটো খামুচিব পাৰে। এই দাখন আৰু ম'হৰ ছালৰ ঘূৰণীয়া ঢাল-খনেৰে এসময়ত খামটি ৰণুৱাই শত্ৰু জিনিছিল।

## খেতি-বাতি, ধাতুৰ কাম, বেহা-বেপাৰ আদি

খামটিসকলে ধান আৰু শাক-পাচলিৰ খেতি কৰে। এখন গাঁৱত সাধাৰণতে ৰাজহুৱাকৈ একোখন পথাৰ ৰখা হয়, যদিও কোনোৱে ইচ্ছা কৰিলে নিজৰ ৰবীয়াকৈ খেতি কৰিব পাৰে। গাঁৱত হোৱা সকলো ধান নৈৰ পাৰৰ ৰাজহুৱা ধানৰ ভঁৰালত থৈ দিয়া হয় আৰু গামৰ তলতীয়া এজন লোকে সদায় বাতিপুৱা প্ৰত্যেকঘৰ মানুহৰ কাৰণে ধান উলিয়াই দিয়ে। পথাৰৰ কামত তিৰোতাসকলে বিশেষভাৱে লাগিব লাগে। এওঁলোকৰ-মাজত আফিঙৰ খেতিও এসময়ত বৰ বেছিকৈ চলিছিল।

খামটিসকল যদিও বৌদ্ধ তেওঁলোকে মাছ খায় আৰু আনে মাৰি অনা জন্তুৰ মঙহো খাব পাৰে। তেওঁলোকে মদ খোৱাটোও দোষৰ কথা বুলি নাভাবে। গৰু-ম'হ আৰু গাহৰি তেওঁলোকে পোহে; আৰু গৰু-ম'হৰ গাখীৰো তেওঁলোকে খায়। খামটি তিৰোতাসকল ভাল ৰান্ধনী আৰু বোৱনী। এওঁলোকৰ মাজত অসমীয়া তিল-পিঠা আদিৰ ব্যৱহাৰ আছে। এওঁলোকৰ চুঙা চাউল (খা'-লাম) কৰাৰ পদ্ধতি স্বকীয়া ধৰণৰ; কুমলীয়া বাঁহৰ চুঙাৰ ভিতৰৰ বগা চোঁচটোৱে সৈতে ধুনীয়াকৈ কাটি উলিওৱা হয়। খামটি ৰান্ধনীৰ নেপূৰা মাছৰ আঞ্জা পাছাও আৰু পাছা বৰ সুস্বাদু। খামটি শিপিনীয়ে ঘৰৰ আৱশ্যকীয় সকলো কাপোৰ-



কানি বৈ লয়। তেওঁলোকৰ তাঁতৰ শালত মাকোৰ খিটখিটনি এতিয়াও মাৰ যোৱা নাই। আগৰ দিনৰপৰা বিখ্যাত খামটি মোনাক আজিও ৰঙা, কলপতীয়া, হালধীয়া কৰি বণকোৱা সূতাৰে তোলা চৰাই (গোটেই সীমান্তৰ লোক-কথাতে চৰাইৰ প্ৰাধান্য মন কৰিব লগীয়া), ঘৰ, ফুল, গছ আদিৰ চিত্ৰ চকুত লগাকৈ তোলা হয়। এওঁলোকৰ শিল্পৰ ওপৰত ব্ৰহ্মদেশৰ প্ৰভাৱ কিছু পৰিছে। তিৰোতাসকলে খোপাত মেৰিয়াবলৈ ফুল তুলি কৰা টাছেলো অতি সুন্দৰ। তদুপৰি এওঁলোকে ভাল কাৰ্পেটো ফুল তুলি কৰিব পাৰে।

খামটি গামসকলে গাঁৱৰ সোণাৰি আৰু কমাৰ তেওঁলোকে সকলোৱে আৱশ্যকীয় সোণ-ৰূপৰ অলঙ্কাৰ আৰু দ-কটাৰী আদি গঢ়ে। এওঁলোকেই এসময়ত ম'হৰ ছালত পিতল, লা আদি লগাই যুদ্ধৰ কাৰণে ঢাল তৈয়াৰ কৰিছিল। গাঁৱৰ সাধাৰণ মানুহে খেতি-পথাৰৰ কাম আৰু খৰি লোৱা আদি কৰে; তেওঁলোকে ৰূপৰ-সোণৰ কচি লগা অলঙ্কাৰ আদি কৰিবলৈ সময় নেপায়।

চহকী খামটিসকলে হাতী-চিকাৰত বিশেষ মনোযোগ দিয়ে। হাতত জোৰ লৈ বাতি জাক পাতি মাছ মৰাৰ বিৱৰণ কুপাৰ চাহাবে দিছে। বৌদ্ধ শ্ৰমণসকলে কাঠ, হাতী-দাঁত, হাড় আদিৰপৰা নানা ধৰণৰ মূৰ্ত্তি আৰু আৱশ্যকীয় দা-নাল, কটাৰী-নাল আদি ধুনীয়া ধুনীয়া বস্তু তৈয়াৰ কৰে। সাপ, দৈত্য-দানৱ আদিৰ ৰূপ দি এওঁলোকে এই বস্তুবোৰ বৰ উচ্চ ৰুচিৰ কৰি তোলে। গায়ক, বাদক, নৰ্তক আৰু নানা জন্তুৰ কাঠৰ পুতলা কৰাতো খামটিসকল পাৰ্গত। খামটিসকল বৰ নিপুণ বেপাৰী। তেওঁলোকে উজনি অসমক এসময়ত উত্তম চাউল আৰু আলুগুটি আদি শাক-পাচলি যোগাইছিল। তেওঁলোকৰ দা, মোনা আদিও ভৈয়ামলৈ আহিছিল। এই বেহা-বেপাৰত নামচুনসকলে আগভাগ লৈছিল। যোৱা শতিকাৰপৰাই মাৰোৱাৰী মহাজন উত্তৰ-পূব সীমান্ত অঞ্চলত সোমাইছিল। চৌখামতো আমি মাৰোৱাৰী গোলা পাইছিলো।

খামটিসকলৰ মাজত সীমান্তৰ পশ্চিম অঞ্চলৰ মনপা, শ্বেৰডুকপেন, মেম্বা বৌদ্ধসকলৰ দৰে নৈৰ সোঁতৰ শক্তিৰে চলোৱা চকাৰ লগত সংযোজিত কৰি ঢেঁকিৰ কাম কৰোৱা পদ্ধতি আছে। এই পদ্ধতি সম্ভবতঃ ধৰ্ম আদি বৌদ্ধ দেশৰপৰা লৈ অনা হৈছিল।

## গাওঁ, ঘৰ, ডেকা-গাভৰু-চাং

একোখন গাঁৱৰ ফৈদৰ মানুহৰ সংখ্যা অনুসৰি গাঁওবোৰ ডাঙৰ সৰু হয়। কুপাৰ চাহাবৰ দিনত চৌচামৰ গাঁৱত খেলিমেলিকৈ সজা ৪০ ঘৰমান মানুহ আছিল। আজি-কালি যদিও নতুন ধৰণৰ কাঠৰ চাংঘৰ কৰা হৈছে, আগৰ দিনৰপৰা খামটি ঘৰবিলাক গোটা বাঁহ থাক পাতি সজা হয়। চাঙলৈ উঠিবলৈ এটা জখলা দিয়া হয়। বৰখামটি দেশৰ ঘৰৰ লগত এই ঘৰবোৰৰ সামাঞ্জস্য পুৰণি পৰিব্ৰাজকসকলে লক্ষ্য কৰিছে। চাঙৰ ওপৰত বৰ ভালকৈ গোটা গোটা বাঁহৰ গাটে পাৰি দিয়া হয়। টকৌপাত, জেঙু-পাত, খেৰ আদিৰে ছোৱা চালৰ পানীপাছ সাধাৰণতে এই চাঙৰ নামলৈকে ওলমি পৰে। ঘৰটো কেইবাটা কোঠাতো ভাগ কৰি দুৱাৰ দিয়া হয়। সম্মুখৰ পুলি আলহী-দুলহী বহিবৰ কাৰণে মুকলি কৰি ৰখা হয়। প্ৰতিটো কোঠাতে দাঙি তুলি নিব পৰা একোখন জুহাল (তিফাই) থাকে, জুহালৰ কাষত সবাহ আৰু চাহ-পানী তপতোৱা ডেগ সদায় থাকেই। চহকী খামটিৰ ঘৰ-দুৱাৰ বৰ পৰিষ্কাৰ হৈ থাকে। কোনো নামচুনৰ দুটাকৈও এনে ঘৰ থাকে।

খামটিসকলৰ মাজত ডেকা-চাং আৰু গাভৰু-চাং দুইটা অনুষ্ঠানেই আছে। এই ঘৰবিলাক সাধাৰণতে এটা কোঠা কৰি কৰা হয়। ডেকা-চাঙৰ বেৰত জাল, ধেনু-কাঁড়, দা, যাঠি আদি আঁৰি থোৱা হয়। ৰাতি হলে বিয়া নোহোৱা ডেকা ডেকা-চাঙত আৰু গাভৰু গাভৰু-চাঙত থকাৰ নিয়ম। গাভৰু-চাঙত কোনো পুৰুষ সোমাব নাপায়। গাভৰু-চাঙত থকা বয়সিয়াল তিৰোতাসকলে ছোৱালী-হঁতৰ ওপৰত চকু ৰাখে। গধূলি চাঙলৈ যাওঁতে আৰু ৰাতিপুৱা চাঙৰপৰা ঘূৰোঁতে ডেকা-গাভৰু লগা-লগি হ'ব পাৰে আৰু তাৰপৰা মিলনৰো সূত্ৰপাত হ'ব পাৰে।

## সমাজ-গঠন, বিয়া-বাৰু, দাসত্ব-প্ৰথা

খামটিসকলৰ মাজত অনেক ফৈদ আছে। প্ৰতি ফৈদৰে গাঁও সুকীয়া আৰু প্ৰত্যেকৰে একোজন সুকীয়া গোহাঁই থাকে। তেওঁলোকে কঁকালত মৰা টঙা-লিৰপৰা ফৈদৰ চিনাকি উলিয়াব পাৰিছিল।

কোনো ডেকাই নিজৰ বিয়াৰ কইনা বাছি লোৱাৰ পিছত নিজৰ আৰু ছোৱালীৰ মাক-বাপেকৰ অনুমতি ল'ব লাগে। কেতিয়াবা নিজৰ ঘৰ হোৱাৰ



আগতে কিছুদিন কোৰ্টশিপ্ চলি থাকে। কিন্তু সি দীঘলীয়া হোৱাটো বাঞ্ছনীয় বুলি বিবেচিত নহয়। খামটিসকলৰ মাজত বহু-বিবাহৰ নিষেধ যদিও নাই তথাপি পুৰুষে দুজনী তিৰোতা বিয়া কৰোৱা উদাহৰণ নাই বুলিলেও হয়।

খামটিসকলৰ মাজত দাসপ্ৰথা চলিছিল। চহকী মানুহে বহতীয়া ৰাখি খেতি-বাতি আদিৰ সকলো কাম কৰাই লৈছিল।

## ধৰ্ম, উৎসৱ আদি

খামটিসকলে ব্ৰহ্মদেশত প্ৰচলিত হীনযান বা থেৰবাদ বৌদ্ধ ধৰ্মত প্ৰৱৰ্তে আৰু সেই বাবে ব্ৰহ্মৰ লগত সদায় সম্পৰ্ক ৰাখি চলে। বৌদ্ধ থেৰ আৰু ভিক্ষুসকলক বাপু বোলা হয়, আৰু বৌদ্ধ মন্দিৰবিলাক বাপুচাং নামে জনা-জাত। বাপুসকলে ধৰ্মৰ নিয়মবিলাক মানি চলে, কিন্তু সাধাৰণ খামটিসকলে মাছ-মাংস আদি খোৱাটো দূষণীয় বুলি নাভাবে। সমাজত বাপুসকলৰ স্থান বৰ উচ্চত। কেতিয়াবা তেওঁলোকৰ মান গোহাঁইসকলতকৈও। কোনো সৎকাৰ্য্য কৰিবলৈ হ'লে তেওঁলোকে আগতে মঙ্গল চাই দিন-বাৰ ঠিক কৰি দিব লাগে। বাপুসকলেই হ'ল গাঁওৰ শিক্ষক। বহতীয়াসকলৰ বাহিৰে সকলো খামটিৰে লৰা বাপুচাঙলৈ আহি ব্ৰহ্মদেশৰ লিপিত খামটি আৰু ব্ৰহ্মভাষাৰ পুথি পঢ়িব লাগে। বাপুসকলে ৰাতিপুৱাতে উঠি আগে আগে টিলিঙা বজাই যোৱা এটা ল'ৰাৰ লগত গাঁৱলৈ ওলাই যায় আৰু ঘৰে ঘৰে তিৰোতাসকলে দিয়া ভিক্ষা সংগ্ৰহ কৰি আনে। যেই কোনো মানুহেই বাপু হ'ব পাৰে, কিন্তু তেওঁ সাধাৰণ খোৱা-বোৱা ৰীতি পৰিহাৰ কৰি কেৰলীয়া জীৱন যাপন কৰিব লাগে। কুপাৰে লিখিছে যে বাপুসকলে ব্ৰহ্মৰ ধৰ্মৰ কৰ্তৃপক্ষৰপৰা তেওঁলোকৰ নিয়োগ লাভ কৰে।

বাপুচাংবিলাক সাধাৰণ খামটিৰ ঘৰতকৈ অলপ সুকীয়া ; চাংখন কাঠেৰে কৰা হয় আৰু চাল খেৰ-পাতেৰে ছোৱা হয়, যদিও আজিকালি টিনহে চলিছে। বাপু-চাঙৰ বাহিৰৰ আকৃতি ব্ৰহ্মদেশৰ বৌদ্ধ মন্দিৰৰ আকৃতি। চৌখামৰ বৌদ্ধ বিহাৰৰ চাংখন কাঠেৰে সুন্দৰকৈ কৰা আৰু বৰ সুন্দৰ ; ওপৰে টিনপাত। ভিতৰৰ সিংহাসনত বহুতো বুদ্ধ-মূৰ্তি—প্ৰায়বোৰেই ব্ৰহ্ম আৰু দক্ষিণ-পূব এচিয়াৰ মূৰ্তি-শিল্পৰ নিদৰ্শন। ছপা চিত্ৰও বহুত আছে। তাৰ ভিতৰত থাইলেণ্ডত অঙ্কিত আৰু তলত থাই ভাষাৰ চমু বৰ্ণনা থকা বেস্‌সন্তৰ, ভূৰিদত্ত আদি জাতকৰ বিষয়-বস্তুৰে এশাৰী ছবিয়ে বিশেষ দৃষ্টি আকৰ্ষণ কৰে।

বৌদ্ধধৰ্ম সম্পৰ্কীয় উৎসৱ আৰু পাইচামকেন আদি ধৰ্মৰ সম্পৰ্কিত অনেক উৎসৱ খামটিসকলৰ মাজত আছে।

গাঁৱৰ কাষতে থকা মৰিশালিবিলাক বৰ পৰিষ্কাৰ। আহোমসকলৰ মৈদামৰ দৰে কৌণিক আকাৰৰ মৈদামবোৰ বাঁহৰ সজা পাতি মাটি তুলি কৰা হয়।

## নৃত্য-গীত

সীমান্তৰ পশ্চিম অঞ্চলৰ মনপা আদি বৌদ্ধসকলৰ দৰে খামটিসকলৰ মাজতো ধৰ্মসম্পৰ্কিত নৃত্য আছিল। সেইবিলাক সুঁৱৰি এতিয়া পুনৰুদ্ধাৰৰ যত্ন কৰা হৈছে। চৌখাম বৌদ্ধবিহাৰত আমি তিনিটি নাচ দেখিছিলো। নাচৰ কেইটি-মান কথাই আমাৰ মনত বিশেষ সাঁচ বহুৱালে। প্ৰথম, নাচবোৰত জন্তুৰ মটিফৰ ব্যৱহাৰ; সীমান্তৰ বৌদ্ধসকলৰ আন আন নাচতো সি সংচালনীকৈ চলে। দ্বিতীয়তে মুখাৰ ব্যৱহাৰ—এই বিষয়ত একালে অসমৰ ভৈয়াম আৰু আনকালে দক্ষিণ-পূব এচিয়াৰ দেশবোৰলৈকে খামটি দেশৰ মিল দেখা যায়। খামটিসকলে জন্তুৰ মুখা সুন্দৰকৈ বেতৰ টোমৰ ওপৰত ৰং-বৰণ দি কৰিব পাৰে। তৃতীয়তে, প্ৰবেশ, প্ৰস্থান আৰু পাদচালনাৰ বিষয়ত আমাৰ ভাওনাৰ নাচৰ লগত খামটি নাচৰ চকুত লগা মিল; এই মিল দেখি পোনতে ভাওনাৰ লহৰকে ইয়াত সুমুৱালেহি বুলি কাৰো ধাৰণা হ'ব পাৰে। নাচৰ লগত সঙ্গীত সৰল ধৰণৰ—ৰবকাঁহ, খেৰেঙি তাল আৰু সাধাৰণ ঢোলেই সেইভাগ পূৰা কৰে। ঢোলৰ কোব কেইটাও একে ধৰণৰ, সৰল; বাইশ মাত্ৰাত সাতবাৰ তাল আৰু এটা খালি পৰে। নাচৰ বিষয়-বস্তু বৌদ্ধ ধৰ্মই যোগাই থৈছে। বোধিসত্ত্বৰ বিবিধ কাহিনী আৰু বৌদ্ধ প্ৰভাৱান্বিত লোক-কথাৰ আধাৰত নাচবোৰ সজা হৈছিল। বোধিসত্ত্বৰ আগমনৰ আগতে পৃথিৱীত চৰায়ে-চৰায়ে, পশুৱে-পশুৱে, অসুৰে-অসুৰে, প্ৰাণীয়ে-প্ৰাণীয়ে নানা বিগ্ৰহ চলি আছিল। বোধিসত্ত্বৰ অৱতাৰ হ'ল প্ৰেমৰ বাণী লৈ; আৰু সকলোতে শান্তি বিৰাজ কৰিলে। নাচৰ এই অৰ্থ অৱগাহ কৰি অন্তৰত কৰুণাৰ স্পৰ্শ পৰে।

## ভাষা

খামটিসকলে তেওঁলোকৰ নিজৰ ভাষা, ব্ৰহ্মদেশৰ ভাষা আৰু অসমীয়া, তিনিওটাকে ব্যৱহাৰ কৰে। ব্ৰহ্মৰ লগত ধৰ্মৰ সম্পৰ্ক হেতুকে তেওঁলোকে তাৰ ভাষা জানিব লাগে। অসমৰ ভৈয়ামৰ লগত তেওঁলোকৰ সামাজিক আৰু



ব্যৱসায়গত সম্পৰ্কৰ হেতুকে তেওঁলোকৰ মাজত বহলভাৱে অসমীয়া ভাষা চলে। খামটি ভাষা ইন্দোচীন গোষ্ঠীৰ। খামটি ভাষাৰ লগত ব্ৰহ্মভাষা আৰু তাইৰ ওপৰ সম্পৰ্ক। খামটি ভাষাৰ সামঞ্জস্য থকা আৰু সম্ভৱতঃ খামটি বা একে পৰ্য্যায়ৰ ভাষাৰপৰা অহা অনেক শব্দ অসমীয়াত লক্ষ্য কৰিব পাৰি—তিফাই (জুহাল), ফাঁক (জৰী), ফাঁক (দা, তৰোৱাল আদি থোৱা যতন), ফাই (জুই), যেনে—কাৰফাই ধেনু। মিত (দা), ফাকমিত (দাৰ ফাক), ইত্যাদি। খামটি ভাষাৰ লিপিত গ, ঘ, দ, ধ, ব, ভ, আদি নাই। প্ৰশাসনে এই লিপি গুচাই নাগৰী লিপি দিবৰ বাবে যত্ন কৰিছিল। কিন্তু নাগৰীত প্ৰাথমিক পুথি ছাপা হোৱাৰ পিছতে সেইবোৰ নষ্ট কৰিব লগা হল। খামটি ভাষাত সুৰৰ (tone) প্ৰাধান্য বেছি। একেটি 'মা' শব্দ কণ্ঠ্যপ্ৰধান কৰি উচ্চাৰণ কৰিলে ঘোঁৰা, দীঘলীয়াকৈ উচ্চাৰণ কৰিলে কুকুৰ, টপ কৰি মাতি থ'লে অঁকৰা আৰু আন এক প্ৰকাৰে উচ্চাৰণ কৰিলে 'আহিল' অৰ্থ হয়। বৰ্তমানে বৰ্তমানৰ উপযোগী কৰি খামটি লিপি (ব্ৰহ্মলিপিৰ প্ৰকাৰভেদ) পৰিৱৰ্তন-পৰিৱৰ্দ্ধন কৰিবৰ বাবে চৌখামৰ বাপুসকলক প্ৰমুখ্য কৰি কেইজনমানেৰে এখন বিশেষজ্ঞ সমিতি পাতি দিয়া হৈছে।[১]

(১) গ্ৰন্থপঞ্জী: Verrier Elwin, A Philosophy for NEFA, 1959; The Art of the North-East Frontier of India, 1959; India's North-East Frontier in the Nineteenth Century, 1959; A. Mackenzie, History of the Relations of the Government with the Hill Tribes of the North-East Frontier of Bengal, 1884; T. T. Cooper, The Mishmee Hills, 1873; মহেশ্বৰ নেওগ, লোহিতৰ আগাৰিৰ চেনেহৰ বাতৰি (অসম বাণী)।

# মিচিমি

ডক্টৰ শ্ৰীমহেশ্বৰ নেওগ

## চিনাকি

মিচিমিসকলৰ তিনিটা প্ৰধান ভাগ—ইদু ( চুলিকটা, মিধি ) ; টাৰাওঁ (টাইন, টাওৰাঁ বা ডিগাৰু ) আৰু কামান ( মিজু )। মিথুন বা বেবেজীয়া নামে চুলিকটা মিচিমিৰ এটা ডাঙৰ খেল আছে। ইদুসকলে ছত্ৰাকাৰে মূৰৰ চুলি ৰাখি দাঁতিবোৰ কাটি পেলায়, বাকী দুটি ভাগে চুলি দীঘলকৈয়ে ৰাখে। ইদুৰ চুলিৰ ফেচনটো আদিসকলৰ পাদাম আৰু মিঞঙৰ লগত মিলে। তেওঁলোকৰ ঐতিহ্যয়ো তেওঁলোকক পাদামসকলৰ লগতে জড়িত কৰে ; কিন্তু পাদামসকলৰ কেবাং ( গাঁও-সভা ) আৰু পনুং ( গীত-নাচ ) হ'লে তেওঁলোকৰ নাই। টাৰাওঁ আৰু কামান মিচিমিসকলৰ সাজ-পাৰ চকুত লগা। টাৰাওঁসকলৰ চেহেৰাৰ মিল কামানৰ লগত সৰহ, ভাষাৰ মিল ইদুৰ লগতহে বেছি। এওঁলোকে নিজৰ প্ৰৱাদমতে ব্ৰহ্মদেশৰপৰা লোহিত নৈৰ পাৰলৈ আহে। এওঁলোকে একালে অসমৰ ভৈয়াম আৰু আনফালে তিব্বতৰ লগত বেপাৰ কৰাত পটুতা বহুত কালৰপৰাই দেখুৱাই আহিছে। কামানসকলো বেপাৰী, আৰু বিশেষকৈ সন্ধি-ভৰা হাবিৰপৰা বেত কাটি উলিওৱাত বৰ পাকৈত। বুঢ়া লোকে কয়, এওঁলোক বোলে আগতে ব্ৰহ্মদেশৰ কাচিন পৰ্বতবোৰত আছিল। ইদুসকল বৰ সাহসী আৰু যুঁজ-বাগৰ ভাল পোৱা বিধৰ ; গতিকে তেওঁলোকক মিচিমিৰ আন দুটা ভাগে সমীহ কৰি চলিব লাগিছিল আৰু ব্ৰিটিছ চৰকাৰেও তেওঁলোকক এসময়ত সদিয়াৰ কাষকে চাপিবলৈ নিদিয়া নিয়ম কৰিছিল। টাৰাওঁ আৰু কামানসকল কিন্তু কানিৰ বৰ ভকত। সকলো মিচিমিয়েই থাওকলীয়া ; তেওঁলোকৰ মাজত ওখ-পাখ মানুহ কম ; কিন্তু তেওঁলোকৰ তাম-বৰণীয়া দেহত শক্তি আৰু মঙ্গোলীয় আকৃতিৰ মুখত উজ্জ্বলতা।

ইদুসকল সদিয়াৰ উত্তৰ-পশ্চিমৰ ছিছিৰি নৈৰপৰা আৰম্ভ কৰি উত্তৰ-পূৱত ডিগাৰু নৈলৈকে বিস্তৃত হৈ আছে। পূৰ্বতে তেওঁলোকে দিবাং নৈৰ উত্তৰ পাৰৰ সকলোবিলাক চাপৰ পাহাৰ অধিকাৰ কৰি আছিল আৰু ছিছিৰি নৈকে



তেওঁলোকৰ আৰু আদিসকলৰ মাজৰ সীমা বুলি ধৰা হৈছিল। কিন্তু উনবিংশ শতিকাৰ শেষ ভাগত আদিসকলে তেওঁলোকক খেদি ডাম্বুকত তেওঁলোকৰ উপনিৱেশ স্থাপন কৰে। এতিয়া ইদুসকলৰ প্ৰধান ঠাই দিবাং আৰু তাৰ শাখা-বিলাকৰ উপত্যকাবিলাক। ইদুৱে কয় যে তেওঁলোকৰ পূৰ্বপুৰুষজন হল টাৰা ; এই টাৰাৰ ভায়েক টানিৰপৰা আদিসকলৰ উৎপত্তি। যদিও মিথুন বা বেবেজীয়া মিচিমিসকল ইদুসকলেৰে এটা খেল, ইদুৱে সেই কথা সহজে স্বীকাৰ নকৰে আৰু বেবেজীয়াসকলক টাৰাওঁ মিচিমিৰপৰা ওলোৱা বুলি কয়। কিন্তু ইদু আৰু বেবেজীয়াৰ গঢ়-পিত, ৰীতি-নীতি, সাজ-পাৰ আৰু ভাষা একে পৰস্পৰে বিয়া-বাৰুও হয়।

টাৰাওঁসকলৰ বসতিস্থান পূৱত ব্ৰহ্মকুণ্ড আৰু চীন-তিব্বতৰ সীমাৰ মাজৰ ব্ৰহ্মপুত্ৰৰ পাৰৰ সৰু-ডাঙৰ পৰ্বতবিলাক আৰু পশ্চিমত ডিগাৰু নৈ আৰু উত্তৰত তিব্বতৰ সীমালৈকে জুৰি আছে। ডিগাৰু নৈ ইদু আৰু টাৰাওঁসকলৰ মাজৰ সীমা বুলি ধৰা হয়।

কামানসকল লোহিত নৈৰ আগাৰিত আৰু কমলাংপানী নৈৰ উপত্যকাত বাস কৰে।

মিচিমিসকলৰ তিনিটা প্ৰধান শাখাৰ ভিতৰত পুৰণি কালত মিল দেখা নগৈছিল। কামানসকল ইদু আৰু টাৰাওঁসকলৰ ভয়ত থাকিব লগা হৈছিল। ১৮৩৬ চনত কামান আৰু টাৰাওঁসকলৰ মাজত এখন বিয়াৰ কথা লৈ ডাঙৰ কাজিয়া লাগে। কামান গাম কলিঙে কিছু লামাৰ সহায় লৈ টাৰাওঁসকলক আক্ৰমণ কৰে আৰু কুৰিজনমান মানুহ মৰে। আগৰ কালত ইদুসকলে মাজে মাজে টাৰাওঁসকলৰো গাঁও আক্ৰমণ কৰিছিল।

মিচিমিসকল চুটি-চাপৰ, গাঁথলু আৰু বৰ কামিলা। তেওঁলোকৰ শৰীৰ স্বাস্থ্যৱন্ত আৰু শকত আৰু বহুতৰে মুখৰ বৰণ উজ্জ্বল। কিন্তু তেওঁলোকৰ গা-পা ধোৱাৰ অভ্যাস বৰ কম কাৰণে কোনোৱেৰা দেখি ভাল নাপায়। উত্তৰ আৰু উত্তৰ-পূৱৰ ইদুসকল বেছি বগা। ডেলটন চাহাবে লিখিছে, ইদুসকলৰ চেহেৰা ঘন তাম-বৰণীয়াৰেপৰা চাহাবৰ গাৰ বঙলৈকে হ'ব। চাহাবসকলে ইদু-ছোৱালীৰ বৰ ডাঙৰ ডাঙৰ কলা-ফুল দেখি ( আন মতা মানুহৰ দুগুণ ) আচৰিত বোধ কৰিছিল।

বাট্‌লাৰে মিচিমিসকলক ঘূৰি ফুৰা আৰু নিজৰ মাজত আৰু পৰৰ লগত যুদ্ধ কৰি ভাল পোৱা স্বভাৱৰ জাতি বুলি বৰ্ণনা কৰিছে। নীধামে কিন্তু মিচিমি-

সকল ভয় কৰিব লগীয়া মানুহ নহয় বুলি আশ্বাস দিছে। এওঁলোক বৰ অতিথি-পৰায়ণ আৰু ইষ্ট-মিত্ৰ আৰু আলহীক মেথোন-গাহৰি বা বনৰীয়া জন্তু মাৰি ভোজ খুৱাবলৈ উদগ্ৰীৱ।

## বুৰঞ্জীৰ পাত লুটিয়াই

আহোম ৰজাৰ দিনত মিচিমিসকলে আহোম শাসন মানি লৈছিল। সদিয়াৰ বিখ্যাত সৰ্প-স্তম্ভত দিহিঙীয়া বৰগোহাঁয়ে ১৫৩২ চনত আহোম আৰু মিচিমিৰ অধীনৰ মাটিৰ সীমা বান্ধি দিছিল। মিচিমিসকলে সদিয়াখোৱা গোহাঁইৰ যোগে আহোম ৰজালৈ মিচিমি বৰবিহ আদিৰ ৰূপত তেওঁলোকৰ কৰ-পঁচা ভেটিছিল। ১৮২৬ চনত কেপ্টেইন বেডফৰ্ডে চুলিকটা মিচিমিৰ বাধা পাই ডিগাৰু মিচিমিৰ মাজলৈ যাব লোৱাৰিলে। ১৮২৭ চনত লেফ্‌টেনাণ্ট উইল্‌কক্সে টাবাওঁ মিচিমিসকলৰ মাজেদি পৰশু-কুণ্ডৰ ওপৰ পৰ্য্যন্ত কামান-সকলৰ মাজলৈ যাওঁতে কোনো বাধা পোৱা নাছিল। কিন্তু ১৮৩৬ চনত টাবাওঁ-সকলে ডাক্তৰ গ্ৰিফিথক কামানৰ মাজলৈ যাবলৈ বাট এৰি নিদিলে। এই সময়ত চিংফৌৰ দফা গামৰ অতুল প্ৰভাৱ আছিল টাবাওঁ আদি মিচিমিসকলৰ ওপৰত। এই সময়ত আনফালে টাবাওঁ আৰু ইডু মিচিমিসকলৰ মাজত যুদ্ধ চলি আছিল। ১৮৩৯ চনত সদিয়াত কৰ্ণেল হোৱাইটক খামটিসকলে বধ কৰিবৰ সময়ত মিচিমিয়ে খামটিৰ লগত যোগ দিছিল আৰু ঠিক তাৰ পিছতে খামটিসকলৰ নেতা তাও গোহাঁয়ে মিচিমিসকলৰ এটালিয়ান্ গাঁৱত আত্মগোপন কৰি আছিল। কেপ্টেইন ভেট্‌চৰ ৰিপোৰ্ট্‌মতে ১৮৪২ চনত চুলিকটা মিচিমিসকলে খামটিক কৰ-পঁচা দি তেওঁলোকৰ লগত মিলেৰে আছিল। ১৮৪৫ চনত লেফ্‌টেনাণ্ট্‌ ৰাওনাটে ডু নৈ পৰ্য্যন্ত আগ বাঢ়ি সেই নৈয়েদি উজাই টুপ্পাওত তিব্বতীসকলক লগ পাইছিলগৈ। ১৮৪২ চনত পৰমানন্দ আচাৰ্য্য নামে এজন ফকীৰক তিব্বতৰপৰা অসমলৈ আহোঁতে বাটতে কামান মিচিমি-সকলে হত্যা কৰে। ১৮৫১ চনত মছিয়ঁ ক্ৰিক্‌ নামে এজন ফৰাচী পাদুৰীয়ে সদিয়াৰ খামটি গোহাঁই চৌকেঙৰ লগত মিচিমি পৰ্বতেদি তিব্বতলৈকে যায়। ১৮৫৪ চনত তেওঁ মছিয়ঁ বাউৰি নামে আন এজন পাদুৰীৰে লগত টাবাওঁ গাম খোছাক লৈ তিব্বতলৈ বুলি বাট লয়। তেওঁলোকৰ পিছে পিছে যোৱা কামান গাম কাইছাই দুয়োজন পাদুৰীকে হত্যা কৰে। ১৮৫৫ চনত লেফ্‌টেনাণ্ট্‌ ইডেনে কাইছাৰ গাঁও আক্ৰমণ কৰি তেওঁক ধৰি লৈ আছে। কাইছাক ডিব্ৰুগড়ত



ফাঁচী দিয়া হয়। ১৮৫৫ চনত ইডু মিচিমি আপেলং কৈদৰ লোকে সদিয়াৰ ওচৰৰ এখন গাঁও আক্ৰমণ কৰি দুজন মানুহ মাৰি আন কিছুমানক বন্দী কৰি নিয়ে। ১৮৫৭ চনতো এনে ধৰণৰ এটা আক্ৰমণ হৈছিল। সেই বছৰ চৌকেং গোহাঁইৰ অধীনৰ এখন গাঁৱৰ মতা মানুহবিলাক ব্ৰিটিছ বিষয়াৰে মিচিমিক বাধা দিব পৰা এটা থানা তৈয়াৰ কৰা কামত ব্যস্ত হৈ থাকোঁতে সেই গাঁৱৰ সকলো ল'ৰা-তিৰোতাক ইডু-মিচিমিৰ এটা দলে হত্যা কৰে। পিছত খামটি-সকলে মিচিমিসকলক গাঁৱৰপৰা দূৰত খেদি থৈ আহেগৈ। ১৮৬১ আৰু ১৮৬৪ চনতো মিচিমিসকলে কুণ্ডিল নৈৰ পাৰৰ চৌকেং গোহাঁইৰ গাঁও আক্ৰমণ কৰিছিল। ব্ৰিটিছ চৰকাৰে খামটিসকলক অস্ত্ৰ-শস্ত্ৰ দিয়াৰ আৰু এনে অস্ত্ৰ-শস্ত্ৰ-ধাৰী প্ৰতিজন খামটিক মাহে এটকাকৈ দিয়াৰ দিহা কৰাৰ ফলত ইডুসকলে আৰু আহুকাল দিবলৈ এৰিলে। ১৮৬১ চনত কালুভ নামে এজন ইডু গামে লখীমপুৰ জিলাৰ ডেপুটি কমিছনাৰৰ ওচৰলৈ আহি সদিয়া অঞ্চলত শান্তিৰে থাকিবলৈ ঠাই বিচাৰে। তেওঁক কুণ্ডিল নৈৰ পাৰত হাব্বা নামে ঠাইত স্থাপন কৰা হয়। ১৮৭৮-৭৯ চনৰ জাৰকালি বেবেজীয়া মিচিমিৰ এটা দলে দুবাৰ সদিয়াৰ ওচৰৰ গাঁও আক্ৰমণ কৰে। ১৮৭৯-৮০ চনত টাবাওঁ মিচিমি আৰু তিব্বতীসকলৰ মাজত যুদ্ধ লাগিছিল। ১৮৮০ চনত কালাডৈ নামে এজন ইডু গামে ডেপুটি কমিছনাৰৰ ওচৰত ব্ৰিটিছ চৰকাৰক মানিম বুলি প্ৰতিশ্ৰুতি দিয়েহি। প্ৰায় এই সময়ৰপৰাই গামসকলৰ ভাল যত্নত মিচিমিয়ে ব্ৰিটিছৰ প্ৰজাক আহুকাল কৰিবলৈ এৰে। ১৮৯৩ চনত তিনিজন ব্ৰিটিছ চিপাহীক বমজুৰত মিচিমিয়ে হত্যা কৰে। এই হত্যাৰ বাবে আৰু ১৮৯৯ চনত খামটিসকলৰ মিটাই গাঁৱৰ ওপৰত অত্যাচাৰ কৰা বেবেজীয়া খেলৰ লোক দোষী আছিল বুলি সাব্যস্ত কৰা হয়। ১৮৯৯ চনত ডিচেম্বৰত এফ্‌. জে. নীধাম চাহাবে বেবেজীয়া মিচিমিসকলৰ বিৰুদ্ধে অভিযান কৰে। ১৯১০ চনত মিচিমিসকলৰ ব্ৰিটিছ শাসনত তলত শান্তিৰে থাকিবলৈ বাতৰি দিবলৈ কেপ্টেইন বেইলিৰ অধীনে এক সঁজাতী দল পঠোৱা হৈছিল। ১৯২৮ চনত গৱৰ্ণৰ-জেনেৰেলে তেওঁৰ কাউঞ্চিলেৰে সদিয়া ফ্ৰণ্টিয়াৰ ট্ৰেক্টৰ অধুনা-বিখ্যাত 'ইনাৰ্ লাইন' প্ৰতিষ্ঠা কৰিবলৈ থিৰাং কৰে।

## সাজ-পাৰ, অলঙ্কাৰ-পাতি, চুলি কটাৰ ধৰণ

সাধাৰণ মিচিমিসকলে এডাল লেংটি আৰু এটা হাত নোহোৱা চোলা ব্যৱহাৰ কৰে। চোলাটো আঁঠুৰ অলপ ওপৰলৈকে পৰে। তাক নীলা আৰু

ৰঙা সূতা দীঘলে দীঘলে বোৱা এডোখৰ কাপোৰ দুভাজ কৰি দাঁতি দুটা চিলাই লৈ কৰা হয়। পুৰুষসকলে বান্দৰৰ ছালেৰে কৰা মোনাত ধপাত, এটা সৰু পাইপ, আৰু টিঙিৰি তুলা ভৰাই লগত লৈ ফুৰে। ইও তেওঁলোকৰ সাজ-পাৰৰে এটা অঙ্গ। ধপাতৰ মোনা আৰু পাইপ, দুইটাই চীনদেশৰপৰা আহে। সোঁ কান্ধৰ ওপৰেদি বাঁও কাষলটিৰ তলে ওলমাই লোৱা এডাল ছালৰ পেটীত এখন ডাঙৰ দা ফাঁকত সুমুৱাই লোৱা হয়। সাজ-পাৰৰ এটা অংশ হোৱাৰ উপৰিও ই খৰি কটা আদি সকলো কামতে লাগে। সোঁ কান্ধৰ পেটীডালতকৈ এডাল বহল পেটী বাওঁ কান্ধৰপৰা ওলমাই লোৱা হয়। বুকু-পিঠি দুইফালে পৰা এই পেটীৰ অংশত বহল পিতলৰ চকলা লগাই লোৱা হয়। চিংফৌ দেশৰপৰা অহা লোৰে তৈয়াৰ কৰি লোৱা এপাট যাঠিও মিচিমিসকলে হাতত লৈ ফুৰাইছিল। আগৰ দিনত যুদ্ধৰ অস্ত্ৰ হিছাপে চীনৰপৰা অহা তৰোৱাল আৰু তেওঁলোকে তৈয়াৰ কৰা ধনু ( cross-bow ) ব্যৱহৃত হৈছিল। এওঁলোকে চিংফৌ দা ব্যৱহাৰ কৰিছিল বুলি গ্ৰিফিথে লিখিছে। মিচিমিসকলে পিঠিত এটা চেপেটা হোৱা লয়। তাতে ওদাল গছৰ ছালৰ বচিৰ এখন ঢাকনি দিয়া হয় আৰু তিব্বতী গৰুৰ নেজ আঁৰি দিয়া হয়। ৰাওলাটে মিচিমিসকলৰ বিহ-লগা চোকা কাঁড় বোধ কৰিবপৰা এটা ডাঠ চোলা আৰু বাঁহৰ কাঠি বা জন্তুৰ ছালেৰে কৰা এটা টুপীৰ ব্যৱহাৰৰ উল্লেখ কৰিছে। এওঁলোকৰ ম'হৰ ছালৰ ঢালো আছিল। মিচিমি গামসকলে তিব্বতৰপৰা অহা ৰঙা ডাঠ পছনৰ চোলা ব্যৱহাৰ কৰে।

মিচিমি তিৰোতাৰ সাজ যথেষ্ট সম্ভ্ৰান্ত। তেওঁলোকে বুকুত এটা সৰু চোলা, কঁকালত আঁঠুলৈকে পৰা এখন কাপোৰ পিন্ধে, আৰু মূৰত কিৰীটিৰ দৰে এচটা ৰূপৰ অলঙ্কাৰ মেৰিয়াই লয়। এওঁলোকৰ ডিঙিত কোছাকোছে মণি ওলমি থাকে। কাঁচ, চীনামাটি বা অন্য পদাৰ্থৰ এই মণিবোৰৰ ওজন এসেৰৰো ওপৰ হ'ব পাৰে।

ইদু তিৰোতাসকলে আগ-চুলিখিনি চকু চেলাউৰি পৰ্য্যন্ত পৰাকৈ ফণিয়াই লৈ এখন কাণৰ গুৰিৰপৰা আনখন কাণৰ গুৰিলৈকে সমানে কাটি পেলায়। বাকী চুলিখিনি এটা খোপা কৰি মূৰৰ পাছফালে পেলাই কেঁটেলা পহুৰ কাঁইট বা গাহৰি আদিৰ হাড়ৰ পিন্ তাতে মাৰি থোৱা হয়। এওঁলোকে কাণৰ বিন্ধা এক ইঞ্চিমান পৰিধিৰ কৰি ফুটাই লয়; আৰু তাতে ৰূপৰ ফুলি পিন্ধে। এওঁলোকে এওঁলোকৰ ডাঙৰ ডাঙৰ কলাফুলত বেতেৰে গঁঠা বেঢ়ি ব্যৱহাৰ কৰে।



গামনীসকলে ভৈয়ামৰপৰা নিয়া মেখেলা-কাপোৰ ব্যৱহাৰ কৰিছিল বুলিও উইল্‌কক্সে লিখিছে।

মিচিমি তিৰোতা উত্তম বোৱনী। ইদুসকলৰ মাজত বোৱা-কটা কাম ধৰ্মৰ লগত সম্পৰ্কিত। মৃত্যুৰ ছমাহ-বছৰেকৰ ভিতৰত ইয়া নামে উছৱ পাতি তেওঁলোকৰ মৃতকৰ ঘৰোৱাহে কৰা কাপোৰ মৰিশালিত দিব লাগে। কামান-সকলৰ মাজত প্ৰথম বোৱনী হাম্‌ক্ৰমাইক লৈ কেইবাটাও সাধুকথা আছে। টাৰাওঁ আৰু কামান তিৰোতাই চোলা, কঁকালৰ কাপোৰ, লেংটি আৰু মোনা গুৱনী আৰু মজপুতকৈ বয়। এওঁলোকে তাঁতৰ এটা মূৰ কঁকালত বান্ধি ঠেং-ঠুং মেলি চাঙত বহি কাপোৰ বৈ থাকিব পাৰে। এওঁলোকে কাপোৰত নানা নক্সাৰ ফুল তোলে।

## খেতি-বাতি, খাদ্য, বেহা-বেপাৰ আদি

মিচিমিসকলৰ মাজত জুমখেতিৰ প্ৰচলন আছে। আলু, কচু, কণিধান, গোমধান, লাও, উৰহি, লাই শাক আদিৰ খেতি এওঁলোকে উলাহেৰে কৰে। দা আৰু হাতেৰে চলোৱা নাঙলৰ দৰে এবিধ যন্ত্ৰই এওঁলোকৰ ঘাই সঁজুলি। এওঁলোকে মাছ-মঙহ ভাল পায়; গাহৰি, মেথোন, কুকুৰা আদি পোহে আৰু বিবিধ ধৰ্ম-উৎসৱত বলি দি তাৰ মঙহ খায়। মিচিমি তিৰোতাসকলে সাধাৰণতে মঙহ খাব নেপায়। ভৈয়ামৰ দৰে মিচিমিসকলৰ মাজত খৰিচাৰ ব্যৱহাৰ বহল-ভাৱেই আছে। য়ু বা লাওপানী এওঁলোকৰ খাদ্যৰ এটা অঙ্গ। ধঁপাত খোৱাটো মিচিমিসকলৰ মাজত চিৰন্তনভাৱে চলি থাকে; মুখৰ পাইপ কেতিয়াও নাতৰে। মাত্ৰ বাঁহৰ কিম্বা মুখত পিতল লগোৱা বাঁহৰ পাইপ এওঁলোকে ব্যৱহাৰ কৰে। পাইপ প্ৰায়বোৰেই সাধাৰণ জোখৰ; কিন্তু কোনোটোহঁত শুধ্ ৰূপৰ পাইপ এহাতমান দীঘল, তাৰ দামো আজি-কালি কুৰি-পঁচিশ টকামান হ'ব। আগৰ দিনত এনে ধাতুৰ নলিচা চীন আৰু তিব্বতৰপৰা আহিছিল। এওঁলোকে কানিৰ খেতি কৰে, কিন্তু তাৰ উৎপাদন সাধাৰণতে চিংফৌসকলক বেচে।

মিচিমিসকলে আন জনজাতিৰ দৰে দীঘল দীঘল কাঁক বাঁহৰ চুঙা ব্যৱহাৰ কৰে। মিচিমিসকল ৰবৰ গোটোৱাতো বৰ পাকৈত আৰু ডলীয়া বেতৰ বা বেত গাঁথি কৰা এওঁলোকৰ দলংবোৰো চাব লগীয়া।

মিচিমিসকলৰ বৰ পাকৈত বেপাৰী। এওঁলোকে একালে সদিয়া আৰু চৈখোৱা-ঘাটৰ হাটত ভৈয়ামৰ মানুহেৰে আৰু নিজৰ অঞ্চলত বা উত্তৰলৈ গৈ

তিব্বতীসকলেৰে বেহা-বেপাৰ চলায়। মিচিমি তিতাৰ চাহিদা তিব্বতত বিশেষকৈ বৰ বেছি। মিচিমিসকলে ভৈয়ামৰ মানুহৰ বাবে তিব্বতী তৰোৱাল আৰু যাঠি, মিচিমি তিতা (ম্নোআটজো) মিচিমি বৰবিহ (ইয়াক আগৰ দিনত কাঁড়ৰ আগত ব্যৱহাৰ কৰা হৈছিল) গাঁথিয়ন (ঘে-অন), মজাঠি, তিব্বতী বৰকাঁহ, পাইপ, তামৰ পাত্ৰ, কস্তুৰী মৃগৰ ছাল আৰু হাতীদাঁত আনে। তাক সলাই তেওঁলোকে নিয়ে কাচৰ মণি, ভৈয়ামৰ কাপোৰ, নিমখ আৰু টকা-সিকা। বেপাৰত পোৱা টকাৰে ম'হ-গৰু কিনি লৈ যায়। এওঁলোকে মিচিমি তিতা, বৰবিহ, গাঁথিয়ন আৰু মজাঠি দি লামাৰপৰা গৰু, মেথোন, পিতলৰ পাইপ, বৰকাঁহ, তামৰ পাত্ৰ সলাই লয়। মিচিমি তিতা এবিধ সৰু গছৰ শিপা, ইয়াক জ্বৰৰ ঔষধ আৰু বলকাৰক পদাৰ্থ হিছাপে ব্যৱহাৰ কৰা হয়। বৰবিহ (aconite) এবিধ খনিজ বস্তু, কস্তুৰীমৃগ থকা আৰু বৰফে ঢকা ওখ পৰ্বতৰপৰা তাক খান্দি অনা হয়।

### গাঁও, ঘৰ

আদিসকলৰ দৰে মিচিমি সমাজ সমষ্টিমুখী নহয়। মিচিমী জীৱনৰ কেন্দ্ৰ গাঁও বা গাঁও-সভা নহয়, ঘৰখনহে। কোনো ক্ষেত্ৰত এখন গাঁও বুলিলে কেতিয়াবা এটা মাথোন ঘৰ বা আধা মাইলমান দূৰৈয়ে দূৰৈয়ে সিঁচৰতি হৈ থকা কেইটামান ঘৰকেহে বুজায়। উইল্‌কক্সে থেথং নামে গাঁৱৰ বৰ্ণনা দিছে। গাঁওখনত দুটা মাত্ৰ ঘৰ। পৰ্বতৰ যিডোখৰ নামনি ঠাইত ঘৰ দুটা কৰা হৈছে, সি ৩০ ডিগ্ৰী হেলনীয়া। ঘৰ দুটা পুতলে আঠ হাতমান, কিন্তু দীঘটোইঁত বৰ বেছি। ঘৰৰ ছাল আহি চাঙৰ তলৰ প্ৰায় মাটি ছুইছেহি। ঘৰৰ একাষে কিছুমান বাঁহত এলান্ধুকলীয়া কিছুমান জন্তুৰ মূৰ লগাই থোৱা হৈছে। এই মূৰবোৰ গিৰিহঁতৰ গৰ্বৰ বিষয়, কাৰণ এটা জন্তু মাৰি ইষ্ট-মিত্ৰক ভোজ দিলে তাৰ মূৰটো এইদৰে থব লাগে। ঘৰটোত বহুত কোঠা থাকে; আৰু প্ৰতি কোঠাতে একোখন জুহাল। ঘৰৰ চাৰি কাষে গছ-বন স্বচ্ছন্দে ডাঙৰ দীঘল হ'ব লাগিছে। বাটলাৰৰ বৰ্ণনামতে কিছুমান গাঁৱত একোটামাত্ৰ ঘৰ, তাৰে কোনোটোইঁতত চাৰিৰপৰা আঠকুৰিলৈকে মানুহ। কিন্তু কোনোখন গাঁৱত দহতকৈ বেছিটা ঘৰ নাই।

মিচিমি ঘৰবিলাকৰ এটা বৈশিষ্ট্য সহজে চকুত পৰে। টাৰাওঁসকলৰ ইয়েলিয়াং গাঁৱৰ (১৯ মাইল গাঁও) ঘৰবোৰত আমি এই লক্ষণ দেখা পাইছিলো



—সমুখৰ টুপটো ছত্ৰাকাৰ, অৰ্থাৎ পানীপাছটো অৰ্দ্ধবৃত্তাকাৰ, ট্ৰাঙ্ক ৰোডেদি যাওঁতে নগাঁও জিলাৰ গাঁওবিলাকৰ বহুত নাম-ঘৰৰ মুখভাগ যেনেকুৱা দেখি।

### মিচিমি সমাজ, ৰীতি-নীতি, বিয়া-বাৰু আদি

আদিসকলৰ কেবাঙৰ দৰে শক্তিশালী নহ'লেও ইদুসকলৰ মাজত আব্বালা নামে আৰু কামানসকলৰ মাজত ফাৰাই নামে গাঁও-সভা আছে। এই সভাই গাঁৱৰ নানা ধৰণৰ গোচৰ বিচাৰ কৰে।

ব্যক্তিমুখী মিচিমি সমাজত অনেক সময়তে গাঁও-সভাতকৈ গামসকলৰহে প্ৰভুত্ব প্ৰভূতভাৱে চলে।

মিচিমিসকলৰ সমাজ বহুতবোৰ ফৈদ বা গোষ্ঠীত বিভক্ত। মেকেঞ্জিয়ে ইদুসকলৰ চাৰিটা ফৈদৰ নাম দিছে—আপেলং, আহোমপো, নস্‌সা মেগা আৰু গবৈ মেচাই। আজিকালি একোটা ফৈদৰ একাধিক গাঁও হৈছে। দিবাঙৰ ইদুসকলৰ মিছা, মেলেন, ওম্‌পে, মিমি আৰু মেগা ফৈদ বৰ্তমান।

মিচিমিৰ মাজতে দাসত্ব প্ৰথা আগৰেপৰা চলি আছিল। গ্ৰিফিথে ব্ৰহ্মকুণ্ডৰ ওচৰৰ এখন গাঁৱত এক অসমীয়া বহতীয়া লগ পাইছিল। গামসকলে আগৰ দিনত এনে বহুত বহতীয়া ৰাখিছিল।

মিচিমি সমাজত বিভিন্ন দোষৰ বাবে নানা শাস্তি বন্ধা আছিল। কুপাৰে লিখিছে, মানুহ হত্যা কৰা বাবে মৃতকৰ বংশৰ এজনে হত্যাকাৰীক কাটি পেলাব পাৰে বা যথেষ্ট ক্ষতিপূৰণ কৰিব পাৰে। মৰা মানুহটো দাস হলে পাঁচটা মেথোন জৰিমনা দিলেই হয়। গিৰিহঁতে দাসক বধ কৰিলেও কোনো দণ্ড নহয়। গামৰ সভাই নিৰূপণ কৰা দণ্ড নিদিলে ফৈদৰ মানুহ গোট খাই দোষীক আক্ৰমণ কৰি মাৰি পেলাব পাৰিছিল। তিৰোতাই স্বামীৰ বিশ্বাস ভঙ্গ কৰিলে তাইৰ আঙুলি কাটি পেলাব পাৰে। মিচিমি সমাজত দোষীক এঘৰীয়া কৰা নিয়মো আছে।

মিচিমি ডেকাই কোনো গাভৰুক বিয়া কৰিব খুজিলে তাইৰ সম্মতি লব লাগে। তাৰ পিছত কিছুদিন কোৰ্টশ্বিপ্ চলে। ডেকাই তেতিয়া ছোৱালীৰ মাক-বাপেকৰ মন বুজিবলৈ এজন মানুহ লগায়। মাক-বাপেকে সম্পৰ্কীয় লোক আৰু ছোৱালীৰো মন বুজি পণ (য়াকু-ব্ৰি, bride-price) ঠিক কৰে। পণৰ মূল্য পাঁচোটা মেথোনলৈকে হয়, আগৰ দিনতে ষোল-কুৰিটা হোৱাৰ কথাও শুনা যায়। বিয়াৰ দিন ঠিক হ'লে দৰা আৰু আত্মীয়সকলে গাহৰি, মু, শুকতি মাছৰ ভাৰ লৈ কইনা ঘৰত এটা ভোজ পাতেগৈ। তাৰ পিছত কইনা দৰাৰ

ঘৰলৈ আহে। বহু-স্ত্ৰী-বিবাহ চলিত প্ৰথা। কোনো টাৰাওঁ গামৰ ষোলজনীলৈ গামনী আছিল বুলি ডেল্টনে লিখিছে। গ্ৰিফিথে লিখিছে, এনে প্ৰতিজনী মানুহৰ বাবে খেতি সুকীয়া, ভঁৰালো সুকীয়া আৰু থকা কোঠাও সুকীয়া। দুই-এজনী বাপেকৰ ঘৰতো থাকিব পাৰে। পৰস্ত্ৰী-গমন কিন্তু পাপ বুলি ধৰা হয় আৰু দোষীয়ে স্বামীক মেথোন, ডাক্সি আদিৰে ক্ষতিপূৰণ কৰিব লাগে। খেতি-বাতিৰ সহায় হব বুলিয়েই সৰহ পণ দিব পৰা চহকীসকলে বেছি তিৰোতা বিয়া কৰিছিল।

মিচিমিসকলে মৰা শ পোতে; কিন্তু ডেলটনে লিখিছে, তুৰীয়া লোকে মৰা শ পোৰে বা নৈতো পেলাই দিয়ে। গাঁৱত বয়সস্থ মানুহ মৰিলে গেনা হয়। তুৰীয়া মানুহ মৰাৰ লগে লগে পুতি পেলোৱা হয়। চহকী মানুহৰ শ তৃতীয় দিনলৈকে ৰখা হয়, গঞা-জ্ঞাতি গোট খাই মৃতকৰ গুণগান কৰি ভোজ খায়, আৰু মৃতকক কাপোৰ-কানি পিন্ধাই লগত খাদ্য-বস্ত্ৰ, দা-কটাৰি, ডাক্সি আদি দি পুতি থয়। মৰিশালিৰ ওপৰত কেইডালমান বাঁহৰ খুটি পুতি কাপোৰৰ পতাকা আঁৰি দিয়া হয়। মৰিশালিত গৈ আত্মীয়-কুটুম্বই বিলাপ কৰা, পুৰোহিত গৈ নানাবিধ আচাৰ কৰা আৰু ভূত-প্ৰেতক ভয় খুৱাবলৈ নানাবিধ গীত-নৃত্য কৰাৰ নিয়মো আছে।

## ধৰ্ম, নৃত্য-গীত আদি

মিচিমিসকলৰ মাজত এজন করুণাময় পৰমেশ্বৰৰ ধাৰণা নাই। প্ৰলয়ৰ দেৱতা মুজিডাগ্ৰাহ, চিকাৰ আৰু কাণৰ দেৱতা ডামিপাওন, সম্পত্তি আৰু ৰোগৰ দেৱতা টাব্‌লা আৰু বহুতো নাম নোহোৱা দেও-ভূতক এওঁলোকে বলিবিধান দি পূজা কৰে। এনে কামৰ বাবে কম-সংখ্যক পুৰোহিতো আছে, তেওঁলোকে নানা মন্ত্ৰ-তন্ত্ৰ কৰিব জানে।

মছিয়ঁ আৰে ক্ৰিকে মৰিশালিত পুৰোহিতৰ তাণ্ডৱ প্ৰকৃতিৰ নৃত্যৰ বৰ্ণনা দিছে। ডেল্টনে অতিথিক আমোদ দিবলৈ কৰা একপ্ৰকাৰ নৃত্য-নাটৰ বৰ্ণনা দিছে।—প্ৰথম দৃশ্যত এজন খেতিয়কে ল'ৰা-ছোৱালী লৈ হাঁহি-মাতি, গীত গাই পথাৰৰ কাম কৰি থাকে। এনেতে ভয়ঙ্কৰ-ৰূপী এক পুৰুষে মনে মনে আহি সিহঁতৰ গতি-বিধি লক্ষ্য কৰি ওলাই যায় আৰু অলপ পিছতে এজাকমান মানুহ দা, যাঠি লৈ কিছুপৰ ল'ৰা-ছোৱালীৰ খেতিয়কক লক্ষ্য কৰি থাকি তাৰ ওপৰত পৰি তাক বধ কৰে আৰু ল'ৰা-ছোৱালীকেইটা বলেৰে টানি লৈ যায়। দ্বিতীয়



দৃশ্যত গামে এজনী গাভৰুৰ লগত বিশেষ জকমকীয়া সাজ-পাৰ পিন্ধি ঢোলৰ ছেৱে ছেৱে নাচে। এই নাচ ধৰ্মসম্পৰ্কীয় আৰু মৰিশালিত অনুষ্ঠিত হয়। কামান মিচিমি তিৰোতাই ধান বানোতে ধুনীয়া গীত গাই থাকে।

## ভাষা

মিচিমি ভাষাক ভোট-বৰ্মী গোষ্ঠীৰ উত্তৰ-অসম থুলত ধৰা হৈছে। ইদু আৰু টাৰাওঁৰ ভাষাৰ সাদৃশ্য বেছি, কিন্তু কামানসকলৰ ভাষাৰ লগত এই দুই উপভাষাৰ বহুত পাৰ্থক্য দেখা যায়।

গ্ৰন্থপঞ্জী: Verrier Elwin, A Philosophy for NEFA, 1959; India's North-East Frontier in the 19th Century, 1959; The Art of the North-East Frontier of India, 1959: Tapan Kumar M. Barua, The Idu Mishmis, 1961; মহেশ্বৰ নেওগ, লোহিত আগাৰিৰ চেনেহৰ বাতৰি (অসম বাণী)।

# চিংফৌ

ডক্টৰ শ্ৰীমহেশ্বৰ নেওগ

## বুৰঞ্জীৰ পটভূমিত

টিৰাপ আৰু সীমান্ত বিভাগৰ নিবাসী চিংফৌসকলৰ জনসংখ্যা মাত্ৰ আঢ়ৈ হাজাৰমান হ'ব। হান্নে চাহাবৰ মতে বৰ্মাৰ ইৰাৱতী নৈৰ পূব শাখাৰ পাৰৰ কাকু বা কাখ্যেন্‌সকলেৰে চিংফৌসকল একে। উত্তৰ শ্যান সাম্ৰাজ্য ভাগি যোৱাৰ পিছত কাখ্যেন্‌সকলে পৰৰ ৰাজ্য আক্ৰমণ কৰাত লাগে আৰু উজনী অসম আৰু ভামোৰ মাজৰ সমস্ত অঞ্চলত আধিপত্য কৰিবলৈ আৰম্ভ কৰে। গৌৰীনাথসিংহ ৰজাৰ ৰাজত্বৰ সময়ত মায়ামৰীয়া বিদ্ৰোহৰ আপাহতে ১৭৯৩ চনমানত চিংফৌসকল অসম প্ৰৱেশ কৰে। তেওঁলোকে পোনতে পাটকাইৰ নামনিত খামটিসকলক খেদি টেঙাপানী অঞ্চলত আৰু বুঢ়ীদিহিং নৈৰ পাৰৰ নামৰূপত উপনিৱেশ স্থাপন কৰে। তেওঁলোকে ডফা, বিছা, লাটোৰা আদি গামসকলৰ অধীনে বৰ বৰ গাঁও পাতি বাস কৰিবলৈ লয়। বিদ্ৰোহীসকলৰ বিৰুদ্ধে সহায় হোৱাত এওঁলোকক অসমৰ ৰজা-প্ৰজাই আদৰ কৰিছিল। ইয়াৰ পিছতে আহিল মানৰ আক্ৰমণ। এইসময়তে চিংফৌসকলে অসম ৰাজ্য আক্ৰমণ কৰি হাজাৰ হাজাৰ অসমীয়া খেতিয়কক বহতীয়া কৰি ধৰি লৈ গ'ল। ব্ৰিটিছে মানক খেদি অসমত শান্তি স্থাপনৰ যত্ন কৰিলে; খামটি সদিয়াখোৱা গোহাঁইক স্বীকৃতি দিলে; এনেতে ১৮২৫ চনত পাটকাইৰ সিপাৰৰ এদল চিংফৌৱে অসম আক্ৰমণ কৰিলে, সদিয়াখোৱাক নিজৰ গড়ৰ ভিতৰত আটক কৰিলে আৰু মটকৰ বৰসেনাপতিক আক্ৰমণ কৰিলে। খামটি আৰু মটকে ব্ৰিটিছৰ সহায় বিচাৰত, তেওঁলোক আগ বাঢ়ি গ'ল। এই খবৰ পায়ে চিংফৌৱে সন্ধিৰ মনোভাৱ দেখুৱালে। লাটোৰা, লাটাও, বিছা আৰু ডফা গামে অসমৰ-পৰা নিয়া বহতীয়া আৰু আন সা-সম্পত্তি ঘূৰাই দিবলৈ ওলাল আৰু শান্তিৰে থাকিম বুলি প্ৰতিশ্ৰুতি দিলে। জুন মাহত কেপ্টেইন নিউফ্‌ভিলে (নবীন চাহাব) ন দিহিঙেদি উজাই বিছা আৰু ডফা গামৰ গাঁৱৰপৰা তাত থকা



মানহঁতক খেদালে গাঁও দুখন, ধ্বংস কৰিলে আৰু তিনি হাজাৰ অসমীয়া বহতীয়া উদ্ধাৰ কৰিলে। তেওঁ বৰসেনাপতি, খামটি আৰু মিৰিসকলৰ সহায়ত আন বহতীয়াক মোকলাবৰ বাবে যত্ন আৰম্ভ কৰিলে; কিন্তু বিশেষ কৃতকাৰ্য্য নহল; কিন্তু গামসকলে আত্মসমৰ্পণ কৰিলে। বিছা গামক ন দিহিঙৰ গুৰিৰ-পৰা আনি বৰহাটৰ ওচৰত বুঢ়ীদিহিঙৰ পাৰত পতা হ'ল। ১৮২৬ চনৰ জুনত ডেভিড স্কট সদিয়ালৈ যাওঁতে ২৮ জন চিংফৌ গামৰ ১৬ জনেই আহি লগ ধৰিলেহি। নিউফ্‌ভিলে মুঠ ছ'হাজাৰ অসমীয়া বন্দী উদ্ধাৰ কৰি আনিলে। স্কটে বিছা গামক আন গামৰ ওপৰত পাতি চিংফৌক শাসন কৰিবৰ এক আঁচনি কৰিছিল। ১৮৩০ চনত বিছা গামে খামটিৰে লগ লাগি ব্ৰিটিছৰ বিৰুদ্ধে এক আয়োজন কৰে; নিউফ্‌ভিলে সময়মতে তাক ব্যৰ্থ কৰে। ডফা গামে বৰ্মাৰ সীমাৰ ভিতৰৰপৰা মাজে মাজে আহুকাল কৰে; আৰু শেহত গৈ আভাৰ ৰাজধানীত সম্মানৰ ঠাই অধিকাৰ কৰেগৈ। ইয়াৰ পিছতো চিংফৌসকলে ব্ৰিটিছ শাসকক শান্তিৰে থাকিবলৈ নিদিছিল। কিন্তু সৰ্বশেষত তেওঁলোক শান্ত হৈ পৰিল আৰু তেওঁলোকৰ কাৰণে চৈখোৱা ঘাটত পঢ়াশালি কৰি দিয়া হ'ল।

চিংফৌসকলৰ গঢ়-পিত মঙ্গোলীয় ধৰণৰ—থিয় চকু আৰু চেলাউৰি, বহল মুখ, উঠঙা গালৰ হাড়, বহল থুতৰিৰ হাড়। তেওঁলোকৰ গাৰ বং মাগুৰবৰণীয়া হালধীয়া বা বেলকৈ ৰঙৰপৰা ডাঠ তাম-বৰণলৈকে দেখা যায়। টান কাম কৰিব লগীয়া হোৱাৰ ফলত তিৰোতাসকলৰ চেহেৰা অলপ কঠুৱা ধৰণৰ হোৱা স্বাভাৱিক; কিন্তু গামসকলৰ ঘৰৰ ছোৱালী যথেষ্ট শুৱনী।

সাধাৰণতে চিংফৌসকল সুন্দৰ স্বাস্থ্যৰ আৰু বৰ কষ্ট কৰিবৰ পৰা লোক; কিন্তু কানি আৰু মদে তেওঁলোকৰ শক্তি বহুতোখিনি নষ্ট কৰি পেলাইছে।

## সাজ-পাৰ

চিংফৌ পুৰুষসকলৰ সাজ-পাৰ আৰু মূৰৰ ওপৰত খোপা বন্ধা ৰীতি খামটি পুৰুষেৰে একে। সম্ভ্ৰান্ত গামসকলে শ্যান বা ব্ৰহ্মদেশীয় সাজ-পাৰ পিন্ধে—চীনা ভেল্‌ভেটৰ চোলাত সোণ খটোৱা বা জাংফাইৰ বুটাম লগাই লয়। তিৰোতা-সকলে ৰঙা-নীলা দীঘলীয়া আঁচ দিয়া কপাহী কাপোৰ এখন কঁকালত মেৰিয়াই লয়, গাত এটা চোলা আৰু এখন চাদৰ লয়। এওঁলোকৰ কেশ-বিন্যাসৰ ৰীতি খামটি তিৰোতাৰ দৰে। এওঁলোকৰ বিয়া নকৰোৱা গাভৰুৱে (খামটিৰ

দৰেই ) মুৰৰ ওপৰত তুলি খোপা নাবান্ধে ; তেওঁলোকৰ খোপা গলধনত পৰি থাকে। এওঁলোকে মিনা কৰা মণি ( দেওমণি ) বৰ ভাল পায় আৰু বৰ বৰ জাংফাই কেৰু কাণত পিন্ধে ; টাংছাসকলৰ থুফাকৰ দৰে এখন কাপোৰ মূৰত মাৰি লয়।

পুৰুষসকলে বাহুত সামান্যভাৱে টেটু বা আঁক লয় ; কিন্তু ওপৰ শ্ৰেণীৰ সকলো তিৰোতাই আঁঠুৰ গুৰিৰপৰা ভৰিৰ সৰু-গাঁঠিলৈকে সমান্তৰাল কিছুমান আঁক পৰাই লয়।

অ'লৈ-ত'লৈ ওলাই যাওঁতে এওঁলোকে মুৰ আৰু বাউসিৰপৰা এটা ধুনীয়া হোবাৰ নিচিনা মোনা ওলমাই লয়। মোনাটো গছৰ আঁহেৰে কাঠৰ জ'কা এটা গুঁঠি ওপৰত বান্দৰৰ ছাল লগাই লয়। ঘৰৰ মানুহে বোৱা আৰু বনকৰা ধুনীয়া মোনাত এওঁলোকে ধঁপাত, কানি, ধপাত-খোৱা পাইপ আদি লৈ যায়। খামটি-সকলৰ দৰেই চিংফৌৱে লগত চোকা দা লৈ ফুৰে। এই দা, সৰু মুখেৰে যাঠি আৰু বাঁহৰ কাড়েৰে ধেনু ( cross-bow ) এওঁলোকৰ সুন্দৰ অস্ত্ৰ। ইয়াৰ উপৰি এওঁলোকে যুঁজত চাৰি ফুটমান দীঘল ম'হৰ ছালৰ ঢাল আৰু একে পদাৰ্থৰে কৰা শিৰস্ত্ৰাণ ব্যৱহাৰ কৰে।

চিংফৌসকলে নিজৰ কাপোৰ-কানি কৰি লয় আৰু কাপোৰ বোৱাৰ আগতে সূতাবোৰ নীল, আঁচুকাঠ আৰু থাই-থিয়েও নামৰ এবিধ লতাৰ উজ্জল হালধীয়া শিপা আদিৰে বোলাই লয়।

### খেতি-বাতি, খাদ্য, বেহা-বেপাৰ

কৃষিয়েই চিংফৌসকলৰ প্ৰধান উপজীব্য। তেওঁলোকে খেতিৰপৰা নিজৰ জোখাৰে যথেষ্ট ধান উলিয়ায়। বহুতীয়া আৰু তিৰোতাসকলৰ ওপৰত খেতিৰ কামৰ আৰু হাবিৰপৰা খৰি কাটি অনাৰ দায়িত্বও পৰে। চিংফৌসকলে মাছ-মঙহ ভাল পায়। এওঁলোকে নৈৰপৰা মাছ-কাছ আদি ধৰি আনে। বহুত কাল আগৰপৰাই তেওঁলোকে চাহৰ ব্যৱহাৰ জানে আৰু নিজা পদ্ধতিত চাহপানী তৈয়াৰ কৰি লয়। চিংফৌসকল কানিৰ বৰ ভক্ত। তেওঁলোকে নিজে কানিৰ খেতি কৰে। এওঁলোক চিকাৰতো পটু। খামটিসকলৰ দৰে চিংফৌসকল বেহা-বেপাৰত বৰ বেছি আগ বঢ়া নহয় ; তথাপিও সদিয়াৰ বজাৰত ভৈয়ামৰ মানুহ আৰু আন জনজাতিৰ লোকৰ লগত আৱশ্যকীয় বস্তু বিনিময়-প্ৰথাৰে ল'বলৈ আগৰ দিনৰেপৰা যাতায়াত কৰিছিল।



### গাঁও, ঘৰ-দুৱাৰ

চিংফৌসকলে পোনবেপৰা শত্ৰুৱে বেগতে আক্ৰমণ কৰিব নোৱাৰা ঠাইত তেওঁলোকৰ গাঁওবিলাক পাতিছিল। প্ৰতি গাঁৱতে তিনি কুৰি বা তাতো অধিক ঘৰ মানুহ থাকে। ঘৰবোৰ যথেষ্ট ডাঙৰ—আশীৰপৰা এশ ফুটলৈকে দীঘল হ'ব। এই চাংঘৰ খেৰেৰে ছোৱা হয় আৰু বাঁহৰ গাঠেৰে বেৰি পেলোৱা হয়। আন জনজাতিৰ ঘৰৰ দৰে ঘৰটোৰ সমুখৰ পুলিটো খোলা ৰখা হয় ; তাতে তিৰোতাসকলে বহি সূতা কাটে, কাপোৰ বয়, ফুল তোলে বা ধান বানে। তাতে ঘৰৰ আৰু খেতিৰ নানা সঁজুলিবোৰো ৰখা হয়। থকা-খোৱা কোঠাবিলাক এটা দীঘল 'কৰিডৰে' সংলগ্ন কৰে। প্ৰায় প্ৰতি কোঠাতে একুৰা জুই থাকে আৰু চালৰপৰা ওলমি থকা পাভটি চাঙত মাছ-মঙহ ধোঁৱা খাবলৈ থৈ দিয়া হয়।

### সমাজ গঠন, বিয়া-বাৰু, নিয়ম-নীতি

চিংফৌসকলৰ মাজত ফৈদৰ বিভাগ আছে। মেকেঞ্জিয়ে তেওঁলোকৰ পাঁচটা প্ৰধান ফৈদৰ নাম দিছে—টেছান, মিৰিপ্, লফাএ, লুটং আৰু মায়ৰং। প্ৰত্যেক ফৈদৰ এটা চিংফৌ শাখা থাকে। এইবিলাকৰ উপৰিও লেছু নামে লাতৰা কাকুৰ এটা ফৈদ আছে। চিংফৌ ফৈদ আৰু পৰিয়ালৰ মানুহ বা শাখা বিভিন্ন নামেৰে জনা যায়—ডাঙৰ শাখা বা পৰিয়ালৰ ডাঙৰজনক 'গাম' দ্বিতীয় শাখা বা জনক 'নং', তৃতীয়ক 'লা', চতুৰ্থক 'থু', পঞ্চমক 'টুং', ইত্যাদি। ৰবিনছনৰ মতে প্ৰধান ফৈদ বাৰটা—প্ৰতি ফৈদৰে একোজন গাম থাকে। বেলেগ বেলেগ ফৈদৰ গামবিলাকৰ মাজত সাধাৰণতে কোনো মিল বা সংহতি নাথাকে।

চিংফৌৰ মাজত বহতীয়া ৰখা প্ৰথা আগৰেপৰা বৰ বহলকৈ আছিল। আনৰ আক্ৰমণৰ সময়ত তেওঁলোকে ভৈয়ামৰ বহুত মানুহ বন্দী কৰি নিয়া কথা আগতে কোৱা হৈছে।

পূৰ্বৰেপৰা চিংফৌসকলৰ মাজত শাসনৰ শৃঙ্খলা বিশেষ নাছিল। ফৈদে ফৈদে যুদ্ধ, আনৰ গাঁও আক্ৰমণ আদি কামতে বিশেষকৈ তেওঁলোক ব্যস্ত থাকিব লাগিছিল। কোনো কৰ-কাটল তোলা পদ্ধতিও তেওঁলোকৰ দেখা নাযায়।

এওঁলোকৰ মাজত উত্তৰাধিকাৰ স্বত্ব বিশেষ ধৰণে বৰ্তে। ডাঙৰ ল'ৰাই

পিতৃৰ মাটি-সম্পত্তি আৰু পদবী পায়। সৰুটোৱে ঘৰৰ সকলো অস্থাৱৰ সম্পত্তি পায়। এইদৰে মাজু ল'ৰাই একোটো নেপায়।

চিংফৌসকলৰ ডেকা-চাং গাভৰু-চাং নাই। বহু-স্ত্ৰী-বিবাহ তেওঁলোকৰ মাজত সুপ্ৰতিষ্ঠিত ৰীতি। দাসীয়েই হওক বা স্বাধীন লোকৰ ছোৱালীয়েই হওক, একোজন পুৰুষে কেইবাজনীও বিয়া কৰিব পাৰে। ইয়াৰ ভিতৰত ভাল কথা এয়ে যে দাসীৰ সন্তান বুলি কাকো ঘিণ বা অৱহেলা কৰা নহয়। বিয়াৰ সম্বন্ধ-নিৰ্বাচনত চিংফৌসকলৰ যথেষ্ট স্বাধীনতা আছে। দৰাই কইনাৰ বাপেক-মাকক এখন খামটি দা, এটা ভেলভেটৰ জাকিট্ চোলা, এখন পাটৰ ধুতি আৰু এক বহতীয়া দিব লাগে। চহকীসকলে সোণ-ৰূপ, ম'হ আৰু যিমান পাৰে সিমান বহতীয়া দিয়ে। তদুপৰি দৰাই কইনাৰ ইষ্ট-মিত্ৰক এটা ভোজ দিব লাগে। দেওধায়ে নানা মাঙ্গলিক আচৰণ কৰাৰ পাছত দৰাক কইনাজনী গতাই দিয়া হয়; আৰু কইনাৰ গাত থকা অলঙ্কাৰ-পাতি থহাই মাক-বাপেকৰ হাতত দি থৈ যোৱা হয়।

পৰস্ত্ৰী-হৰণৰ বাবে মানুহজনীৰ গিৰিয়েকৰ ইচ্ছামতে বহতীয়া, ম'হ, ধুতি, দা, টকা বা মণিৰে ক্ষতিপূৰণ কৰিব লাগে। নহ'লে দোষীক আঁতৰ কৰি থোৱা হয়। অবিবাহিত ছোৱালী হৰণ কৰা বাবে কোনো দণ্ড কৰা নহয়; কিন্তু ছোৱালীজনীৰ ল'ৰা হ'লে চোৰে ল'ৰাটো লয়, ছোৱালীজনী বিয়া কৰ্ বা নকৰা, তাৰ ইচ্ছাৰ কথা।

মৰা শ সাধাৰণতে মাটিত পোতা হয়। তৃতীয়া মানুহ মৰিলে লগে লগে কবৰ দিয়া হয়। কিন্তু গাম বা চহকী মানুহ মৰিলে শটো আত্মীয় লোকসকল গোট খোৱালৈকে ঘৰৰপৰা আঁতৰলৈ নি ৰখা হয়। তেওঁলোক গোট খালে শটো জহি গ'লেও এটা শৱাধাৰত ভৰাই পুনৰ ঘৰলৈ আনি নানা সম্মানেৰে পুতিবলৈ নিয়া হয়। আহোম আৰু খামটিসকলৰ দৰে এওঁলোকৰো সম্ৰান্ত লোকৰ কবৰৰ ওপৰত মৈদাম তোলা হয়। অপঘাত মৃত্যু হ'লে এটা ম'হ বলি দিয়া হয়; আৰু ম'হৰ মূৰটো ডুডাল বাঁহ পুতি কেপেয়া কৰি তাতে আঁৰি থোৱা হয়।

## ধৰ্ম-বিশ্বাস আদি

যোৱা শতিকাৰ নানা বিৱৰণৰপৰা দেখা যায়, চিংফৌসকলেৰে সম্পৰ্ক হোৱা সকলো লোকৰপৰাই তেওঁলোকে মূৰ্তি-পূজা আৰু নানা ধৰ্ম-বিশ্বাস গ্ৰহণ কৰিছে।



মূলতঃ তেওঁলোকক বৌদ্ধ বুলিব পাৰি, আৰু তেওঁলোকৰ প্ৰধান গাঁওবোৰত বৌদ্ধ বিহাৰ আৰু বাপু দেখা পোৱা যায়। কিন্তু তেওঁলোকে যুদ্ধত মৰা চিংফৌসকলকো দেৱতাৰ দৰে পূজা কৰি বলি-বিধান দিয়ে। আকাল, মাৰিমৰক আদিৰ সময়ত মেঘদেৱতা বা নিগ্ শ্চিছ্ আদি দেৱতাক ম'হ, গাহৰি, কুকুৰা আদিৰ বলিৰে সন্তুষ্ট কৰিবৰ যত্ন কৰে। বলি দিয়া ম'হৰ মূৰবোৰ তেওঁলোকে ঘৰত আঁৰি থয়। চিংফৌসকলৰ একেজন মাথোঁ দেৱতাত বিশ্বাস নাই। তেওঁলোকে তিনি ভূতত (ন্হাট) বিশ্বাস কৰে—আকাশৰ মু, পৃথিবীৰ গা আৰু এক ঘৰ-দেউতি। যুদ্ধ-যাত্ৰা আদিৰ সময়ত এওঁলোকে কুকুৰা, কুকুৰ, গাহৰি-পোৱালি আদি বলি দিয়ে। এওঁলোকৰ পুৰোহিত শ্ৰেণী এটা নাই, ব্ৰহ্মৰ ফুঙ্গিসকলকে সম্মান কৰে। ফুঙ্গিয়ে জুইত নল পুৰি এওঁলোকক ভৱিষ্যত গণনা কৰি দিয়ে। জ্বৰ হ'লে গাঁৱৰ টুম্ছাৱা আহি খোম নাটক (বন-দেৱতা) তুতি কৰে, আৰু এখন তৰা-পাত লৈ মঙল চায়। যুদ্ধত আহত হোৱা লোকৰ বাবে শ্বামা নাট, তেজ বৈ গ'লে টুম্ছাৱাই পালান নাটক তুতি কৰে। দৰৱজাতি কৰা নিয়ম তেওঁলোকৰ নাই। নানা দেৱতা-অপদেৱতাৰ পূজাৰে তেওঁলোকৰ উছৰো হয়।

## ভাষা

ডেল্টনৰ মতে চিংফৌ ভাষা কাৰেন, মণিপুৰী, বৰ্মী, কুকি, নগা আৰু আবৰৰ সমপৰ্য্যায়ৰ। ৰবিন্ছনেও লিখিছে, এই ভাষাত আবৰ, বৰ্মী আৰু মণিপুৰী ভাষাত ব্যৱহৃত বহুত শব্দ আছে; উচ্চাৰণৰ সুৰ-বৈশিষ্ট্য (intonation) আৰু ব্যাকৰণৰ গঢ় বৰ্মীৰ লগত মিলে; যুক্ত ব্যঞ্জনৰ মাত্ৰা বেছি। তেওঁ ইয়াক একাক্ষৰীয় (monosyllabic) গোষ্ঠীৰ ভাষা বুলিছে। বাট্লাৰে A Sketch of Assam-অত (১৮৪৭) লিখিছে, চিংফৌসকলে শ্বান লিপি ব্যৱহাৰ কৰে আৰু গছৰ পাত আৰু এবিধ তুলাপাতত লিখে। কিন্তু বৰ্তমানে তেওঁলোকৰ কোনো লিপি নাই।[1]

---

১। এই প্ৰবন্ধটো ঊনবিংশ শতাব্দীৰ লেখক এ. মেকেঞ্জি, ডব্লিউ. ৰবিন্ছন্, জে. বি. নিউফ্ভিল, জে. বাট্লাৰ আৰু ই. টি. ডেল্টনৰ লেখাৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰ কৰি লিখা হৈছে।

# ছিয়াং সীমান্ত বিভাগৰ অন্যান্য জনজাতি

ডক্টৰ শ্ৰীমহেশ্বৰ নেওগ

### আদি বা আবৰৰ শাখা

এই পুথিৰ ১০ৰপৰা ২৫ পিঠিলৈকে আমি আদি বা আবৰসকলৰ চুটি আলোচনা পাই আহিছো। কিন্তু এই জনজাতিৰ যিবোৰ শাখা বুলি উল্লেখ কৰা হৈছে প্ৰত্যেকেই স্বীয় বৈশিষ্ট্যসম্পন্ন একোটা জনজাতিৰ দৰেই। ডক্টৰ এল্‌ৱিনে আদি জনজাতীয় থ'লবোৰ[১] দুটা শাখাত ভগাইছে : মিঞং, পাদাম, পাছি, পাঙ্গি, শ্বিমং, বৰি, আশ্বিং, কাৰ্কো, আৰু টাঙ্গামসকল এটা শাখাত, আৰু একেবাৰেই উত্তৰৰ ৰামো, বোকাৰ, পাইলিবোৰে সৈতে গালং থ'লবোৰ দ্বিতীয় শাখাত। এই বিভিন্ন থলবোৰৰ ভিতৰত মিঞং, পাদাম আৰু শ্বিমংসকলৰে জনসংখ্যা সৰহ।

### মিঞং

এওঁলোক পাদাম শাখাৰ ওচৰ-সম্বন্ধীয়া। এই শক্তিশালী আৰু প্ৰভাৱশীল আদি জনজাতিটোৰ বাসভূমি হ'ল ছিয়াং নৈৰ দুই পাৰৰ তিনিকুৰি দহখনমান গাঁও আৰু ছিয়াং নৈৰ পছিমৰপৰা ছিয়োম নৈৰ পাৰলৈকে সিঁচৰতি হৈ থকা জনপদ। মিঞং জনসংখ্যা সোতৰ হেজাৰমান হ'ব। তেওঁলোকৰ গাঁওবোৰ ডাঙৰ ডাঙৰ। কোনোখন গাঁৱত চাৰি শকৈ ঘৰ থাকে। জ্ঞাতি-গোষ্ঠী বা ফৈদ (ক্লেন) অনুসৰি এওঁলোকৰ বাসভূমি। আন আদিৰ দৰে এওঁলোকৰ ডেকা-চাং (মশুপ) আৰু গাভৰু-চাং (ৰাশেং) আছে। তিৰোতাসকল ভাল নাচনী আৰু বোৱনী। পুৰুষ তিৰোতা উভয়েই চুলি চুটিকৈ কাটে। এওঁলোকৰ গণতান্ত্ৰিক শাসন-ব্যৱস্থা গাঁও-সভাৰ (কেবাং) যোগেদি চলে। তিৰোতাৰ স্থান সমাজত ওখত; তিৰোতাৰ পুৰোহিত-বেজো আছে। এওঁলোকৰ মাজত

(১) থ'ল শব্দটিয়ে ইয়াত জনজাতীয় গোট বা উপজাতীয় সমষ্টি চ সূচাইছে (ইংৰাজী tribal group)। —সম্পাদক।



দাস-প্ৰথাৰ বৰ চলতি আছিল কিন্তু স্বাধীনতা-লাভৰ আগতেই সেয়া আঁতৰিছে। গ্ৰিয়াৰ্ছনৰ মতে আদি, মিৰি, পাছি আৰু মিঞংৰ ভাষা একে, আৰু ডফলাও মূলতঃ সেয়ে। কমাৰৰ কাম, সোণাৰিৰ কাম এওঁলোকৰ মাজত চলে; তাৰ হেনো আৱিষ্কাৰ কৰিছিল নিলুৰ-বোট্টে দেৱতাই। এওঁলোকৰ কাপোৰবোৰ সাধাৰণতে ৰঙা, মাজে মাজে নীলা ৰঙৰ সূতা সোমাই তাক ধুনীয়া কৰি তোলে। তিৰোতাসকলৰ কঁকালত পিন্ধা কাপোৰখন সাধাৰণ বিধৰ অথচ ধুনীয়া।

### পাদাম

পাছিঘাট অঞ্চল আৰু লোহিত সীমান্ত বিভাগৰ ডাম্বুক, মেকা আৰু ৰায়েং নামৰ ছিছিৰি নৈৰ পাৰৰ গাঁওবোৰত বাস কৰা পাদামসকলৰ জনসংখ্যা হ'ব ৯,৫০০-ৰো অধিক। দেখা-শুনা, সাজ-পাৰ, নাচ-বাগ আৰু ৰীতি-নীতিত এওঁলোকক মিঞংৰপৰা বেলেগ কৰা টান। চুলি কটাৰ ধৰণ আৰু সাজ-পাৰৰ কিছুমান নমুনাত এওঁলোকৰ ইদু মিছিমিসকলৰ লগত মিল আছে।

### পাছি

আদি পাছি অঞ্চল, ডামৰোহ আৰু পাডুৰ মাজৰ এখন অকলশৰীয়া গাঁও, আৰু পাছিঘাটৰ কেইমাইলমান আঁতৰত বালেক আদি গাঁৱত পাছি-সকলৰ বাসভূমি।

### পাঙ্গি

ছিয়াং নৈৰ বাওঁ পাৰে আৰু যামুনে নৈৰ সোঁ পাৰে ৩,৫০০-ৰ কম-সংখ্যক পাঙ্গি লোক বাস কৰে। সাজ-পাৰ, চুলি কটাৰ ফেছন আৰু ৰীতি-নীতিত এওঁলোক মিঞং-পাদামৰপৰা বিশেষ পৃথক নহয়।

### শ্বিমং

ছিয়াঙৰ উত্তৰ অঞ্চলৰ শ্বিমং নামৰ ঠাই আৰু ওপৰ ছিয়াঙৰ বাঁও পাৰত থকা আদিসকলক শ্বিমং নামে জনা যায়। এওঁলোকো পাদাম-মিঞংৰপৰা বিশেষ সুকীয়া নহয়। শ্বিমং ছোৱালীহঁতে ভৰিলৈকে পৰা এখন ধুনীয়া কাপোৰ কঁকালত মেৰিয়াই লয়। তাৰ ওপৰত থোপা পতা মাদলিৰ নিচিনা

বেয়োপ নামৰ চকুত লগা আদি অলঙ্কাৰ লগাই লয়! এওঁলোকৰ এটা বিশ্বাস আছে—সৃষ্টিৰ আদিতে জোন-বেলি দুই বাই-ভনীৰ কঁকালৰ জুই যেন ৰঙা-হালধীয়া কাপোৰখন (গাল্লে) শত্রু ভেকুলীয়ে চুৰ কৰি নিয়াত বিছি-আদা খনিকৰে তেওঁলোকৰ লাজ ঢাকিবলৈ দুখাৰ বেয়োপ কৰি দিছিল। এওঁলোকে কাপোৰ-কানি নলগাথিনি আনক বেচে; বিশেষকৈ তিব্বতীয় লোকক কাপোৰ দি লোণ, মণি আদি দ্রব্য সলাই লয়।

## বৰি

বৰি আদিসকল পছিমত মেচুকা আৰু পূবত কার্কোক সীমা কৰি ছ্যোম আৰু ছিকে উপত্যকাত বাস কৰে। চেহেৰা-পানী, সাজ-পাৰ আৰু ৰীতি-নীতিত এওঁলোকৰ মিল বোকাৰ, ৰামো আদি উত্তৰৰ জনজাতিকেইটাৰে। পছিমৰ জনজাতি আৰু মিঞং পাদামৰ মাজৰ বেহা-বেপাৰত এওঁলোকে মধ্যম পক্ষ হৈ সহায় কৰে। এওঁলোকে কপাহ আৰু পছমৰ ভাল কাপোৰ ব'ব পাৰে, মাছ-পহু মৰাত এওঁলোকৰ পৰম উৎসাহ। এওঁলোকৰ মাজত মণ্ডপ আৰু ৰাখেং দুইটাই আছে। বৰিসকল উত্তৰ-পূব সীমান্তৰ লোকৰ মাজত সৰ্বাতোকৈ দেখনিয়াৰ। এওঁলোকে বয়ন-শিল্পক বৰ মান কৰে, আৰু পৰমদেৱ ডইনী-পোলোৱেই সেই শিল্প সৃষ্টি কৰিছিল বুলি কয়। এওঁলোকৰ ৰংচঙীয়া বস্তুৰ প্রতি বৰ মোহ; পেটীৰ ওপৰত কড়ি বা হাড় লগাই ব্যৱহাৰ কৰে। এওঁলোকে বোকাৰ, ৰামো, পাইলিবোসকলৰ দৰে ক'লা বা অতি নীলা চোলা পিন্ধে, তাত এশাৰী তিনিচুকীয়া ফুল থাকে। কেতিয়াবা এই চোলাৰ বদলি বুকু খোলা পছমৰ চোলাও এওঁলোকে ব্যৱহাৰ কৰে। কেতিয়াবা বিশেষকৈ চিকাৰত এটুকুৰা ক'লা পছমৰ কাপোৰৰ মাজত মূৰটো সুমাব পৰা ফুটা কৰি ওপৰ ভাগত লয়। কাণ নোহোৱা বেতৰ টুপী আৰু কাপোৰৰ পটি মূৰত মাৰি লয়।

## আশ্বিং

আশ্বিং আদিসকল ওপৰ ছিয়াঙৰ সোঁ পাৰে বাস কৰে। উত্তৰে টুটিঙৰপৰা দক্ষিণৰ ৰামছিং গাঁৱলৈকে বিয়পি আশ্বিংসকল থাকে। এওঁলোকৰ মাজতো আন আদিৰ দৰে একেই বর্ণ-সুৰ-প্রীতি বর্তমান। সাজ-পাৰ ওপৰত বর্ণিত বৰিৰ সাজেৰে একে। আশ্বিংসকলে শ্বিমঙৰ দৰে তিব্বতীয়ক কাপোৰ বেচেগৈ।



## কার্কো

ৰামছিং আৰু পাংকাং গাঁৱৰ-মাজৰ ছিয়াঙৰ সোঁ পাৰৰ অঞ্চলত কার্কো আদিসকল থাকে। শ্বিমংসকলৰ দৰে এওঁলোকে চুটি, বগা, হাত নোহোৱা চোলা, দাঁতিত গোটা বেত লগোৱা বেতৰ টুপী পিন্ধে। তিৰোতাসকলেও বগা-নীলা কপাহী একপ্রকাৰ ব্লাউজ পিন্ধে আৰু ভৰিত বেতৰ বেড়ি মাৰে।

## টাঙ্গাম

টাঙ্গাম আদিসকল য়াং ছাং চু নৈৰ সোঁ পাৰে, আৰু ছিয়াঙৰ বাওঁ পাৰৰ আটাইতকৈ উত্তৰ অংশত বাস কৰে।

## মিলান

মিলান, ডালাধন, মোডি আৰু ছিডিপ গাঁৱৰ আদিসকলক মিলান বোলা হয়।

## গালং

গালং নামটোৱে ছিয়াং আৰু উত্তৰ সোৱণশিৰি বিভাগৰ কেইবাটাও জনজাতীয় থুল সামৰে—পাকৃটু, বিবা-বাছাৰ, টাই-পাডি, নালি-বাগ, টাটাৰ-টানি, আদি। আনফালে গালঙৰ লগত ৰামো, বোকাৰ আৰু টাগিনসকলৰ ওচৰ সম্পর্ক বৈছে। এওঁলোকে দীঘলকৈ চুলি ৰাখে, মিঞং-পাদামৰ দৰে চুটিকৈ নাকাটে। এওঁলোকে গঢ়ে-পিটে বৰ চকুত লগা আৰু গঢ়িত।

গালংসকলে ডাঙৰ-দীঘলকৈ ঘৰ-দুৱাৰ সাজে। ঘৰবোৰ বর্গাকাৰ, মিঞঙৰ ঘৰৰ দৰে আয়তাকাৰ নহয়।

এওঁলোকে মাজতে বোৱা-কটা এৰি পেলাইছিল, এতিয়া আৰু বোৱা-কটাত ধৰিছে। এওঁলোকৰ নানা ধৰণৰ জ্যামিতিক চানেকিৰ ফুল থকা কঁকালৰ বগা কাপোৰ দেখনিয়াৰ বস্তু। দক্ষিণৰ কোনো গালঙে দাঁতিত ৰঙা ফুলেৰে বগা পছমৰ চোলা ব্যৱহাৰ কৰিছিল আৰু উত্তৰৰ গালঙে বৰিসকলৰপৰা বগা পছমৰ চোলা কিনি লৈছিল বুলি জি. ডি. এছ. ডানবাৰ চাহাবে লিখিছে। গালং-সকলে মূৰৰ টুপীত পাকৈচোৰা বা ধনেশ চৰাইৰ ঠোঁট লগাই লোৱা দেখা যায়।

এওঁলোকৰ বিয়াৰ প্ৰথা অদ্ভুত ধৰণৰ ঃ জন্মৰ আগতে মতা ল'ৰাৰ বিয়াৰ কইনা ঠিক কৰা হয়, শাহু আইৰ লগত বিয়া হোৱাটোত নিষেধ নাই ; বহু-পুৰুষ-বিবাহৰ কন-কঠীয়াও একেবাৰেই নোহোৱা নহয়। গালঙৰ মাজত ছোৱালীয়ে ভাল দৰা পোৱা টান বাবে উঠন ছোৱালীবো এইদৰে কেঁচুৱা দৰাৰ লগত বিয়া হয়।

গালঙৰ সমাজত মশ্বুপ বা ৰাশ্বেং নাই।

## ৰামো

গালংসকলৰ লগত সংশ্লিষ্ট ৰামোসকল মেচুকাৰ বাটৰপৰা ৰেগো গাঁও পৰ্য্যন্ত থাকে ; দাৰ্জিলিং নামে গাঁৱত এওঁলোক মেম্বাসকলেৰে একেলগে থাকে। এওঁলোক পাইলিবোতকৈ চহকী আৰু অধিক স্বাধীনমনা আৰু বুদ্ধিমান। এওঁলোকে বোকাৰ আৰু মেম্বাৰে বেপাৰ কৰে, টামেন নামৰ ৰং, জন্তুৰ ছাল আৰু জলকীয়া সলাই গৰু-মেথোন লয়।

## বোকাৰ

এওঁলোকৰ বাইশখন সৰু গাঁৱৰ ভিতৰত গেছিং বোলাখনেই ডাঙৰ। এওঁলোকৰ মেম্বা বা তিব্বতীসকলৰ লগত কোনো সামঞ্জস্য নাই, ৰামো আৰু পাইলিবোৰ লগত কিন্তু বৰ মিলে। ওপৰত বৰ্ণিত ৰবিৰ সাজ এওঁলোকেও পিন্ধে। এওঁলোক বেছ কাৰ্য্যদক্ষ আৰু স্বাৱলম্বী লোক।

## পাইলিবো

ছিয়োম নৈৰ সোঁ পাৰে এওঁলোকৰ বসতি ; এওঁলোকৰ চাৰিফালে থাকে গালং, ৰবি, বোকাৰ আৰু ৰামো। পাইলিবো এটা সৰু জনজাতি। ৰবিসকলৰ দৰে এওঁলোকে ক'লা-নীলা চোলা, টুপী আদি পিন্ধে। উজ্জ্বল চেহেৰাৰে পাইলিবো ডেকাসকল আত্মসম্মানপূৰ্ণ। ৰামো, বোকাৰ, মেম্বাসকলৰ যোগে এওঁলোকে বেহা-বেপাৰ চলায়।

## মেম্বা

ছিয়াং সীমান্তৰ একেবাৰেই উত্তৰৰ সীমাত কামেঙৰ মন্‌পা আদি বৌদ্ধ-সকলৰ লগৰে বৌদ্ধধৰ্মী জনজাতি মেম্বা আৰু খাম্বাৰ নিবাস। এওঁলোক



কিন্তু মন্‌পাসকলৰ দৰে চহকী নহয়, কিম্বা সাংস্কৃতিক সম্পদো এওঁলোকৰ বিশেষ একো নাই। গেলিঙৰ মেম্বাসকলে তেওঁলোকৰ ধৰ্ম-সম্পৰ্কিত নৃত্য-গীত এতিয়াও কিছু পৰিমাণে জীয়াই ৰাখিছে। মেম্বা কমাৰসকলে গাঁৱে গাঁৱে ঘূৰি অস্থায়ী শাল পাতি দা-কটাৰী গঢ়ি বা মেৰামতি কৰি ফুৰে। মন্‌পা, খাম্বা আৰু মেম্বাসকলে কালিম্পং আৰু তিব্বতলৈ গৈ নানা তৰহৰ বস্তু কিনি আনেগৈ—গৰম কাপোৰ, সিল্কাপ, ফুল বছা টুপী আৰু জোতা, ফিটা, চীনামাটি, ৰূপ আৰু কাঠৰ ফুল তোলা থাল-বাটি, আৰু ধৰ্ম-সম্পৰ্কিত প্ৰাৰ্থনা-পতাকা, প্ৰাৰ্থনা-চক্ৰ আৰু মণিৰ জপমালা। পূৰ্বতে তেওঁলোকে ধৰ্ম আৰু সংস্কৃতিক অনুপ্ৰেৰণাৰ বাবে তিব্বতলৈ মুখ তুলি চাইছিল। আজি তেওঁলোকে বৌদ্ধধৰ্মৰ আদিভূমি ভাৰতলৈ চকু ঘূৰাইছে।

## খাম্বা

এওঁলোকো মেম্বাসকলৰ দৰে ছিয়াং সীমান্তৰ উত্তৰৰ আন্তৰ্জাতিক সীমা-ৰেখাৰ ওচৰত থাকে। মেম্বাসকলৰ দৰে এওঁলোকো দুখীয়া। য়াং ছাং চু উপত্যকাৰ খাম্বাসকলৰ মাজত তেওঁলোকৰ পবিত্ৰ পুৰণি নৃত্যবোৰ আগৰ সৌন্দৰ্য্য লৈ জী আছে। এওঁলোকে ভাগি উৰলি যোৱা গোম্পাবোৰ পুনৰ মেৰামতি কৰি বা নতুনকৈ সাজি লবৰ কাৰণে যত্ন কৰিছে। মন্‌পাসকলৰ দৰে এওঁলোকৰ ভাষা তিব্বতীয় বা ভোট ভাষাৰ এটা ঠেঙুলি। মন্‌পা আৰু মেম্বাসকলৰ দৰে খাম্বাসকলেও তেওঁলোকৰ ধৰ্মৰ অনুপ্ৰেৰণা, ব্যৱহাৰৰ সাজ-পাৰ, সাজ-সঁজুলি আৰু অন্যান্য বস্তুৰ বাবে তিব্বতৰ ওপৰত নিৰ্ভৰ কৰিছিল। আজি-কালি প্ৰশাসনে তেওঁলোকৰ বাবে কালিম্পঙৰপৰা বস্তু কিনি আনি সমবায় ভঁৰালৰ যোগেদি জনসাধাৰণৰ মাজত সিবোৰৰ যোগান ধৰিছে।[২]

(২) গ্ৰন্থপঞ্জী : Verrier Elwin, A Philosophy for NEFA, 1959 ; The Art of the North-East Frontier of India, 1959 ; Sachin Roy, Aspects of Padam-Minyong Culture, 1960.

# আপাটানি

ডক্টৰ শ্ৰীমতী উষা ডেকা মহাপাত্ৰ

সোৱণশিৰি উপত্যকাৰ ওপৰভাগত বাস কৰা বিভিন্ন আদিবাসীৰ ভিতৰত আপাটানিসকল (আপা টানি) লেখত লব লগীয়া। তেওঁলোকৰ ব্যৱহাৰিক জীৱনযাত্ৰাৰ প্ৰণালী আন আন দাঁতি-কাষৰীয়া জনজাতিৰ লগত বিজাই চালে পাৰ্থক্য সাদৃশ্যতকৈ বহুত বেচি, আপাটানিসকলৰ জীৱনযাত্ৰাৰ পদ্ধতি বহু উন্নততৰ। আপাটানিসকলৰ নিজা সীমাবদ্ধ বসতি, স্বকীয়া ভাষা আৰু স্বকীয়া ধৰ্মবিশ্বাস আছে।

আপাটানিসকলে নৈৰ উপত্যকাত বাস কৰে। তেওঁলোকৰ বাসস্থানৰ আনুমানিক ক্ষেত্ৰফল প্ৰায় ২০ বৰ্গমাইল। এতিয়ালৈকে আপাটানিৰ মাজত লোকপিয়লৰ সঠিক সংখ্যা জনা নাযায় কিন্তু অনুমান কৰিব পাৰি যে এই উপত্যকাত প্ৰায় কুৰি-পঁচিশ হেজাৰ আপাটানি বাস কৰে। তেওঁলোকে সাতখন গাঁৱত সিঁচৰতি হৈ বাস কৰে—গাঁওবিলাকৰ নাম ভন্ ফুৰাৰ্-হেইমেনডৰ্ফ নামৰ নৃতত্ত্ববিদে নিম্নলিখিত অনুসাৰে লিখিছে—হাং, বেলা, হৰি, হাজা, দুটী, মুন্দাং টাগে আৰু মিচি বামিন্। বহুতৰে মনত বিশ্বাস আছে যে সৰল গছ ভাৰতলৈ ইংৰাজসকলে আনিছিল কিন্তু এই অঞ্চলৰ অপৰ্য্যাপ্ত সৰল গছে সেই ধাৰণা ভ্ৰান্ত বুলি প্ৰমাণ কৰে।

## শাৰীৰিক বৈশিষ্ট্য

আপাটানিসকল ওখ, মুখৰ গঢ় দীঘলীয়া। নাক সাধাৰণতে জোঙা আৰু বেঁকা মাজে সময়ে। চকুৰ ৰং খুব গাঢ় ক'লা নহয়, চকুবোৰ সাধাৰণতে বহল। মিঠা বৰণৰ দেহ, চুলিবোৰ কিছু পৰিমাণে কেঁকোৰা। উচ্চবংশীয় ডফলাৰ লগত আপাটানিসকলৰ দৈহিক গঠনৰ সাদৃশ্য আছে কিন্তু ডফলাসকলৰ মাজত মঙ্গোলীয় জাতিৰ প্ৰাধান্য কিছু বেছি পৰিমাণে পৰিলক্ষিত হয়।



## খেতি-বাতি আৰু গাঁও

এওঁলোকৰ জীৱিকানিৰ্বাহৰ উপায় হ'ল খেতি। সাধাৰণতে এই অঞ্চলৰ জনজাতিসকলে অধিকাংশ ক্ষেত্ৰত খাদ্যদ্ৰব্য হাবি-বনৰপৰা আহৰণ কৰে; আৰু কিছু পৰিমাণে খেতিও কৰে। কিন্তু আপাটানিসকলে প্ৰধানতঃ খেতি কৰে। তেওঁলোকে পাহাৰৰ গাত বান্ধ দি খেতি কৰে। নাঙলৰ ব্যৱহাৰ আগতে সমূলি নাছিল। সাধাৰণতে কোৰেৰে আৰু জোঙৰ সহায়ত খেতি কৰে। ধান এওঁলোকৰ প্ৰধান উৎপন্ন দ্ৰব্য। এওঁলোকে ধানৰ পথাৰত জলসেচনৰ ব্যৱস্থা কৰে। সাধাৰণতে দুখন পাহাৰৰ উপত্যকাত ধান ভাল হয়। অলপ ওখত অৱস্থিত মাটিত তেওঁলোকে যৱ, ঘেঁহু আৰু মাকৈৰ খেতি কৰে। তেওঁলোকে যে অকল নিজৰ কাৰণে খাদ্যদ্ৰব্য উৎপন্ন কৰে তেনে নহয়। ডফলা আৰু পাহাৰত থকা মিৰিসকলৰ ওচৰত মেথোন আৰু গাহৰিৰ সলনি খাদ্যদ্ৰব্য বিক্ৰী কৰে।

আপাটানি গাঁওবিলাকৰ বসতি ডফলা গাঁৱৰ তুলনাত বহুত ঘন। প্ৰত্যেক পৰিয়ালৰ নিজা ঘৰ থাকে। গাঁৱৰ প্ৰধান ৰাস্তাৰ দুইফালে ঘৰবিলাক শাৰী পাতি সজোৱা থাকে। ঘৰবিলাকৰ গঠন-পদ্ধতি যি কোনো পাহাৰত বাস কৰা মানুহৰ লগত মিলে। কাঠৰ খুটাৰ ওপৰত বাঁহৰ চাং পাতি তাৰ ওপৰত ঘৰ সাজে। ঘৰৰ জাবৰবোৰ ঘৰৰ তলত পৰি যায়। গাহৰিৰ গড়ালবোৰ সাধাৰণতে থকা ঘৰৰ তলত সাজে।

## আপাটানি আৰু ডফলাৰ সাজ-পাৰৰ মিল

আপাটানি আৰু ডফলাসকলৰ সাজ-পাৰৰ পাৰ্থক্য নাই। আপাটানিসকলৰ চিন হ'ল যে তেওঁলোকে থুঁতৰিৰ সোঁমাজত ওপৰৰ পৰা তললৈ এডাল ক'লে দাগ বেজীৰে খুচি আঁকি লয়। মতা মানুহবোৰে সাধাৰণতে কঁকালত বেতৰ পেটি পিন্ধে। এই বেতৰ এটি অংশ দুই ভৰিৰ মাজেৰে পিছপিনে নেজৰ নিচিনা ওলাই থাকে। বেতত ৰঙা ৰং দি লয়। উচ্চশ্ৰেণীৰ মানুহৰ নেজডাল অলপ বেছি বহল আৰু দীঘল। আঠুৰ তলতেই এওঁলোক বেতৰ খাৰুৰ নিচিনা অলঙ্কাৰ পিন্ধে। পিঠিত বেতৰ বেগৰ নিচিনা বস্তু ওলোমাই লয়। চুলিবিলাক নাকাটে; মূৰৰ সমুখভাগত আনি কপালৰ ওপৰত এটা গাঁঠি মাৰি থয়। এডাল লোহাৰ শলা এই গাঁঠিটোৰ ভিতৰেদি সুমুৱাই

দিয়ে। মূৰত বেতৰ টুপী পিন্ধে। এই টুপীৰ আকৃতি বাতিৰ নিচিনা; অকল আগফালে আৰু পিছফালে অলপ জোঙা। মাইকীসকলে দুইডোখৰ কাপোৰ পিন্ধে। এডোখৰে কঁকালৰপৰা আঁঠুলৈ ঢাকি থয়। এডোখৰ চাৰি হাতমান দীঘল কাপোৰ কঁকালত মেৰিয়াই থয়। ওপৰৰ ফালে এটি সমুখ খোলা জেকেটৰ নিচিনা চোলা পিন্ধে। মতা-মাইকী নিৰ্বিশেষে কাণত অলঙ্কাৰ পিন্ধে। ডিঙিত বিভিন্ন ধৰণৰ মণিৰ মালা মাইকীসকলে পিন্ধা দেখা যায়। আপাটানি মাইকী মানুহসকলে নিজে তাঁতশালৰ কাম কৰে। গছ-গছনিৰপৰা ৰং উলিয়াই তেওঁলোকে সূতাত ৰং দিয়ে। বাঁহ-বেতৰ কাম মতা-মাইকী দুয়ো কৰে।

ঘৰচীয়া জন্তু হিছাপে লেখত লব লগীয়া অকল গাহৰি আৰু কুকুৰা। মেথোনবিলাকক প্ৰায় আধা-পোহনীয়া অৱস্থাত ৰাখা হয়। এইবিলাকে ঘৰৰ ওচৰৰ পাহাৰত ঘূৰি ফুৰে; গৰাকীয়ে মাজে সময়ে গৈ চাই আহে আৰু লোণ খুৱাই আহে। কিনাবেচা কৰাৰ সময়ত তাৰপৰা ধৰি লৈ আহে। মেথোনৰ দাম সম্পত্তি হিচাপে বৰ বেছি। এইবিলাকক পূজা-পাতলৰ সময়ত দেৱতাৰ আগত বলি দিয়ে; নইবা গা-ধন হিচাপে বিয়াৰ সময়ত কইনাৰ পিতাকলৈ দিয়ে। অথবা শাস্তি বা বিবাদৰ শেষত মেথন দি মিতমাত কৰা হয়।

## সামাজিক ভাগ ঃ মিতে আৰু মুৰা

আপাটানি সমাজক আপাতদৃষ্টিত দুটা ভাগত ভাগ কৰিব পাৰি—মিতে বা উচ্চবংশীয় আৰু মুৰা বা নিম্নবংশীয়। দাসসকলক মুৰাৰ ভিতৰত ধৰি লোৱা হয়। দাসসকল মুক্তিৰ পাছত নিজাকৈ ঘৰবাৰী কৰাৰ পাছতো মুৰা বুলি পৰিগণিত হয়। এই দুই ভাগৰ মাজত বিয়া-সবাহ হোৱা সামাজিক প্ৰথানুসাৰে নিষিদ্ধ। মুৰাসকলে দফলা বা মিৰিৰ লগত বিয়া কৰাব পাৰে কিন্তু মিতেসকল তেনে কৰিলে সমাজে বাধা দিব।

বহুবিবাহ আপাটানিসকলৰ মাজত সমাজে অনুমোদন কৰে কিন্তু বহু-পতি-বিবাহ নিষিদ্ধ। সাধাৰণতে ধনী বা সমাজৰ উচ্চস্থান অধিকাৰ কৰা মানুহৰ জোঁৱায়েকে শহুৰেকৰ বিৰাগভাজন হোৱাৰ ভয়ত বহুবিবাহ নকৰে। ল'ৰা-ছোৱালীয়ে নিজে দৰা বা কইনা বাছি লয়; তাৰ পাছত অভিভাৱকক জনায়। পিছত সামাজিক প্ৰথানুসাৰে অভিভাৱকে বিয়াৰ ব্যৱস্থা কৰে। বিয়াৰ সময়ত দৰাই ছোৱালীৰ দেউতাক বা অভিভাবকক গাধন দিয়ে। ছোৱালীৰ পৰিয়ালৰ



বংশ-মৰ্য্যাদাৰ ওপৰত গাধনৰ মূল্য বা পৰিমাণ নিৰ্ভৰ কৰে। গা-ধন হিছাপে মেথোন, গাহৰি, তিব্বতীয় ঘণ্টা, তিব্বতীয় তৰোৱাল, এড়ি চাদৰ দিয়ে। বিয়াৰ সময়ত, ছোৱালীয়ে ঘৰৰপৰা লগত উপযুক্ত পৰিমাণৰ চাউল, মেঁহ, মঙহ আৰু কানি-কাপোৰ আনিব লাগে।

নেফাৰ আন আন জনজাতিৰ মাজত খেতি-পথাৰ সামূহিক সম্পত্তি বুলি পৰিগণিত হয় কিন্তু আপাটানিসকলৰ মাজত খেতি-পথাৰখন সদায় ব্যক্তিগত সম্পত্তি বুলি ধৰে। তদুপৰি ঘৰ, তিব্বতীয় ঘণ্টা, চিকাৰৰ সাজ-সজুলিয়ে অকল মূল্যবান সম্পত্তি। মানুহৰ জীৱিতাৱস্থাত তেওঁ নিজ ইচ্ছামতে সম্পত্তি দান কৰিব পাৰে। মৃতকৰ সম্পত্তি সদায় নুমলীয়া লৰাই পায়, তিৰোতাৰ সম্পত্তিত অধিকাৰ সাধাৰণতে নাই।

আপাটানিসকলৰ শাস্তি দিয়াৰ প্ৰথা বৰ কটকটীয়া। জেল বা আটক কৰাৰ প্ৰথা তেনেকৈ নাছিল। সাধাৰণতে বিভিন্ন জনজাতিৰপৰা ধৰি অনা মানুহ আটক কৰি ৰাখে। আপাটানিবিলাক ডফলাসকলৰ তুলনাত বহুত শান্তিপ্ৰিয়, আৰু যুঁজ-বাগৰ সদায় নকৰিছিল। বৰ সামান্য দোষতে আগতে মৃত্যুদণ্ডৰ ব্যৱস্থা আছিল। আপাটানি সমাজৰ উল্লেখযোগ্য হ'ল লিছুডু উছৱ। এই উছৱ বা সবাহ যিজন মানুহে পাতে তেওঁ নিজৰ সম্পত্তিবিলাক দান কৰে নাইটা নষ্ট কৰে। সাধাৰণতে দুই ব্যক্তিৰ মাজত জেদৰ ফলত এই উছৱ পাতে। দুইজন মানুহে নিজৰ যিমান সম্পত্তি আছে সমাজৰ আগত নষ্ট কৰে। মেথোন মাৰি পেলায়, তিব্বতীয় ঘণ্ট বা তিব্বতীয় তৰোৱাল ভাঙি পেলায়। বিজন মানুহে বেছি সম্পত্তি নষ্ট কৰে তেওঁক সমাজে সিমান উচ্চ স্থান দিয়ে। আমেৰিকাৰ ৰেড ইণ্ডিয়ানসকলৰ মাজত প্ৰচতি পট্‌লাছ উৎসৱৰ লগত ইয়াৰ মিল দেখা যায়।

# পৰ্বতৰ মিৰি

ডক্টৰ শ্ৰীমহেশ্বৰ নেওগ

## চিনাকি, বসতি

পৰ্বতৰ মিৰি বা Hill Miri নামটো সোৱণশিৰি সীমান্ত বিভাগৰ উত্তৰ অংশৰ কেইবাটাও জনজাতিৰ এটা থূলৰ ক্ষেত্ৰত প্ৰয়োগ কৰা হয়। আচলতে এই জনজাতিবোৰৰ বিশেষ কোনো নাম নাই। তেওঁলোকৰ জ্ঞাতি-গোষ্ঠী বা ফৈদ (clan) অনুসৰি স্বাভাৱিকতে ভাগ হৈ থকা গাঁওবিলাকৰ নাম অনুসৰিহে তেওঁলোকক জনা যায়। কোনোৱে তেওঁলোকক একেলগে কিছু আৰু পৃথকে ছাৰাক, তৰবটীয়া, পানীবটীয়া আদি নামে অভিহিত কৰিবলৈ বিচাৰে। ই. টি. ডেল্টনে Sonrok Meri আৰু বৰদলনি মিৰি নাম দুটা সমাৰ্থকভাবে ব্যৱহাৰ কৰিছে। ১৮২৫-ৰ পৰা ১৮২৮-লৈ সোৱণশিৰি অঞ্চলত ভ্ৰমণ কৰা আৰ্, উইলকক্সে আবৰ মিৰি, আঁকা মিৰি আদি নাম ব্যৱহাৰ কৰিছে। তেওঁৰ মতে সোৱণশিৰিৰ মিৰিসকল দিহিং আৰু দিবাং নৈৰ উপত্যকাৰপৰা অহা। চেহেৰা-পানী, ভাষা আৰু সংস্কৃতিৰ ফালৰপৰা এওঁলোকৰ লগত ডফলা আৰু আপাটানিৰ যথেষ্ট সামঞ্জস্য আছে। আনফালে ডেল্টনে এওঁলোকক ডফলা আৰু আবৰ-সকলেৰে একে গোষ্ঠীৰ মানুহ বুলি ক'বলৈ বিচাৰিছে।

১৮৯৭ চনৰ এটি বৰ্ণনামতে মিৰিসকলৰ বাসভূমিৰ দক্ষিণ-পূবলৈ ডিৰ্জেমো নৈ ( তাৰ সিপাৰে ডিবুৰুৰ উত্তৰৰ চাপৰ পৰ্বতবোৰত আবৰসকলৰ বাস ), উত্তৰ-পূবলৈ দিহিং উপত্যকাৰ দক্ষিণৰ পৰ্বতশাৰী, দক্ষিণলৈ উত্তৰ লখীমপুৰ মহকুমা, দক্ষিণ-পশ্চিমলৈ ৰঙা নৈৰ পূবৰ পৰ্বতশাৰী ( তাৰ সিপাৰে ডফলাসকলৰ দেশ )। মিৰিসকল থকা পৰ্বতবোৰৰ সোঁ মাজেই সোৱণশিৰি নৈ বৈ গৈছে। সোৱণশিৰি আৰু ছিডান, কামলা আদি সোৱণশিৰিৰ উপনৈবোৰৰ ওপৰে থকা পৰ্বতবোৰত মিৰিসকল থাকে। ঘ্যাঘাছি মিৰি ডিৰ্জেমো নৈৰ পছিমৰ আৰু উত্তৰ লখীমপুৰৰ চিচি অঞ্চলৰ উত্তৰলৈ থাকে; ঘাছি মিৰি ঢল নৈ আৰু সোৱণশিৰিৰ মাজ অঞ্চলত থাকে। ছাৰাম মিৰিৰ বাসভূমি হ'ল সোৱণশিৰি আৰু ৰঙা নৈৰ মাজৰ পৰ্বত। পানীবটীয়া আৰু তৰবটীয়া



মিৰিসকলে সোৱণশিৰিৰ পশ্চিম পৰ্বতবোৰত বাস কৰে। তৰবটীয়াসকলে কামলা নৈৰ দক্ষিণ ভাগত থকা বাবে ভৈয়ামলৈ আহোঁতে বামেদিয়ে আহিব পাৰে কাৰণে তেওঁলোকৰ সেই নাম ৰঙা নৈৰ গুৰিৰ ওপৰৰ মালভূমিত থকা টেনাই মিৰি বা আঁকাসকলৰ ভৈয়ামৰ লগত কোনো সম্পৰ্ক নাই। তেওঁলোকৰ আচাৰ-নীতিও একেবাৰেই স্বকীয়া।

১৮৯৭ চনৰ এই বিৱৰণটোত লিখা হৈছে যে ঘ্যাঘাছিসকল চুটি-চাপৰ, গাঁথলু আৰু মঙহাল মানুহ, তেওঁলোকৰ চকুবোৰ দ'লৈ সোমোৱা, ঠুটৰি বহল, নাক চেপেটা আৰু মুখ বহল। ছাৰাকসকল ঘ্যাঘাছিৰ দৰে কিন্তু সিমান মঙহাল নহয়। পানীবটীয়া আৰু তৰবটীয়াসকল ছাৰাক আৰু ঘ্যাঘাছিত ওখই-পাখই অধিক উত্তম; তেওঁলোকৰ চকুবোৰ বেছি থিয় আৰু চেহেৰা ভদ্ৰোচিত। আঁকাসকল শৰীৰৰ গঠনত এওঁলোকতকৈও ভাল।

ডেল্টনে আঁকা বা টেনাই মিৰিসকলক ভাল খেতিয়ক আৰু যুঁজাৰু বুলি গণনা কৰিছে। মায়ামৰীয়া বিদ্ৰোহৰ সময়ত বহুত অসমীয়া মানুহে এওঁলোকৰ মাজত আশ্ৰয় লৈ নিৰ্বিবাদে নিজ ঘৰলৈ ঘূৰি আহিছিল। দুই-এঘৰহে বোলে নিজ ইচ্ছামতে ঘূৰি নাহি তাতে থাকি গ'ল।

## সাজ-পাৰ

ঘ্যাঘাছি আৰু ঘাছি মিৰিয়ে লেংটি আৰু হাত নোহোৱা গৰম চোলা ব্যৱহাৰ কৰে। ছেও নৈৰ ঘাছিসকলে কঁকাললৈকে একো নলয় আৰু ওপৰ ভাগত এখন আৱৰণ মাত্ৰ লয় বুলি ১৮৯৭ চনৰ উক্তি বিৱৰণত আছে। এই দুটা জনজাতিয়ে মূৰৰ চুলি চাৰিওফালে কাটি পেলায়। পানীবটীয়া আৰু তৰবটীয়াৰ সাজ-পাৰ প্ৰায় ডফলাসকলৰ নিচিনা। তেওঁলোকে চুলিবোৰ কপালৰ ওপৰত এটা খোপা কৰি এডাল শলা মাৰি ৰাখে আৰু এডাল ৰচিত তামৰ গুটি কিছুমান লগাই মূৰৰ চাৰিওফালে মেৰাই আঁৰি লয়। এডাল বেতৰ পেটীত তেওঁলোকে লেং-কানিখন আঁৰি লয়। তেওঁলোকে বাহুৰপৰা এটা বেতৰ চাৰিচুকীয়া মোনা ওলোমাই লৈ তাক জৰীগছৰ শিপাৰে কৰা এখনি ঢাকনিৰে ঢাকি লয়। তেওঁলোকৰ টুপীটো ডফলাসকলৰ দৰেই, কিন্তু তাৰ ওপৰত বাঘ বা বৰাৰ ছাল এখন লগাই লয়। আঁকা মিৰিৰ সাজ পানীবটীয়াৰ দৰেই, কিন্তু তেওঁলোকে লেংটিৰ বদলি এড়া গছৰ আঁহেৰে বোৱা এখন কাপোৰ কঁকালত মেৰিয়াই লয়।

মিৰিসকলৰ অস্ত্ৰ-শস্ত্ৰৰ ভিতৰত এখন দীঘল দা, ধনু-কাঁড় আৰু কামলাৰ উত্তৰৰ জনজাতিৰ ক্ষেত্ৰত যাঠি।

ই. টি. ডেল্টন চাহাবে মিৰি গামসকলে পিন্ধা মদৰ গিলাচৰ আকৃতিৰ ৰূপৰ অলঙ্কাৰৰ উল্লেখ কৰিছে। পুৰুষসকলে বহুতধাৰ বিশেষকৈ নীলা ৰঙৰ মণি পিন্ধে। ডেলটনে মিৰি তিৰোতাসকলৰ সাজ-পাৰবো বৰ্ণনা দিছে। তেওঁলোকে পিতলৰ চকলা লগোৱা এডাল পেটীৰপৰা আঁঠুলৈকে পৰা এটা পেটিকোট্ আঁৰি লয়; তদুপৰি কঁকালত গছৰ আঁহেৰে গোঁঠা বাঁহৰ মিহি শলিৰে কৰা একোছামান বেৰি ওলমাই লয়। একে ধৰণৰ শলিৰে কৰা এচটা ঢাকনি কাঘলটিৰ তলেদি বুকৰ ওপৰত মেৰিয়াই তাৰপৰা আগফালে এটুকুৰা কাপোৰ ওলমাই দিয়া হয়। কামলৈ বা ফুৰিবলৈ ওলাই যাওঁতে তিৰোতাসকলে এই সাজ পিন্ধে। কিন্তু ঘৰত থকা সময়ত তেওঁলোকে এখন কাপোৰ দোৰোল কৰি বাহুৰ ওপৰেদি পিঠিত পেলাই আগফালে এডাল শলা মাৰি লয়। তেওঁলোকে ডিঙিত বিশেষকৈ নীলা আদি ৰঙৰ একোছামান মণি পিন্ধে। তেওঁলোকে হাতৰ মুঠিত ৰূপ আৰু তামৰ খাৰু আৰু ভৰিৰ সৰু গাঁঠিত বাঁহৰ শলি বা চটি গুঁঠি কৰা একোচটা অলঙ্কাৰ পিন্ধে। তেওঁলোকে মাজ-মূৰত সমানে সেঁওতা ফালি পিঠিফালে দুডাল বেণী কৰি পেলাই লয়। তিৰোতাসকলে কাণত ৰূপৰ নানা কাৰুকাৰ্য্য-খচিত গধুৰ অলঙ্কাৰ পিন্ধে। এওঁলোক বৰ ধুনীয়া, ডেল্টনৰ মতে ৰঙা গাল আৰু ওঁঠেৰে মিৰি তিৰোতা সৰ্ব-সাধাৰণে অসমীয়া তিৰোতাতকৈ শুৱনী।

ডেল্টনে অঁকা বা টেনাই মিৰিসকলে মূখত 'টেটু' বা অঁাক লয় বুলি লিখিছে। প্ৰকৃততে সেই বাবেই তেওঁলোকৰ সেই নাম। এওঁলোকৰ পুৰুষসকলে কাপোৰৰ ব্যৱহাৰ বৰ নকৰে; ৰঙাকৈ বোলোৱা বেতেৰে গোঁঠা আৰু পিছফালে ফালৰ দৰে ওলমি পৰা নেজেৰে কঁকালৰ কৰ্ধনিয়েই ঘাই সাজ। তিৰোতাসকলে ক'লা বা নীলা পেটিকোট আৰু বগা কপাহী জাকিট চোলা পিন্ধে।

## খেতি-বাতি আদি

একেবাৰেই উত্তৰৰ মিৰিসকলৰ মাজত খেতি-বাতি নাই বুলিলেই হয়। দক্ষিণ মিৰিসকলৰ মাজত গোমধান, কচু, ৰঙা আলু আৰু ধানৰ খেতি হ'লেও সেয়ে বছৰটোলৈ নোজোৰে বাবে ভৈয়ামলৈ খাদ্য বিচাৰি তেওঁলোক নামি আহিব লাগে। মিৰিসকলে শুকান মঙহ ব্যৱহাৰ কৰে; কিন্তু তেওঁলোকৰ



মাজত মেথোন আৰু ছাগলী যথেষ্ট নোহোৱাত ভৈয়ামৰপৰা গৰু কিনি নিব লগীয়া হয় বুলি ওপৰৰ টোকাত কোৱা হৈছে। খেতি-বাতিৰ পথাৰত ঘাই কাম কৰা মানুহ হ'ল তিৰোতাসকল। পুৰুষসকলে ফান্দ আৰু বাঘ-ধেনু পাতি পহু চিকাৰ কৰা আদি কাম ব্যস্ত থাকে। পুৰুষ-তিৰোতা উভয়েই হাবিৰপৰা মজাঠি গোটায়।

উত্তৰৰ মিৰিসকলে কপাহী কাপোৰ আৰু মজাঠি দি ভৈয়ামৰ লগত ধান-চাউল সলাই নিয়ে। দক্ষিণৰসকলে ধপাতৰ খেতি কৰে। মেথোন, গাহৰি আৰু কুকুৰাই ঘাই ঘৰচীয়া জন্তু। ডেল্টনে লিখিছে, মিৰিসকলৰ গৰু পোহাৰে কোনো সমধ বা পৰিচয় নাই।

মিৰিসকলে ছিয়া নাহৰ নামৰ গছৰ গুটিৰ বিহ মাছ মৰাত ব্যৱহাৰ কৰে। এওঁলোকে পহু ধৰা, কেৰ্ক টুৱা ধৰা ফান্দ ব্যৱহাৰ কৰে।

ঘৰত কৰা মদ মিৰিসকলে খাদ্যৰূপে ব্যৱহাৰ কৰে।

মিৰিসকলে পৰ্বতৰ গাত আৰু পৰ্বতৰ মাজৰ সমান পথাৰত খেতি কৰে। ডেল্টনে ছিপলুমুখৰ টেমা মিৰিৰ মাজত বৰচা ধান, আহু, শালি, আৰু গোম-ধানৰ খেতি, কচু আৰু ৰঙা আলুৰ খেতি হোৱাৰ উল্লেখ কৰিছে।

ডেল্টনে লিখিছে যে সদায় নৈ পাৰ হ'ব লগীয়া হোৱা সত্ত্বেও মিৰিসকলে নাও এখন সাজি নলয়, যেতিয়াই দৰ্কাৰ তেতিয়াই কাক বাঁহৰ ভুৰ এখন সাজি তাক কামত লগায়। এওঁলোকৰ সোৱণশিৰিৰপৰাই তেওঁলোকৰপৰা লাওৰ কোটোৱা লৈ ঢুকণিৰে ভৈয়ামৰ মানুহে সোণ কমায়, কিন্তু তেওঁলোকে সেইফালে দৃষ্টিপাত কৰিবলৈ নিবিচাৰে।

ডেল্টনৰ মতে মিৰিসকলে আবৰৰ দেশৰপৰা মজাঠি, মণি, দা, দেওঘণ্টা, মেথোন, দাস আৰু বিয়াৰ কইনা (এওঁলোকৰ বিয়াও একপ্ৰকাৰ বস্তু-বিনিময় মাথোন) আমদানি কৰে। এইবোৰৰ পৰিবৰ্তে মিৰিয়ে ভৈয়ামৰপৰা নিয়া অসমীয়া কাপোৰ, লোণ আদি আবৰসকলে পায়। অঁকা মিৰিসকলৰ পোন্ধৰখন ডাঙৰ গাঁৱত ভাল শালি-খেতি হয়; তেওঁলোক ধান দি আবৰৰপৰা আন বস্তু সলাই নিয়ে।

## গাঁও, সমাজ, বিয়া-বাৰু

মিৰিসকলৰ একোখন গাঁৱত আঠ-নৰপৰা ওঠৰ-কুৰি ঘৰলৈকে মানুহ থাকে বুলি ১৮৯৭ চনৰ টোকাটোত কোৱা হৈছে। কিন্তু একেটা ঘৰতে ডুকুৰিলৈকে মানুহ থাকে। চাং-ঘৰবোৰৰ দীঘ যাঠিৰপৰা সত্তৰ ফুটলৈকে হ'ব। এনে ঘৰবোৰ

সাধাৰণতে পৰ্বতৰ নামনি ভাগত সজা হয়, ওপৰত নহয়। তেওঁলোকৰ সম্পত্তিৰ ভিতৰত মেথোন, অলঙ্কাৰ পাতি, অস্ত্ৰ-শস্ত্ৰ, ধাতুৰে কৰা বন্ধাৰ সঁজুলি আৰু 'ওম্ মণিপদ্মে হুম্' লিখা থকা দেওঘণ্টাৰ কথা ডেল্‌টনে লিখিছে।

এওঁলোকৰ মাজত আন জনজাতিৰ দৰে শাসনপদ্ধতি পূৰ্বৰেপৰা নাছিল। গাঁৱৰ ভিতৰত আৰু গাঁৱে গাঁৱে সংগঠন কৰাৰ কোনো ধৰাবন্ধা নিয়মো নাই। কিন্তু এওঁলোকৰ মাজত গামসকলৰ বিশেষ প্ৰভাৱ। তেওঁলোকৰ মাজত বয়ন আদি শিল্প, নৃত্য-গীত আদিৰ প্ৰচলন থকাৰ বিশেষ প্ৰমাণ পোৱা নাযায়। এওঁলোকে এজন পৰম দেৱতা আৰু আন ভূত-প্ৰেতত বিশ্বাস কৰে। পৰম দেৱতা-জনক মেথোন বলি দি পূজা কৰা নিয়ম আছে। য়াপুম বা বনদেৱতা, ওবোম বা মৰা দেও আদিক এওঁলোকে মানে। লা, চিমিৰ, হিপু গাঁৱৰ তৰৰটীয়া আৰু গুচাম অঞ্চলৰ বিকো, বিনি, ৰতম, টাইত্ গাঁৱৰ পানীৰটীয়াসকলৰ মাজত এসময়ত উত্তৰ লখীমপুৰৰ ঘাৰমৰা সত্ৰৰ গোসাঁইৰ বহুতো শিষ্য হৈছিল। কিন্তু নক্টেসকলৰ দৰে এওঁলোকৰ মাজত বৈষ্ণৱ-ধৰ্ম গ্ৰহণে তেওঁলোকৰ খাদ্য-বিষয়ত উদাৰতাত কোনো বাধা দিব পৰা নাছিল।

বহু-স্ত্ৰী-বিবাহ এওঁলোকৰ মাজত প্ৰচলিত। কিন্তু বহু-পুৰুষ-বিবাহো কেতিয়াবা দেখা যায় বুলি উপৰোক্ত টোকাত পোৱা গৈছে। ছোৱালীৰ বাবে ল'ৰাই মেথোন, গাহৰি, কুকুৰা, মদ, কাপোৰ আদি প্ৰায় দামৰ দৰে দিব লাগে।

কোনো লোকৰ মৃত্যু হ'লে মিৰিসকলে মৃতদেহটোক কাপোৰ-কানি পিন্ধাই খাদ্য, আৰু বন্ধা সঁজুলি, অস্ত্ৰ-শস্ত্ৰ আদি দীঘল যাত্ৰাৰ আৱশ্যকীয় সমল দি মাটিত পোতে।

কুকুৰা-পোৱালি মাৰি তাৰ নাড়ী-ভুৰু চাই মঙল চোৱাৰ নিয়ম মিৰিসকলৰ মাজত আন জনজাতিৰ দৰেই আছে।[১]

(১) গ্ৰন্থপঞ্জী: R. Wilcox, 'Memoir of a Survey of Assam and the neighbouring countries executed in 1825-6-7-8', Asiatic Researches, 1832; 'Report by Lt. E. J. T. Dalton, Junior Assistant Commissioner of Assam, of his visit to the Hills in the neighbourhood of the Soobanshiri River', J. A. S. B., 1845; E. T. Dalton, 'On the Meris and Abors in Assam', J. A. S. B. 1845; G. W. Dun (?), Preliminary Notes on Miris, 1897, cited by Verrier Elwin India's North-East Frontier in the Nineteenth Century, 1959.

# টাগিন

ডক্টৰ শ্ৰীমহেশ্বৰ নেওগ

## বৰ্তমান বসতি

ছিয়াং জিলাৰ পশ্চিম অঞ্চল আৰু সোৱণশিৰি সীমান্ত বিভাগৰ উত্তৰ-পূব অংশত টাগিনসকলৰ বসতি। এওঁলোকৰ আগতে বাহিৰৰ লগত বিশেষ সম্বন্ধ নাছিল; তেওঁলোকে দাস বিকা-কিনা কৰিছিল আৰু বাহিৰৰপৰা অহা লোকক বিশেষ মৰমৰ চকুৰে নাচাইছিল। ১৯৫৩ চনত এওঁলোকে আসাম ৰাইফ্‌ল্‌ছৰ এটা দল মোহাৰি শেষ কৰি পেলাইছিল। এই অঞ্চলৰ প্ৰাকৃতিক অৱস্থাই বৰ নিৰ্মম। নেলি-ডাৰিং, দোলুং, য়াকিং আদি টাগিনসকলৰ ডাঙৰ গাঁও আছে। কিন্তু এঠাইৰপৰা আন ঠাইলৈ গাঁও উঠি যোৱাৰ নিয়মো এওঁলোকৰ দেখা যায়।

## সাজ-পাৰ

টাগিনসকলৰ মাজত কাপোৰৰ ব্যৱহাৰ বৰ কম, যদিও সময়ে সময়ে ব্যৱহাৰ কৰিবৰ বাবে তেওঁলোকৰ সাজ-পাৰ আছে। এই সাজ-পাৰ পছমৰ আৰু তিব্বতৰ-পৰা আমদানি কৰা। ইয়াৰ ভিতৰত মতা-তিৰোতা উভয়ৰ ৰঙা দীঘল চোলা বিশেষ। টাগনিসকলে তিব্বতৰপৰা অহা পবিত্ৰ কাম কৰা ঘণ্টা আদিও বৰ দাম দি কিনে। এওঁলোকৰ মাজত বয়ন-শিল্পৰ ঐতিহ্য আগৰেপৰা থকাৰ বিশেষ প্ৰমাণ পোৱা নাযায়। টাগিনৰ নৃত্য-গীতৰ ঐতিহ্যও শূন্য।

## সমাজ

টাগিনসকলৰ মাজত এসময়ত দাস-প্ৰথা প্ৰবলভাৱে চলি আছিল। এজনী তৰুণী তিৰোতাৰ দাম এটা মেথোন, দুটা পিতলৰ কলহ বা অধিক হ'ব পাৰে। এওঁলোকৰ মাজত টাপিক, পাঞ্জু আদি ফৈদ বা জ্ঞাতিগোষ্ঠী ( clan ) আছে।

## ধৰ্ম-বিশ্বাস

আদিসকলৰ দৰে টাগিনসকলে সৰ্বশক্তিমান পৰমেশ্বৰ-স্বৰূপ ডইনী-পোলো দেৱতাত বিশ্বাস কৰে। কিন্তু লগতে নানা অপায়-অমঙ্গলৰ অপদেৱতা বা ভূত-প্ৰেততো এওঁলোকৰ বিশ্বাস চলি আহিছে।[১]

১। গ্ৰন্থপঞ্জী: Verrier Elwin, A Philosophy for NEFA, 1959. The Art of the North-East Frontier of India 1959. Myths of the North-East Frontier of India, 1958.

# শ্বেৰ্ ডুক্পেন্

ডক্টৰ শ্ৰীমহেশ্বৰ নেওগ

**বৰ্তমান বসতি আৰু প্ৰৱাদ**

শ্বেৰ্ ডুক্পেন্সকল কামেং সীমান্ত বিভাগৰ ৰূপা, জিগাঁও আৰু শ্বেৰগাঁও নামে দুখন গাঁৱত বাস কৰা ভোট-মোঙ্গোল গোষ্ঠীৰ মাথোন বাৰ শ মান মানুহৰ এটি সৰু বৌদ্ধ জনজাতি। জাৰকালি হ'লে তেওঁলোকে জাৰৰ হাত সাৰিবলৈ ভৈয়ামলৈ নামি আহি বেহা-বেপাৰ কৰে। চাৰিদুৱাৰৰ কাষৰ-পাঁজৰৰ গাঁওবোৰৰ লগত এওঁলোকৰ ঘনিষ্ঠ সম্পৰ্ক। তেওঁলোকৰ বিশ্বাসমতে এই জনজাতি পূৰ্বতে তিব্বতৰপৰা আহিছিল ; তেওঁলোকৰ বৰ্তমান সামাজিক গঠনত তিব্বতৰ প্ৰভাৱ দেখা পোৱা যায়। কামেঙৰ মন্‌পাসকলৰ লগতো এওঁলোকৰ বহুতোখিনি সামঞ্জস্য আছে—বিশেষকৈ নৃত্য-গীতৰ বিষয়ত। তেওঁলোকৰ মাজত প্ৰচলিত প্ৰৱাদমতে লাছাৰ ৰজা বে স্ৰংটছেন গোম্পোৱে এগৰাকী আহোম কুঁৱৰী বিয়া কৰিছিল। কুঁৱৰীৰ তৃতীয় পুত্ৰৰপৰা শ্বেৰডুকপেনৰ ৰজাসকল হয়।

**সাজ-পাৰ**

শ্বেৰডুকপেন্সকলে গছৰ আঁহ উলিয়াই আৰু ভৈয়ামৰপৰা সূতা আনি ক'লা, ৰঙা, হালধীয়া আদি ৰং দি বোলাই কাপোৰ-কানি বৈ লয়। চোঁৱৰ পছৰ নেজেৰে কৰা এওঁলোকৰ টুপী দেখিবলৈ বৰ ধুনীয়া। পুৰুষসকলে এটা দীঘল কোট পিন্ধে বা এখন পাট বা কপাহী কাপোৰ ডিঙিৰপৰা আঁঠুলৈকে পৰাকৈ গাত মেৰিয়াই লয়, কঁকালত মন্‌পাসকলৰপৰা পোৱা মেৰুন্ ৰঙৰ এবিধ কাপোৰ আটি বান্ধি লয়। চহকী মানুহে বিশেষকৈ উৎসৱ আদিত ৰংচঙীয়া সাজ-পাৰ পিন্ধে। নানা ফুল-জালি বছা ৰংচঙীয়া মোনা এওঁলোকৰ সাজ-পাৰৰ অঙ্গৰ দৰে। তিৰোতাসকলেও পুৰুষৰ দৰে দীঘল চোলা পিন্ধে বা কাপোৰ মেৰিয়াই



লয়। পুৰুষ-তিৰোতা উভয়ে দীঘল পায়জামা পিন্ধে এই অঞ্চলত বিশেষভাৱে ওলোৱা পোকৰ কামোৰৰপৰা ৰক্ষা পৰিবলৈ।

**খেতি-বাতি, ব্যৱসায় আদি**

শ্বেৰডুকপেনসকলে তেওঁলোকৰ ভৈয়ামৰ সমথলত হাল বাই খেতি কৰে। কিন্তু এওঁলোকৰ মাজত ঝুম প্ৰথাও চলে।

শ্বেৰডুকপেনসকল বৰ বেপাৰী মানুহ। তেওঁলোকে নানা ধৰণৰ বোৱা কাপোৰ, মোনা, বেত-বাঁহৰ পাচি আৰু পানী বা মদ ৰাখিবপৰা বটল আদি তৈয়াৰ কৰে আৰু বেচে। কাঠৰ কামতো এওঁলোক পটু। ঘৰ-দুৱাৰ সজাৰ উপৰিও এওঁলোকে কাঠেৰে থাল-বাটি আদি কৰি সুন্দৰকৈ ৰং দি উলিয়ায়। এওঁলোকে কিছু ৰূপৰ কামো কৰে। এওঁলোক ভৈয়ামত তাঁত আৰু হাতৰ কামৰ বাহিৰেও জাব্ৰাং নামৰ মছলা, জলকীয়া, গৰু, কুকুৰা আদি বেচেহি।

আন বৌদ্ধসকলৰ দৰে এওঁলোকৰ খোৱা-বোৱাত বহুত বাধা-নিষেধ আছে। বৌদ্ধসকলে বনৰীয়া জন্তুৰ মঙহ খালেও গৰু, গাহৰি, ছাগলী বা কুকুৰাৰ মঙহ নাখায়। শ্বেৰডুকপেনসকলৰ ৰীতি-নীতি আৰু বেছি ; তেওঁলোকে আন কি কণীও নাখায়। এওঁলোকে মেথোন আদি জন্তু পোহে।

লোহিতৰ থামটি আৰু মেচুকা উপত্যকাৰ মেম্বাসকলৰ দৰে শ্বেৰডুকপেনসকলৰ মাজত পানীৰ সোঁতে চলোৱা চকাৰ সহায়ত চলোৱা ঢেঁকি আছে। অধিকন্তু, শ্বেৰডুকপেনসকলে এই উদ্দেশ্যে কাঠত ফুল-জালি কাটি ধুনীয়া ঘৰ তৈয়াৰ কৰি লয়।

**সমাজ, শ্ৰেণী, ধৰ্ম**

শ্বেৰডুকপেন সমাজত তেওঁলোকৰ ৰজাই প্ৰধান। ৰজাৰ পদ বংশানুক্ৰমে চলে। তেওঁলোকৰ মাজত সমাজৰ শ্ৰেণীবিভাগ বৰকৈ মানি চলা হয়। শ্ৰেণী দুটা—থং আৰু চাও। থংসকলৰ লাছাৰ ৰজাৰ জাপটাং বুৰা নামৰ তৃতীয় পুত্ৰৰপৰা উদ্ভুত আৰু চাওসকল ভাৰী বা বহতীয়া মানুহ। এই দুটা শ্ৰেণীৰ মাজত বিয়া-বাৰু নচলে। চহকী অভিজাত শ্ৰেণীটোৰ প্ৰভাৱ সমাজৰ ওপৰত বৰ প্ৰৱল, যদিও কোনো কথাত গাঁও-সভাৰো ( জুং ) মাত আছে। এই অভিজাতসকলে জীৱনত সম্ভোগ কৰিব লগীয়া ভাল বস্তুবোৰ ব্যৱহাৰ কৰিব পাৰে। উদাহৰণ স্বৰূপে এওঁলোকহে তিব্বতৰপৰা অহা ওপৰৰ মূৰত উঠঙা এটুকুৰা থকা টুপী পিন্ধিব

পাৰে। সীমান্তৰ আন জনজাতিৰ ভিতৰত ৱাঞ্চো, বুগুন আৰু অকাৰ মাজতহে এনে শ্ৰেণী-বিভাগ দেখা যায়।

আগতে ওচৰ-চুবুৰীয়া কোনো জনজাতিৰ লোকে শ্বেৰডুকপেন লোকক ভাৰী আদি কৰি কামত খটুৱাইছিল আৰু চৰকাৰী বিষয়াসকলেও তেওঁলোকক এইদৰে বেগাৰ ধৰিছিল। এই প্ৰথা এতিয়া বন্ধ হৈছে।

এই জনজাতিৰ লোকসকল বৰ মৃদু আৰু সম্ভ্ৰান্ত। এওঁলোকে টাৱাঙৰ লামাসকলকে গুৰু বুলি মানে।

তেওঁলোকৰ বৌদ্ধ-ধৰ্মত জনজাতীয় ধৰণ-ধাৰণাৰ বহুতোখিনি সংমিশ্ৰণ পৰিছে।

এওঁলোকৰ ডাঙৰ গাঁওবিলাক সমথলত অৱস্থিত। পাম পতা গাঁওবোৰ পৰ্বতৰ মাজত সুবিধাৰ ঠাইত পাতে। চাংঘৰবোৰ শিলৰ ওপৰত সাজি বেৰৰ আধা কাঠৰ তক্তা আৰু ওপৰ আধা বাঁহেৰে কৰা হয়।

আন জনজাতিৰ দৰে এওঁলোকৰ ডেকা-চাং বা গাভৰু-চাং নাই, কিন্তু এওঁলোক শ্ৰেণী-বিভাগমতে ডেকা-গাভৰুৰ মাজত সংগঠন কৰি সমাজৰ কামত লগায়।

## নৃত্য, উছৱ

শ্বেৰডুকপেনসকলে মুখা পিন্ধি নানা ধৰণৰ নৃত্য কৰে আৰু তাৰ বাবে তেওঁলোক ডিৰা-জ্জং বা টাৱাঙৰপৰা মুখা যোগাৰ কৰি আনেগৈ। এই মুখাবোৰ বৰ সুন্দৰ, কিছুমান আচল মুখ যেন দেখি। নাচত নানা ধৰণৰ মনোৰম ছোঁ, সাজ আৰু অলঙ্কাৰ ব্যৱহাৰ কৰা হয়। এনে ধৰণত নাচ পাতোঁতে বহুত খৰচ-বৰচ হয়। সাধাৰণতে স্থানীয় গোম্‌পা বা বৌদ্ধ মন্দিৰৰ সমুখৰ চোতালত এই নাচৰ আয়োজন হয়। নৃত্যৰ আৱহ-সঙ্গীতৰ যোগান দিয়ে ঢোল, শিঙা আৰু লামাসকলে বজোৱা বৰতালে। নৃত্যৰ বিষয় সাধাৰণতে পাৰমাৰ্থিক কিন্তু এওঁলোকৰ হাস্যবোধৰ পৰিচয়-স্বৰূপে বহুবাৰ ভাৱো যথেষ্ট ওলায়। নৃত্যবোৰ কোনো উছৱৰ সময়ত বা সামূহিক মঙ্গলৰ অৰ্থে কিম্বা ৰোগ আদি নিবাৰণৰ চিন্তাৰে অনুষ্ঠিত হয়।

এই নাচবোৰৰ ভিতৰত দিল্লীত নি দেখুওৱা চোঁৱৰ পহু নচেই প্ৰধান আৰু প্ৰখ্যাত। এখন ক'লা কাপোৰৰ তলত দুটা মানুহ লুকাই সমুখৰ ফালে কাঠেৰে কৰা চোঁৱাৰ পহুৰ মূৰ এটা ধৰি থাকে। এইদৰে হোৱা পহুটোৰ



পিঠিত উৰ্দ্ধবাহু এগৰাকী দেৱী। আপাপেক নামৰ এজন প্ৰাচীন বীৰ আৰু তেওঁৰ দুই পুতেকৰ ভাও লোৱা, মুখা পিন্ধা তিনিজন মানুহে পহুটোৰ চাৰিওকাষে ঘূৰি ঘূৰি পহুৰ উৎপত্তিৰ কথা ৰূপায়ণ কৰে। এওঁলোকৰ আন নাচৰ ভিতৰত আজিলাম্ নাচ, গৰু নাচ, ঘোঁৰা নাচ, আদি উল্লেখ কৰিব পাৰি।

## ভাষা

শ্বেৰডুকপেন ভাষাৰ এতিয়াও বিশেষ অধ্যয়ন হোৱা নাই। ইযে ভোটবৰ্মী শাখাৰ ভাষা তাত কিন্তু সন্দেহ নাই। তেওঁলোকৰ মাজত কেইবাটাও উপভাষাৰো সৃষ্টি হৈছে। ভৈয়ামৰ লগত বেহা-বেপাৰৰ সম্পৰ্কৰ হেতুকে এওঁলোকে অসমীয়া ভাষাও ক'ব পাৰে।[১]

(১) গ্ৰন্থপঞ্জী: Verrier Elwin, A Philosophy for NEFA, 1959; Myths of the North-East Frontier of India, 1958; The Art of the North-East Frontier of India, 1959; R. R. P. Sharma, The Sherdukpens, 1961.

# মন্‌পা

## ডক্টৰ শ্ৰীমতী উষা ডেকা মহাপাত্ৰ

মন্‌পাসকল নেফাৰ কামেং সীমান্ত জিলাৰ উত্তৰ পশ্চিম অঞ্চলত বাস কৰে। উত্তৰ-পূৰ্ব সীমান্ত অঞ্চলৰ বিভিন্ন জনজাতিৰ মাজত এওঁলোক এটা প্ৰধান জনজাতি বুলি পৰিগণিত। ধৰ্মৰ ভিত্তিত এওঁলোক আন আন জনজাতিতকৈ পৃথক। মন্‌পাসকল বৌদ্ধ ধৰ্মাৱলম্বী। বৌদ্ধ ধৰ্মৰ ওপৰত ভিত্তি কৰি হোৱা কাৰণে দৈনন্দিন জীৱনযাত্ৰাৰ মানদণ্ড এই মন্‌পাসকলৰ অলপ বেলেগ। মনপা শব্দৰ অৰ্থ হল তল বা সমতলৰ মানুহ। তিব্বতীসকলে আৰু হিমালয়ৰ উচ্চ পৰ্বতশ্ৰেণীৰ বাসিন্দাসকলে টাৱাং আৰু সেই অঞ্চলৰ মানুহক মন্‌পা বোলে। দুটা শব্দৰ সমষ্টিত মন্‌পা শব্দটো গঠিত। 'মন্' শব্দৰ অৰ্থ হয় নিম্ন উপত্যকা আৰু 'পা' শব্দৰ অৰ্থ মানুহ। মন্‌পাসকলৰ বাসস্থানৰ উচ্চতা ৭,০০০ ফুটৰপৰা ১৭,০০০ ফুটলৈকে। সহজতে অনুমান কৰিব পাৰি যে এই ঠাইতকৈ ওখ ঠাইত থকা মানুহে 'মন্‌পা' নামটো ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰিছিল। কালক্ৰমে এই জনজাতি মন্‌পা নামে খ্যাত হয়।

### বসতি আৰু চুবুৰীয়াৰ লগত সাদৃশ্য

বৰ্তমান মন্‌পাসকলৰ বাস অকল কামেং সীমান্ত জিলাৰ ভিতৰত সীমাবদ্ধ। কামেঙৰ টাৱাং আৰু ডিৰাংজাং অঞ্চলত ইহঁতৰ ঘাই বকতি। ডিৰাংজাঙৰ দক্ষিণে আৰু পূবে মন্‌পা বসতি নাই। মন্‌পাসকলৰ পূবে মিজি আৰু ডাফলা জাতি, পশ্চিমে ভুটীয়া, দক্ষিণে শ্বেৰডুকপেন আৰু উত্তৰে মাগো জনজাতিৰ বাস। মন্‌পাসকলৰ উপকথা বা জনবিশ্বাসমতে সিহঁতে তিব্বতৰপৰা আহিছে। এটা দল তিব্বতৰপৰা চিকিমৰ মাজেদি আৰু আন দলটো তিব্বতৰপৰা মাগোজাতিৰ বাসস্থানৰ মাজেদি আহি সিহঁতৰ বৰ্তমান বাসস্থান পাইছে।

### সাজ-পাৰৰ বৈশিষ্ট্য

এওঁলোকৰ মতা-মাইকীৰ লগত ভুটীয়াসকলৰ সাজ-পাৰৰ লগত যথেষ্ট সাদৃশ্য দেখা পোৱা যায়। পুৰুষসকলে ঠেঙা পিন্ধে। তাৰ ওপৰত এটা চুটি কোটৰ



নিচিনা চোলা পিন্ধে। ইয়াৰ ওপৰত এটা দীঘল কোট পিন্ধে। এই দীঘল কোটটোৱে প্ৰায় ভৰিলৈকে ঢাকি ৰাখে। ভৰিত জোতা পিন্ধে। জোতাৰ তলভাগ চামৰাৰ আৰু ই প্ৰায় আঁঠুৰ তললৈকে আহে। জোতাৰ ওপৰৰ ফাল উনৰ। মূৰত সাধাৰণতে চোৱৰী পহুৰ নোমেৰে কৰা টুপী পিন্ধে। কিন্তু উৎসৱ বা কোনো কোনো ডাঙৰ সমাবেশত উনৰ টুপী পিন্ধে। কোটৰ ওপৰত এটুকুৰা কাপোৰ পেটীৰ নিচিনাকৈ মেৰিয়াই থয়। এই পেটীডালত এখন সৰু দা বা তৰোৱাল সদায় আঁৰি থয়। তৰোৱালখন মাজে সময়ে খাপত ভৰাই লৈ ফুৰে। এই খাপবোৰ তিব্বতৰপৰা অনায়। খাপৰ ওপৰত চীনা দৈত্যৰ ছবি খোদাই কৰা থাকে। বৰষুণ আৰু তুষাৰপাতৰপৰা নিজক ৰক্ষা কৰিবৰ কাৰণে চামৰাৰ কোট ব্যৱহাৰ কৰে।

মাইকীসকলে সাধাৰণতে এটা হাত নোহোৱা চেমিজৰ নিচিনা চোলা পিন্ধে। এই চোলাটোৰ ওপৰত এটুকুৰা কাপোৰ মেৰিয়াই লয়। এই কাপোৰ টুকুৰাই কঁকালৰপৰা ভৰিৰ কৰঙণলৈকে ঢাকি থয়। ইয়াৰ ওপৰত এটা কোট পিন্ধে। উচ্চবংশীয় আৰু সম্ভ্ৰান্ত পৰিয়ালৰ মহিলাই এটা ভৰিলৈকে ওলোমা দীঘল কোট পিন্ধে কিন্তু সৰ্বসাধাৰণে চুটি কোট পিন্ধে। বেশ-পৰিধানত মন্‌পা, ভুটীয়া আৰু তিব্বতীসকলৰ পাৰ্থক্য বিশেষ চকুত নপৰে। ভৰিত মতা-মাইকী সকলোৱে জোতা পিন্ধে। মাইকীসকলে অলঙ্কাৰ পিন্ধে। ডিঙিত পাথৰৰ মণি পিন্ধে আৰু তাৰ লগত ৰূপৰ সৰু সৰু টেমাৰ নিচিনা আঁৰি লয়। এই ৰূপৰ টেমাবোৰ তেওঁলোকে নিজে নকৰে; তিব্বতৰপৰা অনা। মন্‌পা-সকলৰ পৰিধানৰ আটাইখিনি সঁজুলি তিব্বতৰপৰা অনা।

### খাদ্য-সামগ্ৰী

মন্‌পাসকলৰ প্ৰধান খাদ্য হ'ল মাকৈ। এই মাকৈৰ খেতি কৰে ঝুম প্ৰথাৰে। হালৰ প্ৰচলন এওঁলোকৰ মাজত নাছিল কিন্তু বৰ্তমান লাহে লাহে শ্বেৰডুকপেনৰপৰা হালখেতিৰ ব্যৱহাৰ ক্ৰমে আহিবলৈ ধৰিছে। মন্‌পা সকলৰ প্ৰধান উপজীৱিকা হ'ল খেতি আৰু নানা তৰহৰ বেপাৰ। পশুপালনো কিছু পৰিমাণে প্ৰচলিত আছে; গৰু, ঘোঁৰা, খচ্চৰ, ছাগলী, ভেড়া, গাহৰি, কুকুৰা আৰু চোৱৰী গাই পোহে। গৰু, ঘোঁৰা আৰু খচ্চৰ প্ৰধানতঃ বেপাৰৰ কাৰণে পোহা হয়। চামৰী গাইৰ গাখীৰৰপৰা মাখন, পনিৰ আৰু ঘিউ উলিয়ায়; ছাগলী, ভেড়া, গাহৰি আৰু কুকুৰা প্ৰধানতঃ খাদ্য হিচাবে পোহে,

কিন্তু ভেড়াৰ নোমৰপৰা বেহুম (পহম) প্ৰস্তুত কৰে। চামৰী গাই বিয়াৰ সময়ত গা-ধন হিচাপে দিয়াৰ প্ৰথা আছে। চামৰী গাইৰ দামুৰি কেতিয়াও নামাৰে কিন্তু চামৰী আৰু গৰুৰ সংমিশ্ৰণত হোৱা দামুৰি মাৰি পেলায়।

## তাঁতশাল আৰু শিল্পকলা

মন্‌পাসকলৰ মাজত তাঁতশালৰ ব্যৱহাৰ আছে। মতা মানুহে নোমৰপৰা উন প্ৰস্তুত কৰে। কপাহৰ খেতি নাই, গতিকে সূতা সাধাৰণতে ভৈয়ামৰপৰা নিয়ে। উনৰ সৰু সৰু বেগ আৰু কাৰ্পেট মন্‌পাসকলে বৰ ধুনীয়াকৈ তৈয়াৰ কৰে। গোটেই কামেং জিলাত মন্‌পাসকলৰ জীৱন ধাৰণ-প্ৰথা সকলোতকৈ উন্নত ধৰণৰ বুলি কব পাৰি। মন্‌পাসকল কাঠৰ কামৰ কাৰণে বিখ্যাত। সৰু সৰু কাঠৰ বাতি, কাপ আৰু ট্ৰে বৰ সুন্দৰভাৱে তৈয়াৰ কৰে। এইবিলাক কাঠৰ বস্তুৰ ওপৰত গছ গছনিৰপৰা প্ৰস্তুত কৰা ৰং ব্যৱহাৰ কৰে। তদুপৰি কিছুমান মানুহে কাপোৰৰ ওপৰত বৌদ্ধ ধৰ্মৰ প্ৰচলিত জীৱনচক্ৰ আঁকি লয়।

## বেহা-বেপাৰৰ পৰিধি

মন্‌পাসকলে তেওঁলোকৰ চুবুৰীয়াবিলাকতকৈ ভাল বেহা-বেপাৰ কৰে বুলি জনাজাত। অসমৰ সীমান্ত অঞ্চলত যি ভুটান মেলা হয় তাত ভুটীয়াসকলৰ উপৰিও কালাক্টাং অঞ্চলত মন্‌পা বহুত আহে। তেওঁলোকে ভৈয়ামৰপৰা বস্তু কিনি লৈ গৈ শ্বেৰডুক্‌পেন আৰু তিব্বতীসকলৰ লগত বেপাৰ কৰে। তেওঁলোকে ভৈয়ামলৈ আহি কস্তুৰী, কম্বল, চামৰী গাইৰ চামৰ, আখৰোট, জলকীয়া আৰু নানা তৰহৰ পাথৰ বিক্ৰী কৰে আৰু এলুমিনিয়ামৰ বাচন, কপাহী কাপোৰ আৰু প্ৰসাধন সামগ্ৰী কিনি লৈ যায়। তিব্বতীসকলৰপৰা মন্‌পাসকলে ভেড়া, ছাগলী, ঘোৰা, চামৰী গাই, পহম, নৈন্ধৰ লোণ, পছমী কাপোৰ, কাৰ্পেট, চাহ, পনিৰ আৰু আখৰোট কিনি আনে; তাৰ সলনি তেওঁলোকে দিব লগীয়া হয় — কাঠৰ বস্তু, ৰং প্ৰস্তুত কৰা গছ-গছনি, চতিল বস্ত্ৰ, মাকৈ গম আৰু জলকীয়া। ভুটীয়াসকলৰপৰা তেওঁলোকে চাউল, ঘিউ আৰু কাপোৰ কিনি আনে তিব্বতৰ পৰা অনা বস্তুৰ সলনি। ভৈয়ামৰ মানুহৰপৰা তেওঁলোকে ধাতৰ বস্তু, তৈজস্, এড়ি আৰু কপাহী সূতা কিনে। আগতে এইবিলাক কিনা-বেচা বিনিময়-প্ৰথাৰে চলিছিল, কিন্তু বৰ্তমান টকা-পইচাৰ প্ৰচলন হৈছে।



## ধৰ্ম আৰু সমাজ-গাঁথনি

বৌদ্ধ ধৰ্ম মন্‌পাসকলৰ প্ৰধান ধৰ্ম। কিন্তু এই বৌদ্ধ ধৰ্মৰ লগত বুদ্ধদেৱে প্ৰচাৰ কৰা ধৰ্মতকৈ তিব্বতৰ প্ৰচলিত বৌদ্ধ ধৰ্মৰ বেচি মিল দেখা যায়। তেওঁলোকে প্ৰকৃতিৰ নানা দেৱদেৱীক পূজা-পাতল দিয়ে। Fresco Mariani-এ বৰ্ণনা কৰা Bonpa Religionৰ লগত মন্‌পাসকলৰ ধৰ্ম-বিশ্বাস আৰু পূজা-পাতলৰ পদ্ধতিৰ মিল দেখা যায়। প্ৰচলিন জনবিশ্বাসমতে মন্‌পাসকল দ্বিতীয় দালাই লামাৰ দিনতে বৌদ্ধ ধৰ্মলৈ দীক্ষিত হৈছিল। ষষ্ঠ দালাই লামাৰ ভৰিৰ চাপ এতিয়াও টাৱাঙৰ বৌদ্ধ মঠত সংৰক্ষিত হৈ আছে; কাৰণ এই দালাই লামাজন এই অঞ্চলৰ ওজেলিং নামৰ গাঁৱত উপজিছিল। টাৱাং অঞ্চলৰ বৌদ্ধ ধৰ্মমন্দিৰটো ভাৰতৰ ভিতৰত এটা লেখত ল'ব লগীয়া মঠ।

তিব্বতীসকলৰ নিচিনা মন্‌পাসকলৰ মাজতো বহুবিবাহ প্ৰচলিত। এওঁলোকে বহুপতি আৰু বহুপত্নী দুয়োটাই অনুমোদন কৰে; আজিকালি লাহে লাহে ভাৰত চৰকাৰৰ শাসন আৰু শিক্ষা বিস্তাৰৰ লগে লগে এই বহুবিবাহ প্ৰথাৰ প্ৰচলন কমি আহিছে। এওঁলোকৰ ভাষাৰ তিব্বতী ভাষাৰ লগত সাদৃশ্য আছে আৰু লিখাৰ কাৰণে ব্যৱহাৰ কৰা আখৰবোৰ তিব্বতীয়।

## মৃতকৰ সংকাৰ

মৃতদেহ সংকাৰ-পদ্ধতি মৃতকৰ আৰ্থিক অৱস্থাভেদে বিভিন্ন ধৰণৰ হয়। ধনী মানুহ মৰিলে মৃতদেহ তিব্বত সীমান্তত অৱস্থিত থাৰপোচাং নামৰ ঠাইত সুগন্ধি দ্ৰব্য সহকাৰে শিলৰ ওপৰত পুৰি পেলোৱা হয়। চিতা জ্বলোৱাৰ পাচত মৃতকৰ মূৰটো কাটি আনি শগুণৰ কাৰণে দলিয়াই দিয়ে। জাৰকালি এই ঠাইখিনি অগম্য হয়, কাৰণে গাঁৱৰ ওচৰত মৃতদেহ পুৰি পেলায়। সাধাৰণ মানুহৰ মৰা শ পুৰি পেলোৱা নহয়। এইবিলাক মৃতদেহ নৈৰ মাজলৈ লৈ গৈ এশ আঠ ডোখৰ কৰি কাটি নৈত উটুৱাই দিয়ে। সোঁচৰা ৰোগত মৰা মানুহৰ শ ধনী-দুখীয়া-নিৰ্বিশেষে পুৰি পেলোৱা হয়।

# কামেঙৰ অন্যান্য জনজাতি

## চুলুং, মিজি আৰু খোৰা

ডক্টৰ শ্ৰীমতী উষা ডেকা মহাপাত্ৰ

### চুলুঙৰ পৰিচয়

ডফলা পাহাৰত চুলুং জনজাতিৰ বাস। সাধাৰণতে ডফলা গাঁৱৰ ওচৰত এই জনজাতিৰ মানুহে বাস কৰে। প্ৰত্যেক ডফলা গাঁৱৰ লগত কিছুমান চুলুং পৰিয়াল বাস কৰা দেখা যায়।

ডফলা পাহাৰৰ দক্ষিণ অঞ্চলৰ বসতিবিলাকত চুলুং নাথাকে। উত্তৰ ফালে প্ৰায় কামেং খেনোৱা আদি-ঠাইৰ ওচৰত আৰু সোৱণশিৰি জিলাৰ উত্তৰ-পূব অঞ্চলত এই জনজাতিৰ বাস। এওঁলোকে কোনো ঠাই বা এলাকা অধিকাৰ কৰি থকা দেখা নাযায়; সদায় ডফলাবিলাকৰ লগত মিলি-জুলি ওচৰা-উচৰিকৈ বাস কৰে। ডফলা আৰু চুলুঙৰ মাজত পাৰম্পৰিক সম্প্ৰীতি আৰু নিৰ্ভৰ বৰ্তমান। বহুত চৰকাৰী বিষয়াই এইবিলাক ঠাই ভ্ৰমণ কৰি তেওঁলোকৰ ভ্ৰমণ কাহিনীত চুলুঙসকলক ডফলাৰ এটি ঠাল হিছাপে বৰ্ণনা কৰিছে। প্ৰকৃত ক্ষেত্ৰত দেখা যায় দাসক যেনেকৈ ক্ৰয়-বিক্ৰয় কৰাৰ অধিকাৰ আছে—চুলুংসকলক ডফলা-বিলাকে কিন্তু তেনেকৈ হস্তান্তৰ কৰিব নোৱাৰে।

চুলুংসকলৰ সাজ-পাৰৰ লগত ডফলা জনজাতিৰ সাজপাৰৰ যথেষ্ট পৰিমাণে সাদৃশ্য দেখা যায়। কিন্তু ডফলাবিলাকৰ নিচিনা বেতৰ টুপী পিন্ধা চুলুং মই দেখা নাই। চিকাৰৰ সাজ-সঁজুলিও প্ৰায় ডফলাবিলাকৰ নিচিনা; নিজৰ খেতি-পথাৰ নাই। অৱস্থাপন্ন ডফলা পৰিয়ালৰ লগত সদায় দুই-তিনি পৰিয়াল চুলুং থকা দেখা যায়। এই ডফলা পৰিয়ালৰ মুখিয়াল জনে চুলুং পৰিয়ালৰ খেতিৰ বাবে মাটি নিৰ্দ্ধাৰিত কৰি দিয়ে। এই মাটিত উৎপন্ন শস্য তেওঁলোকৰ নিজৰ: লাঠিৰ নিচিনা বাঁহৰ জোঙা আগটোৰে মাটিত গাঁত খান্দি এটি এটিকৈ ধান আৰু মাকৈ বয়।

চুলুঙসকলৰ বিয়া ল'ৰা-ছোৱালীয়ে ঠিক কৰিলেও, বিয়াৰ যাবতীয় যোগাৰ



ডফলা পৰিয়ালেহে কৰে। ডফলা পৰিয়ালে এই চুলুং পৰিয়ালক আপদ-বিপদৰ পৰা ৰক্ষা কৰাৰ দায়িত্ব লয়। ইয়াৰ সলনি চুলুংবিলাকে ডফলাজনৰ খেতি কৰি দিয়ে, চিকাৰ কৰি দিয়ে আৰু বয়-বস্তু কঢ়িয়াই দিয়ে।

বহু-বিবাহ চুলুংসকলৰ মাজত নিষিদ্ধ নহলেও খুব কমসংখ্যক চুলুঙে বহু-বিবাহ কৰে। চুলুং আৰু ডফলাৰ মাজত বিয়া নহয়। চুলুংসকলৰ সামাজিক একতাবোধ বিশেষ নাই কাৰণে তেওঁলোক ডফলাবিলাকৰ চকুত অলপ নিকৃষ্ট হিছাপে থাকিব লগীয়া হৈছে।

### মিজিৰ চিনাকি

উত্তৰ-পূব সীমান্ত অঞ্চলৰ কামেং জিলাৰ মাজ ভাগত অকা আৰু মিজি এই দুই জনজাতিৰ বাস। অকাসকলে বসবাস কৰা ঠাইৰ উত্তৰ ফালে মিজি-সকলৰ বসতি। এই ঠাইৰ উচ্চতা তিনি হেজাৰ ফুটৰপৰা আঠ হেজাৰ ফুটলৈকে। অকাসকলৰ তুলনাত মিজিসকলক নিৰীহ বুলি কব পাৰি। সাজপাৰ আৰু অলঙ্কাৰো অকাসকলৰ লগত মিলে। মন কৰিব এওঁলোকৰ লগীয়া যে কিছুমান মিজি গাঁও মনপা আৰু শ্বেৰডুকপেন নামৰ বৌদ্ধ লোকৰ ওচৰত হোৱা কাৰণে এওঁলোকৰ চিন্তাধাৰাত কিছু পৰিমাণে বৌদ্ধ ধৰ্মৰ প্ৰভাৱ দেখা যায়।

মিজিবিলাকৰ জীৱিকা নিৰ্বাহৰ প্ৰধান উপায় হ'ল খেতি। তেওঁলোকে আগতে গাঁৱৰ ওচৰৰ পাহাৰৰ গাত ঝুম প্ৰথাৰে খেতি কৰিছিল। ডফলা আৰু অকাসকলৰ ভয়ত গাঁৱৰপৰা বেছি দূৰলৈ যোৱাটো বিপজ্জনক আছিল। ভাৰতীয় শাসন-ব্যৱস্থা প্ৰচলিত হোৱাৰ পাছত এওঁলোকে গাঁও এৰি গৈ দূৰত খেতি-বাতি কৰে। এওঁলোকৰ প্ৰধান খাদ্য মাকৈ, ঘেঁহু আৰু 'ছাগো'। ছাগো হ'ল ছাগো গছৰ ভিতৰৰ শাহখিনি। ঘৰচীয়া জন্তুৰ ভিতৰত গাহৰি আৰু কুকুৰাই প্ৰধান। কুকুৰাপোৱালি মাৰি মঙ্গল চোৱাৰ বাবে কুকুৰা পোহে, মেথোন নিজে মাৰি নাখায়, বিয়াৰ সময়ত গা-ধন হিছাপে দিয়ে নাইবা পূজা-পাতিৰ সময়ত মেথোন দেৱতাৰ আগত বলি দিয়ে। অকাসকলৰ ওচৰত থকা মিজি গাঁৱত কিছু পৰিমাণে গৰু পোহা দেখা যায়।

মিজিসকলে নানা তৰহৰ দেৱ-দেৱীক পূজা কৰে। সাধাৰণতে দেউৰী অৰ্থাৎ পুৰোহিত আহি পূজা কৰে। কিন্তু মনপা গাঁৱৰ ওচৰৰ মিজিসকলে দেউৰী আৰু লামা দুয়োকো মাতি আনি পূজা কৰে।

গোটেই কামেং জিলাৰ মানুহৰ ভিতৰত অকল মিজিসকলেই মাটিৰ সাজ-বাচন কৰাই লয়। মিজিসকলৰ মাজত অকল এটি বিশেষ অঞ্চলৰ মানুহেহে মাটিৰ সাজ-বাচন কৰে। কুমাৰৰ চকাৰ ব্যৱহাৰ তেওঁলোক নকৰে—হাতেৰেহে মাটিৰ বাচন কৰে।

মিজিসকলৰ মাজত আগতে দাস-প্ৰথাৰ প্ৰচলন আছিল। নানা জনজাতিৰ লগত হোৱা যুঁজত ধৰি অনা মানুহক দাস হিছাপে ধৰি আনিছিল। দাসৰ লগত মিজিবিলাকৰ বিয়া-সবাহ নহয়।

## খোৱাৰ পৰিচিতি

খোৱাসকলৰ বাস কামেং জিলাৰ মধ্যভাগৰ অকল কেইখনমান গাঁৱতহে। তেওঁলোকে নিজক বুগুন বা বুগ্‌ন্থ বুলি অভিহিত কৰে। এওঁলোকৰ আনুমানিক সংখ্যা চৈধ্য হেজাৰ। অৱশ্যে এই প্ৰবন্ধ লিখাৰ সময়লৈকে ১৯৬১ চনৰ লোক-পিয়লৰ তথ্য প্ৰকাশ নোহোৱাৰ বাবে সঠিক সংখ্যা দিব নোৱাৰিলো। তেওঁলোকৰ বৰ্তমান বাস সাতখন গাঁৱত।

খোৱাবিলাকৰ বিশ্বাস যে, তেওঁলোক উত্তৰ ফালৰপৰা বৰ্তমান বাসভূমিলৈ আহিছে। তেওঁলোকৰ কাহিনী অনুসাৰে শ্বেৰডুকপেনবোৰ আগতেই আহি পাইছিল। খোৱাবিলাকে কাপোৰ-কানি ব'ব নাজানে—অকা আৰু শ্বেৰডুক-পেনৰপৰা কিনি লয় আৰু এইবোৰৰ সলনি উপৰোক্ত জনজাতি দুটাৰ ওচৰত কাম কৰি দিয়ে। অকাসকলৰ লগত খোৱাবিলাকৰ সম্বন্ধ মন কৰিব লগীয়া—অকা-বিলাকে খোৱাবিলাকক নিজৰ প্ৰজাৰ নিচিনা ব্যৱহাৰ কৰে। আগতে সকলো সময়তে খোৱাবিলাকে অকাৰ কাৰণে কাম কৰি দিব লগীয়া আছিল; তাৰ বাবে কোনো প্ৰকাৰৰ পাৰিশ্ৰমিক দাবী কৰিব নোৱাৰিছিল। ঘৰচীয়া জন্তুৰ ভিতৰত ছাগলী, গাহৰি, কুকুৰা চৰাই আৰু মেথোনেই প্ৰধান।

এওঁলোকে ঝুম প্ৰথাৰে খেতি কৰে। একোডোখৰ ঠাই পাঁচ-সাত বছৰ পেলাই থয়—তাৰ পাছত সেই ঠাইত খেতি কৰিবলৈ উভতি আহে। সাধাৰণতে দেখা যায় যে ঝুম প্ৰথাকে খেতি কৰা মানুহৰ মাজত খেতি-পথাৰবিলাক ব্যক্তিগত সম্পত্তি বুলি পৰিগণিত হয়। মিঠা আলু, ঘেঁহু, যৱ, আৰু মাকৈ প্ৰধানতঃ খেতি কৰে। এওঁলোকে নিজৰ প্ৰয়োজনৰ ওপৰঞ্চি শস্য অকা আৰু শ্বেৰডুকপেনক বিক্ৰী কৰি দিয়ে।

এজন মানুহে একাধিক পত্নী বিয়া কৰাব পাৰে। সম্পত্তিবিলাক মৃত্যুৰ



পাছত ল'ৰাই পায়। মাইকী মানুহৰ সম্পত্তিৰ ওপৰত কাৰো অধিকাৰ নাই। অবিবাহিতা ছোৱালীয়ে দেউতাকৰ মৃত্যুৰ পাছত দেউতাকৰ ঘৰত থকা অলঙ্কাৰ থিনি পায়; কিন্তু বিয়াৰ পাছত ছোৱালীয়ে একো নাপায়। বিয়াৰ সময়ত ছোৱালীৰ লগত দেউতাকে শিলৰ মণি, কাণত পিন্ধা ৰূপৰ গহনা দিব লাগে। ল'ৰাই ছোৱালীৰ পৰিয়ালক গা-ধন দিব লাগে। খোৱা সমাজত ল'ৰা-ছোৱালীয়ে নিজে বিয়া ঠিক নকৰে—অভিভাৱকহে কৰে। ল'ৰা-ছোৱালীৰ সৰুকালতে বিয়া দিয়া প্ৰথা চলি আহিছিল; এই প্ৰথাটো হিন্দুসকলৰ প্ৰভাৱ বুলি কব পাৰি।

# ভুটীয়া

## শ্ৰীধৰণীধৰ চৌধুৰী

শাৰীৰিক গঠন আচাৰ-ব্যৱহাৰ আৰু সংস্কৃতিৰ ফালৰপৰা বিচাৰ কৰি চালে আমাৰ ভুটীয়া ভাইসকল আৰু আমি অসমীয়াসকল যে সংশ্লিষ্ট গোষ্ঠীৰ লোক সেই বিষয়ে প্ৰমাণ পোৱা যায়।

ভোটৰ বিষয় ইংৰাজসকলৰ নথি-পত্ৰ আদিৰপৰা পোৱা তথ্যমতে এই ভোটান ৰাজ্য ইয়াৰ বৰ্তমান ৰাজ-গোষ্ঠীৰ তলত বহুদিনৰপৰা থকা নাই। অতীতত এই ৰাজ্য ভুটীয়া টেমু নামেৰে এটা জনজাতিৰ অধীনত আছিল আৰু এই জনজাতি অসমৰ পুৰণি কছাৰীসকলৰ এটা ঠাল বিশেষ আছিল। প্ৰায় দুশ বছৰ আগেয়ে এদল তিব্বতীয় সৈন্যই এই জনজাতিক আক্ৰমণ কৰি পৰাজিত কৰে আৰু এই সৈন্যসকলে ভোটান ৰাজ্যত বসবাস কৰি তাৰ আদিম অধিবাসীসকলৰ লগত বিবাহ-বন্ধন আদি সূত্ৰত আবদ্ধ হৈ পৰে আৰু সেই লোকসকলেই হ'ল বৰ্তমান ভুটীয়া লোকসকলৰ উপৰি পুৰুষ। 'ভোট' বা 'বোদ' আৰু 'বড়ো' বা 'বডো' এই নামৰ সামঞ্জস্যৰপৰাই ভুটীয়াসকল আৰু কছাৰীসকলৰ সম্বন্ধৰ যোগ-সূত্ৰ উলিয়াব পাৰি।[১]

### বৰ্তমান বসতি

বৰ্তমান ভুটীয়া জনগণৰ বাসস্থান কেৱল ভুটান পাহাৰৰ ওপৰতেই। কিন্তু এওঁলোক এসময়ত অসমৰ সমতলভূমিতো বাস কৰিছিল। এই কথাৰ সুস্পষ্ট প্ৰমাণ দিয়ে দুৱাৰ অঞ্চলৰ অৰ্থাৎ গোৱালপাৰা, কামৰূপ, আৰু দৰং জিলাৰ উত্তৰ প্ৰান্তৰ জনজাতি অঞ্চলটোৰ বহু গাঁৱৰ নামত ভুটীয়া ভাষাৰ প্ৰভাৱ থকা কাৰণে। উত্তৰ কামৰূপৰ বাস্কা অঞ্চলৰ বাস্কা শব্দৰ উৎপত্তি হৈছে ভুটীয়া বাংচা

১। অসমৰ বড়ো-কছাৰীসকলে ভুটীয়াবোৰক 'গংগাৰ' বুলি কয়। বাছিৰাম নামৰ এজন বড়ো বীৰপুৰুষে ভুটীয়াৰ লগত যুঁজ দিবলৈ যোৱাৰ বৰ্ণনা কাহিনী-গীত এটিত পোৱা গৈছে।—সম্পাদক



শব্দৰপৰা। ভুটীয়া ভাষাত বাংচা শব্দৰ অৰ্থ হ'ল দুৱাৰ বা পদুলি। বৰ্তমানৰ তামুলপুৰৰ (ৰাজহ বিভাগৰ নথি-পত্ৰমতে) নাম আছিল 'চাৰাংবাৰী'। চাবাং ভুটীয়া ভাষাৰ শব্দ আৰু অসমীয়াত ইয়াৰ অৰ্থ হ'ল লোণ।

সম্ভৱতঃ ইয়াৰ ভুটীয়াসকলৰ অতি প্ৰয়োজনীয় আহাৰ্য্য লোণৰ বেচা-কিনা হোৱা কাৰণে ইয়াৰ নাম চাবাংবাৰী ৰখা হৈছিল। চাবাংবাৰী ভুটীয়া আৰু অসমীয়া দুটা শব্দৰ মিলিত ৰূপ। এনেদৰে এই অঞ্চলটোত আৰু বহু ভুটীয়া গাঁৱৰ নাম এতিয়াও চলি আছে।

ভুটীয়াসকল এটা সৱল সুস্থ স্বাধীনচিতীয়া জনজাতি আৰু এই জনজাতিটোৱে বিদেশীৰ আক্ৰমণ কোনো দিনেই সহ্য কৰা নাই আৰু সহজে বশ্যতা স্বীকাৰ কৰা নাই। আহোমসকলে অসম জয় কৰাৰ পিচত ভুটীয়াসকলে তেওঁলোকৰ ওপৰত নানা উপদ্ৰৱ কৰাৰ কথা বুৰঞ্জীত পোৱা যায়। ঠিক তেনেদৰে উত্তৰ-ভাৰতত ইংৰাজ শাসন প্ৰৱৰ্তিত হোৱাৰ লগে লগে ভুটীয়াসকলে ইংৰাজসকলৰ অধীনস্থ ৰাজ্যবোৰ আক্ৰমণ কৰি কেবাবাৰো ইংৰাজসকলক অতিষ্ঠ কৰিছিল। বৰ্তমান দুৱাৰ অঞ্চল বা বাস্কা অঞ্চল চিৰদিন ভুটীয়া আৰু কছাৰীসকলৰ বাসভূমি আছিল আৰু এই ঠাইৰ ওপৰত ইংৰাজ শাসন প্ৰৱৰ্তিত হোৱাৰ লগে লগে এই সহজ সৰল আৰু স্বাধীনতাপ্ৰিয় জনজাতিটো ক্ষিপ্ত হৈ উঠি নানা যুদ্ধ-বিগ্ৰহ কৰে আৰু সম্ভৱতঃ এই যুদ্ধ-বিগ্ৰহৰ ফলতেই ভুটীয়াসকলে সমতল ভূমি ত্যাগ কৰি পাহাৰৰ ওপৰত আশ্ৰয়ে পায়গৈ। ৰঙিয়াৰপৰা প্ৰায় আঠ মাইল উত্তৰে দ্বাৰকুছি নামে এখন ঠাই আছে। এই ঠাই ভুটীয়াসকলৰ অসমত সোমোৱা দুৱাৰ-মুখৰ নিচিনা আছিল কাৰণেই ইয়াৰ নাম দ্বাৰকুছি হৈছে বুলি শুনা যায়।

ভুটীয়াসকলে এসময়ত অসমৰেই প্ৰজা আছিল। এই কথাৰ প্ৰমাণ পোৱা যায় কোচবিহাৰৰ ৰজা নৰনাৰায়ণে আহোমৰ বিৰুদ্ধে যুদ্ধ যাত্ৰা কৰা সময়ত ঘোষণা কৰা আদেশ-পত্ৰৰপৰা। সেই আদেশ-পত্ৰৰ একাংশ তলত দিয়া হল :—

গোহাঁই কমল আলি মধ্যে সীমা কৰি। উত্তৰৰ ফালে আছে যতেক কছাৰি। সেহিফালে দেৱালয় আছে যত যত। কোচে মেচে পুজিবেক মোহাৰ বাক্যত। দক্ষিণৰ ফালে পুজা ব্ৰাহ্মণ কৰিব। এহি নিবন্ধনে সবে ধৰ্ম্ম প্ৰবৰ্তিব।

১৯৪৭ চনত অসমৰ উত্তৰ অঞ্চলৰ ৩২ বৰ্গমাইল মাটি ভুটানৰ অন্তৰ্ভুক্ত নোহোৱালৈকে অসমৰ তামুলপুৰ চাৰ্কেলত বহু ভুটীয়া প্ৰজা আছিল।

## পুৰণি পৰিচয়

আহোমসকল অসমলৈ অহাৰ আগথিনি সময়ৰ বিজ্ঞানসম্মত লিখিত বিৱৰণ নাই। এই সময়থিনিৰ ভৌগোলিক তথ্য পুৰণি ধৰ্মমূলক গ্ৰন্থ, তামৰ ফলি, নানান স্মৃতি-চিহ্ন আৰু চীনা পৰিব্ৰাজক হিৱেনচাঙৰ টোকাৰপৰা কল্পিত আৰু ৰচিত হৈছে। মহাভাৰত, কালিকাপুৰাণ, বিষ্ণুপুৰাণ আৰু যোগিনীতন্ত্ৰ আদিত কামৰূপ অৰ্থাৎ পুৰণি অসমৰ কথা নানান ঠাইত উল্লেখিত হৈছে আৰু সেইবোৰত পুৰণি কামৰূপৰ সীমা যিদৰে বৰ্ণিত হৈছে তাৰপৰা ভূটান, পূব আৰু উত্তৰ বঙ্গ আৰু গোটেই অসম সে পুৰণি কামৰূপ ৰাজ্যৰ অন্তৰ্গত আছিল তাক নিঃসন্দেহে কব পাৰি।

ধৰ্মপুথিসমূহৰ এই তথ্য-পাতিবোৰ যদিও কোনো কোনো ঐতিহাসিকে সন্দেহৰ চকুৰে চাইছে বা নানান কাল্পনিক কথাৰ সৃষ্টিৰ সম্ভেদ ইয়াৰ মাজত বিচাৰি পাইছে, তথাপি চীনা পৰিব্ৰাজক হিউৱেনচাঙৰ পুৰণি কামৰূপ সম্বন্ধে লিখিত টোকা সম্বন্ধে কোনো ঐতিহাসিকে সন্দেহ প্ৰকাশ কৰা নাই। এওঁ সপ্তম শতাব্দীৰ প্ৰথম ভাগত ভাৰতবৰ্ষ পৰিভ্ৰমণ কৰে আৰু সেই সময়ৰ কামৰূপৰ শাসনকৰ্তা কুমাৰ ভাস্কৰবৰ্মাৰ আমন্ত্ৰণ ক্ৰমে কামৰূপ ভ্ৰমণ কৰি ইয়াৰ বিষয়ে এটি বিশদ টোকা লিখি থৈ যায়। হিৱেনচাঙে এই টোকাত কামৰূপৰ যি চাৰিসীমাৰ কথা উল্লেখ কৰিছে সেইমতে গোটেই অসম, ভূটান, উত্তৰ বঙ্গ আৰু মৈমনসিং জিলাৰ কিছু অংশ পুৰণি কামৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল। গেইট চাহাবৰ মতে সম্ভৱতঃ এই টোকাত বৰ্ণিত চাৰি সীমাৰপৰা—নগা পাহাৰ, লুচাই পাহাৰ আৰু মণিপুৰ—কামৰূপৰ বাহিৰত আছিল। এইবোৰ তথ্য-পাতিৰপৰা ভূটীয়া আৰু আমাৰ পূৰ্বপুৰুষসকল যে একেখন দেশতে একেলগে বাস কৰি একে সংস্কৃতিৰ মাজতে পৰিবৰ্দ্ধিত হৈছিল তাত সন্দেহ নাই।

## সাংস্কৃতিক সমন্বয়

অসমৰ প্ৰাচীনতম অধিবাসীবিলাক আছিল অষ্ট্ৰিক জাতিৰ; সৰহ-সংখ্যক পণ্ডিতৰ মতে এওঁলোক অতীজতে চীন দেশৰ দক্ষিণ অঞ্চলৰপৰা অহা মানুহ। ভূটীয়া লোকসকল মঙ্গোলীয় জাতিৰ মানুহ; আৰু এওঁলোকৰ আদিম বাসস্থান আছিল চীন দেশৰ উত্তৰ পশ্চিম অঞ্চল। দ্ৰাবিড়ী সভ্যতা, মঙ্গোলীয় সভ্যতা আৰু আৰ্য্য সভ্যতা—এই তিনি সুপ্ৰাচীন সভ্যতা আৰু সংস্কৃতিৰ মিলন তীৰ্থ এই অসম দেশ। সেয়েহে অসমে ভূটান, তিব্বত আৰু পূৰ্ব এছিয়াৰ দেশসমূহৰ লগত যোগসূত্ৰ ৰাখিব পাৰিছে। প্ৰাকৃতিক বৈচিত্ৰ্য—যেনে পাহাৰ, ভৈয়াম, সমথল, জলবায়ুৰ বিভিন্নতা আৰু ৰাজনৈতিক প্ৰভাৱৰ কাৰণে এই মানুহবিলাকৰ শাৰীৰিক গঠন, আচাৰ-ব্যৱহাৰ, সাজপাৰ আৰু ভাষা-ধৰ্ম আদিৰ পাৰ্থক্য পৰিলক্ষিত হলেও এওঁলোকৰ সাংস্কৃতিক যোগসূত্ৰ সুস্পষ্ট আৰু সুদৃঢ়।



## ধৰ্ম-উপাসনা ঃ হাজোৰ মাধৱ মূৰ্ত্তি

ভূটীয়া লোকসকলৰ প্ৰায়বোৰেই বৌদ্ধ ধৰ্মাৱলম্বী। কিন্তু বৌদ্ধ ধৰ্মাৱলম্বী হলেও ভূটীয়াৰ আচাৰ-ব্যৱহাৰ ভালকৈ লক্ষ্য কৰিলে বুজা যায় যে তান্ত্ৰিক ধৰ্মমতেও তেওঁলোকৰ ওপৰত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰি আছে। সেয়েহে গছ-পূজা আৰু কুকুৰা, চৰাই, গাহৰি আদি বলি দিয়া প্ৰথা ঠিক আমাৰ কছাৰী ভাইসকলৰ নিচিনা এওঁলোকৰ মাজতো আছে। এই তান্ত্ৰিক ধৰ্মৰ প্ৰচলন ভূটানৰ ওপৰত পুৰণি কামৰূপৰ ধৰ্মৰ প্ৰভাৱ যেন অনুমান হয়। সি যিয়েই নহওক, ভূটীয়াসকলৰ হাজোৰ হয়গ্ৰীৱ-মাধৱ মন্দিৰৰ লগতো এটা বিশেষ সম্বন্ধ আছে। পুৰণি কালৰপৰায়ে প্ৰতি বছৰে শীতকালত তেওঁলোক বেহা-বেপাৰ কৰিবলৈ অসমলৈ আহোঁতে এই মন্দিৰ দৰ্শন কৰিবলৈ আহে। প্ৰকৃততে এই মন্দিৰ বৌদ্ধ মন্দিৰ নে বিশুদ্ধ হিন্দু মন্দিৰ সেই বিষয়ে মতদ্বৈধ আছে; কিন্তু ভূটীয়াসকলে মাধৱৰ ঘাই মূৰ্তিক মহামুনি বুলি মানে। হয়গ্ৰীৱ-মাধৱৰ বাওঁফালৰ দ্বিতীয় মূৰ্তিক তেওঁলোকে উগীয়েন্ গুৰু আৰু সোঁফালৰ মূৰ্তিক লাল কানাই আৰু বাসুদেৱ আৰু হয়গ্ৰীৱৰ মূৰ্তিক দৰ্জ্জিদলো, সাখ্যা থুবা আৰু সাঙ্কামুনি বোলে। নেতাই ধুবুনীৰ ঘাটক ভূটীয়াসকলে বুদ্ধদেৱৰ পৰিনিৰ্বাণৰ স্থান বুলি ভাবে। এনেদৰে এই ঠাইথিনিৰ ওচৰ-পাজৰৰ আৰু বহু ঠাইক ভূটীয়াসকলে বুদ্ধদেৱৰ লগত জড়িত থকা বুলি ভাবে আৰু ভক্তি কৰে। মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱৰো ভূটীয়া শিষ্য আছিল।

## ভাষাৰ পৰিচয়

ভূটীয়াসকলৰ ভাষা তিব্বতীয় ভাষাৰ লগত সামঞ্জস্য থকা এটা উপভাষা। কিন্তু এই উপভাষাৰ ভূটানৰ ভিতৰতে অনেক প্ৰভেদ আছে। এই প্ৰভেদ অৱশ্যে খুব স্বাভাৱিক—কিয়নো যান-বাহনৰ প্ৰচলন নোহোৱা হেতুকে এফালৰ মানুহৰ লগত আনফালৰ মানুহৰ আদান-প্ৰদান হৈ নুঠে। কিন্তু এই

উপভাষাটোৰ বড়ো ভাষাৰ লগত যথেষ্ট মিল দেখা যায়। যেনে—মই ভাত খাওঁ —এই কথাশাৰী ভুটীয়া ভাষাত কৰলৈ হলে হব—ঙা তো চানি আৰু বড়ো ভাষাত হব—আং থাম্ জানু। তাই কলৈ যাব—এই কথাযাৰি ভুটীয়া ভাষাত হব—চুমা জুনি আৰু বড়ো ভাষাত—মুং বোহা থাঙ্নো। ভুটীয়া তিৰোতাই কছাৰীৰ দখনাৰ নিচিনা এবিধ কাপোৰ পিন্ধে আৰু ভুটীয়া ভাষাত ইয়াক দন্জা বোলে। এওঁলোকৰ লিখিত অক্ষৰ আৰু ভাষা কিন্তু তিব্বতৰ লগত মিলে।[২]

## মাহ-বাৰ গণনা

ভুটানতো আমাৰ নিচিনা বাৰ মাহে এবছৰ ধৰা হয় আৰু এই মাহবোৰত দিন গণনা সদায় সমান নাথাকে। যেনে কোনো মাহ ৩০ দিনীয়া হয় আৰু কোনো মাহ ৩১ দিনীয়া হয়। এওঁলোকৰ মাহবোৰৰ কিন্তু কোনো নাম নাই। প্ৰথম মাহ, দ্বিতীয় মাহ এইদৰে এওঁলোকৰ মাহ গণনা কৰা হয় আৰু বছৰৰ প্ৰথম তাৰিখ অৰ্থাৎ তেওঁলোকৰ মতে প্ৰথম মাহৰ প্ৰথম তাৰিখ আমাৰ ফাগুণ মাহৰ অমাৱস্যা তিথিত মিলে।

## উছৱৰ লেখ

ভুটীয়াসকলৰ জাতীয় উৎসৱ সাধাৰণতে তিনিটা। এটা হ'ল তেওঁলোকৰ বছৰৰ প্ৰথম তাৰিখত। ইয়াক লোসৰ্ বোলা হয়। এই উছৱত তেওঁলোকে ল'ৰা ছোৱালীৰ সৈতে সকলোৱে মিলি ভোজ আদি খায় আৰু নাচ-গান কৰে।

আটাইবোৰ উৎসৱত তীৰ-ধনুৰ খেলেই প্ৰাধান্য লাভ কৰে। দ্বিতীয় উৎসৱ হয় সপ্তম মাহৰ ১১ তাৰিখে। এই উৎসৱক বোলা হয়—নম্বা গুজুম্ অৰ্থাৎ নটা পাপ কৰ্মৰ প্ৰায়শ্চিত্ত। স্থানীয় প্ৰথামতে এই উৎসৱ বেলেগ বেলেগ ধৰণে পালন কৰা হয়। কোনো কোনোৱে এই উৎসৱত পশু আদি বলি দিয়ে বা উছৰ্গা কৰে। এওঁলোকৰ তৃতীয় উৎসৱ হল—নীযো। এই উৎসৱ হয় দ্বাদশ মাহৰ প্ৰথম দিনত। এই উৎসৱ আমাৰ ভোগালী বিহুৰ সমসাময়িক আৰু একে ধৰণৰ। এই উৎসৱত এওঁলোকৰ খোৱা-বোৱা আৰু নৃত্য-গীতৰ

(২) ইয়াত লেখকে দিয়া বড়ো ভাষাৰ নিদৰ্শন কেইটিৰ উত্তৰ কামৰূপ আৰু উত্তৰ গোৱালপাৰাৰ কথিত ৰূপৰ লগত সামান্য লৰচৰ আছে।—সম্পাদক



মহা পয়োভৰ হয়। আমাৰ বিহুৰ নিচিনা ভুটীয়াসকলৰ নৃত্য-গীততো ঠিক অসমীয়া ভোৰ-তাল, ঢোল আৰু পেঁপা আদিৰ নিচিনা বাদ্য-যন্ত্ৰ ব্যৱহৃত হয়।

## বিয়া-বাৰু

ভুটীয়াসকলৰ বিবাহ প্ৰথা নিচেই সহজ-সৰল। অধিক ক্ষেত্ৰত পিতৃ-মাতৃ বা অভিভাৱকসকলৰ নিৰ্দেশ আৰু প্ৰচেষ্টাতে বিবাহ সংঘটিত হয় আৰু ছোৱালী দৰা-ঘৰলৈ বোৱাৰীৰূপে আহে। কোনো ক্ষেত্ৰত ল'ৰা-ছোৱালী নিজে মত হৈয়ে বিয়া কৰায়। কেতিয়াবা ল'ৰা গৈ ছোৱালী-ঘৰত ঘৰ-জোঁৱাই হৈও ৰয়। ঘৰ-জোঁৱাই হৈ ওলাই যোৱা ল'ৰাবিলাকে পিতাকৰ সম্পত্তি অংশ নাপায়। আন ক্ষেত্ৰত সম্পত্তি উত্তৰাধিকাৰৰ ভাগ ল'ৰা-ছোৱালীৰ সমান। ভুটীয়াসকলৰ মতা-মাইকীয়ে সমানে খেতি বাতি, বোৱ-কটা, বন্ধা-বঢ়া আদি কাম কৰে; নাৰী আৰু পুৰুষৰ সকলো বিষয়তে দায়িত্ব আৰু অধিকাৰ সমান। এই ক্ষেত্ৰত এওঁলোকৰ এনেবোৰ প্ৰথা আমাতকৈ উন্নত ধৰণৰ।

## বোৱা-কটা, চাৰু শিল্প

অসমৰ নিচিনা ভুটানতো তাঁতশিল্প এটা প্ৰধান শিল্প। ভুটীয়াসকলে কম্বল, বিছনাৰ চাদৰ, কাৰ্পেট, জিন আৰু সাজপাৰৰ কাপোৰ তাঁতৰ বোৱে। বেত আৰু বাঁহৰ পানী কঢ়িয়াই নিবপৰা আৰু খাদ্যবস্তু আদি থবপৰা সুন্দৰ পাত্ৰ আদি এওঁলোকে সাজিব পাৰে। ভুটীয়া কাপোৰ আৰু বাঁহ-বেতৰ বস্তুবোৰৰ ওপৰত খটোৱা কাৰুকাৰ্য্যবোৰ দেখিলেই পুৰণি কলাৰ প্ৰতিচ্ছবি যেন লাগে আৰু এইবোৰৰ শিল্পনিপুণতা অতি উৎকৃষ্ট ধৰণৰ। ইয়াৰ উপৰিও এওঁলোকে পিতল, লো আৰু চামৰাৰ নানান ধুনীয়া বস্তু তৈয়াৰ কৰি লয়।

## সাজ-পাৰৰ ধৰণ

ভুটীয়া পুৰুষসকলে ব্যৱহাৰ কৰা পোছাকৰ ভিতৰত সাধাৰণতে থাকে এটা চুটি পেণ্ট; ইয়াক এওঁলোকে কান্দম্ বোলে। কিছুমানে দীঘল পেণ্টো পিন্ধে আৰু ইয়াক তেওঁলোকে চিন্দম্ বোলে। আমাৰ কামিজৰ নিচিনাকৈ তেওঁলোকে তলত চোলা পিন্ধে আৰু ইয়াক খিংজা বোলা হয়। এইবোৰৰ ওপৰত

তেওঁলোকে এটা দীঘল কোট পিন্ধে—তাক গো বোলা হয়। গোৰ ওপৰত কঁকালত এডাল কাপোৰৰ ফিটা বান্ধে আৰু এই ফিটা বা পেটীডালক কেৰে বোলে। গো সাধাৰণতে আঠুৰ ওপৰলৈ পিন্ধে। মূৰত এওঁলোকে টুপী পিন্ধে আৰু ভুটীয়া ভাষাত এই টুপীক চাম্ বোলে।

মাইকীবিলাকৰ পোছাক সাধাৰণতে এটা চেমিজৰ নিচিনা দীঘলীয়া চোলা। এই চোলাক এওঁলোকে গুছুম্ বোলে। কামিজৰ নিচিনা চোলাও ভুটীয়া মাইকীবোৰে পিন্ধে আৰু ইয়াক তেওঁলোকে বোলে টেগু। ইয়াৰ ওপৰত হাত নোহোৱা দীঘলীয়া কোট এটা পিন্ধে আৰু এই কোটক—কিৰা বোলা হয়। কঁকালৰ তলত কছাৰীৰ দখনাৰ নিচিনা এখন চাদৰো কেতিয়াবা মেৰিয়াই লয় আৰু ইয়াক ভুটীয়া ভাষাত দনজা বোলা হয়। ভুটীয়া মাইকীবোৰেও মূৰত টুপী পিন্ধে আৰু কোটৰ তলত বুকুৰ ওপৰত এওঁলোকে সৰু লৰা-ছোৱালী আৰু আন আন বস্তু সুমুৱাই অনা-নিয়া কৰে।

## ভুটীয়া মেলা ঃ দৰঙাত

ৰঙিয়াৰপৰা প্ৰায় ৩০ মাইল দূৰত কামৰূপ জিলাৰ উত্তৰ প্ৰান্তৰ ভুটান পাহাৰৰ পদদেশত দৰঙা নামে এখন ঠাই আছে। এই ঠাইখন তামুলপুৰ চাৰ্কেলৰ অন্তৰ্গত। বাৰিষা ভুটানৰপৰা নামি অহা পাহাৰী নদীবিলাকৰ ৰূপ প্ৰলয়ঙ্কৰী; এই খৰস্ৰোতা নদীসমূহে উন্মত্ত হস্তীৰ নিচিনা পাহাৰৰপৰা ভৈয়ামলৈ নামি আহোঁতে পাহাৰ খহাই মাটি খান্দি ভৈয়ামত আনি পেলাই দিয়ে অসংখ্য শিলাখণ্ড, মাটিৰ দ'ম আৰু ক'ত কি? এইবিলাকেই দৰঙাক বৰ্ষাকালত লোক সমাজৰপৰা বহিৰ্ভূত কৰি ৰাখে। কিন্তু শৰৎকালৰ প্ৰাৰম্ভণৰপৰাই বসন্তৰ শেষলৈকে বৰ্ষাকালৰ অনাদৃত এই ঠাই ডোখৰতে হৈ উঠে জনকোলাহল-পূৰ্ণ এখন আন্তৰ্জ্জাতিক বাণিজ্য-কেন্দ্ৰ আৰু ভুটীয়া তথা অসমবাসীৰ সাংস্কৃতিক মিলনক্ষেত্ৰ। হাজাৰ হাজাৰ ভুটানবাসী বাইজ ডেকা, বুঢ়া, শিশু, যুৱক, যুৱতী পাহাৰৰপৰা নামি আহে পিঠিত বোজা লৈ লৈ। আজিৰ যুগতো এই বোজাই এওঁলোকৰ একমাত্ৰ সম্বল—ভুটানৰ উৎপন্ন হোৱা বস্তু ৰপ্তানিৰ বাবে আৰু এওঁলোকৰ প্ৰয়োজনীয় পণ্য আমদানিৰ কাৰণে। বহু-সংখ্যক অসমীয়া আৰু মাৰোৱাৰী ব্যৱসায়ীয়ে ভুটীয়াসকলৰপৰা বস্তু কিনে আৰু তেওঁলোকৰ আৰু প্ৰয়োজনীয় বস্তু বিক্ৰী কৰে—ইয়াকেই বোলা হয় দৰঙা মেলা।

ভুটানৰ তৎকালীন প্ৰধান মন্ত্ৰী ৰাজা উৰগেন দৰ্জ্জিয়ে ১৮৯৬ চনত এই মেলা



বা বজাৰ আৰম্ভ কৰে। তেওঁ ভুটানৰ বৰ্তমান প্ৰধান মন্ত্ৰীৰ ককাদেউতাক আছিল। আৰু তেওঁক ইংৰাজ চৰকাৰে ৰাজা উপাধিৰে বিভূষিত কৰে; তেওঁৰ দেশৰ কৃষিজাত বস্তুবিলাক ভাৰতবৰ্ষৰ বজাৰত বিক্ৰী কৰিবৰ মনেৰে এখন উপযুক্ত ঠাই উলিয়াবলৈ তেওঁ গোটেই সীমান্ত অঞ্চল পৰিভ্ৰমণ কৰে। সেই সময়ত ভুটানৰ ঘাই উৎপন্ন বস্তু আছিল লা আৰু এই লাৰেই প্ৰথমে দৰঙাত মেলা আৰম্ভ হয়। ৰঙিয়াৰপৰা এই ৩০ মাইল দূৰ তেতিয়া আছিল নানা হিংস্ৰ জীৱ-জন্তুৰ বাসভূমি। পোন প্ৰথমে বৰপেটাৰপৰা দুই-তিনিজন বেপাৰীয়ে কঠোৰ পৰিশ্ৰম কৰি দৰঙা মেলালৈ আহি ভুটীয়া ৰাইজৰ লগত বাণিজ্য-সূত্ৰ স্থাপন কৰে। বৰ্তমান ৰঙিয়াৰপৰা দৰঙালৈ গড়কাপ্তানী বিভাগৰ ৰাস্তা হৈছে আৰু এতিয়া চলাচল পথ অতি সুগম হৈ পৰিছে।

## অন্যান্য ব্যৱসায় কেন্দ্ৰ আৰু মেলা

দৰঙাৰ বাহিৰেও সৰভাঙ (ভুটান), কালিংপুং, ফলাকটা, আলিপুৰ (উত্তৰ-বঙ্গ আৰু ওদালগুৰি (দৰং জিলা) আদি ঠাইত ভুটীয়াসকলৰ বাণিজ্য কেন্দ্ৰ আছে। কিন্তু ৰজা উৰগেনে দৰ্জ্জিয়ে দৰঙাকেই অসমৰ ভিতৰত সৰ্ববৃহৎ বাণিজ্যৰ কেন্দ্ৰস্থান হিচাপে নিৰ্দ্ধাৰণ কৰাৰ ঘাই কাৰণ হ'ল—ভুটানৰ উৎপন্ন সামগ্ৰীবিলাক কঢ়িয়াই আনিবলৈ দৰঙাৰ বাহিৰে আন ঠাই বিলাক সিমান সুগম নহয়। সেয়েহে ওপৰত উল্লিখিত বজাৰবিলাকৰ ভিতৰত আটাইতকৈ বেছি বস্তু আমদানি হয় দৰঙা মেলাত। ইয়াৰ আন এটা কাৰণ হ'ল হাজোৰ হয়গ্ৰীৱ-মাধৱৰ মন্দিৰলৈ বছৰে বছৰে ভুটীয়াসকল তীৰ্থযাত্ৰা কৰিবলৈ অহাটোৱে।

## ভাৰত ভুটান বাণিজ্য সম্বন্ধ

১৭৭৫ চনত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে পোন প্ৰথমে তেতিয়াৰ ভুটানৰ মহাৰজাদেৱৰপৰা ভুটান আৰু ভাৰতবৰ্ষৰ মাজত বাণিজ্য স্থাপন কৰিবলৈ সম্মতি লয় আৰু ১৮৭৫ চনত ছিন্ চুলা সন্ধিৰ নৱম দফা মতে ভাৰতবৰ্ষ আৰু ভুটানৰ মাজত শুল্কবিহীন বেহা-বেপাৰৰ চুক্তি হয়। এই সন্ধি সত্বেও ওৱাৰেন হেষ্টিংচৰ ৰাজত্ব কালত কোনো ভাৰতীয় বা ইংৰাজ বণিকক ভুটান এলেকাত বাণিজ্য কৰিবলৈ দিয়া বন্ধ আছিল। ভুটীয়াসকলে এতিয়াৰ দৰে তেতিয়াও উপৰোক্ত বজাৰবিলাকত বেহা-বেপাৰ চলাই আছিল। ১৯৪৭ চনত ভাৰতবৰ্ষ স্বাধীন

হোৱাৰ পিছত ভাৰত আৰু ভুটান চৰকাৰৰ মাজৰ সম্বন্ধ বেছি সৌহাৰ্দ্যপূৰ্ণ আৰু সুদৃঢ় হৈছে। অসমৰ উত্তৰ অঞ্চলৰ ৩২ বৰ্গমাইল মাটি ভাৰত চৰকাৰে ভুটান চৰকাৰক দান কৰাৰ ফলত দুয়ো ৰাষ্ট্ৰৰ মাজত শুল্কহীন বাণিজ্য-সম্বন্ধ উন্নততৰ হৈ উঠিছে।

**আৰ্থিক অৱস্থা**

ভুটানবাসী ৰাইজৰ অৰ্থনৈতিক অৱস্থা বৰ উন্নত নহলেও অভাৱো তাত সিমান নাই। তাৰ কাৰণ তেওঁলোকৰ-জীৱিকা নিৰ্বাহৰ প্ৰণালী এতিয়াও- আদিম। এই প্ৰকৃতিৰ সন্তানসকলে এতিয়াও প্ৰকৃতিৰ বুকুতে তেওঁলোকৰ অন্ন সংস্থান কৰিয়ে সন্তুষ্ট আছে। তেওঁলোকৰ জীৱন-যাপন প্ৰণালী সহজ সৰল আৰু সেয়েহে আধুনিক যুগৰ সমস্যাবহুল জীৱন ধাৰণৰ ঘাত-প্ৰতিঘাতৰপৰা তেওঁলোক এতিয়াও বহুত দূৰত। তাৰ উপৰিও কোনো ভুটীয়া পৰিয়ালে প্ৰয়োজনতকৈ অত্যধিক সম্পত্তি ব্যৱহাৰ কৰিলে ৰাজকোপত পৰে। সেই কাৰণে ভুটানত ধনী মানুহ নাই বুলিলেই হয়। কৃষিৰ কাৰণে জল-সিঞ্চনৰ সুবিধা থকা বহু মাটি ইয়াত এতিয়াও আছে কিন্তু জল-সিঞ্চনত অধিক ব্যয় কৰিবলৈ কোনেও আগ নাবাঢ়ে—হয়তো ৰাজকোপৰ ভয়ত বা ভৱিষ্যতৰ অনিশ্চয়তাৰ কাৰণে। ইয়াৰ ঘাই উৎপন্ন শস্য হ'ল ধান, গম, মাকৈ আৰু সৰিয়হ। আলু, সুমথিৰা, জলকীয়াও ইয়াত প্ৰচুৰ পৰিমাণে হয়। কুটীৰ-শিল্পও অতি পুৰণি কলীয়া। চৌখিন বস্তু তেওঁলোকে তৈয়াৰ কৰে, সেইথিনি প্ৰায় নিজ ব্যৱহাৰৰ কাৰণেই। কৃষিৰ সা-সঁজুলিবিলাকো এওঁলোকে নিজেই তৈয়াৰ কৰি লয়। কম্বল, বিছনাৰ চাদৰ আৰু বাঁহৰ তৈয়াৰী কিছুমান বস্তু এওঁলোকে ৰপ্তানি কৰে।

ভুটানৰ অৰণ্যভূমি সুবৃহৎ আৰু ইয়াত অতি মূল্যবান কাঠ পোৱা যায়। কাঠ আৰু লা ভুটীয়া ৰাইজৰ আটাইতকৈ বেছি মূল্যবান জাতীয় সম্পত্তি। গো-পালন ভুটান ৰাজ্যৰ এটা ডাঙৰ ব্যৱসায় যদিও এই ব্যৱসায়ৰ সৰহথিনি ভুটান-বাসী নেপালীসকলৰ হাতত। প্ৰচুৰ অৰ্থনৈতিক সম্ভাৱনাৰ কাৰণে ভুটান দেশত নেপালী মানুহৰ সংখ্যা উত্তৰোত্তৰ বৃদ্ধি হৈছে। ভুটানবাসী ৰাইজে সাধাৰণতে দৰঙা মেলালৈ তলত লিখা বস্ত-বস্তুবিলাক বিক্ৰী কৰিবলৈ আহে :— আলু, সুমথিৰা, জলকীয়া, লা, মম, কস্তুৰী, মাখন, ভুটীয়া কাপোৰ, ঘোঁৰা, গৰু, কুকুৰ ইত্যাদি। প্ৰতি বছৰে এই মেলাত ভুটীয়াসকলে প্ৰায় দহ



পোন্ধৰ লাখ টকাৰ বস্তু বিক্ৰী কৰে। তেওঁলোকে দৰঙা মেলাৰপৰা বছৰি তলত লিখা বস্তুবোৰ কিনি লৈ যায় :—লোণ, নাৰিকেল তেল, কেৰাছিন তেল, কাপোৰ, সূতা, কঁাহ-পিতল, এলুমিনিয়াম, ধপাত, লোব সা-সঁজুলি, বিড়ি, চিগাৰেট, দিয়াচলাই, শুকান মাছ ইত্যাদি। এইবিলাক বস্তুৰ মূল্যও প্ৰতি বছৰে ভুটীয়াসকলে বিক্ৰী কৰা বস্তুৰ মূল্যৰ প্ৰায় সমান অৰ্থাৎ দশ পোন্ধৰ লাখ টকা হয়গৈ।

(৩) এই আলোচনাটি কিছু চমু কৰিব লগীয়া হৈছে : অৱশ্যে প্ৰবন্ধ-লেখকে দিয়া মূল বিষয়বোৰ আৰু ভুটীয়া শব্দৰ যথাযথ নিদৰ্শনকে পাৰ্য্যমানে ৰক্ষা কৰা হৈছে।—সম্পাদক

# পাহাৰ-ভৈয়ামৰ অন্যান্য জনজাতি

শ্ৰীপ্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য

## আঙ্গামী নগা

নগাভূমিৰ জনজাতি ( অসমৰ জনজাতি ঃ পৃষ্ঠা ১৮৩-২১৪ ) সংখ্যা-বহুল আৰু সম্যক পৰিচয় দিয়াও সুকঠিন। নিজকে তেঙ্গিমে বা তেঙ্গিম্যে বুলি চিনাকি দিয়া উন্নতিশীল আঙ্গামী নগাসকলৰ নাম গৌৰব আৰু আগৰেপৰা জনাজাত। ১৮৯১ চনৰ পিয়লমতে আঙ্গামী নগাৰ জনসংখ্যা আছিল—নগা পাহাৰৰ ভিতৰতে প্ৰায় ২৭ হেজাৰ ; ১৯৫১ চনৰ পিয়লত আঙ্গামী-ভাষী নগাৰ সংখ্যা ২৮ হেজাৰৰো অধিক বুলি লিপিবদ্ধ হৈছে। উত্তৰে তেজিৰ ( থেজিৰ ), পূবে তিজু আৰু দক্ষিণে লেনিয়াৰ নদীয়ে আগুৰা আঙ্গামী অঞ্চলটি পানী বন্ধকৈ ৰাখি থলপীয়া প্ৰথাৰে খেতি কৰিবৰ বাবে বিশেষ উপযোগী। আঙ্গামী নগাৰ থাইকৈ তিনিটা ঠাল আছে তেঙ্গিমে, চাক্ৰিমে আৰু চাক্ৰোমে। শেষৰ ঠালটি অৰ্থাৎ চাক্ৰোমৰ বাহিৰে বাকী দুটা ঠালৰ আঙ্গামীসকল থলপীয়া প্ৰথাৰে খেতি কৰাত পাকৈত ; অন্যান্য নগাই সাধাৰণতে ঝুম প্ৰথাৰে খেতিহে কৰে। পাহাৰৰ দাঁতিত যথেষ্ট শ্ৰম আৰু কৌশলেৰে থলপবোৰ কাটি উলিওৱা হয় ; বহু দূৰ-দূৰণিৰপৰা নলা থান্দি থান্দি পানী আনি এই থলপবোৰত জলসিঞ্চন কৰা হয়। সম্ভৱতঃ দক্ষিণ কালে থকা মণিপুৰৰ ফালৰপৰাই এই থলপীয়া খেতিৰ প্ৰণালী আঙ্গামীৰ মাজত প্ৰচলিত হৈছেহি। খেতি কৰাৰ এই বিশেষত্ব যে দক্ষিণ ফালৰপৰা আহিছে—তাৰ সমৰ্থনত আৰু এটা কথা আঙুলিয়াব পাৰি ঃ—আঙ্গামীসকলৰ পূৰ্বপুৰুষসকলে পৌৰাণিক কিম্বদন্তিমতে, দক্ষিণৰপৰা অৰ্থাৎ মণিপুৰৰ ফালৰপৰা অহা বুলি জনবিশ্বাস তেওঁলোকৰ মাজত অদ্যাপিও প্ৰচলিত।

আঙ্গামীসকলৰ তেঙ্গিমা আৰু চাক্ৰিমাৰ মাজত দোৱান আৰু চেহেৰাৰ যথেষ্ট পাৰ্থক্য দেখা যায়। ভেৰিয়াৰ এলউইনে আঙ্গামীসকলৰ ঢুৱাৰৰ নক্সা-বোৰৰ সৌন্দৰ্য্য বৰকৈ বখানিছে।



পাহাৰৰ চূড়াৰ ওপৰত আঙ্গামীসকলৰ গাঁওবোৰ অৱস্থিত ; ঘৰবোৰ ওচৰা-ওচৰিকৈ সজা হয় আৰু কাঁইটীয়া গছ তথা গুং থকা গছ-লতাৰে এই ঘৰবোৰ সুৰক্ষিত যেন কৰি ৰাখে ; লুংলুঙীয়া বাটেৰে গৈ গাঁৱত সোমাব লাগে। আঙ্গামী নগাই খেল ( তিন বা তেপ্‌ফু ) পাতি অন্যান্য নগাৰ দৰেই গাঁৱত বাস কৰে ঃ একোখন গাঁৱত কেবাটাও খেল থাকিব পাৰে। ১৮৯১ চনৰ অসমৰ পিয়ল প্ৰতিবেদনত গেইট চাহাবে তেতিয়াৰ নগা পাহাৰ জিলাৰ উপায়ুক্ত এ. ডবলিউ. ডেভিছৰ তথ্যৰ ওপৰত নিৰ্ভৰ কৰি লিখিছে যে সেই সময়ৰ কহিমা গাঁৱত সাতোটা আঙ্গামী খেল আছিল ; এই প্ৰতিটি খেলেই একোজনা পূৰ্ব-পুৰুষৰপৰা ক্ৰমে বাঢ়ি অহা বুলি বিশ্বাস কৰে ; ইটো খেলে সিটো খেলৰ লগত বৈৰিতা কৰা দেখা যায় ; বহুত সময়ত গাঁৱে-গাঁৱে হোৱা ৰণ বা বৈৰিতাৰ তুলনাত খেলে-খেলে হোৱা ৰণ আৰু শিৰশ্ছেদৰ ঘটনাহে ভয়াবহ হৈ পৰিছিল[১]।

আঙ্গামীসকলে একে খেলতে বিয়া কৰাব নোৱাৰে। ছোৱালীৰ ফালৰপৰা চালে এওঁলোকৰ বিয়া প্ৰণয়মূলক নহয়। ডেকা ল'ৰাই কোনো ছোৱালীক বিয়া কৰাবলৈ খুজিলে নিজৰ বাপেকক পোনতে জনাব লাগে ; পিছতহে খোজা-বঢ়া কৰে। অবিবাহিত ডেকাৰ বাবে ডেকা-চাং আছে। এওঁলোকৰ বিয়া খেতিপথাৰৰ লগত জড়িত প্ৰজনন কৃত্যৰ যুৰীয়া—সপোন, শুভাশুভ, ভোজ-পাত আৰু অন্যান্য আচাৰ-বিচাৰৰ সুমধুৰ সংমিশ্ৰণ যেন অনুমান হয়। কইনা ধৰোঁতে মঙ্গলামঙ্গল চায় ; সপোনৰ জৰিয়তে শুভাশুভ নিৰূপণ কৰে ; অৱশেষত বিয়া বুলিলেই লাগে ভোজ-ভাত ; গতিকে ঘৰুৱাকৈ কৰা জু ( মদ ), চাউল-পাত, গাহৰি, গৰু আদিৰ মঙহো লাগিবই। আঙ্গামীৰ মাজত বহু-বিবাহৰ প্ৰচলন নাই। সন্তানে পিতাকৰ খেল লয়। সম্পত্তিৰ আধিকাৰ পিতৃৰপৰা পুত্ৰইহে লাভ কৰে।

মৃতকৰ শৱ-সংকাৰৰ পদ্ধতিৰ লগতো ভোজৰ ব্যৱস্থা আছে ; মৃতকৰ ধন-সম্পত্তি অনুপাতে ভোজৰ আয়োজন চলে। ঘৰৰ ওচৰতে সাধাৰণতে কাঠৰ শৱাধাৰত মৃতকৰ শৱ স্থাপন কৰি গাঁত থান্দি পোতা হয় ; দা, যাঠি, ধান আদিৰ উপৰিও গাঁতৰ ওপৰত শিলৰ ছটা দিয়াৰ নিয়মো আছে। শৱ-সংকাৰৰ সময়ত অন্য খেলৰ লোকৰো প্ৰয়োজন হয় ; এইজনা লোকেই কিছুমান মাঙ্গলিক ক্ৰিয়া-কৰ্ম কৰিব লাগে।

---

(১) চেন্সাচ অব্ ইণ্ডিয়া ; ১৮৯১ ঃ আসাম ঃ ই-এ-গেইট প্ৰথম খণ্ড ; হাটন, জে-এইচ্ ; ডি আঙ্গামি নগাজ, লণ্ডন, ১৯২২, পৃষ্ঠা ২৩৭-২৪১।

আঙ্গামীসকলে এজন সৰ্বশক্তিমান সৃষ্টিকৰ্তাক বিশ্বাস কৰে—আঙ্গামী ভাষাত এওঁক তেৰ'পফো বা কেপেন'পফো বোলে। ইয়াৰ বাহিৰেও শিল, গছ, পানী আদিক আশ্ৰয় কৰি বেমাৰ-আজাৰৰ সৃষ্টিকাৰী দেও-ভূত থাকে বুলিও বিশ্বাস কৰে। ৰোগ-ব্যাধিৰ প্ৰতিকাৰৰ অৰ্থে কুকুৰা, গাহৰি, গৰু-ম'হ আদি অন্যান্য নগা আৰু কুকি লোকসকলৰ অনুৰূপে বলি দিয়াৰ বিধান আছে। আত্মাৰ পৰৱৰ্তী অস্তিত্বতো এওঁলোকে বিশ্বাস কৰে।

খেতি চপোৱাৰ অন্তত তেৰেঙ্গি আৰু খেতি আৰম্ভ কৰাৰ সময়ত চেক্ৰেঙ্গি নামৰ উছৱ পতা হয়। দহদিনীয়াকৈ এই উছৱ দুটি চলে আৰু মদ-মঙহৰ প্ৰচুৰ পান-ভোজনেৰে ধনীসকলে অভিজাত-সুলভ নাম যশ পায় আৰু সম্মানসূচক চিহ্ন কাঠৰ শিঙা ঘৰৰ ওপৰত লগাবলৈ সুবিধা লাভ কৰে।

চেক্ৰেঙ্গি উছৱত কুকুৰ বলি দিয়াৰ নিয়ম আছে। ইয়াৰ বাহিৰেও অন্যান্য উছৱ-পৰ্ব্ব আছে; 'গেনা' ( অসমৰ জনজাতি: পৃষ্ঠা ২১৪ ) আঙ্গামী নগাৰো জনজাতিৰ বৈশিষ্ট্যবোৰৰ অন্যতম।

খৃষ্টান মিছনাৰীসকলে আঙ্গামী ভাষাত বাইবেল আৰু অন্যান্য খৃষ্টান ধৰ্মৰ পুথি ইংৰাজী হৰফেৰে প্ৰকাশ কৰিছে। নগা আৰু কুকিসকলৰ ভাষা চীন-তিব্বতীয় ( তিব্বত-চীন বা ভোট-চীন ) ভাষা-পৰিয়ালৰ অসম-বৰ্মী শাখাৰ অন্তৰ্ভুক্ত ) গ্ৰীয়াৰছন আৰু চট্টোপাধ্যায়ৰ মতে ); সেই হিচাপে আঙ্গামী তথা অন্যান্য নগাসকলৰ ভাষাৰ ধ্বনিতত্ত্ব, ৰূপতত্ত্ব আৰু শব্দকোষ তথা বাক্য-ৰীতিত বড়ো-নগা-কুকি-চীন তুলনাত্মক সাদৃশ্য থকাটো স্বাভাৱিক। জে-এইচ্-হাটনৰ আঙ্গামী নগা সম্পৰ্কীয় গ্ৰন্থত ( ১৯২১; লণ্ডন ) আঙ্গামীসকলৰ স্বকীয় বিস্তৃত অধ্যয়নৰ নিদৰ্শন পোৱা যায়; বৰ্তমানৰ সাহিত্যসেৱী আৰু চৰ্চাকাৰীসকলৰো আঙ্গামীসকলৰ প্ৰতি ন-পুৰণি আগ্ৰহসূচক অনুসন্ধানৰ দৃষ্টান্ত বিৰল নহয়।[২]

## চেমা নগা

চেমাসকলে নিজকে চিমি বোলে; কিন্তু চুবুৰীয়া আঙ্গামী নগাই তেওঁলোকৰ চেমা বোলে। ১৮৯১ চনৰ পিয়ল প্ৰতিবেদন মতে তিজু উপত্যকা আৰু দৈয়াং নদীৰ সোঁ পাৰে প্ৰায় চাৰি কুৰিমান গাঁৱত চেমা নগাই ওচৰ-

(২) গগৈ, কৰুণাকান্ত; নগালোকৰ কথা ( আঙ্গামী নগা ), আৱাহন, ৭ম বছৰ, ১ম সংখ্যা। চট্টোপাধ্যায় ( চাটাৰ্জী ), সুনীতিকুমাৰ, কিৰাত-জন-কৃতি ( ইংৰাজী ), পৃঃ ২৮; ১৯৫১, কলিকতা



চুবুৰীয়া অন্যান্য নগাৰপৰা ভাষা, আচাৰ-ব্যৱহাৰ আৰু মুখশ্ৰীৰ ক্ষেত্ৰত পাৰ্থক্য ৰক্ষা কৰি বাস কৰিছিল।[৩] ১৯৫১ চনৰ পিয়লমতে চেমা নগা ভাষাভাষী লোকৰ সংখ্যা প্ৰায় চল্লিশ হেজাৰ। চেমা নগাৰ ভাষা আঙ্গামী ভাষাৰ লগত ( আন নগা ভাষাৰ তুলনাত ) বেছি পৰিমাণে মিলে। চেহেৰা আৰু মুখৰ গঢ়লৈ চাই চেমাবোৰক প্ৰায়ে ৰেংমা নগাৰ দৰে দেখা যায়। চেমা নগা সাধাৰণতে চুটি-চাপৰ আৰু শকত-আৱত; তেওঁলোকক প্ৰায় উলঙ্গ বুলিবই পাৰি; কঁকালত অৱশ্যে এটুকুৰা সৰু কাপোৰহে থাকে। শুভ্ৰ আৰু গাঢ় নীলা ৰঙৰ আঁক থকা কাপোৰ সাধাৰণতে তেওঁলোকে গাত উৰে। মতা মানুহে মালা-গুটি পিন্ধে; কাণত কপাহ লয়; যাঠি, ধনু ( cross-bow ) আৰু দা ব্যৱহাৰ কৰে। মাইকীবিলাকৰ পৰিধানত আছে—ক'লা ৰঙৰ চুটি কাপোৰ; বাকীবোৰ আঙ্গামী তিৰোতাৰ অনুৰূপ বুলিব পাৰি; কঁকাল আৰু গলত মালা-গুটি থকা জৰী ওলোমাই লয়; বগীতামৰ গধুৰ বাজুও ব্যৱহাৰ কৰে।

চেমা নগাৰ আন নগাৰ তুলনাত এটি বিশেষত্ব সততকাই চকুত পৰে; সেয়ে হৈছে তেওঁলোকৰ গাঁৱৰ মূৰব্বী বা গামবোৰৰ উত্তৰাধিকাৰ সূত্ৰে চলি থকা ( বংশানুক্ৰমিকবোৰৰ ) মৰ্য্যাদাপূৰ্ণ অধিকাৰ। এই গামবোৰে তলতীয়া মানুহৰ পৰা ভালেমান সুবিধা লয়—বিশেষকৈ ঝুমখেতি চপোৱা, খেতি-বাতি কৰা, চিকাৰৰ ভাগ পোৱা আদি বিষয়ত; চেমাৰ মূৰব্বীসকলে সৰ্বসাধাৰণ নগা গাম বা গাওঁবুঢ়াতকৈ বেশি পৰিমাণে সুযোগ সুবিধা পাই আহিছে। তেওঁলোকে প্ৰায়ে তিনি-চাৰিজনীকৈ তিৰোতা বিয়া কৰাব পাৰে; আৰু ডাঙৰ পৰিয়ালৰ অধিকাৰী হৈ পৰে। পুতেকহঁত ডাঙৰ-দীঘল হলে, নিজাকৈ খেল পাতি নতুন গাওঁ পতাৰ নিয়ম আছে। চেমাসকলৰ গাওঁ বাঢ়ি গৈ আও বসতি অঞ্চল কিছুমান অধিকাৰ কৰাৰো দৃষ্টান্ত ঘটিছিল।

চেমা গাওঁবোৰ অন্যান্য নগাৰ দৰে পাহাৰ দাইবা পাহাৰৰ এঢলীয়া ঠাইৰ ওপৰত অৱস্থিত; গাওঁবোৰ প্ৰায়ে সৰু আৰু কোনো কৃত্ৰিম ৰক্ষণাবেক্ষণ নাইকিয়া। আঙ্গামীৰ দৰে নিয়মীয়া ৰাস্তাৰ কাষত ঘৰবোৰ সজা দেখা নাযায়। গাঁৱৰ মূৰব্বীসকলৰ ঘৰবোৰ যথেষ্ট ডাঙৰ; ঘৰবোৰ মাটিৰ ওপৰতে বন্ধা হয়। প্ৰায়বোৰ চেমা গাঁৱেই জুইৰপৰা ৰক্ষা পৰিবৰ বাবে অলপ আঁতৰত সৰু সৰুকৈ শস্যৰ ভঁৰালবোৰ সাজে।

গাঁৱত মূৰব্বীসকলৰ বাহিৰে সৰ্বসাধাৰণ চেমা নগাৰ মাজত বহু-বিবাহৰ

(৩) চেন্সাছ অব ইণ্ডিয়া, ১৮৯১: আসাম: পৃষ্ঠা ২৪৬-২৪৮।

প্ৰচলন নাই। সম্পূৰ্ণৰূপে গা-ধন দিহে ছোৱালী বিয়া কৰাই আনিব পাৰি। ছোৱালীবোৰ ১৮।২০ বছৰলৈকে দুই-চাৰিখন গাৱঁত আবিয়৷ হৈ থকা দেখা যায়। বিধৱা বিবহা হব পাৰে। তিৰোতাৰ পক্ষৰপৰা বিবাহ-বিচ্ছেদ গা-ধন পৰিশোধ সাপেক্ষে হোৱা দেখা যায়। একে খেলতে বিয়া নিষিদ্ধ। সতি-সন্ততিয়ে বাপেকৰ খেল লয়।

মৃতকক গাঁত খান্দি পোতা হয়। মৃতকৰ ঘৰৰ বাহিৰফালে গাঁতবোৰ খন্দা হয়। বাঁহৰ ঢাৱিত মৰা শটো মেৰাই ৰখা হয়। কোনো কোনো গাঁৱত গাঁতৰ ওপৰত সৰুকৈ খেৰৰ চাল এখন বান্ধি দিয়ে। শৱ সংকাৰ উপলক্ষে পতা ভোজত বধ কৰা গৰুৰ লাওখোলা আৰু মৃতকৰ যাঠি-ঢাল আদি সমাধিৰ ওপৰত ৰখা নিয়ম আছে। জন্মৰ দহ দিনৰ ভিতৰতে মৰা কেচুৱাক ঘৰৰ ভিতৰতে পোতাৰ নিয়ম আছে আৰু প্ৰসৱ বেদনাত মৰা তিৰোতা কোনো ভোজ-উছৱ নপতাকৈয়ে পুতি থোৱা হয় বুলি গেইটৰ পিয়ল প্ৰতিবেদনত লিপিবদ্ধ হৈছে। চেমাসকলে কয় যে কহিমাৰ প্ৰায় ত্ৰিশ মাইল পূবে থকা খেমি নামৰ সৰু গাওঁ এখনৰ পৰাই তেওঁলোকৰ উৎপত্তি হৈছে (তুলনীয় ঃ পৃঃ ১৮৩)। অন্যান্য নগাৰ দৰে দেও-ভূতত বিশ্বাস আছে; পূজা-পাতল দিয়ে ঃ পৰলোকৰ ধাৰণাও আছে। থেৰজথুৰ (ওখা পাহাৰ) ওপৰত শিলৰ স্তৰে স্তৰে সমান্তৰাল ৰেখা কিছুমান দেখা যায়; এইবোৰক তেওঁলোকে মৃতকৰ পথ (কিতিলা) বুলি ভাবে।

আবিয়৷ ডেকাইঁতে ৰাতি বেলেগ ঘৰত সাধাৰণতে শোৱে; এইবোৰ ঘৰ গাঁৱৰ সাধাৰণ ঘৰৰ দৰেই বৈশিষ্ট্যহীন (ডেকা-চাঙৰ বৈশিষ্ট্য লোপ পাইছে); আবিয়ে ছোৱালীইঁতৰো তিনি-চাৰিজনীয়ে লগ লাগি কিছুমান ঘৰৰ আগফালৰ কোঠাত শোৱাৰ নিয়ম আছে; সূতা কটা, কপাহ নেওঠা আদি কামো ছোৱালীইঁতে এই কোঠাতেই ৰাতিৰ পৰত কৰে। ডেকাইঁতে ইবোৰ কোঠাত ছোৱালীইঁতক লগ ধৰাৰ সুবিধা লোৱা দেখা যায়।

আঙ্গামীৰ দৰেই খেতিৰ সামৰণি আৰু আৰম্ভণিত গাঁৱৰ ঘাই উছৱবোৰ পাতে। লাওপানী অৰ্থাৎ জুৰ প্ৰচুৰ ব্যৱহাৰ এই উছৱবোৰত হোৱা দেখা যায়। নাম-যশৰ কাৰণে ধনীয়ে ভোজ-ভাত দিয়াৰ প্ৰথা আছে ঃ এই প্ৰথা আঙ্গামীৰ লগত তুলনীয় বিধৰ।

জে. এইচ্. হাটন, ক্ৰিষ্টফাৰ ভন ফুৰেৰাৰ্, হেইমেনডৰ্ফ আদি[৪] বিদেশী

(৪) হাটন, জে-এইচ্. ঃ ডি ছেমা নগাজ্, লণ্ডন, ১৯২১; হেইমেনডফ. চি-ভি-এফ্. ঃ ডি নেকেড্ নগাজ্, কলিকতা, ১৯৪৬।



লেখকৰ দৃষ্টিত চেমাসকলৰ যিবোৰ কঠোৰ বৰ্ণনা পোৱা যায়—সিবোৰত কিমান সত্যাসত্য আছে, নিজ চকুৰে চালেহে নিৰ্ণয় কৰিব পৰা যাব। চেমাসকল ভৈয়ামৰপৰা আঁতৰত থকা কাৰণেই তেওঁলোকৰ আচাৰ-ব্যৱহাৰত ৰুক্ষতা পৰি-লক্ষিত হোৱাৰ সম্ভাৱনা হয়তো অধিক হৈ পৰিছিল।

উত্তৰ-পূব সীমান্ত বিভাগৰ অধীনত হোৱা অনুসন্ধান অধ্যয়নৰ ফল স্বৰূপে আমি চেমাসকলৰ বিষয়ে অধিক জানিবলৈ আশা ৰাখিছোঁ—এই বিভাগীয় তথ্যমতে চেমাৰ খেতি কৰা পদ্ধতি আঙ্গামী (?), লঠা ৰেংমা আদিৰ লগত সাদৃশ্য থকা; কিন্তু চপোৱাৰ পদ্ধতি স্বকীয়া; এওঁলোকে শস্য চপাবৰ কাৰণে কেকোঁৰা কাচি ব্যৱহাৰ নকৰে, হাতেৰেই চপায়।

নগাসকলৰ মাজত (চেমাসকলকো ধৰি) থকা দুটি জন-বিশ্বাসৰ বিষয়ে গেইটৰ ১৮৯১ চনৰ পিয়ল প্ৰতিবেদনত উল্লেখ কৰা হৈছে—প্ৰথমটো হৈছে 'মানুহ-বাঘ' অৰ্থাৎ মানুহে বাঘৰ ৰূপ ধৰিবপৰা অলৌকিক বা যাদুকৰী ক্ষমতা আৰু দ্বিতীয়টো হৈছে—কেৱল তিৰোতাসকলেৰ বসতিপূৰ্ণ গাওঁ এখনৰ অস্তিত্ব সম্পৰ্কত। দুয়োটা বিশ্বাসৰ মূলত সত্যতা আছে বুলি প্ৰত্যক্ষদশা ইংৰাজ বিষয়াই অভিমত দি গৈছে।

## লঠা

লঠাসকলে (ইংৰাজী বানান মতে 'লোথা') দৈয়াং নদীৰ দুয়োপাৰে পাহাৰৰ ওপৰত বাস কৰে। চেৰি নদী দৈয়াঙতপৰা ঠাইৰপৰাই লঠা নগাৰ বসতি আৰম্ভ হৈছে। ১৮৯০ চনৰ অসমৰ লোক-পিয়ল মতে ওখা (উখা) আৰু মোককচাং অঞ্চলত ৭৩ খন লঠা গাওঁ আছিল। ১৯৫১ চনৰ পিয়ল মতে লঠানগা উপভাষা সংখ্যা প্ৰায় ২৩ হেজাৰ ধৰা হৈছে। এই জনজাতিটোৰ ৰীতি-নীতি দক্ষিণ ফালে থকা ৰেংমা নগাৰ লগত প্ৰায়ে মিল দেখা যায়। লঠাবোৰে মূৰৰ পিচ ফালে আৰু কাষে চুলি খুৰাই একেবাৰে লঠা কৰা নিয়মো কোনো কোনো অঞ্চলত আছে।

লঠা নগাসকলৰ সাজপাৰ কিছু পৰিপাৰ্টি, মতাবোৰে নীলা বা ৰঙা ৰঙৰ আঁচ থকা লেংটি পিন্ধে। তিৰোতাবোৰে ক'লা ৰঙৰ চুটি কাপোৰ পিন্ধে; কিন্তু বুকু উদং কৰি ৰাখে। অলঙ্কাৰৰ ভিতৰত পিতল আৰু বগীতামৰ বাজু, মালা গুটি ( beads ) আৰু ৰঙা চুলি খটুৱা বাঁহৰ সৰু কেৰুৰে (কাণত পিন্ধা) প্ৰধান। তিৰোতাৰ কঁকালৰ চুটি কাঁপোৰখনৰ চেমা ভাষাত ছুৰ্হাম বোলে।

অস্ত্ৰ শস্ত্ৰৰ ভিতৰত কাঠৰ সাঁফৰ থকা দা ( লেপক্ ), যাঠি ( অ'ৎছ ) আৰু ধনু ( অ'ল' ) প্ৰধান।

গাওঁবোৰত নিয়মীয়া বাট-পদূলি দেখা যায়। ঘৰবোৰত আঁৰ-বেৰা থকা বাৰান্দাৰে সৈতে তিনিটাকৈ কোঁঠা থাকে। মৰং বা ডেকাচাং আছে ; আওনগাৰ মৰঙতকৈ সৰু আকাৰৰ আৰু গাঁৱৰ দুয়ো মূৰে অৱস্থিত। লঠাসকলে সাধাৰণতে ঝুম প্ৰথাৰে খেতি কৰে। অন্যান্য নগাৰ দৰে মূৰ-চিকাৰ, ৰণ-বিগ্ৰহ, গেনা সম্বন্ধীয় নিয়মবোৰ এওঁলোৰ মাজতো অতীজৰেপৰা চলি আহিছিল বহুবিবাহ প্ৰথা প্ৰচলিত যদিও ধনী মানুহৰ ক্ষেত্ৰতহে ইয়াৰ প্ৰচলন বেছি। একে খেলৰ মাজত বিয়া নহয়। সন্তানে বাপেকৰ খেল লয়। বিধবা-বিবাহৰো প্ৰচলন আছে। ১৮৯১ চনৰ পিয়লত গেইট চাহাবে লিখামতে সাধাৰণতে ছোৱালীৰ ১৩।১৪ বছৰ বয়সতে বিয়া পাতি দিয়া, গা-ধনৰ ব্যৱস্থা আছে ; বিবাহ বিচ্ছেদো হোৱা দেখা যায়।

লঠাসকলে আদিম জনজাতীয় ধৰ্ম অন্যান্য নগাৰ দৰেই মানি চলে। বেমাৰ-আজাৰ আৰোগ্য হবৰ কাৰণে দেও-ভূওক বলি-বিধান দিয়াৰ নিয়ম আছে।

লঠাসকলে আদিম জনজাতীয় ধৰ্ম অন্যান্য নগাৰ দৰেই মানি চলে। বেমাৰ-আজাৰ আৰোগ্য হবৰ কাৰণে দেও-ভূওক বলি-বিধান দিয়াৰ নিয়ম আছে। মিলছ চাহাবে লিখিছে যে সাধাৰণ কাৰণতে, লঠা নগাই আত্মঘাতী হবলৈকে অকাতৰে সাজু হৈ থকা দেখা যায়।

তিৰোতাবোৰ বোৱাকটা, কাপোৰৰ ৰং কৰা আদিত পাকৈত। কুমাৰৰ কাম, বাঁহৰ হোৱা, কাঠৰ কাম, জাল আৰু মালাগুটি সজাত মতা মানুহ পটু। দা, যাঠি, কানি-কাপোৰ আৰু খেতিৰ সজুলি অন্যান্য নগাৰ দৰে নিজেই তৈয়াৰ কৰি লয়। লঠা নগাসকলে গোলাঘাট আদিৰ বেপাৰীৰ সৈতে কপাহৰ ব্যৱসায় কৰে। এওঁলোকৰ গাঁৱৰ নীতি-নিয়মবোৰ বেছ গণতান্ত্ৰিক বিধৰ ; গাওঁবুঢ়া বা গামৰ অধিক ক্ষমতা নাই বুলিবই পাৰি ; প্ৰতিজন মানুহে নিজা বিচাৰ-বুদ্ধি প্ৰয়োগ কৰে। খেতিৰ আৰম্ভণি আৰম্ভণি আৰু সামৰণিত জাতীয় উছৱবোৰ পাতে। [ এই পুথিৰে ১৮৩-২১৪ পৃষ্ঠাৰ ভিতৰত লঠা ( লোথা ) নগাৰ বিষয়ে আও, আঙ্গামি আদিৰ সম্পৰ্কত তুলনামূলক উল্লেখ কৰা হৈছে। ]

(৫) মিলছ, জে-পি : ডি লোথা ( ল'তা ) নগাজ ; ডি-ৰেঙমা এগাজ।



### ৰেংমা চাংতাম, ফোম আদি

আও, আঙ্গামী, লঠা চেমা, কন্যাক আৰু টাংখুলৰ উপৰিও ৰেংমা, চাংতাম, ফোম, এম্পিও বা কাচা, কাবুই কেজামা, মাও ( মেমি ), জেমি, চাকিছাং, চাং (মজুং) জেলিয়াং, য়াচাম্ ( য়িমুচুংৰ্ ), গালং, কৈৰাও, মাৰিং আদি নামেৰে নগাৰ অন্তৰ্গত জনজাতি-উপজনজাতি থকাৰ উল্লেখ আৰু তথ্য দুই এঠাইত পূৰ্ণাঙ্গৰূপে আৰু অন্যান্য ঠাইত সামান্যৰূপেহে সম্প্ৰতিকৈ পোৱা গৈছে। ৰেংমাৰ বিষয়ে জে-পি-মিলছে এখন স্বকীয় গ্ৰন্থ ( মন'গ্ৰাফ ) লিখিছিল।

এই নগা জনজাতিসমষ্টিৰ বসতি থল সম্প্ৰতিকৈ নতুনকৈ স্থাপিত ৰাজ্য নগাভূমিৰ ( নগালেণ্ড ) বাহিৰেও মণিপুৰ, আৰু অসমৰো চুকে-কোণে আছে। নগা জনজাতিৰ ভিতৰতে ভাষা-উপভাষাৰ পাৰ্থক্য ইমান বেছি যে সদৌ নগাভূমি আৰু নগা বসতি অঞ্চলত 'নগা-অসমীয়া' নামে অসমীয়া ভাষাৰ এটি সহজ-সৰল কথিত ৰূপ ৰজাঘৰে-প্ৰজাঘৰে যুগ যুগ ধৰি পাহাৰ ভৈয়ামত দৈনন্দিন জীৱিকা বেহা-বেপাৰ আদিৰ কাৰণে ব্যৱহাৰ হৈ আহিছে। এতিয়াও নগাসকলৰ মাজত অনিৰূপিত ভাষা-উপভাষা কওঁতা লোক বহুতো আছে। এওঁলোকৰ জনজাতিত্ব তথা উপজনজাতিত্ব স্বকীয়াকৈ নিৰ্ণয় হোৱাটোও সময়-সাপেক্ষ অনুসন্ধান-গৱেষণাৰ বিষয় হৈয়ে আছে। অসমৰ নগাসকলৰ গাত পৃথিবীৰ এটি পুৰণি মানৱগোষ্ঠী নিগ্ৰয়ডৰ তেজ আছে বুলি বিশিষ্ট পণ্ডিতে অভিমত দিছে।

ওপৰত নাম দিয়া নগাৰ জনজাতি-উপজনজাতিবোৰৰ ভাষাগত বৈশিষ্ট্যৰ আভাস ১৯১৫ চনৰ পিয়লৰ ভাষাৰ তালিকাত দেখিবলৈ পাইছোঁ।

### ৰেংমাৰ চমু পৰিচয়

ৰেংমা নগাৰ লেখ উত্তৰ-পূব সীমান্ত বিভাগীয় তথ্য মতে প্ৰায় পাঁচ হেজাৰ বুলি ধৰা হৈছে : ভাষা ভাষীৰ হিচাপত এই লেখ ১৯৫১ চনৰ পিয়ল মতে পাঁচ হেজাৰ আঢ়ৈশমান আছিল। এওঁলোক বিভিন্ন খেলত বিভক্ত। এওঁলোকৰ খেতিৰ প্ৰণালী লঠা, চেমাৰ লগত কিছু মিলে বুলি জনা গৈছে। বোৱা-কটা, বাঁহ-বেত, মাটি, কাঠ, চামৰা আৰু শিলৰ কাম এওঁলোকে ভাল-দাৰ কৰে আৰু জানে বুলি জে-পি-মিলছ প্ৰমুখ্যে বিশিষ্ট পণ্ডিতৰ গ্ৰন্থৰ পৰাই জানা যায়।

আঙ্গামী, চেমা আৰু লঠাৰ ওচৰ-চুবুৰীয়া এই ৰেংমাসকল নগাপাহাৰৰ উল্লেখযোগ্য জনজাতি। আঙ্গামীসকলক ৰেংমাই কপাহ বেচে। প্ৰতিজনী ৰেংমা ছোৱালীয়ে (কইনাই) বোৱা-কটা জানা উচিত। খেতি-বাতিত পৰিয়ালৰ সকলোৱে লাগি-ভাগি সহায় কৰে। গাঁৱৰ গাঁথনি খেল অনুগামী। খেতিৰ বাবে বৰষুণ আনিবৰ অৰ্থে স্বকীয়া উছৱ পাতে। খেল-ধেমালি, চিকাৰ নৃত্য-গীতৰ অনুশীলন এওঁলোকৰ মাজত আছে। লাওপানী আৰু ধঁপাতৰ অধিক ব্যৱহাৰ মন কৰিব লগীয়া। ৰণবিগ্ৰহ আৰু মূৰ-চিকাৰৰ প্ৰথা চেমা-সকলৰ লগত তুলনীয়। পূবফালৰ ৰেংমাৰ মাজত দাসপ্ৰথা নাই; কিন্তু পছিমৰ ৰেংমাৰ দাস ৰখা নিয়ম আছে বুলি জে-পি মিলছে লিখিছিল। সাধাৰণতে স্বকীয়া পুৰোহিত আৰু বিশেষ প্ৰাৰ্থনাবিহীন ধৰ্মানুষ্ঠান তথা কৃত্যবোৰ ঘৰৰ গিৰিহঁতে নিজে পৰিচালনা কৰে; কেতিয়াবা বয়সিয়াল লোকে এনেবোৰ উছৱ-পৰব, আচাৰ-অনুষ্ঠানৰ কাম চলায়। এনেদৰে ৰেংমাসকলে কিছুমান বৈশিষ্ট্যৰে নগাপাহাৰত নিজা মূৰব্বীৰ অধীনত বৃটিছ শাসনৰ আগেয়ে বাস কৰি আছিল। ভাৰতৰ স্বাধীনতা লাভ আৰু তাৰ পৰবৰ্তীকালত ৰেংমানগাৰ মাজত হোৱা সামাজিক পৰিবৰ্তনৰ সম্বেদ আমি পূৰ্ণাঙ্গকৈ পোৱা নাই।

## নগা জনজাতিবোৰৰ লেখ

১৯৫১ চনৰ *পিয়লৰ* তথ্য মতে তেতিয়া অসমত নগাশাখাৰ ভাষা-উপভাষা কওঁতাৰ লেখ প্ৰায় দুই লাখ দহ হেজাৰ; কুকি-চীন শাখাৰ ভাষা-ভাষীৰ সংখ্যাও সিমানেই। ইয়াৰ উপৰিও মণিপুৰ ৰাজ্যত নগাশাখাৰ ভাষা কওঁতা লোক প্ৰায় এক লাখৰ ওচৰাওচৰি হব। কুকি-চীন শাখাৰ ভাষা-ভাষী লোক মণিপুৰত প্ৰায় ৮০ হেজাৰ আছিল; মৈথৈ (মৈতৈ) বা মণিপুৰী লোকৰ ভাষা অনুযায়ী কওঁতাৰ লেখ হৈছে—মণিপুৰত প্ৰায় তিনি লাখ ৭৭ হেজাৰ আৰু অসমত প্ৰায় নব্বৈ হেজাৰ; উল্লেখযোগ্য কথা এয়ে যে জনজাতীয় জীৱনত ভাষা-উপভাষাৰ পাৰ্থক্যই স্বকীয়া জনজাতি আৰু উপ-জনজাতি সৃষ্টি কৰাত বা অনুৰূপ চেতনা সঞ্চাৰ কৰাত সহায় কৰে; অথচ একে তেজ-মঙহৰ মানুহে (মঙ্গোলীয় বা কিৰাত, অষ্ট্ৰিক বা নিষাদ-শবৰ) বসতি, খেল আৰু গোত্ৰ, আচাৰ-ব্যৱহাৰ তথা ভাষা-উপভাষাৰ কাৰণে ভিন্ন হৈ পৰে। এনেবোৰ পটভূমিত 'নগা-অসমীয়া'ৰ দৰে উমৈহতীয়া ভাষাৰ মাধ্যম বেহা-বেপাৰ আৰু অন্যান্য লেন-দেনৰ কাৰণে গঢ় লৈ উঠিছে।



## কুকি-চীন জনজাতিবোৰ

অসমৰ ইণ্ডো-মঙ্গলয়দ বা কিৰাতসকলৰ এটি উল্লেখযোগ্য অংশ ৰূপে ব্ৰহ্মদেশ, মণিপুৰ, মিজো বা লুচাই পাহাৰ, চট্টগ্ৰাম আৰু ত্ৰিপুৰা অঞ্চলত যুগে যুগে বসবাস কৰি থকা কুকি-চীন জনজাতিবোৰৰ ভূমিকা ৰাজনৈতিক তথা সাংস্কৃতিক দৃষ্টিৰে গুৰুত্বপূৰ্ণ। ব্ৰহ্মদেশত কুকি-চীনসকলৰ মিতিৰ-কুটুম আছে যদিও অসমৰ মিজো পাহাৰ (লুচাই পাহাৰ জিলা) আৰু মণিপুৰত সুপ্ৰাচীন কালৰেপৰা এওঁলোকে বাস কৰি আছে। ত্ৰিপুৰা, মণিপুৰ আৰু অসমত কুকি-চীন শাখাৰ লোকৰ সংখ্যা তিনি লাখৰো অধিক বুলি ১৯৫১ চনৰ পিয়লৰ পৰা জানা যায়। এই লেখৰ ভিতৰত 'মাৰ্ (পুৰণি কুকি), ৰাংখল্ (ৰান্‌চাল), বিতে (বেতে, বেথে), ভাইফে (ৰাইফে), থাডো, খেল্‌মা, লাখেৰ্, পাইতে, ৰাল্‌তে, গাংতে আদিৰ উপৰিও লুচাই, পোই, পাৰি, ত্‌লাং ত্‌লাং কাৰুম, মাতু, পাংখুৱা, চীন আদি ভাষা-উপভাষা কওঁতা লোকসকলক ধৰা হৈছে। এই পুথিৰ মিজো নামৰ আলোচনাত (১৪১-১৫৪ পৃষ্ঠা) মিজোপাহাৰত বাস কৰা লুচাই, 'মাৰ সকলৰ লগতে ৰাল্‌তে (ৰাণ্টে), লাখেৰ, ফানাই, পোই আদি ফৈদৰ লোকৰ পৰিচয়মূলক উল্লেখ আমি পাইছোঁহক।

কুকি-চীন নামটি অসমীয়া মানুহে দিয়া। এই নামটি কুকি আৰু চীন বোলা দুটি শব্দৰে গঠিত: আৰু বহু সংখ্যক পাহাৰী জনজাতি এই শব্দ দুটিয়ে সামৰি লৈছে। মৈথৈ (মৈতৈ) বা মণিপুৰীসকলো কুকি-চীন শাখাৰে অন্তৰ্ভুক্ত বুলি ভাষা গোষ্ঠীৰ ফালৰপৰা ধৰিব পাৰি; এই পুথিৰ মণিপুৰী নামৰ প্ৰবন্ধত (২১৫ পৃষ্ঠাৰ) মৈথৈসকলৰ বহল পৰিচয় দিয়া হৈছে।

কুকি বোলোতে 'মাৰ, (পুৰণি কুকি), লুচাই পাহাৰৰ নতুন কুকি সকলোকে আমি বুজাইছোঁ: এই সম্পৰ্কত স্বকীয়া জনজাতিত্বৰ বাদানুবাদ আঁতৰাই থৈ জনজাতিয় বৈশিষ্ট্যৰ ন-পুৰণি পৰিচয়হে দিব খুজিছোঁ— ১৮৯১ চনৰ পিয়ল প্ৰতিবেদনত এডৱাৰ্ড এ গেইটে সেই সময়ৰ ইংৰাজ বিষয়া মিঃ বেকাৰ আৰু মিঃ ছপিটৰ পৰা জিলা অনুসৰি পোৱা তথ্য আলোচনা কৰি এই জনজাতিবোৰ কুকি-লুচাই শাখা বুলি অভিহিত কৰি তেওঁলোকৰ বিয়া-বাৰু, ধৰ্ম সমাজৰ চমুকৈ আলোচনা কৰিছে। 'ইম্পিৰিয়েল গেজেটিয়াৰ অৱ ইণ্ডিয়া'তো ১৮৯৩ চনত কুকিসকলে নগাসকলৰ শেমি গাওঁ আক্ৰমণ কৰি

(৬) চেন্সাছ অব্ ইণ্ডিয়া, ১৮৯১: আসাম (পৃঃ ২৫১-৫২)

চৈধ্য কুৰি ছজন মানুহক (ল'ৰা-তিৰোতা নিৰ্বিশেষে) হত্যা কৰাৰ তথ্য সন্নিবেশ কৰিছে।

চুটি-চাপৰ, মঙ্গোলীয় ধৰণৰ এই কুকি চীন (কুকি-লুচাই) বুলি জনাজাত মানুহবোৰৰ শাৰীৰিক শক্তি সামৰ্থ আছে যদিও, চেহেৰাত তিৰী-মুৰা গঢ় (তিৰোতাৰ দৰে মুখৰ আকাৰ) এটি সাধাৰণতে পৰিলক্ষিত হয়। ছপিট চাহাবে ৰাংখল, বেতে, জুংছিম আৰু থাড'ই নামে চাৰিটা ঘাই জনজাতিত এই মানুহবোৰক ভাগ কৰিছে। বেকাৰ চাহাবে ৰাংখলৰ ভাগৰূপে লাংগ্ৰাং আৰু কেলমা নামৰ দুটি উপজনজাতিৰ উল্লেখ কৰিছে; ইয়াৰ উপৰিও কটং, গনি, জনি, চাইমাৰ আৰু টাংগম নামৰ জনজাতি-উপ-জনজাতিৰ তালিকাও তেওঁ সন্নিবেশ কৰিছে।

কুকি-লুচাই জনজাতিসমষ্টিৰ সামাজিক গাথনিত মৰ্য্যাদা অনুক্ৰমে স্তৰ বিভাগ আছে যদিও অবাধে খোৱা-লোৱা আৰু বিয়া-বাৰু চলে। বিয়া-বাৰুত গা-ধন দিব লাগে নাইবা দৰাই কইনাৰ বাপেকৰ ঘৰত দেহাৰে খাটি দিব লাগে। আবিয়ৈ দেওৰেকে বিধবা নবৌয়েকক বিয়া কৰাবলৈ বাধ্য। বিবাহ-বিচ্ছেদো গুৰুতৰ যৌন অভিযোগত হোৱা দেখা যায়। পুৰুষপ্ৰধান সম্পত্তিৰ অধিকাৰ চলি আছে। দেৱ-দেৱীৰ বিশ্বাস আৰু বলি-বিধান পুৰণিকলীয়া প্ৰথা আছিল। মৃত্যুৰ পিছৰ পৰলোকৰ ধাৰণাও বৰ্তমান।

ৰাংখলবোৰে হিন্দুসকলৰ দৰে মৰা শ পোৰে আৰু অন্যান্য কুকিয়ে পুতি থয়। সমাধিৰ ওপৰত দুটা কুকুৰা চৰাই বলি দিয়া পুৰণি নিয়মো (অখৃষ্টানৰ মাজত) প্ৰচলিত বুলি ছপিটে জনাইছে। ৰাংখলবোৰে গাঁৱৰ কাম চলাবলৈ গাওঁবুঢ়া বা মুৰব্বী নিৰ্বাচন কৰে; বাকীবোৰ কুকি জনজাতিৰ মাজত ৰজা আছে; ৰজাৰ প্ৰতি সম্মান আৰু আনুগত্য কুকিসকলে সততে দেখুৱায় (১৮৯১ চনৰ পিয়ল: পৃষ্ঠা ২৫২)। মিজো বা লুচাইসকলৰ বিষয়ে এই পুথিত আগধৰি কৰা আলোচনাৰ লগত কুকিসকলৰ ভালেমান বিষয়ত পাৰ্থক্য দেখা যায়।

ভাষাৰ ফালৰপৰা বড়ো, নগা আৰু কুকি-চীন গোষ্ঠীবোৰৰ সাদৃশ্য মন কৰিব লগীয়া। উদাহৰণ স্বৰূপে পানী বুজাবৰ কাৰণে বড়ো-কছাৰীত দৈ বা দৌই, আঙ্গামী নগাত দ্জু, কাচা নগাত (এম্‌পিও) দোই, কুকি ভাষাত তুঙ্ঈ আৰু মণিপুৰীত ইছিং বোলে; মাছ বুজোৱা শব্দটি এইবোৰ ভাষাত ক্ৰমান্বয়ে না (না') ক', হাকা না, ঙ্গা ৰূপে উচ্চাৰিত হয়।

লেফটেনেন্ট কৰ্ণেল জে, ছেকছপীয়েৰে লুচাই কুকি জনজাতিৰ বিষয়ে ১৯১২



চনতে এখন স্বকীয় গ্ৰন্থ লিখি থৈ গৈছে। মণিপুৰৰ পুকুম্ নামৰ এটি পুৰণি কুকি জনজাতিৰ বিষয়েও ১৯৪৫ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা তাৰকচন্দ্ৰ দাসৰ লিখিত এখনি ইংৰাজী গ্ৰন্থ প্ৰকাশিত হৈছে।

## হাজং, তিপ্‌ৰা আদি

বড়ো ভাষাগোষ্ঠীৰ অন্তৰ্গত হাজং নামৰ অসমীয়া মিশ্ৰিত উপভাষা কওঁতাৰ লেখ ১৯৫১ চনৰ পিয়লমতে ৩৬২৬ জন ধৰা হৈছে। এওঁলোক ক'লা বৰণৰ মঙ্গোলীয় লোক, গাৰো আৰু বড়ো কছাৰীৰ লগত শাৰীৰিক গঠন তথা মাত-কথাৰ সাদৃশ্য আছে; খাছিয়া আৰু জয়ন্তীয়া পাহাৰ, গাৰোপাহাৰত অধিক-সংখ্যক হাজংলোকে বাস কৰে; ছিলেট আৰু মৈমনসিঙৰ (পূব পাকিস্থান) কোনো কোনো অঞ্চলতো হাজং লোক আছে। ১৮৯১ চনৰ পিয়ল মতে হাজং-সকলক 'ব্যৱহাৰী' আৰু 'পৰমাৰ্থী' নামৰ দুটা ভাগত ভগোৱা হৈছে; ব্যৱহাৰী হাজংবোৰ আদিম জনজাতীয় ধৰ্মপন্থী আৰু পৰমাৰ্থীসকল সম্ভৱতঃ হিন্দু তথা বৈষ্ণৱধৰ্মৰ প্ৰভাৱান্বিত।

হোজাই নামৰ পুৰণি কছাৰীৰ ঠাল এটিয়ে নগাওঁ আৰু কাছাৰৰ কোনো কোনো অংশত বাস কৰিছিল। ঠেঙাল নামৰ কছাৰীৰ ভাগ এটিও উজনি অসমত বাস কৰিছিল। কোচ বা কোচা, মেচে আদি নামেৰে পুৰণি কালত বড়ো বা কছাৰীৰ ঠালবোৰে অসম, উত্তৰবঙ্গ আদিত ৰাজত্ব কৰাৰ উপৰিও অসমৰ সংস্কৃতি, সাহিত্য, সভ্যতাৰ সমন্বয়ত অংশ গ্ৰহণ কৰিছিল।

তিপ্‌ৰা নামেৰে জনাজাত পুৰণি বড়ো বা কছাৰী জাতিৰ এটি ঠালে ত্ৰিপুৰা আৰু প্ৰাচীন বঙ্গৰ বিভিন্ন অঞ্চলত বিস্তৃতি লাভ কৰিছিল। এওঁলোক ভাষা আৰু তেজ মঙ্গহৰ ফালৰপৰা বড়ো (কিৰাত) গোষ্ঠীৰ লগত সংশ্লিষ্ট। বৰ্তমানে ত্ৰিপুৰাত তিপ্‌ৰা জনজাতিয়ে বঙলা ভাষা আৰু সংস্কৃতিৰ প্ৰভাৱত পৰিও প্ৰাচীন ভাষা, সংস্কৃতি, ৰাজকীয় ঐতিহ্য কিছু পৰিমাণে ৰক্ষা কৰি আছে।

প্ৰাচীন বড়ো ভাষা গোষ্ঠীৰ ভিতৰত মৰাণ আৰু চুতীয়া নামেৰে উপভাষা কওঁতা লোকৰ পৰিচয় ৰেভাৰেণ্ড এণ্ডেল চাহাবে তেওঁৰ গ্ৰন্থবোৰত লিখি থৈ গৈছে। এইবোৰ উপভাষা লুপ্তপ্ৰায় হৈ অসমীয়া ভাষাৰ পৰিসৰ বৃদ্ধি কৰিছে আৰু সৰ্বসাধাৰণ অসমীয়া লোকৰ লগত সমিল মিল হৈ এই লোকসকলে বৃহত্তৰ অসমীয়া জাতি গঠনত দান যোগাইছে। হিন্দু, আহোম আৰু বৰাহী আদি ভাগত বিভক্ত চুতীয়াসকলৰ অসমীয়া সামূহিক সংস্কৃতিলৈ পূৰ্ণাঙ্গ অৱদান আছে।

চৈধ্য কুৰি ছজন মানুহক (ল'ৰা-তিৰোতা নিৰ্বিশেষে) হত্যা কৰাৰ তথ্য সন্নিবেশ কৰিছে।

চুটি-চাপৰ, মঙ্গোলীয় ধৰণৰ এই কুকি চীন (কুকি-লুচাই) বুলি জনাজাত মানুহবোৰৰ শাৰীৰিক শক্তি সামৰ্থ আছে যদিও, চেহেৰাত তিৰী-মুৰা গঢ় (তিৰোতাৰ দৰে মুখৰ আকাৰ) এটি সাধাৰণতে পৰিলক্ষিত হয়। ছপিট চাহাবে ৰাংখল, বেতে, জুংছিম আৰু থাড'ই নামে চাৰিটা ঘাই জনজাতিত এই মানুহবোৰক ভাগ কৰিছে। বেকাৰ চাহাবে ৰাংখলৰ ভাগৰূপে লাংগ্ৰাং আৰু কেলমা নামৰ দুটি উপজনজাতিৰ উল্লেখ কৰিছে; ইয়াৰ উপৰিও কটং, গনি, জনি, চাইমাৰ আৰু টাংগম নামৰ জনজাতি-উপ-জনজাতিৰ তালিকাও তেওঁ সন্নিৱেশ কৰিছে।

কুকি-লুচাই জনজাতিসমষ্টিৰ সামাজিক গাথনিত মৰ্য্যাদা অনুক্ৰমে স্তৰ বিভাগ আছে যদিও অবাধে খোৱা-লোৱা আৰু বিয়া-বাৰু চলে। বিয়া-বাৰুত গা-ধন দিব লাগে নাইবা দৰাই কইনাৰ বাপেকৰ ঘৰত দেহাৰে খাটি দিব লাগে। আবিয়ৈ দেওৰেকে বিধবা নবৌয়েকক বিয়া কৰাবলৈ বাধ্য। বিবাহ-বিচ্ছেদো গুৰুতৰ যৌন অভিযোগত হোৱা দেখা যায়। পুৰুষপ্ৰধান সম্পত্তিৰ অধিকাৰ চলি আছে। দেৱ-দেৱীৰ বিশ্বাস আৰু বলি-বিধান পুৰণিকলীয়া প্ৰথা আছিল। মৃত্যুৰ পিছৰ পৰলোকৰ ধাৰণাও বৰ্তমান।

ৰাংখলবোৰে হিন্দুসকলৰ দৰে মৰা শ পোৰে আৰু অন্যান্য কুকিয়ে পুতি থয়। সমাধিৰ ওপৰত দুটা কুকুৰা চৰাই বলি দিয়া পুৰণি নিয়মো (অখৃষ্টানৰ মাজত) প্ৰচলিত বুলি ছপিটে জনাইছে। ৰাংখলবোৰে গাঁৱৰ কাম চলাবলৈ গাওঁবুঢ়া বা মুৰব্বী নিৰ্বাচন কৰে; বাকীবোৰ কুকি জনজাতিৰ মাজত ৰজা আছে; ৰজাৰ প্ৰতি সম্মান আৰু আনুগত্য কুকিসকলে সততে দেখুৱায় (১৮৯১ চনৰ পিয়ল: পৃষ্ঠা ২৫২)। মিজো বা লুচাইসকলৰ বিষয়ে এই পুথিত আগধৰি কৰা আলোচনাৰ লগত কুকিসকলৰ ভালেমান বিষয়ত পাৰ্থক্য দেখা যায়।

ভাষাৰ ফালৰপৰা বড়ো, নগা আৰু কুকি-চীন গোষ্ঠীবোৰৰ সাদৃশ্য মন কৰিব লগীয়া। উদাহৰণ স্বৰূপে পানী বুজাবৰ কাৰণে বড়ো-কছাৰীত দৈ বা দৌই, আঙ্গামী নগাত দজু, কাচা নগাত (এম্‌পিও) দোই, কুকি ভাষাত দুঈ আৰু মণিপুৰীত ইছিং বোলে; মাছ বুজোৱা শব্দটি এইবোৰ ভাষাত ক্ৰমান্বয়ে না (না') ক', হাকা না, ঙা ৰূপে উচ্চাৰিত হয়।

লেফটেনেণ্ট কৰ্ণেল জে, ছেকছপীয়েৰে লুচাই কুকি জনজাতিৰ বিষয়ে ১৯১২



চনতে এখন স্বকীয় গ্ৰন্থ লিখি থৈ গৈছে। মণিপুৰৰ পুৰুম্ নামৰ এটি পুৰণি কুকি জনজাতিৰ বিষয়েও ১৯৪৫ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা তাৰকচন্দ্ৰ দাসৰ লিখিত এখনি ইংৰাজী গ্ৰন্থ প্ৰকাশিত হৈছে।

## হাজং, তিপ্‌ৰা আদি

বড়ো ভাষাগোষ্ঠীৰ অন্তৰ্গত হাজং নামৰ অসমীয়া মিশ্ৰিত উপভাষা কওঁতাৰ লেখ ১৯৫১ চনৰ পিয়লমতে ৩৮২৬ জন ধৰা হৈছে। এওঁলোক ক'লা বৰণৰ মঙ্গোলীয় লোক, গাৰো আৰু বড়ো কছাৰীৰ লগত শাৰীৰিক গঠন তথা মাত-কথাৰ সাদৃশ্য আছে; খাছিয়া আৰু জয়ন্তীয়া পাহাৰ, গাৰোপাহাৰত অধিক-সংখ্যক হাজংলোকে বাস কৰে; ছিলেট আৰু মৈমনসিঙৰ (পূব পাকিস্থান) কোনো কোনো অঞ্চলতো হাজং লোক আছে। ১৮৯১ চনৰ পিয়ল মতে হাজং-সকলক 'ব্যৱহাৰী' আৰু 'পৰমাৰ্থী' নামৰ দুটা ভাগত ভগোৱা হৈছে; ব্যৱহাৰী হাজংবোৰ আদিম জনজাতীয় ধৰ্মপন্থী আৰু পৰমাৰ্থীসকল সম্ভৱতঃ হিন্দু তথা বৈষ্ণৱধৰ্মৰ প্ৰভাৱান্বিত।

হোজাই নামৰ পুৰণি কছাৰীৰ ঠাল এটিয়ে নগাওঁ আৰু কাছাৰৰ কোনো কোনো অংশত বাস কৰিছিল। ঠেঙাল নামৰ কছাৰীৰ ভাগ এটিও উজনি অসমত বাস কৰিছিল। কোচ বা কোচা, মেচে আদি নামেৰে পুৰণি কালত বড়ো বা কছাৰীৰ ঠালবোৰে অসম, উত্তৰবঙ্গ আদিত ৰাজত্ব কৰাৰ উপৰিও অসমৰ সংস্কৃতি, সাহিত্য, সভ্যতাৰ সমন্বয়ত অংশ গ্ৰহণ কৰিছিল।

তিপ্‌ৰা নামেৰে জনাজাত পুৰণি বড়ো বা কছাৰী জাতিৰ এটি ঠালে ত্ৰিপুৰা আৰু প্ৰাচীন বঙ্গৰ বিভিন্ন অঞ্চলত বিস্তৃতি লাভ কৰিছিল। এওঁলোক ভাষা আৰু তেজ মঙ্গহৰ ফালৰপৰা বড়ো (কিৰাত) গোষ্ঠীৰ লগত সংশ্লিষ্ট। বৰ্তমানে ত্ৰিপুৰাত তিপ্‌ৰা জনজাতিয়ে বঙলা ভাষা আৰু সংস্কৃতিৰ প্ৰভাৱত পৰিও প্ৰাচীন ভাষা, সংস্কৃতি, ৰাজকীয় ঐতিহ্য কিছু পৰিমাণে ৰক্ষা কৰি আছে।

প্ৰাচীন বড়ো ভাষা গোষ্ঠীৰ ভিতৰত মৰাণ আৰু চুতীয়া নামেৰে উপভাষা কওঁতা লোকৰ পৰিচয় ৰেভাৰেণ্ড এণ্ডেল চাহাবে তেওঁৰ গ্ৰন্থবোৰত লিখি থৈ গৈছে। এইবোৰ উপভাষা লুপ্তপ্ৰায় হৈ অসমীয়া ভাষাৰ পৰিসৰ বৃদ্ধি কৰিছে আৰু সৰ্বসাধাৰণ অসমীয়া লোকৰ লগত সমিল মিল হৈ এই লোকসকলে বৃহত্তৰ অসমীয়া জাতি গঠনত দান যোগাইছে। হিন্দু, আহোম আৰু বৰাহী আদি ভাগত বিভক্ত চুতীয়াসকলৰ অসমীয়া সামূহিক সংস্কৃতিলৈ পূৰ্ণাঙ্গ অৱদান আছে।

মৰাণসকলৰ বুজন সংখ্যকে অনিৰুদ্ধ শাখাৰ মায়ামৰীয়া বৈষ্ণৱ ধৰ্ম গ্ৰহণ কৰি অসমীয়া ধৰ্ম-সমাজ-সংস্কৃতিত বৰঙণি যোগাইছে।

মণিপুৰীসকলৰ ভিতৰতে বিষ্ণুপুৰী বা বিষ্ণুপুৰীয়া নামৰ এটি ঠাল আছে ; এওঁলোকৰ কথিত ভাষা অসমীয়া ভাষাৰ বেচি ওচৰ চপা।

এনেদৰে অসমৰ পাহাৰ ভৈয়ামে বহুসংখ্যক জনজাতি, উপজনজাতি নাইবা পুৰণি জাতি উপজাতিয়ে বসবাস কৰি অসমৰ প্ৰাকৃতিক পৰিৱেশ, অৰ্থ নৈতিক, ৰাজনৈতিক তথা সামাজিক অৱস্থাৰ মাজত সুখ-দুখৰ ভাগ লৈ আহিছে। অসমৰ আটাইবোৰ জনজাতি-উপজনজাতিৰ পৰিচয় পুৰাকৈ দিবলৈকে সক্ষম হোৱাটো বৰ্তমান অৱস্থাত সুকঠিন।



আঙ্গামী নগাৰ এটি দল



ৰাভা নৃত্য-গীতৰ দল



নৃত্যৰ বেশত ৰাভা ৰমণী



ৰাভা দৰা-কইনা



উৰলৰ কাষত মিৰি গাভৰু



ডিমাছা পুৰুষ-তিৰোতা



বয়সিয়াল মিকিৰ পুৰুষ







ডিমাছা সোণৰ মোহৰ



তাঁতৰ শালত মিকিৰ গাভৰু : মাজত অসমীয়া শিপিনী



সোণোৱাল কছাৰী হুচৰিৰ দল



নৃত্য-বেশত খাচি পুৰুষ



পিঠিৰ ঢোৰাত পানীৰ কলহ লৈ খাচি তিৰোতা



ৰাঙ্গালা উছৱত গাৰো ডেকা-গাভৰুৰ নৃত্য-গীত



এমানগিৰি গাঁৱৰ ডেকা-চাওৰ
দুটা কাঠত কটা মূৰ্ত্তি (গাৰো)



চাবিজন কামান মিছিমি



কঁকালত জোঁটা তাঁত-শালেৰে টাংছা গাভৰু



মিগ্ৰাং গাভৰুৱে হোবাত ভৰাই খৰি আনিছে



ইছ্ মিছিমি ছোৱালীয়ে উবলত ধান বানিছে



পিঠিত পানীৰ কলহেৰে মন্‌পা গাভৰু



চৌখামৰ বাপু-চাঙৰ সমুখত বৌদ্ধ বাপুসকল



সাহিত্য সভাৰ সন্দেশবাহী দলক
চৌখামৰ বাইজ আৰু ছাত্ৰই আগ বঢ়াই নিছে

